হোমেন বৰগোহাঞিৰ সৈতে

# মুখামুখি



ষ্টুডেণ্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী- ৭৮১০০১



প্ৰতিষ্ঠাতা ঃ নৰেন্দ্ৰ চন্দ্ৰ দত্ত, স্থাপিত ঃ ১৯৪৫

হোমেন বৰগোহাঞিৰ সৈতে

**মুখামুখি**

**প্ৰকাশক**

শ্ৰীঅজয় কুমাৰ দত্ত

ষ্টুডেণ্টচ্ ষ্ট'ৰচ্

কলেজ হোষ্টেল ৰোড

গুৱাহাটী-৭৮১০০১

**পৰিবেশক**

ভাৰতী বুক ষ্টল

মেইন ৰোড

গোলাঘাট-৭৮৫৬২১

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী, ২০১০

দ্বিতীয় সংস্কৰণ ঃ এপ্ৰিল, ২০১০

তৃতীয় সংস্কৰণ ঃ নৱেম্বৰ, ২০১০

প্ৰচ্ছদ ঃ মনজিৎ ৰাজখোৱা

**মূল্য ঃ ২৫০.০০ টকা**

**মুদ্ৰক**

**শ্ৰমিক প্ৰেস**

**কলকাতা-৭০০০০৯**

**২২১৯০১৮৩**

# মুখবন্ধ

বৰ্তমান যুগৰ আটাইতকৈ শক্তিশালী আৰু প্ৰভাৱশালী প্ৰচাৰ-মাধ্যম হ'ল টেলিভিছন। টেলিভিছনে মানুহক খবৰ দিয়ে, আনন্দ দিয়ে আৰু শিক্ষা দিয়ে। যিবোৰ বিশেষ কাৰ্যসূচীৰ জৰিয়তে টেলিভিছনে মানুহক চিন্তাৰ খোৰাক দিয়ে, সেইবোৰৰ ভিতৰত এটা বিশেষ উল্লেখযোগ্য কাৰ্যসূচী হ'ল Talk-show, অৰ্থাৎ কথা-বাৰ্তা আৰু আলোচনাৰ অনুষ্ঠান। অসমৰ আটাইতকৈ জনপ্ৰিয় টিভি চেনেল 'নিউজ লাইভে' মোক তেনে এটা কথা-বাৰ্তাৰ সাপ্তাহিক অনুষ্ঠান চলাবলৈ দায়িত্ব দিছে। ২০০৮ চনৰ ৫ ছেপ্তেম্বৰৰ পৰা এই অনুষ্ঠানৰ সম্প্ৰচাৰ আৰম্ভ হৈছিল। এই অনুষ্ঠানলৈ ৰাজনৈতিক নেতা আৰু মন্ত্ৰী-বিষয়াৰ পৰা আৰম্ভ কৰি প্ৰশাসক, পুলিচ বিষয়া, উপাচাৰ্য, চিকিৎসক, অভিনেতা, সঙ্গীতজ্ঞ, সমাজ-বিজ্ঞানী, ক্ৰীড়া বিশেষজ্ঞ, শাক-পাচলিৰ বেপাৰী ইত্যাদি বিভিন্ন বৃত্তিৰ বিশিষ্ট লোকসকলক নিমন্ত্ৰণ কৰা হৈছিল। মোৰ প্ৰশ্নৰ উত্তৰত তেওঁলোকে নিজৰ নিজৰ অভিজ্ঞতা আৰু দৃষ্টিভংগীৰ পৰা যিবোৰ কথা কৈছিল, সেই কথাবোৰে 'নিউজ লাইভ'ৰ শ্ৰোতা-দৰ্শকসকলক চিন্তাৰ খোৰাক দিয়া বুলি আমি জানিব পাৰিছোঁ। বহুতো চিন্তাশীল মানুহে আমাক উপদেশ দিছে যে ভৱিষ্যতৰ ঐতিহাসিক আৰু সমাজ-বিজ্ঞানী সকলৰ কাৰণে এই কথাবোৰ কিতাপৰ আকাৰত লিপিবদ্ধ কৰি ৰখাৰ প্ৰয়োজন আছে। অনুমান কৰা হৈছে যে 'মুখামুখি'ৰ এই লিপিবদ্ধ বিৱৰণৰ প্ৰয়োজন এতিয়া যিমান অনুভূত হৈছে, ভৱিষ্যতে ই তাতোকৈ বেছি হ'ব পাৰে। সেই কথা মনত ৰাখিয়েই 'মুখামুখি'ৰ বাণীবদ্ধ ৰূপ লিপিবদ্ধ ৰূপত সংৰক্ষিত কৰা হ'ল।

—হোমেন বৰগোহাঞি

## পৰিমাৰ্জিত দ্বিতীয় সংস্কৰণৰ একাষাৰ

'নিউজ লাইভ'ৰ জনপ্ৰিয় অনুষ্ঠান 'মুখামুখি'ৰ আৰম্ভণিৰে পৰা ক্ৰমানুসাৰে মুঠ ৪১টা খণ্ড সন্নিৱিষ্ট কৰি গ্ৰন্থৰ আকাৰত প্ৰথম খণ্ডটো চলিত বছৰৰ জানুৱাৰী মাহত প্ৰকাশ কৰা হৈছিল। পাঠক সমাজৰ পৰা পোৱা বিপুল সঁহাৰিৰ বাবে গ্ৰন্থখনিৰ কিছু পৰিমাৰ্জন কৰি দ্বিতীয় সংস্কৰণটি প্ৰকাশ কৰা হ'ল। আশা কৰোঁ পাঠক সমাজে প্ৰথম সংস্কৰণটিৰ দৰে এই সংস্কৰণটিকো পৰম আগ্ৰহেৰে আদৰি ল'ব।

**প্ৰকাশক**

## প্ৰকাশকৰ কথা

'মুখামুখি' নিউজ লাইভৰ এক জনপ্ৰিয় আৰু মৰ্যাদাপূৰ্ণ অনুষ্ঠান। 'মুখামুখি' অনুষ্ঠানটো নিউজ লাইভ চেনেলৰ জৰিয়তে আগতে দৰ্শকে দেখিবলৈ পাইছিল, শুনিবলৈ পাইছিল। সেই একেটা অনুষ্ঠানেই একেই ক্ৰম অনুসাৰে ছপা আকাৰত এতিয়া মানুহে পঢ়িবলৈ পাব।

অসমৰ সমাজ জীৱনৰ, ৰাজনৈতিক, সাংস্কৃতিক ক্ষেত্ৰখনৰ বহু নেতৃস্থানীয় ব্যক্তিৰ সৈতে হোমেন বৰগোহাঞিৰ মুখামুখি হৈছে। কথা পাতিছে অসমৰ সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক, প্ৰশাসনিক ক্ষেত্ৰখনৰ বিভিন্ন সমস্যাক লৈ, বিভিন্ন ইচ্ছাক লৈ। এই মুখামুখিত যিবিলাক বিষয় উত্থাপন হৈছে, যিবিলাক প্ৰশ্নৰ অৱতাৰণা হৈছে, সঁচাকৈয়ে এনে বিষয়ৰ উত্থাপন, এনে প্ৰশ্নৰ অৱতাৰণা কৰাটো কেৱল হোমেন বৰগোহাঞিৰ পক্ষেহে সম্ভৱ। ক'বলৈ গ'লে 'মুখামুখি'ৰ প্ৰতিটো খণ্ডই একো একোটা চিন্তাগধুৰ নিবন্ধ, যি উন্মোচন কৰে চিন্তাৰ নতুন নতুন দিশ। এই মুখামুখি গতানুগতিক নহয়, অগতানুগতিক। এই কথোপকথন এক মূল্যবান দলিল। অসমৰ সমাজ জীৱনক জোঁকাৰি পেলাব পৰা বহুতো কথাই এই কথোপকথনৰ পৰা ওলাই আহিছে।

'মুখামুখি' অনুষ্ঠানটোত হোমেন বৰগোহাঞিঃ আৰু তেওঁৰ লগত মুখামুখি হোৱা ব্যক্তিগৰাকীৰ মাজত যেনেদৰে আৰু যি ৰূপত কথা-বাৰ্তা হৈছিল, হুবহু ৰূপত আৰু একেই ক্ৰমত এই পুথিখনত ৰখাৰ প্ৰয়াস কৰা হৈছে। আমি আশা কৰো অসমৰ সামাজিক জীৱনত, ৰাজনৈতিক, সাংস্কৃতিক ক্ষেত্ৰখনত ঘটি থকা বহু গুৰুত্বপূৰ্ণ ঘটনা, বহু গুৰুত্বপূৰ্ণ সমস্যা, এই 'মুখামুখি'ত যেনেদৰে প্ৰতিফলিত হৈছে, সি অসমৰ মানুহক এক নতুন চিন্তাৰ খোৰাক দিব। হয়তো নতুন পথৰো সন্ধান দিব।

পাঠকসকলৰ উদ্দেশ্যে এইখিনিতে এটা কথা জনাই থওঁ যে 'নিউজ লাইভ'ৰ দ্বাৰা সম্প্ৰচাৰিত মুখামুখি অনুষ্ঠানটো আৰম্ভ হৈছিল ২০০৮ চনৰ ৫ ছেপ্টেম্বৰৰ পৰা। বৰ্তমানলৈ এই মুখামুখিৰ তিনিকুৰিৰো অধিক খণ্ড সম্প্ৰচাৰিত হৈ গ'ল। কিতাপখনত কিন্তু মুখামুখিৰ আটাইবোৰ খণ্ড সন্নিৱিষ্ট কৰিব পৰা নগ'ল। আৰম্ভণিৰে পৰা ক্ৰমানুসাৰে মুঠ ৪১টা খণ্ড সন্নিৱিষ্ট কৰি কিতাপখনৰ প্ৰথম খণ্ডটো প্ৰকাশ কৰা হ'ল। এইখনে পঢ়ুৱৈ সমাজৰ সমাদৰ পোৱা দেখিলে ইয়াৰ পিছৰ খণ্ডবোৰো প্ৰকাশৰ দিহা কৰা হ'ব।

মুখামুখিৰ এই বাণীবদ্ধ খণ্ডবোৰক চিডি-ৰ পৰা পাঠোদ্ধাৰ কৰি কিতাপ আকাৰে প্ৰকাশ কৰিব পৰাকৈ যিসকল কৰ্মাগ্ৰহীয়ে কথাখিনি লিখি উলিয়াইছে আৰু যিসকলে পুনৰীক্ষণৰ জৰিয়তে ভুল-ত্ৰুটি শুধৰাই দিছে, তেওঁলোক হ'ল জয়ন্ত মাধৱ বৰা, উৎপল দত্ত, মাধুৰিমা বৰুৱা, গীতিমালিকা নেওগ, ইন্দিৰা কুমাৰ বৰ্মন, প্ৰমোদ শৰ্মা, যশোৱন্ত শৰ্মা, মানস বৰা আৰু পলাস বৰুৱা। ব্যস্ততাৰ মাজতো আগ্ৰহেৰে সময় দি এই কামটো সম্পন্ন কৰাত সহায় কৰাৰ বাবে এওঁলোকলৈ আমাৰ তৰফৰ পৰা অশেষ ধন্যবাদ আৰু আন্তৰিক কৃতজ্ঞতা যঁচা হ'ল। নেপথ্যত থাকি গোটেই কামটোৰ আঁত ধৰা বাবে কুণ্টলমণি বৰদলৈলৈ যাঁচিলো আমাৰ চিৰ-কৃতজ্ঞতা। মুখামুখিৰ সম্প্ৰচাৰিত প্ৰথম খণ্ডটি চায়েই যিজন ব্যক্তিয়ে আমাক এই খণ্ডবোৰ সংৰক্ষিত ৰূপত ৰাখি ভৱিষ্যতে কিতাপ আকাৰে প্ৰকাশ কৰাৰ পৰামৰ্শ দিছিল তেখেত ডাঃ দিলীপৰঞ্জন গোস্বামীলৈ থাকিল আমাৰ হিয়াভৰা আন্তৰিকতা। সদৌ শেষত 'নিউজ লাইভ'ৰ পৰিয়ালবৰ্গ আৰু উৎসাহী কৰ্মীবৃন্দলৈ আমি আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

# সূচীপত্ৰ

# মামণি ৰয়ছম গোস্বামীৰ সৈতে হোমেন বৰগোহাঞি



*"কিন্তু পৃথিৱীৰ কোনো দেশতে মই জনামতে সাৰ্বভৌমত্বৰ দাবী মানি লৈ... ধৰা আইৰিচ বিলাকৰ লগত। তেওঁলোকৰতো সংগ্ৰাম ৬০ বছৰীয়া। তেওঁলোকৰ সাৰ্বভৌমত্বৰ দাবীটো বৃটিছ চৰকাৰে কেতিয়াবাই মানি ল'লেহেঁতেন আৰু তেতিয়া হয়তো বিদ্ৰোহ ইমান দিন নচলিলেহেঁতেন। শেষপৰ্যন্ত তেওঁলোকৰ দাবীটো মানি লোৱা নহ'ল।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আপোনালোকক স্বাগতম। আজি মোৰ অতিথি স্বনামধন্যা লেখক মামণি ৰয়ছম গোস্বামী। মই যে ক'লো স্বনামধন্যা অৰ্থাৎ তেওঁৰ কোনো পৰিচয় দিবৰ দৰকাৰ নাই। তথাপিতো দুটামান বাক্য কওঁ। তেওঁ জ্ঞানপীঠ বিজয়ী দ্বিতীয় গৰাকী অসমীয়া লেখক। নিজৰ জীৱন কালতেই সৰ্বভাৰতীয় খ্যাতি অৰ্জন কৰা প্ৰথম আৰু ক'বলৈ গ'লে একমাত্ৰ অসমীয়া লেখক। দ্বিতীয়তে, তেওঁ আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন ৰামায়ণৰ পণ্ডিত। আমি আজি কিন্তু তেওঁক সাহিত্যৰ বিষয়েই আলোচনা কৰিবলৈ মাতি অনা নাই। তেওঁ দীৰ্ঘদিন ধৰি আলফাৰ লগত শান্তি প্ৰক্ৰিয়া আৰম্ভ কৰাৰ দৰে দুৰূহ কামত ব্ৰতী হৈ আছিল আৰু সেইবিষয়েও কিছু কথা জানিব বিচাৰিম। মামণি, মোৰ প্ৰথম প্ৰশ্নটো ঃ বহু বছৰৰ আগতে বি বি চিৰ এটা প্ৰগ্ৰেমত (মই দেখা নাই; পঢ়িবলৈহে পাইছিলো) বিখ্যাত ব্যক্তিসকলক মাতি আনি বহু কথা সোধে। সামৰণিত এটা কথা সোধে যে আপোনাক যদি এবছৰ সময় সাগৰৰ মাজৰ নিৰ্জন দীপ এটাত অকলশৰে থাকিবলৈ বাধ্য কৰা হয় আৰু আপোনাক যদি এখন মাত্ৰ কিতাপ আৰু এখন মাত্ৰ গানৰ এলবাম নিবলৈ দিয়া হয়; আপুনি কোনখন কিতাপ নিব আৰু কোনখন গানৰ এলবাম নিব? এতিয়া মই তোমাক প্ৰশ্ন কৰিছো তুমি কি কিতাপ নিবা?

**মামণি ৰয়ছম গোস্বামী ঃ** আচ্ছা। তেনেকৈ যদি লগত নিবলৈ হয় তেতিয়াহ'লে মোৰ এটা কনফিউজন আছে। মই তুলসী দাসৰ ৰামচৰিত মানসখন নিম, নহ'লে মই আৰ্ণেষ্ট হেমিং বেৰ 'ফেয়াৰবেল টু আৰ্মছ'খন নিম।

**বৰগোহাঞি ঃ** সেই দুখনৰ ভিতৰত, মই আকৌ জেৰা কৰিছো, দুখনতো

চিলেক্ট কৰিবলৈ দিয়াই নহয়। সেই দুখন মনলৈ আহিলে মই কিন্তু তোমাক এখনহে নিবলৈ দিম। তেতিয়া কি কৰিবা?

**মামণি ঃ** মই 'ফেয়াৰৱেল টু আৰ্মছ'খন নিম।

**বৰগোহাঞি ঃ** কি কাৰণে?

**মামণি ঃ ইয়াত যি এক সাংঘাতিক মানবীয় দিশ প্ৰকাশ কৰিছে আৰু যুদ্ধৰ আমাৰ যি এটা ভাবধাৰা গঢ়ি তুলিছে। তেতিয়াতো গোটেই পৃথিৱীত, ছাউথ্ইষ্ট এছিয়াততো হেমিংৱেই তোলপাৰ লগাইছিল। তেওঁ মোৰ অতি প্ৰিয় লেখক এতিয়ালৈকে। তেওঁৰ সেইখন গ্ৰন্থৰ প্ৰতিটো অধ্যায়েই হয়তো আপুনি দিনে চাৰি-পাঁচ বাৰকৈ পঢ়িব পাৰিব।**

**বৰগোহাঞি ঃ** আচ্ছা বুজিলো। তুমি সেইখন কিতাপ এবছৰৰ কাৰণে নিবা। গানৰ এলবাম কোনখন নিবা?

**মামণি ঃ** মই ৰুমী চুফীৰ গায়ক-গায়িকাৰ এলবাম নিম। কিয়নো মই চুফী আটাইতকৈ ভাল পাওঁ?

**বৰগোহাঞি ঃ** গায়ক-গায়িকা এতিয়া কাক নিবা?

**মামণি ঃ** সেইটো লৈ কনফিউজন আছে। কাক নিওঁ এতিয়া গায়ক-গায়িকা!

**বৰগোহাঞি ঃ** সেইটো বুজিলো বাৰু, গায়ক-গায়িকা যিয়েই নহওক তুমি ৰুমী চুফীৰ এখন এলবাম নিবা।

দ্বিতীয় প্ৰশ্নটো হ'ল তুমি কেবাখনো মাষ্টাৰপীচ লিখিছা। অসমীয়া সাহিত্যত তুমি এক প্ৰকাৰে অমৰত্ব অৰ্জন কৰিছা। অমৰত্বৰ বাখ্যাটো মই অলপ পিছতহে আনিম। অমৰত্বনো কেতিয়া কয় মই সেইটোৰ ব্যাখ্যাত বিশ্বাস কৰো। কাৰণ শেক্সপীয়েৰ আজি ৫০০ বছৰ ধৰি অমৰ হৈ আছে। ডাণ্টে মধ্যযুগৰ পৰা বা হোমাৰ...। কিন্তু বৰ্তমান যুগৰ লেখকে তেওঁ যিমানেই ডাঙৰ লেখক নহওক কিয়, তেনেকুৱা অমৰত্ব নাপায়, কিয়নো কিতাপৰ সংখ্যা ইমান কোটি কোটি গুণ বাঢ়িলে; তীব্ৰ প্ৰতিযোগিতামূলক যুগত মানুহে এখন কিতাপ পঢ়ি শেষ কৰে মানে আন এখন কিতাপ, মাষ্টাৰপীচ আহিলেই। সেয়ে এই ক্ষেত্ৰত মাৰ্ক টোৱেইনৰ যিটো থিয়'ৰী তেওঁ কৈছিল যে— ৩০ বছৰ ধৰি এখন কিতাপ লেখকৰ মৃত্যুৰ পাছতো যদি মানুহৰ চিন্তাত সজীৱ হৈ থাকে তেন্তে সেই কিতাপখনে অমৰত্ব লাভ কৰে বুলি ক'ব পাৰি। তোমাৰ কোনখন কিতাপ বা কোনকেইখন কিতাপ এই ক্ষেত্ৰত অমৰ হ'ব বুলি ভাবা?

**মামণি ঃ অমৰ হ'ব বুলিতো মই নাভাবোঁ?**

**বৰগোহাঞি ঃ** নাই মই এইটো অমৰত্ব... মাৰ্ক টোৱেনৰ কথা মতে।

**মামণি ঃ** প্ৰথমেই ক'ম দস্তাবেজৰ কথা, যিখন আপুনি লিখোৱাই দিলে।

**বৰগোহাঞি ঃ** মই লিখোৱাইছিলো!

**মামণি ঃ** নাই, আচৰিত হৈছে।

**বৰগোহাঞি ঃ** নাই, হ'ব। সেইটো চবেই জানো।

**মামণি ঃ** সেইদিনৰ কাহিনী ক'বলৈ গ'লে আপোনালোকক বাদ দিব নোৱাৰি।

**বৰগোহাঞি ঃ** দস্তাবেজখনতো লীজেণ্ডত পৰিণত হৈছে।

**মামণি ঃ** ক'ব নোৱাৰো সেইখন কিয় হ'ল।

**বৰগোহাঞি ঃ** আৰু দ্বিতীয় এখন কিতাপ মনলৈ নাহেনে তোমাৰ?

**মামণি ঃ** দ্বিতীয়খন উঁইয়ে খোৱা হাওদা। সেইখন নিজৰ গাঁৱৰ...

**বৰগোহাঞি ঃ** তৃতীয় প্ৰশ্নটো অলপমান বিতৰ্কমূলক। সিদিনা কাকতত ওলাইছে, তুমি মোক নিজে ফোন কৰিও ক'লা যে অসম সাহিত্য সভাৰ সভাপতি পদৰ কাৰণে নামটো প্ৰস্তাৱ হৈছে নে নাই নাজানো; কিন্তু বাতৰি কাকতত খবৰ ওলাইছে যে তোমাৰ নামটোও উঠিছে। তেতিয়া তুমি এক বিবৃত্তি যোগে ক'লা যে তুমি সভাপতি হ'ব নোখোজা। তাৰ সভাপতি হ'ব নোখোজাৰ কাৰণটো কি?

**মামণি ঃ** মই কোনোদিনেই সাহিত্য সভাৰ সভাপতি হোৱাৰ কথা ভবা নাছিলো। ইয়াৰ দ্বাৰা মই কিবা এটা মহৎ কাম কৰিব পাৰিম বুলি ভবা নাছিলো, যিখিনি মই পাৰো সাহিত্য লিখি। দ্বিতীয় কথা মোৰ জীৱনৰ আটাইতকৈ ডাঙৰ প্ৰাপ্তি হৈছে মানুহৰ মৰম। আপুনি ভাবিব নোৱাৰে যে আমাৰ গাঁওবোৰত মোক কেনেকৈ বিচাৰে। সেইটোৱে মোৰ আনন্দ। কিন্তু সভাপতি হৈ সময় লোকচান কৰা বা তদুপৰি মোৰ কোনো হেঁপাহো নাই।

**বৰগোহাঞি ঃ** তাৰ বাহিৰে আন কাৰণ নাই?

**মামণি ঃ** তাৰ বাহিৰে আৰু কি কাৰণ থাকিব পাৰে, যেনে অসমৰ একতা অনাৰ ক্ষেত্ৰত। সাহিত্য সভাতো এক ডাঙৰ শক্তি। তাক যদি ভালদৰে পৰিচালিত কৰা হয়।

**বৰগোহাঞি ঃ** মই যেতিয়া অসম সাহিত্য সভাৰ সভাপতি হৈ আছিলো তাৰ পিছত মোৰ উত্তৰাধিকাৰী নিৰ্বাচনৰ প্ৰশ্ন আহিলে তেতিয়া এখন উচ্চ ক্ষমতাসম্পন্ন কমিটীয়ে সভাপতি নিৰ্বাচন কৰে। তাৰ পিছত বহু কমিটী বহিলে। বহোঁতে তাৰ পৰা আমাৰ নাম ওলালে, তোমাৰ নামটো নোলালে। তেতিয়া বিভিন্ন বাতৰি কাকতত

এইদৰে বাতৰি ওলাল যে হোমেন বৰগোহাঞিয়ে ষড়যন্ত্ৰ কৰি তেওঁক সভাপতি পদৰ পৰা বঞ্চিত কৰিলে।

**মামণি ঃ** মই তেতিয়া দিল্লীত আছিলো। একো কথা নাজানিছিলো। কিন্তু মোক ফোন কৰি আৰু মোৰ অজস্ৰ ফ্ৰেণ্ড আছে তাত তেওঁলোকে কৈছিল।

**বৰগোহাঞি ঃ** কিন্তু তুমি মোৰ কাগজতে ইয়াৰ প্ৰতিবাদ কৰি এখন চিঠিও লিখিছিলা। তোমাৰ মনত যিয়েই যি নাথাকক। হোমেন বৰগোহাঞিয়ে মোৰ বিৰুদ্ধে কেতিয়াও ইৰ্ষা বা...

**মামণি ঃ** মই সেইটো নাজানিছিলো। তেওঁলোকে কৈছিল। হোমেন বৰগোহাঞি, নগেন শইকীয়া আৰু এজন ভূএগ...

**বৰগোহাঞি ঃ** যোগেন্দ্ৰ নাৰায়ণ ভূএগা...

**মামণি ঃ** হয়। এই তিনিজনে মিলি গোটেই সাহিত্য সভাক নষ্ট কৰিলে।

**বৰগোহাঞি ঃ** কি অৰ্থত নষ্ট কৰিলে?

**মামণি ঃ** মই কেনেকৈ জানো, কওকচোন?

**বৰগোহাঞি ঃ** মই সেইটো কি অৰ্থত নষ্ট হ'ল নাজানো। মোৰ দিনতে বিশ্বকোষ প্ৰণয়ন...

**মামণি ঃ** মই নাজানো। মই থাকোঁ দিল্লীত...

**বৰগোহাঞি ঃ** বুজিছো। সেই সময়ততো মোৰ বিৰুদ্ধে কাকতত অজস্ৰ অভিযোগ থাকে কিন্তু অভিযোগবোৰ কালৰ সোঁতত উটি যায়। মই একেই আছো কিন্তু অভিযোগ কৰা মানুহবোৰ ক'ত নৰ্দমাত বিলীন হৈ যায় তাৰ ঠিক নাই। কিন্তু মই কথাটোৰ কোনো প্ৰতিবাদ কৰা নাই কাগজত। আজি মই তোমাক তাৰ কাৰণটো কওঁ যে এসময়ত ড' ভূপেন হাজৰিকা অসম সাহিত্য সভাৰ সভাপতি হৈছিল। তেওঁ আছিল মুম্বাইৰ স্থায়ী বাসিন্দা। তেওঁৰ— অসম সাহিত্য সভাৰ প্ৰতিবছৰে চাৰিটাকৈ কাৰ্যনিৰ্বাহক হয় আৰু প্ৰতিখনতে খোৱা-বোৱা, আতিথেয়তা, ভ্ৰমণ-সূচী আদিকে ধৰি গড় হিচাপত এক লাখ টকাকৈ খৰচ হয়। চাৰিখনত চাৰিলাখ টকা খৰচ হয়। সাহিত্য সভাৰ আৰ্থিক অৱস্থা অতি বেয়া। কিন্তু ড' হাজৰিকা যিহেতু মুম্বাইত থাকে আৰু তেওঁ বিমানৰ বাহিৰে আন যানেৰে অহা-যোৱা নকৰে। গতিকে তেওঁ চাৰিবাৰ অহা-যোৱা কৰাৰ বাবেই এবাৰ সেইখন অধিবেশন পাতিবলৈ যিমান টকা লাগে সেই গোটেইখিনি টকা কেৱল তেওঁৰ ভ্ৰমণৰ বাবেই দিব লগা হয়। তেতিয়া হাওৰাঘাট অধিবেশনত অসম সাহিত্য সভাৰ যিখন নিয়মাৱলী সেইখন সংশোধন কৰিলে আকৌ ভৱিষ্যতেও যদি বাহিৰত থকা কোনোবা মানুহ সভাপতি

হয় তেতিয়াতো একেটাই সমস্যা হ'ব বুলি ভাবি নিয়মাৱলী সংশোধন কৰি এটি নতুন নিয়ম সন্নিবিষ্ট কৰিলে যে অসমৰ ৰাজ্যক্ষেত্ৰৰ বাহিৰত থকা কোনো ব্যক্তি অসম সাহিত্য সভাৰ সভাপতি হ'ব নোৱাৰিব। মোৰ দিনত সেই নিয়মটোৰ যেতিয়া সংশোধন কৰা নাই পিছত যদি কৰিছে মই নাজানো, গতিকে আমি সেই নিয়মাৱলীৰ বাহিৰত যাব নোৱাৰো। সেইখন চাৰিবছৰৰ মূৰে মূৰে সংশোধন হয়। গতিকে ড° ভূপেন হাজৰিকাৰ লগত যিটো অভিজ্ঞতা হ'ল তাৰ পিছৰে পৰা এনেকুৱা এটা নিয়ম কৰি অসমৰ বাহিৰৰ যেনে মুম্বাইৰ, দিল্লীৰ বা লণ্ডনৰ স্থায়ীভাৱে থকা মানুহক সভাপতি হ'ব নোৱৰাৰ নিয়ম কৰিছিলো গতিকে সেইবাৰ তোমাৰ নামটো সেইবোৰ বিবেচনাত নাহিল।

**মামণি ঃ** নিয়মৰ কথা ওলাওঁতে এটা কথা কওঁ আপোনাৰ দিনত হেনো আপুনি মেম্বাৰেই নাছিলে। মেম্বাৰ নোহোৱাবোৰে বোলে কেতিয়াও সভাপতি হ'ব নোৱাৰে। আৰু আপুনি মেম্বাৰ নাছিলে।

**বৰগোহাঞি ঃ** কিহৰ মেম্বাৰ?

**মামণি ঃ** সাহিত্য সভাৰ। সেইটোও মই শুনিছিলোহে। সঁচা নে মিছা মই নাজানো।

**বৰগোহাঞি ঃ** সাহিত্য সভাই মোক ১৯৭২ চনতে আজীৱন সভ্য কৰিছিলে। ১৯৭২ চনৰে পৰা আজিলৈকে আজীৱন সভ্য হৈ আছো। আজীৱন সভ্য মানেইতো গোটেই জীৱনৰ...

বাৰু যিয়েই নহওক, আমি এতিয়া এটা বাণিজ্যিক বিৰতি লওঁ। তাৰ পিছত আমি সাহিত্য জগতৰ পৰা ৰাজনীতিৰ লেতেৰা জগতলৈ যাত্ৰা কৰিম।

* * *

**বৰগোহাঞি ঃ** আমি মুখামুখি অনুষ্ঠানলৈ ঘূৰি আহিছো। এতিয়া আমি অসমৰ জ্বলন্ত সমস্যা আলফাৰ সম্পৰ্কে কিছু কথা পাতিব খুজিছো। মোৰ প্ৰথম প্ৰশ্ন হ'ল তুমি ডাঙৰ সাহিত্যিক, অধ্যাপক কৰোঁতেই গোটেই জীৱন গ'ল। হঠাৎ তুমি আলফাৰ লগত কেনেকৈ জড়িত হ'লা?

**মামণি ঃ** সেইটো হ'ল অপাৰেচন বজ্ৰংং যেতিয়া আৰম্ভ হৈছিলে। সেইসময়ত মই ভাবিছিলো যে আলফাক লৈ এখন উপন্যাস লিখিম। মই কেম্পলৈ গ'লো সিহঁতৰ। আচলতে তেওঁলোকে ষ্টুডেণ্ট হিচাপে মোৰ ওচৰলৈ ছদ্মবেশ ধৰি আহিছিল। মোৰ ঘৰলৈ...?

**বৰগোহাঞি ঃ** তোমাৰ ঘৰলৈ

**মামণি ঃ** হয়, মোৰ ঘৰলৈ। হ'লেও চববোৰ নহয়। কিছুমান আহে।

**বৰগোহাঞি ঃ** হয়, বুজিছো।

**মামণি ঃঃ** আহে আৰু মোক নিমন্ত্ৰণ কৰি লৈ যায়। লেকচাৰ দিবলৈ। যেনে বিষ্ণুৰাভা দিবস আছে, বাইদেউ আপুনি আহক এটা লেকচাৰ দিব বুলি লৈ যায়।

**বৰগোহাঞি ঃ** ক'লৈ যোৱা, অসমৰ বাহিৰলৈ নে ভিতৰতো?

**মামণি ঃ** নহয় নহয়, অসমৰ ভিতৰতে। তেতিয়া মই সেইবাৰ দৰঙৰ মুদৈবড়ী নামৰ ঠাইখনলৈ গ'লো। তাৰ পিছতে মুদৈবড়ীত গৈ লেকচাৰ দিলো, চব হ'ল। কিন্তু দেখা গ'ল যে কথাবোৰ অলপ বেলেগ ধৰণৰ। অ'ত এটা গ্ৰুপ, ত'ত এটা গ্ৰুপ এনেকুৱা। তাৰ পিছত কেইজনমানে ষ্টেজলৈ উঠি আহি ক'লে— বাইদেউ আমাৰ কেম্পলৈ ব'লক। তেতিয়াহে মই গম পালো যে ক'ত আহিলো মই।

**বৰগোহাঞি ঃ** তাৰ আগতে গম নোপোৱা?

**মামণি ঃ** একদম গম নাপাওঁ। কেম্পলৈ গ'লো। ল'ৰাবোৰৰ লগত মোৰ দেখা হ'ল। মই ক'লো তোমালোকৰ অস্ত্ৰ-শস্ত্ৰ দেখুৱাবা মোক। তাৰ পিছত তেওঁলোকে অলপ থেৰো-গেঁৰো কৰিলে। আচলতে তেওঁলোকে তেতিয়া ৰেল-ফেয়াৰৰ কাম কৰি আছিলে। লাইব্ৰেৰী কৰিছিল। মই সুধিছিলো লাইব্ৰেৰীত কি কি আছে। প্ৰথমবাৰৰ বাবে ক'লে যে চে আছে, চে গুৱেভাৰা। মোৰ খুব ভাল লাগিল। কিয়নো চে মোৰ খুব প্ৰিয় আছিল। তাৰ পিছত ৰাতি বহুত হ'ল কাৰণে মই উভতি আহিলো। মই নোট কৰি ল'লো। মই উপন্যাস লিখিম। মোৰ আৰু আন কোনো কথা নাই। তাৰ পিছত তেওঁলোকে খুব সুন্দৰকৈ মোক ঘৰত থৈ গ'ল।

**বৰগোহাঞি ঃ** তেতিয়ালৈকে তোমাৰ মনত ধাৰণা নাছিল।

**মামণি ঃ** মুঠেই নাই। একেবাৰেই নাই।

**বৰগোহাঞি ঃ** কিতাপ লিখিবলৈ গৈ সংস্পৰ্শলৈ আহিলা। তাৰ পিছত কি হ'ল?

**মামণি ঃ** তাৰ পিছত আৰু কিছুমান ঠাই মই ঘূৰিলো, আমাৰ দক্ষিণ কামৰূপৰ। আমাৰ ঘৰৰ আশে-পাশেও আলফাৰ বহু সদস্য আছিল। তাৰ পিছত তেওঁলোকৰ ঘৰলৈ গ'লো। যিবোৰ ঘৰৰ মানুহ আলফাৰ গুলী খাই মৰিছিল। বহু ঠাইত মই এনে দুখময় জীৱন দেখিলো গতিকে মোৰ মেণ্টেল অৱস্থাটো ডেভেলপ হৈ আছে। উপন্যাসখনৰ কাহিনীটো আৰম্ভ হৈ আছে। এইখিনি সময়ৰে পৰা পৰেশ বৰুৱাই সঘনাই ফোন কৰিবলৈ ধৰিলে।

**বৰগোহাঞি ঃ** কোনসময়ৰ কথা এয়া?

**মামণি ঃ** ১৯৯৯-২০০০ চনৰ পৰা।

**বৰগোহাঞি ঃ** তেওঁ তোমাক কেবাবাৰো ফোন কৰিলে। এই গোটেইখিনিৰ সাৰাংশ কি আছিলে? তেওঁ তোমাক কি ক'ব খুজিছিল?

**মামণি ঃ** এনেই খবৰ লয় সাধাৰণতে। মই যেতিয়া জ্ঞানপীঠ পুৰস্কাৰ পালো তেতিয়া তেওঁ খুব ভাল পালে। তেওঁ অভিনন্দন জনালে। তাৰ পিছত ফোন বেছি হ'ল। কেতিয়াবা দিনে তিনিটা হয়। কেতিয়াবা এটা-দুটা, এনেকৈ সঘনাই হ'বলৈ ধৰিলে।

**বৰগোহাঞি ঃ** প্ৰস্তাৱটো কেতিয়া দিলে?

**মামণি ঃ** প্ৰস্তাৱ তেওঁলোকে মোক দিয়াই নাই।

**বৰগোহাঞি ঃ** কেতিয়াও দিয়া নাই?

**মামণি ঃ** কেতিয়াও দিয়া নাই। মই যেতিয়া এইবোৰ দেখিলো, শুনিলো, মোৰ অভিজ্ঞতা হ'ল যে মোৰ উপন্যাসখন হৈ উঠে মানে কিবা এটা যে হ'ব, উপন্যাসখন পঢ়ি যে কোনোবাই কিবা এটা যে কৰিব সেয়া মই আশা নকৰোঁ। মই এইবোৰ বন্ধ কৰাহে উচিত বুলি ভাবিলো। ঘৰৰ মানুহেও ক'লে, এইটোহে আচল কথা।

**বৰগোহাঞি ঃ** তোমাৰ সেইটো দায়িত্ব।

**মামণি ঃ** সেইটো মোৰ দায়িত্ব। মই সিহঁতক ক'লো, সিহঁতে মোক কোৱা নাই।

**বৰগোহাঞি ঃ** আজি এটা কথা পৰিষ্কাৰ হ'ল যে তুমি স্বতঃপ্ৰণোদিতভাৱে আগবাঢ়ি গৈছিলা। তোমাৰ অভিপ্ৰায়টো কাৰ আগত ব্যক্ত কৰিলা?

**মামণি ঃ** মই পৰেশৰ আগত ক'লো।

**বৰগোহাঞি ঃ** টেলিফোনেৰে?

**মামণি ঃ** মোলৈ ফোন কৰোঁতে পৰেশক ক'লো যে মই এটা প্ৰস্তাৱ দিম মাননীয় মনমোহন সিঙক। তেওঁক মই চিনি পাওঁ। তেতিয়া পৰেশ বৰুৱাই ক'লে যে ঠিক আছে, প্ৰস্তাৱটো মোক পঢ়ি শুনাব। মই পঢ়ি শুনালো। প্ৰথমটো প্ৰস্তাৱ নাকচ হ'ল। কিয়নো তাত এই সাৰ্বভৌমত্বটো নাছিল। দ্বিতীয় প্ৰশ্নটো মই বুজিলো যে তেওঁলোকে কি বিচাৰিছে। তেতিয়া মই মোৰ বন্ধুবোৰৰ লগত যেনে মনোৰঞ্জন মহান্তি, ছ'লি চোৱাবজি আদিৰ লগত আলোচনা কৰিলো। ছ'লি ছোৱাবজিয়ে ক'লে যে এইটো অসম্ভৱ। মনোৰঞ্জন মহান্তি তেওঁতো চীনৰ Expert. তেওঁ ক'লে যে

Sovereignty along with other subject can be discussed কিন্তু Sovereignty word টো আছে। তাৰ পিছত মই এখন ধুনীয়াকৈ চিঠি লিখিলো।

**বৰগোহাঞি ঃ** সাৰ্বভৌমত্ব শব্দটো সুমোৱাই দিলা?

**মামণি ঃ** হয়, সুমোৱাই দিলো।

**বৰগোহাঞি ঃ** তুমি নিজে সুমোৱাই দিলা?

**মামণি ঃ** যিখন এপীল মই তেওঁলোকক দিম তাত...

**বৰগোহাঞি ঃ** তুমি নিজে Darft কৰিলা?

**মামণি ঃ** মহান্তি আছিল মোৰ লগত।

**বৰগোহাঞি ঃ** তোমাৰ ফালৰ পৰা?

**মামণি ঃ** সেইখন মোৰ ফালৰ পৰা কৰিলো। সিহঁতে একো কোৱা নাই।

**বৰগোহাঞি ঃ** সাৰ্বভৌমত্ব শব্দটো তুমি সুমোৱাই দিলা?

**মামণি ঃ ময়েই সুমোৱাই দিলো প্ৰথমবাৰৰ** বাবে। আৰু Prime Minister এ সেইটো গ্ৰহণ কৰিলে।

**বৰগোহাঞি ঃ** গ্ৰহণ কৰিলে। আৰু আমি আলোচনা কৰিমেই বুলি...

**মামণি ঃ** We will discuss with all the core issues– বুলি এখন চিঠি দিলে।

**বৰগোহাঞি ঃ** চিঠিখন আছে তোমাৰ হাতত?

**মামণি ঃ** চিঠিখন সকলোৰে হাতত আছে। আমাৰ সকলো পি চি জিৰ মেম্বাৰৰ হাতত।

**বৰগোহাঞি ঃ** তোমাৰ হাততো আছে?

**মামণি ঃ** I think I have got.

**বৰগোহাঞি ঃ** এইখিনিতে মই আজি এটা প্ৰশ্নৰ উত্তৰ পালো, আজি প্ৰথমবাৰৰ বাবে এইটো পৰিষ্কাৰ হ'ল যে সেই প্ৰস্তাৱটো আলফাৰ পৰা অহা নাছিল। এইটো তোমাক নিজৰ ৰাজ্যৰ এটা দায়িত্ব বুলি ভাবি..

**মামণি ঃ** মোৰ ৰাজ্যখনৰ দায়িত্ব বুলি ভাবি...

**বৰগোহাঞি ঃ** বাৰু তুমি সেইটো তেওঁলোকক জনালা।

**মামণি ঃ** তেওঁলোকে খুব ভাল পালে।

**বৰগোহাঞি ঃ** তেতিয়া তুমি আলফাৰ নেতাসকলৰ লগত বিতংভাৱে আলোচনা, মানে যেতিয়া তুমি আলোচনাৰ বাবে আগবাঢ়িলা, সাৰ্বভৌমত্ব লগতে অন্যান্য কথাত সোমালে তেতিয়া তেওঁলোকৰ লগত আলোচনা কৰিব লাগিব।

**মামণি ঃ** Definitely তেতিয়াইতো পি চি জি গঠন হ'ল।

**বৰগোহাঞি ঃ** কিছুদিনৰ পিছত হ'ল।

**মামণি ঃ** এই চিঠিখন পোৱাৰ পিছত। এইখন আলফাই পালে। সিহঁতে গ্ৰহণ কৰিলে। পি চি জি গঠন হ'ল আৰু আলোচনাৰ দায়িত্ব পৰিল পি চি জিৰ ওপৰত। মই মাথোঁ Co-ordinator আছিলো। মোৰ দায়িত্ব নাছিলে। আলোচনাত বন্ধুৱাই দিয়াটোহে মোৰ দায়িত্ব। তেওঁলোকৰ মাজত সোমাবলৈ মোৰ অধিকাৰ নাই।

**বৰগোহাঞি ঃ** পি চি জিখন গঠন হোৱাৰ লগে-লগে তোমাৰ মতে তোমাৰ কৰ্তব্য, দায়িত্ব প্ৰায় শেষ হ'ল...

**মামণি ঃ** নায়েই আৰু তাৰ পিছত।

**বৰগোহাঞি ঃ** গতিকে তুমি যে সেই স্বতঃপ্ৰণোদিতভাৱে আগবাঢ়িছিলা, তোমাৰ ডাঙৰ সাফল্য হ'ল পি চি জিখন হ'ল...

**মামণি ঃ** প্ৰথমবাৰৰ বাবে প্ৰধানমন্ত্ৰীয়ে আলফাৰ লগত কথা পাতিলে।

**বৰগোহাঞি ঃ** আলফা নহয় পি চি জিৰ লগত।

**মামণি ঃ** অ' চ'ৰি আলফাৰ লগত নহয়, পি চি জিৰ লগত। তেওঁলোকৰে প্ৰতিনিধিৰ লগত। মানে তেওঁলোকে সংবিধান নামানে আৰু সংবিধান মনাসকলৰ মাজত প্ৰথম আলোচনা হ'ল। কিন্তু প্ৰধানমন্ত্ৰীয়ে তেতিয়াও কোনো arbitratorৰ লগত কথা পতা নাছিল।

**বৰগোহাঞি ঃ** কথাখিনি ইতিহাসৰ এক নতুন অধ্যায় জনাৰ নিচিনা হৈছে।

**মামণি ঃ** হয়।

**বৰগোহাঞি ঃ** বাকীখিনি কথা জনাৰ আগতে আমি এটা বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** এতিয়া আমি পুনৰ আলোচনালৈ ঘূৰি আহিছো। মামণি, তুমি নিজে আগবাঢ়ি গৈ দায়িত্ব ল'লা। তেওঁলোক আলোচনাৰ বাবে মান্তি হ'ল। তেতিয়া তেওঁলোকক তুমি এনেকুৱা চৰ্ত দিছিলা নেকি যে মই বা পি চি জিৰ লগত চৰকাৰে আলোচনা চলাই থকা সময়ত তোমালোকে কোনো হত্যা-হিংসা-সন্ত্ৰাস নচলবা।

**মামণি ঃ** চৰ্ত বুলি নহয়। উপদেশ দিছিলো। উপদেশ দিলো যে এইখিনি সময়ত যাতে গুলী নচলে। এনে হোৱাও নাছিল সেইখিনি সময়ত।

**বৰগোহাঞি ঃ** অলপ হ'ল। যিটো কাৰণে তুমি...

**মামণি ঃ** বেছি হোৱা নাছিল। পিছতহে হ'ল। পিছত আৰু মই একো চৰ্ত দিয়া

নাই। কাৰণ মোৰ চৰ্ত দিয়াৰ কোনো অধিকাৰ নাই। আছিল পি চি জিৰহে।

**বৰগোহাঞি ঃ** তথাপিতো তুমি শান্তি স্থাপনৰ বাবে যেতিয়া গৈছিলা...

**মামণি ঃ** সেইটো মই কৈছিলো— গুলী যাতে নচলে।

**বৰগোহাঞি ঃ** সেইটো কৈছিলা?

**মামণি ঃ** সেইটো মই কে'বাবাৰো কৈছিলো।

**বৰগোহাঞি ঃ** সেই সময়ত যেতিয়া তেওঁলোকে অলপ হ'লেও সেইটো মানি নচলিলে। অলপ-চলপ...

**মামণি ঃ** সেইখিনি সময়ত কিন্তু হৈছিলে। কিন্তু ১৫ আগষ্টতো হিংসা হোৱা নাছিল।

**বৰগোহাঞি ঃ** ধেমাজিৰ হত্যাকাণ্ডটো তাৰ আগৰ?

**মামণি ঃ** ধেমাজিৰ হত্যাকাণ্ডতো বহু আগৰ...

**বৰগোহাঞি ঃ** তুমি, মামণি ৰয়ছম গোস্বামী হিচাপে তুমি আলফাৰ কোনকেইটা দাবী সমৰ্থন কৰা বুলি মই নকওঁ, কোনকেইটা দাবী বিবেচনাৰ যোগ্য আৰু কোনকেইটা বিবেচনাৰ অযোগ্য বুলি ভাবা?

**মামণি ঃ** এইটোৱে হৈছে আটাইতকৈ ডাঙৰ প্ৰশ্ন। তেওঁলোকৰ খালী এটাই দাবী— সাৰ্বভৌমত্ব।

**বৰগোহাঞি ঃ** তুমি সেইটো বিবেচনাৰ যোগ্য বুলি...

**মামণি ঃ** মইতো স্বাধীন অসম কেতিয়াও বিচৰা নাই।

**বৰগোহাঞি ঃ** কেতিয়াও বিচৰা নাই?

**মামণি ঃ** কেতিয়াও বিচৰা নাই। নিবিচাৰো। আনকি মোৰ নিজৰে বাউণ্ডাৰী নাই। মোৰ নায়ক-নায়িকা শ্ৰীলংকাৰ, বাংলাদেশৰ।

**বৰগোহাঞি ঃ** মানে তোমাৰ সাহিত্যৰ পৰিবেশ-পটভূমি আন্তৰ্জাতিক...

**মামণি ঃ** সেইটো মই আগেয়েই কৈ দিছো। কাৰণ মই আলফা নহয়, গতিকে মোৰ কোনো বাউণ্ডাৰী থাকিব নালাগে আৰু মই কেতিয়াও স্বাধীন অসম বিচৰা নাই।

**বৰগোহাঞি ঃ** এইটো কথা পৰিষ্কাৰ হ'ল যে তুমি স্বাধীন অসমৰ কথা সমৰ্থন নকৰা। গতিকে সেইটো নকৰি সাৰ্বভৌমত্বৰ কথাটো তুমি প্ৰশ্নও...

**মামণি ঃ** প্ৰশ্নটো সেইটোৱে। বিষয়টো লৈ কিয় Discussion কৰিব নোৱাৰে। Discussion কৰা মানে দিবতো লগা নহয়।

**বৰগোহাঞি ঃ** মই কৈছো যে এখন সাৰ্বভৌম চৰকাৰে এটা বিদ্ৰোহী গোটৰ লগত সাৰ্বভৌমত্বৰ দাবীটো আলোচনাৰ বাবে স্বীকাৰ কৰি লোৱা মানেই এটা সমান্তৰাল শক্তিক স্বীকাৰ কৰি লোৱা। সেইটো কৰা মানেই আংশিকভাৱে হ'লেও সাৰ্বভৌমত্বৰ দাবীটো মানি লোৱা হ'ল।

**মামণি ঃ** মই সেইদৰে নাভাবোঁ। মোৰ মতে স্বাধীন দেশ এখনত— লোকতন্ত্ৰ য'ত চলে তাত চব কথাই আলোচনাৰ টেবুললৈ আহিব পাৰে।

**বৰগোহাঞি ঃ** কিন্তু পৃথিৱীত কোনো দেশতে মই জনামতে সাৰ্বভৌমত্বৰ দাবী মানি লৈ... ধৰা আইৰিচ বিলাকৰ লগত। তেওঁলোকৰতো সংগ্ৰাম ৬০ বছৰীয়া। তেওঁলোকৰ সাৰ্বভৌমত্বৰ দাবীটো বৃটিছ চৰকাৰে কেতিয়াবাই মানি ল'লেহেঁতেন আৰু তেতিয়া হয়তো বিদ্ৰোহ ইমান দিন নচলিলেহেঁতেন। শেষপৰ্যন্ত তেওঁলোকৰ দাবীটো মানি লোৱা নহ'ল। গতিকে কোনো দেশত কোনো চৰকাৰে সাৰ্বভৌমত্বৰ কথা আলোচনা কৰিবলৈ ৰাজি হোৱা মই জনা নাই, সেইটো কথা অসমত ভাৰত চৰকাৰে কিয় মানি ল'ব?

**মামণি ঃ** চাওক, সংবিধানখন ৮৪ বাৰ সংশোধন হৈছে। গতিকে এটা সৰু ক্লজ কিয় দিব নোৱাৰে যে আমি সাৰ্বভৌমত্ব স্বীকাৰ কৰো কিন্তু সেই বিষয়টো আলোচনা কৰিব নোৱাৰোঁ।

**বৰগোহাঞি ঃ** কিন্তু সেইটো কৰিবলৈ হ'লে আলফাৰ ক্ষেত্ৰত কৰিব, সংবিধানখন সংশোধন কৰি আলফাৰ সৈতে আলোচনাৰ পথ মুকলি কৰি দিব কিন্তু ভাৰততো বিচ্ছিন্নতাবাদী গোট কেৱল আলফাই নাই, বহুতো আছে।

**মামণি ঃ** চবৰ ক্ষেত্ৰত যাতে প্ৰযোজ্য হয় মানে তেওঁলোকে যাতে নোৱাৰে...

**বৰগোহাঞি ঃ** তেনেহ'লে গোটেইখন ভাগি ছিগি যাব। আজি ৰাছিয়াত যিটো হ'ল। ৰাছিয়াৰ প্ৰথম সংবিধানত স্পষ্ট ভাবেই লিখা আছিলে যে বিভিন্ন ৰাজ্যক লৈ আমি এখন ফেডাৰেল চৰকাৰ কৰিছো। ইচ্ছা কৰিলে তেওঁলোকে নিজৰ নিজৰ ৰাজ্যৰ বিধানসভাত প্ৰস্তাৱ লৈ ফাটি যাব পাৰে। সেইমতেই তেওঁলোকে নিজে নিজে যেতিয়া প্ৰস্তাৱ লৈ...

**মামণি ঃ** আমাৰ সংবিধানখন এনেকুৱা কৰিব লাগে যে আমি আমাৰ একতাটো ৰাখিম। আৰু কি কি কাৰণত তোমালোকে নোৱাৰা।

**বৰগোহাঞি ঃ** মই ভাৰত চৰকাৰৰ প্ৰতিনিধি নহয়। তুমিও আলফাৰ প্ৰতিনিধি নহয়। মই তোমাৰ মতটো জানিলো। সেই বিষয়ে মই বেছি বিতৰ্কলৈ নাযাওঁ। কিন্তু মই এটা একাডেমিক প্ৰশ্ন এটা সোধোঁ! মই আলফাৰ মনস্তাত্বিক দিশটো বুজিলো।

১৯৭৯ চনৰ পৰাই আলফাই অসমৰ স্বাধীনতাৰ কাৰণে সশস্ত্ৰ যুদ্ধই কৰিছে। কিন্তু যিটো গোটে যুদ্ধ কৰি এক ইঞ্চি মাটিতো সাৰ্বভৌমত্ব প্ৰতিপন্ন কৰিব পৰা নাই, তাত ভাৰত চৰকাৰে গৈ তেওঁলোকক ছিলভাৰ প্লেটৰ এখন লৈ সাৰ্বভৌমত্ব তুলি দিব। সেইটো আশা কৰিব পাৰিনে?

**মামণি ঃ** নাই, সেইটো কোনেও আশা নকৰে।

**বৰগোহাঞি ঃ** তেওঁলোকে যদি কৰিলেহেঁতেন যে হয় অসমৰ একাংশ মানুহে, ধৰি লোৱা দহ হাজাৰ মানুহ বা দু হেজাৰ মানুহে আমাৰ দাবীৰ সমৰ্থনত ওলাই আহিছে। বা অসমৰ ভিতৰতে আমি যাৰ কনক্লেভ এটা হ'লেও...

**মামণি ঃ** You are right. আনকি Discussion-ত তেওঁলোকে এইটোও ক'ব পাৰে যে তোমালোকৰ সমৰ্থনততো কোনো এটাও প্ৰাণী নাই। গতিকে এই বিষয়টোও আলোচনাত দিব পাৰি যে তোমালোকৰ কথাটো সম্ভৱেই নহয়, কিয়নো তোমালোকৰ সমৰ্থনত কোনোৱেই নাই।

**বৰগোহাঞি ঃ** তুমি যে ছ'লি ছ'ৰাবজিৰ লগত আলোচনা কৰিলা, তেওঁ এজন...

**মামণি ঃ** তেওঁ নোৱাৰে বুলি কৈছে।

**বৰগোহাঞি ঃ** তেওঁ এজন সংবিধান বিশেষজ্ঞ...

**মামণি ঃ** তেওঁ বুজাই দিয়া নাই কিয়, নোৱাৰে।

**বৰগোহাঞি ঃ** নাই নাই। তেওঁ বুজাই নিদিলেও আমি... ভাৰতবৰ্ষৰ যিকেইজন সংবিধানৰ বিশেষজ্ঞ আছে তেওঁলোকৰ তিনিজনক বাছিব লগা হ'লে ছ'লি ছ'ৰাবজি এজন। গতিকে তোমাক হয়তো ক'লেও নক'লেও তেওঁ মোটামুটি মতটো দিছে...

**মামণি ঃ** মোটামুটি হ'লেও তেওঁ বিশেষ ষ্টাডি কৰা নাই।

**বৰগোহাঞি ঃ** নহয় নহয়, তেওঁ কিয় ষ্টাডি নকৰিব?

**মামণি ঃ** নহয় তেওঁ আমাৰ কথাবোৰ ভবা নাই।

**বৰগোহাঞি ঃ** এটা কথাতো তেওঁ জানে। গোটেই জীৱন তেওঁ সংবিধানক লৈয়ে ব্যস্ত হৈ থাকিলে। সংবিধান সম্বন্ধে তেওঁ মেল-মোকৰ্দমা কৰিয়েই গোটেই জীৱন...

**মামণি ঃ** মই সৰুৰে পৰাই তেওঁক...

**বৰগোহাঞি ঃ** সেইটো তুমি জানিবা পাৰা...

**মামণি ঃ** কিন্তু তেওঁ খুব এটা সমৰ্থন কৰা নাই। মহান্তিয়ে কৰিছে। তেওঁ কৈছে যে সাৰ্বভৌমত্বক লৈ আলোচনা হ'ব পাৰে along with other subjects. সেইটো লাইন ছ'ৰাবজিয়ে মুঠেই ভবা নাই।

**বৰগোহাঞি ঃ** এটা প্ৰশ্ন। তুমি বা আমাৰ জীৱন কালত আলফা সমস্যাটো সমাধান হ'ব বুলি আশা কৰানে?

**মামণি ঃ** আশা কৰোঁ।

**বৰগোহাঞি ঃ** কি কাৰণত?

**মামণি ঃ** মই কৰোঁ কাৰণ নিশ্চয়কৈ এইবাৰেই তেওঁলোক আলোচনালৈ আহিব বুলি ভাব হয়।

**বৰগোহাঞি ঃ** তোমাৰ এই আশাবাদৰ ভিত্তিটো কি?

**মামণি ঃ** মই সদায়েই পজিটিভ হৈ থাকোঁ।

**বৰগোহাঞি ঃ** কিবা কাৰণতো লাগিব?

**মামণি ঃ** কাৰণটো মানে কথাবোৰ এনেকুৱা যে এসময়ত আলফাক বহু লোকে সমৰ্থন কৰিছিল। এতিয়া নকৰে। এতিয়া কথাবোৰ সেয়ে তেওঁলোকে বেলেগ হিচাপত ভাবিবলৈ আৰম্ভ কৰিছে নেকি? মানুহো চেঞ্জ হ'ব পাৰে। এনেকুৱা ধৰণৰ ভাববোৰ অহাৰ বাবেই তেওঁলোকে চেঞ্জৰ কথা ভাবিব।

**বৰগোহাঞি ঃ** মই ভাবোঁ যে অসমৰ স্বাধীনতাৰ বাবে সংগ্ৰাম কৰা এটা সংগঠনে বাংলাদেশত ঘাটি পাতি লৈ এই কামবোৰ কৰাৰ কাৰণে তেওঁলোক অসমবাসীৰতো সন্দেহৰ পাত্ৰ হৈছে। এইটো নকৰি যদি তেওঁলোকে আন ঠাইত ঘাটি পাতিলেহেঁতেন, তেওঁলোকৰ বিৰুদ্ধে যিবোৰ অপবাদ দিবলৈ সুবিধা হৈছে...

**মামণি ঃ** সেইটো মই মানো। আপোনাৰ লগত একমত।

**বৰগোহাঞি ঃ** এই কথাটো তেওঁলোকক ক'বৰ চেষ্টা কৰিছানে?

**মামণি ঃ** কৰা নাই। চেষ্টা কৰা নাই।

**বৰগোহাঞি ঃ** এইটো তুমি কেতিয়াবা ক'বলৈ চেষ্টা কৰিবানে?

**মামণি ঃ** সুবিধা পালে কৰিম বাৰু কেতিয়াবা। কিন্তু মই এতিয়া সাহিত্যত একেবাৰে মছগুল হৈ আছোঁ।

**বৰগোহাঞি ঃ** আলফাটো মানে এতিয়া তোমাৰ বাবে এটা বিস্মিত অধ্যায়।

**মামণি ঃ** সেয়া মই একেবাৰে এৰি নিদিওঁ। এতিয়া যিহেতু আৰম্ভ হৈছে আন এটা প্ৰচেছ। তেওঁলোক যদি চাকচেছ হয় ভালেই। যদি ওপৰত মনাব পাৰে।

**বৰগোহাঞি ঃ** আচ্ছা মোৰ শেষ প্ৰশ্ন। এই যে মৃণাল হাজৰিকা, জিতেন দত্ত মানুহবোৰ যে ওলাই আহিছে তেওঁলোকৰ যিটো শান্তিৰ প্ৰয়াস বা চেষ্টা, তাত তুমি সেইটোত নৈতিক সমৰ্থন দিছানে? আলোচনাৰ ক্ষেত্ৰত?

**মামণি ঃ** You are right. মোকতো হেৰিয়ে বহু দিনৰ আগৰ পৰাই চিঠি-পত্ৰ দিয়ে?

**বৰগোহাঞি ঃ** কোনে?

**মামণি ঃ** মৃণাল হাজৰিকাই। তাৰ মই ইণ্টাৰভিউ এটাও হেৰি কৰিছো বহুদিন আগেয়ে। এতিয়া মোৰ কথাটো হৈছে যিকোনো উপায়েৰে এইটো ছাকচেছ্ফুল হ'ব লাগে।

**বৰগোহাঞি ঃ** যদি মৃণাল হাজৰিকাই বা তেওঁলোকৰ কোনোবাই আগবাঢ়ি আহি কয়, বাইদেউ আমি এইদৰে আগবাঢ়িছো...

**মামণি ঃ** আহিছিলেই...

**বৰগোহাঞি ঃ** তেতিয়া তেওঁলোকে যদি তোমাৰ আশীৰ্বাদ, সমৰ্থন লাগে বুলি কয়, তেওঁলোকে যিটো বাটেৰে আগবাঢ়িব খুজিছে সেইবাটেৰে আগবাঢ়িবলৈ...

**মামণি ঃ** ময়ো সেইটোকে কৈছিলো। তেওঁলোক মোৰ ঘৰলৈ আহোঁতে তেওঁলোকক কৈছিলো যে Definitely তোমালোকৰ মূল কথা হ'ব তোমালোকৰ হাই কমাণ্ডক মনাব লাগিব। তোমালোকে তেওঁলোকক বেছি ভালকৈ জানিবা কিয়নো তোমালোকে তেওঁলোকৰ লগত কাম কৰিছিলা। যদি ছাকচেছ্ফুল হোৱা তেন্তে ছাক্চেছ্ফুল হ'লাই...

**বৰগোহাঞি ঃ** আশাকৰো ভৱিষ্যতে সেই বিষয়ে যিসকলে কাম কৰিব তেওঁলোকৰ কামত আহিব।

**মামণি ঃ** হয় হয়।

**বৰগোহাঞি ঃ** এতিয়া এটা শেষ প্ৰশ্ন, ব্যক্তিগত। মানুহে সোধে যে মানুহৰ কিবা খেদ ৰৈ যায়। তাহানিতে কৃষ্ণা হাতী সিঙৰ Without Any Regrets. কোনো খেদ নাই। তোমাৰ জীৱনত কোনো খেদ বা আক্ষেপ আছেনে?

**মামণি ঃ** একো নাই।

**বৰগোহাঞি ঃ** তুমি জীৱনক লৈ পৰম সন্তুষ্ট?

**মামণি ঃ** সন্তুষ্ট।

**বৰগোহাঞি ঃ** ধন্যবাদ। আজিৰ আলোচনাত বহু কথা পাতি ভাল পালো।

**মামণি ঃ** ময়ো ভাল পালো।

*(৫ ছেপ্তেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# মৃণাল হাজৰিকাৰ সৈতে হোমেন বৰগোহাঞি



*"মন কৰিলা নে যে তোমালোকৰ নেতৃত্বই যিখন স্বাধীন অসমৰ কাৰণে ইমান দিনে মানুহক হত্যা কৰিছে, যুদ্ধ কৰিছে, সেইখন স্বাধীন অসমৰ ৰূপৰেখা, সীমাৰেখা নিজৰ মনতেই স্পষ্ট নহয়।"*



**হোমেন বৰগোহাঞি ঃ** মুখামুখিলৈ স্বাগতম। আজি যিজন মানুহ মোৰ অতিথি, তেওঁৰ সম্পৰ্কে অসমৰ মানুহৰ মনত ইতিমধ্যে যথেষ্ট কৌতূহল জাগ্ৰত হৈছে। তাৰ কাৰণ— তেওঁ জীৱনৰ এটা দুৰ্গম ৰক্তাক্ত পথ বাছি লৈছিল, সেই পথটো স্বেচ্ছাই ত্যাগ কৰি আন এটা দুৰ্গম পথ বাছি লৈছে আৰু সেই পথেৰে তেওঁ আগুৱাই গৈ যদি লক্ষ্যস্থানত উপনীত হ'ব পাৰে, তেন্তে অসমৰ সাম্প্ৰতিক ইতিহাস বহু পৰিমাণে সলনি হ'ব। তেওঁ হ'ল মৃণাল হাজৰিকা।

**মৃণাল হাজৰিকা ঃ** ছাৰ, নমস্কাৰ।

**বৰগোহাঞি ঃ** মোৰ খুব প্ৰিয় লেখক এলেক্সিছ কেৰল। তেওঁ ১৯৫২ চনত মেডিচিনৰ নোবেল প্ৰাইজ পাইছিল। তেওঁ এখন বিখ্যাত কিতাপত লিখিছিল যে মানুহৰ মুখখনত তেওঁৰ জীৱনৰ ইতিহাস লিখা থাকে। মই তোমাৰ মুখখন কিছু পঢ়িবলৈ চেষ্টা কৰিলো। কিন্তু দেখা গৈছে যে পঢ়াটো সিমান সহজ নহয়। একেবাৰে যে ধৰিব পৰা নাই সেইটো নহয়, কিছু ধৰিব পাৰিছো। এতিয়া প্ৰথমে তোমাৰ ঘৰ ক'ত, শিক্ষা-দীক্ষা কি আৰু কি উদ্দেশ্যে আলফাত যোগ দিছিলা সেই বিষয়ে খুব চমুকৈ কোৱা।

**হাজৰিকা ঃ** মোৰ ঘৰ ডিব্ৰুগড় চহৰত। পঢ়া-শুনা মই ডিব্ৰুগড়তে কৰিছিলো। '৭৯ চনত যেতিয়া অসম আন্দোলন আৰম্ভ হৈছিল, সেই সময়খিনিত আমি খুব আন্তৰিকতাৰে সৈতে বিদেশী বহিষ্কাৰ আন্দোলনত জড়িত হৈছিলো।

**বৰগোহাঞি ঃ** তেতিয়া কলেজত নে স্কুলত?

**হাজৰিকা ঃ** কলেজত।

**বৰগোহাঞি ঃ** আলফালৈ কেতিয়া আহিলা আৰু কিয় আহিলা?

**হাজৰিকা ঃ** আলফালৈ আনুষ্ঠানিকভাৱে মই বহু পলমকৈ আহিছো। কিন্তু সশস্ত্ৰ সংগ্ৰামৰ পথটো আৰু আত্মগোপনৰ এই যিটো কালচাৰ, এইটোৰ লগত মই বহু আগৰে পৰা জড়িত।

**বৰগোহাঞি ঃ** কেনেকৈ জড়িত হ'লা?

**হাজৰিকা ঃ** আলফাৰ জন্মৰ আগতে বা আলফাৰ কাম-কাজৰ আগতেও অসমত তেনেকুৱা দুই এক সশস্ত্ৰ সংগঠন আছিল।

**বৰগোহাঞি ঃ** জানো। আন্দোলনৰ সময়ততো তোমালোকে স্বাধীন অসমৰ পতাকাও উৰাইছিলা। সেইটোৰ মই খবৰ পাইছিলো।

**হাজৰিকা ঃ** আমি, মই ব্যক্তিগতভাৱে তেনে এটা সংগঠনতে যুক্ত আছিলো। তাৰপিছতহে আমি আনুষ্ঠানিকভাৱে এইটো লাইনত আলফাত যোগদান কৰিছিলো।

**বৰগোহাঞি ঃ** আলফাতনো ক'ত যোগ দিছিলা, ক'ত আছিলা? যোৱা ১৯৮৯ চনৰ পৰা এতিয়ালৈকে...

**হাজৰিকা ঃ** প্ৰশিক্ষণৰ কাৰণে পোনে পোনে মই ম্যানমাৰলৈ গ'লো।

**বৰগোহাঞি ঃ** প্ৰশিক্ষণ সমাপ্ত কৰি উঠি আচল কাৰ্যক্ষেত্ৰলৈ বা যুদ্ধক্ষেত্ৰলৈ কেতিয়া আহিলা?

**হাজৰিকা ঃ** অসমলৈ আমি নামি অহাৰ সময়তে বজৰঙ্গ অভিযান আৰম্ভ হৈছিল।

**বৰগোহাঞি ঃ** এই কালছোৱাত ব্যক্তিগতভাৱে তুমি কিবা হিংসাত্মক কাৰ্যকলাপত জড়িত হৈ পৰিছিলা নেকি?

**হাজৰিকা ঃ** পোনপটীয়াকৈ সেইটো ক'বলৈ অকণমান অসুবিধা। আমাৰ নিজস্ব যিটো আদৰ্শ আছে, সেইটোতে আমি সশস্ত্ৰ পন্থাৰ কথা ক'লো—

**বৰগোহাঞি ঃ** তুমি ব্যক্তিগতভাৱে কিবা হিংসা কাৰ্যৰ লগত জড়িত হৈছিলা নেকি?

**হাজৰিকা ঃ** সশস্ত্ৰ কাম-কাজৰ লগত যুক্ত আছিলো। তাৰ বাহিৰে এনেয়ে হিংসাত্মক বুলি ক'বলৈ গ'লে তাৰ অৰ্থটো যিটো বুজায়, আমি সেই ধৰণে বুজিবলৈ আচলতে অকণমান অসুবিধা।

**বৰগোহাঞি ঃ** তুমি নিজে অস্ত্ৰ ব্যৱহাৰ কৰি কাৰোবাক হত্যা কৰি পাইছানে?

**হাজৰিকা ঃ** ব্যক্তিগতভাৱে কোনো মানুহক হত্যা কৰা নাছিলো।

**বৰগোহাঞি ঃ** তুমি এনেকুৱা যুদ্ধত যোগ দিছা নেকি য'ত মানুহৰ মৃত্যু হৈছে, এনেকুৱা অভিজ্ঞতা আছে?

**হাজৰিকা ঃ** আছে আছে।

**বৰগোহাঞি ঃ** ২০০৪ চনৰ ১৫ আগষ্ট, ধেমাজিত যিটো ভয়ংকৰ ঘটনা সংঘটিত হৈছিল, যিটোক সকলো মানুহে কয় যে আলফাৰ বুৰঞ্জীত আটাইতকৈ অক্ষমনীয় আৰু ভয়ংকৰ অপৰাধ। সেই হত্যাকাণ্ডৰ পৰিকল্পনা আছিলে তোমাৰ?

**হাজৰিকা ঃ** কোনো সংগঠনৰ নিৰ্দেশ অনুসৰি তেনেকুৱা কোনো কাৰ্য হোৱা নাই। ২৮ নং বেটেলিয়নৰ ফালৰ পৰা ধেমাজিত এই ধৰণৰ কাৰ্য কৰিবৰ কাৰণে কাকো নিৰ্দেশ দিয়া হোৱা নাছিল আৰু আমি...

**বৰগোহাঞি ঃ** তুমি এইটো ক'ব খোজা নেকি যে ধেমাজিৰ হত্যাকাণ্ড আলফাৰ দ্বাৰা সংঘটিত হোৱা নাছিল?

**হাজৰিকা ঃ** নহয়। মই ক'বলৈ গৈছো যে এইটো এটা নিৰ্দেশ বা নিৰ্দিষ্ট পৰিকল্পনা অনুসৰি হোৱা ঘটনা নহয়। এইটো এটা দুৰ্ঘটনাজনিত— তেনেকুৱা এটা ঘটনা সংঘটিত হৈছিল আৰু তাৰ পৰৱৰ্তী পৰ্যায়ত ইয়াৰ যিখিনি ক্ৰিয়া-প্ৰতিক্ৰিয়া, এই গোটেই কথাখিনিয়েই আমি উপলব্ধি কৰিছিলো।

**বৰগোহাঞি ঃ** মানুহে কোৱা মতে সেই বোমা পুতি থোৱাৰ পৰিকল্পনাৰ লগত তুমি প্ৰত্যক্ষভাৱে জড়িত আছিলা।

**হাজৰিকা ঃ** নহয়।

**বৰগোহাঞি ঃ** তুমি এইটো একে আষাৰে অস্বীকাৰ কৰিছা। অসমক স্বাধীন কৰাই হৈছে তোমালোকৰ উদ্দেশ্য। যিটো উদ্দেশ্য লৈয়েই তুমিও ওলাই গৈছিলা। সেইটো কি একমাত্ৰ উদ্দেশ্য?

**হাজৰিকা ঃ** হয়। কাৰণ আমি অসম আন্দোলনৰ সময়তে দেখিছিলো যে যিখন ভাৰতীয় সংবিধানে ১৯৫১ চনৰ পিছৰ অবৈধভাৱে প্ৰব্ৰজন কৰাসকলক বহিৰাগত, চ'ৰি বিদেশী বুলি কৈছিল, সেইসকলক বহিষ্কাৰ কৰাৰ কাৰণে সাংবিধানিকভাৱে ৰাষ্ট্ৰৰ যিটো দায়িত্ব আছিল, এই দায়িত্বটো পালন কৰিবলৈ অসমৰ মানুহে আকৌ এখন সংগ্ৰাম কৰিবলগা হৈছিল। আৰু তাৰ বিপৰীতে ৰাষ্ট্ৰৰ ফালৰপৰা যি ধৰণৰ সশস্ত্ৰ পন্থাৰে তাক প্ৰতিৰোধ কৰা হৈছিল, এইটোৰপৰা আমি নিশ্চিত হৈছিলো যে ভাৰত ৰাষ্ট্ৰই অসম ভূখণ্ড, অসমৰ নাগৰিকক ভাৰতীয় নাগৰিক বুলি বা এই ভূ-খণ্ডক ভাৰতৰে এক অংশ বা অংগৰাজ্য বুলি গ্ৰহণ নকৰে।

**বৰগোহাঞি ঃ** কিন্তু তোমালোকৰ আজি এই ২৫ বছৰৰ সংগ্ৰামত তোমালোকেতো বিদেশী বহিষ্কাৰৰ বাবে কোনো কাম কৰা নাই?

**হাজৰিকা ঃ** এইটো ক্ষেত্ৰত আমাৰ দৃষ্টিভংগীটো অতি স্পষ্ট যে কোনো সংগঠনে বা দলে এই ভূ-খণ্ডৰ পৰা বিদেশী বহিষ্কাৰ কৰিব নোৱাৰে। এই কৰ্তৃত্বটো

বা ক্ষমতাটো আছে ৰাষ্ট্ৰৰ। আৰু ৰাষ্ট্ৰই যেতিয়ালৈকে এইটো ক্ষেত্ৰত আন্তৰিকতাৰে সৈতে কাৰ্যকৰী জোৰটো নিদিয়ে, তেতিয়ালৈকে সেইটো ছাত্ৰসন্থাই হওক, কোনোবা মানে আলফাই হওক, বা আন কোনোবা সশস্ত্ৰ সংগঠনেই হওক কোনোৱেই বিদেশী খেদিব নোৱাৰে।

**বৰগোহাঞি ঃ** এতিয়া মোৰ পৰৱৰ্তী প্ৰশ্নটো হ'ব অতি গুৰুত্বপূৰ্ণ। তাৰ আগতে আমি অলপ সময় বাণিজ্যিক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** এতিয়া আমি পুনৰ ঘূৰি আহিছো এই মুখামুখি কাৰ্যসূচীলৈ। মৃণাল, যোৱা বহু বছৰৰ অভিজ্ঞতাৰ পৰাই দেখিছো যে আলফাই বা তোমালোকে, তোমালোকক সন্ত্ৰাসবাদী সংগঠন বুলি ক'লে খুব বেয়া পোৱা। কিন্তু সন্ত্ৰাসবাদৰ যিটো classic সংজ্ঞা, সেইমতে তোমালোকে যিমানবোৰ কাম কৰিলা, তাক টেৰ'ৰিজিম বা সন্ত্ৰাসবাদ বুলি নকৈ আন একো ক'ব নোৱাৰি। তুমি নিজকে সন্ত্ৰাসবাদী সংগঠনৰ সদস্য বুলি ভাবানে?

**হাজৰিকা ঃ** কথাটো হ'ল কি, আমি নিৰ্দিষ্ট এক আদৰ্শ বা লক্ষ্যৰ ওপৰত ভিত্তি কৰি আমাৰ কাৰ্য-পথত আগবাঢ়িছিলো। আৰু সশস্ত্ৰ পন্থাৰ জৰিয়তেই কাৰ্যসূচীবিলাক আগবঢ়াবলৈ যাওঁতে নিশ্চয়কৈ তেনেকুৱা ধৰণৰ কিছু ঘটনা সংঘটিত হৈছে। এইটোক আমি অস্বীকাৰ নকৰোঁ। কিন্তু কথাটো হ'ল এই যে জনগণ আমাৰ কাৰ্যৰ দ্বাৰা সন্ত্ৰাসিত হৈছে নেকি— এই কথাটোৰ বাস্তৱ অভিজ্ঞতা, উদাহৰণখিনি যদি আমি ক্ষেত্ৰবিলাকলৈ গৈ ল'বলৈ চেষ্টা কৰো, তেতিয়াহ'লে দেখিম আজি গাঁৱৰ ৰাইজ, সৰ্বসাধাৰণ ৰাইজ আলফাৰ কাৰণে সন্ত্ৰাসিত হোৱা নাই। সন্ত্ৰাসিত হৈছে ভাৰত ৰাষ্ট্ৰৰ দ্বাৰা নিয়োগ হোৱা সেনাই হওক বা পুলিচেই হওক বা অন্য কোনো অৰ্ধসামৰিক বাহিনীয়েই হওক। তেওঁলোকৰ দ্বাৰা যিটো উৎপীড়ন হৈছে, অত্যাচাৰ হৈছে, তাৰ কাৰণেহে সন্ত্ৰাসিত হৈছে।

**বৰগোহাঞি ঃ** মই তোমাৰ যুক্তিটো মানি ল'লো। যুক্তিটো মানি লৈও এটা প্ৰশ্ন আছে যে যেতিয়া ধেমাজিৰ ১৫ আগষ্টত বোমা পুতি থোৱা হ'ল, তোমালোকে জানা যে বোমাটো বিস্ফোৰণ হ'লেই অনেক নিৰপৰাধ মানুহৰ মৃত্যু হ'ব। সেইটোকেই কোৱা হয় বিশুদ্ধ সন্ত্ৰাসবাদ। এতিয়া প্ৰশ্নটো হ'ল যে তুমি ইমানদিন তাত থাকি এই দুৰ্গম পথলৈ গৈ তুমি আলফাৰ পৰা এতিয়া কি উদ্দেশ্য লৈ ওলাই আহিলা?

**হাজৰিকা ঃ** আজি আমি অসমীয়া জাতি বুলিলে যিখিনি মানুহক জানো, যিখিনি মানুহ আজি জাতীয় কাঠামোটোৰ লগত যুক্ত হৈ আছে, প্ৰতিটো খিলঞ্জীয়া

জনগোষ্ঠীয়ে আজি অসমীয়া জাতিটোৰ অংগটোৰ পৰা ওলাই গুচি গৈছে। এই এটা কাৰণ...

**বৰগোহাঞিঃ** তুমি অসমীয়া খিলঞ্জীয়া বুলি কৈ কোনখিনি মানুহক ধৰিছা?

**হাজৰিকাঃ** ১৮২৬ চনৰ পূৰ্বেই এই ভূখণ্ডলৈ যিসকল প্ৰব্ৰজিত হৈ আহি স্থায়ীভাৱে বসবাস কৰি আছে আৰু ৰাষ্ট্ৰসংঘৰ দ্বাৰা স্বীকৃত যি ঔপনিৱেশিক শাসন, যি ভূ-খণ্ডত আৰম্ভ হৈছে, তাৰ পূৰ্বৰ সময়খিনিত যিবোৰ মানুহ ভূখণ্ডত আছে সেইখিনিক খিলঞ্জীয়া বুলি কোৱা হৈছে।

**বৰগোহাঞিঃ** কিন্তু আজি পূৰ্ববংগীয় মূলৰ যিখিনি লাখ লাখ মুছলমান মানুহ, তেওঁলোকেতো কুৰি শতিকাৰ আৰম্ভণিৰ পৰা আহিছে। কিছুমান মানুহ উনৈশ শতিকাৰ শেষত আহিছিল। সেই মানুহখিনিক এতিয়া তোমালোকে কেনেকৈ খিলঞ্জীয়া বুলি ধৰিবা? এইখিনি কোনো সংজ্ঞামতেই খিলঞ্জীয়া নহয়। কিন্তু তোমালোকৰ স্বাধীন অসমত তেওঁলোকৰ স্থান কি?

**হাজৰিকাঃ** আমি থলুৱা বুলি কৈছো।

**বৰগোহাঞিঃ** থলুৱা...

**হাজৰিকাঃ** যিসকলে...

**বৰগোহাঞিঃ** তাৰমানে খিলঞ্জীয়া আৰু থলুৱাৰ এটা পাৰ্থক্য আছে?

**হাজৰিকাঃ** পাৰ্থক্য আছে।

**বৰগোহাঞিঃ** এখন দেশ স্বাধীন কৰিবৰ কাৰণে তোমালোকে সংগ্ৰাম কৰা; কিন্তু দেশখনৰ এখনতো মানচিত্ৰ লাগিব। এতিয়া কোনখিনি ঠাইক তোমালোকে স্বাধীন কৰিব খুজিছা?

**হাজৰিকাঃ** ১৯৭৯ চনত যেতিয়া আলফাৰ জন্ম হৈছিল, সেই সময়ত অসম ভূখণ্ডৰ যিখন মানচিত্ৰ আছিলে, সেই মানচিত্ৰখনেই আমি স্বাধীন অসমৰ মানচিত্ৰ বুলি কওঁ।

**বৰগোহাঞিঃ** বড়োবিলাকে যে আজি বেলেগে স্বায়ত্বশাসিত অঞ্চল পাইছে তেওঁলোকেতো তোমালোকৰ স্বাধীন অসম মানি নলয়। কাৰণ তেওঁলোকে এখন স্বাধীন বড়োলেণ্ডৰ দাবী কৰিছে। গতিকে তোমালোকে আজিলৈকে তোমালোকৰ ফালৰপৰা চৰকাৰীভাৱে কোনো এখন মানচিত্ৰ ঘোষণা কৰা নাই।

**হাজৰিকাঃ** মানচিত্ৰ আমি অংকিত ৰূপত প্ৰচাৰ কৰা নাই।

**বৰগোহাঞিঃ** প্ৰচাৰ কৰা উচিত। এইটো লাগিবই। তোমালোকে...

**হাজৰিকাঃ** এইটো আমাৰ স্পষ্ট কৰা আছে। আৰু আজি...

**বৰগোহাঞিঃ** তোমালোকে যিটো স্পষ্ট কৰিছা সেইটোৰ পৰা মই ক'লো যে

আজিৰ বড়োবিলাকে কেতিয়াও স্বাধীন অসমত থাকিবলৈ মন নকৰিব। বৰাক উপত্যকাটো তোমালোকৰ হিচাপৰ বাহিৰত। কিন্তু অসম উপত্যকাতো বহু লক্ষ হিন্দুস্থানী মাৰোৱাৰী আৰু বেংগলী, নেপালী এইবিলাক আছে। সেইবিলাকক যদি তোমালোকে থলুৱা বুলি মানি লোৱা সেইটো বেলেগ কথা। কিন্তু তোমালোকৰ মানচিত্ৰৰ পৰা বড়োলেণ্ডক বাদ নিদিয়াকৈ তোমালোকে স্বাধীন অসম কৰিব কেতিয়াও নোৱাৰা।

**হাজৰিকা ঃ** সেই বিষয়খিনি লৈ পেলাই আজি আমি প্ৰশ্ন উত্থাপন কৰিব লগা হৈছে আমাৰ নেতৃত্বৰ ওচৰত, জনগণৰ ওচৰত।

**বৰগোহাঞি ঃ** নেতৃত্বৰ ওচৰত প্ৰশ্ন উত্থাপন কৰি কিবা জবাব পাইছা নেকি?

**হাজৰিকা ঃ** নোপোৱাৰ কাৰণেই আমি আজি ৰাইজৰ মাজলৈ ওলাই আহিছো।

**বৰগোহাঞি ঃ** মৃণাল, তুমি এক খুব গুৰুত্বপূৰ্ণ কথা কৈছা। মন কৰিলা নে যে তোমালোকৰ নেতৃত্বই যিখন স্বাধীন অসমৰ কাৰণে ইমান দিনে মানুহক হত্যা কৰিছে, যুদ্ধ কৰিছে, সেইখন স্বাধীন অসমৰ ৰূপৰেখা, সীমাৰেখা নিজৰ মনতেই স্পষ্ট নহয়। আৰু তোমালোকে সেইটোৰ স্পষ্ট উত্তৰ নোপোৱাৰ কাৰণে আজি তোমালোক ওলাই আহিব লগা হ'ল। তোমালোকৰ আলফাৰ কাৰ্যকলাপ নিয়ন্ত্ৰিত হয় বাংলাদেশৰ পৰা। অবৈধ মানুহবোৰ তাৰপৰা আহি আছে, আৰু সেইখন দেশত তোমালোকে ঘাটি পাতি লৈ তেওঁলোকৰ বিৰুদ্ধে যুদ্ধ কৰিবা, এইটো আকাশ কুসুম নহয়নে?

**হাজৰিকা ঃ** বিষয়টো এনেকুৱা যে বাংলাদেশী প্ৰব্ৰজনৰ যিটো সমস্যা, এই সমস্যাটো বহু বছৰৰ আগৰপৰা চলি থকা আৰু ইয়াৰ বিতাড়নৰ বাবে আন্দোলনসমূহ ১৯৭৯ চনৰ পৰাই আৰম্ভ হৈছিল, যিটো সময়ত আলফাৰ জন্ম হৈছিল। গতিকে এই সমস্যাটো আলফাই সৃষ্টি কৰা সমস্যা নাছিল। দ্বিতীয় কথা হ'ল যে যিখিনি অবৈধ নাগৰিকক বহিষ্কাৰৰ কাৰণে ভাৰত ৰাষ্ট্ৰই আজি পৰ্যন্ত গুৰুত্ব নিদিলে, বা সেইটো ক্ষেত্ৰত কোনো আন্তৰিকতা নাই, গতিকে তেনে এটা বিষয়ত যদি আলফাই এটা সুযোগ গ্ৰহণ কৰে, ই ৰাষ্ট্ৰশক্তিক প্ৰতিহত কৰিবলৈ হওক বা শ'লঠেকত পেলাবলৈ হওক...

**বৰগোহাঞি ঃ** বুজিলো, বুজিলো। তোমালোকে সেইকাৰণে এখন বিদেশী ৰাষ্ট্ৰত আশ্ৰয় ল'ব লগা হয়। পৃথিৱীত... হো চি মিনেও চীনদেশত আশ্ৰয় লৈয়ো কৰিছিলে, বহুতেই কৰে। আৰু এইটো চোৱা, বাংলাদেশত যে তোমালোক আশ্ৰয় লৈছা, তেওঁলোকেতো নিঃস্বাৰ্থভাৱে আশ্ৰয় দিব নোখোজে। আশ্ৰয়ৰ বিনিময়ত

তোমালোকৰ পৰা একো নিবিচাৰিব নেকি? নে তোমালোক তেওঁলোকৰ সম্পূর্ণ হাতৰ মুঠিত? তোমালোকক তেওঁলোকে নিয়ন্ত্রণ কৰে। মই ক'ব বিচাৰিছো, মই লিখিতভাৱেও কৈছো, পৰেশৰ লগত মোৰ বাক্‌যুদ্ধ, পত্রযুদ্ধও হৈছিল যে তোমালোক নিজেই স্বাধীন নহয়। গতিকে নিজেই যিখিনি মানুহ স্বাধীন নহয়, তোমালোকে অসমক স্বাধীন কৰিবা কেনেকৈ?

**হাজৰিকা ঃ** এই যিটো অভিযোগ চলিছে, এই অভিযোগৰ সত্যতাটো নিৰূপণ হ'ব লাগে। নিৰূপণটো কেতিয়া হ'ব, আমি সেইটো কাৰণে কৈছো যে স্বৰ্তবিহীনভাৱে দুয়োটা পক্ষ আলোচনাৰ টেবুলত বহিলে...

**বৰগোহাঞি ঃ** নাই নাই। কিন্তু তুমি আলফাৰ এজন গুৰুত্বপূর্ণ সদস্য...

**হাজৰিকা ঃ** মই আপোনাৰ প্রশ্নটোৰ উত্তৰলৈ গৈছো। আজি আমি এই যিটো বিষয় উত্থাপন কৰিছো, সেই বিষয়টোত যদি সমগ্র অসমৰ ৰাইজে দাবী কৰে, যে দুয়োটা পক্ষই নিঃস্বৰ্তভাৱে আলোচনাৰ টেবুলত বহিব লাগে, অসমৰ ৰাইজে দাবী কৰাৰ পাছতো যদি আলফা নেতৃত্বই যদি আলোচনাৰ কাৰণে আগ্রহী নহয়, তেতিয়া হ'লেই প্রমাণ হ'ব যে আজি ইমানদিনে প্রচাৰ হৈ থকা এই যিবিলাক বিষয়, বিষয়খিনিৰ সত্যাসত্য আছে।

**বৰগোহাঞি ঃ** তুমি এটা শব্দ ক'লা, নিঃস্বৰ্তভাৱে আলোচনা কৰিব লাগে। ভাৰত চৰকাৰেতো কৈয়েই আছে যে নিঃস্বৰ্তভাৱে আলোচনা কৰিব লাগে। চৰ্তটো কোনে দিছে? আলফাই কৈছে যে আমাৰ সাৰ্বভৌমত্ব ..

**হাজৰিকা ঃ** চৰকাৰৰ ফালৰ পৰাও আছে।

**বৰগোহাঞি ঃ** চৰকাৰক হয়তো মনাব পৰা যাব' কিন্তু মূল প্রতিবন্ধকটো হৈছে সাৰ্বভৌমত্বই। সাৰ্বভৌমত্বৰ দাবীটো আলোচনা হ'বই লাগিব। মই ভাবোঁ, চৰকাৰে ভাৰতৰ এই সাৰ্বভৌমত্বৰ চৰ্তটোৰ ওপৰত গুৰুত্ব আৰোপ নকৰে। ভাৰত চৰকাৰৰো যিবোৰ চৰ্ত আছে, হয়তো তেওঁলোকৰ আলোচনা কৰাতে থাকিব। গতিকে এতিয়া তুমি ক'ব খোজা চৰ্ত, দুই পক্ষৰ মাজত নিঃস্বৰ্ত আলোচনা হ'লেহে বাংলাদেশে তোমালোকক নিয়ন্ত্রণ কৰিছিলনে নাই সেইটো প্রমাণিত হ'ব। মই তোমাক সুধিছো যে তুমি কি ভাবা যে বাংলাদেশত থাকি তোমালোকে সম্পূর্ণ স্বাধীন হৈ থাকিব পাৰিছানে?

**হাজৰিকা ঃ** সেইটোকে আমি প্রমাণ কৰিব লাগিব। আৰু সেই প্রমাণটো...

**বৰগোহাঞি ঃ** এতিয়া আজি মই তোমাক সোধোঁ...

**হাজৰিকা ঃ** আজি আমি যিটো পদক্ষেপ লৈছো, এই পদক্ষেপটোত আমি

এমুঠি মানুহ যুক্ত হৈছো। আমি কোৱা কথাখিনি ৰাষ্ট্ৰৰ ফালৰপৰা গ্ৰহণযোগ্য নহ'ব পাৰে বা আমাৰ নেতৃত্বৰ ফালৰপৰাও নহ'ব পাৰে। আৰু আমি সেইটো কাৰণতে জনগণক লগত লৈ জনগণৰ জৰিয়তে সেই পৰ্যায়লৈ লৈ যাবৰ কাৰণে এই পদক্ষেপখিনি লৈ আছো আৰু জনগণ...

**বৰগোহাঞি** ঃ তুমি মোৰ কথাটোৰ পোনপটীয়া উত্তৰটো দিয়া নাই। ইয়াৰপৰা মোৰ ধাৰণা হৈছে, তুমি নিজেই এই বিষয়ে নিঃসন্দেহ নহয়।

**হাজৰিকা** ঃ এই কথাটোৰ দুটা কথা আছে। এক নম্বৰ কথা হ'ল, চৰকাৰ বা ৰাষ্ট্ৰৰ ওপৰত থাকিবলগা যিটো বিশ্বাস, সেই বিশ্বাসটো আলফাৰ কেন্দ্ৰীয় নেতৃত্বৰ নাই। সেই কথাটো মই স্পষ্টকৈ জানো। আলোচনা কৰিবলৈ আহিলে ইয়াত বান্ধি থ'ব যে নোৱাৰে বা নথয়, সেই গ্যেৰাণ্টিটো আচলতে পাবৰ কাৰণে কিবা এটা নিশ্চয়তা লাগে। এই নিশ্চয়তাটো কোনে কেনেকৈ আনি দিব পাৰিব সেইটোৰ ওপৰতেহে...

**বৰগোহাঞি** ঃ তাৰমানে তেওঁলোক আলোচনাৰ কাৰণে আহিলে ঘূৰি যাবলৈ নিদিবও পাৰে?

**হাজৰিকা** ঃ নিদিবও পাৰে।

**বৰগোহাঞি** ঃ কিন্তু কিয়? নগা নেতাসকল মুইভাহঁত আহিছে, বাৰে বাৰে ছুইজাৰলেণ্ডত গৈছে, হলেণ্ডত, গেংটকত গৈছে, তেওঁলোককতো কোনেও বান্ধি ৰখা নাই?

আমি আকৌ এটা দুই মিনিটমানৰ বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি** ঃ আমি আকৌ আমাৰ আলোচনাৰ মাজলৈ ঘূৰি আহিছো। মৃণাল, আলফাৰ সক্ৰিয় সদস্য মুঠ কিমান বুলি অনুমান কৰা আৰু তাৰ ভিতৰত কিমানে তুমি যিটো নতুন পথ লৈছা সেইটো পথ সমৰ্থন কৰে?

**হাজৰিকা** ঃ সঠিক সংখ্যাটো মইতো নাজানিম।

**বৰগোহাঞি** ঃ আনুমানিক?

**হাজৰিকা** ঃ বেটেলিয়ান বিলাকত কিমান আছে, বাহিৰত কিমান আছে, সদায় বঢ়া-টুটা হৈ থাকে। তাৰ বাহিৰে বাকী সংখ্যা...

**বৰগোহাঞি** ঃ তুমি এইটো শতাংশ হিচাপত ক'ব পাৰিবা নেকি? চিক্সটি পাৰ্ছেণ্ট বা ফিফ্‌টি পাৰ্ছেণ্ট বা থাৰ্টি পাৰ্ছেণ্টে আমাক সমৰ্থন কৰে?

**হাজৰিকা ঃ** নৈতিক সমৰ্থনটো আমাৰ অধিকাংশৰে আছে। এইটো আমি দাবী কৰিব পাৰোঁ।

**বৰগোহাঞিঃ ঃ** আলফাৰ শীৰ্ষনেতা অৰবিন্দ ৰাজখোৱা আৰু পৰেশ বৰুৱাৰে তোমাৰ মুখামুখি সাক্ষাৎ কিমানবাৰ হৈছিল?

**হাজৰিকা ঃ** বহুবাৰেই হৈছিল।

**বৰগোহাঞিঃ ঃ** তুমি তেওঁলোকৰ লগত দীঘলীয়া কথা পাতিছা?

**হাজৰিকা ঃ** হয়।

**বৰগোহাঞিঃ ঃ** তেওঁলোকে আশা কৰেনে যে তেওঁলোকৰ জীৱনকালত, যিটো তোমালোকৰ সশস্ত্ৰ সংগ্ৰামে ২৫ বছৰ সংগ্ৰাম কৰি অসমৰ ২৫ মিলিমিটাৰ মাটিও মুক্ত কৰিব পৰা নাই, সেইটো সংগঠনে অসমক স্বাধীন কৰিব পাৰিব বুলি তেওঁলোকে এতিয়াও আশা কৰেনে?

**হাজৰিকা ঃ** আশা কৰেনে নকৰে ঠিক নাজানো, সেই প্ৰশ্নবিলাকো আমি উঠাইছো। নতুন পথৰ সন্ধানৰ কথা কৈছো।

**বৰগোহাঞিঃ ঃ** পৰেশ বৰুৱা আৰু ৰাজখোৱাক তুমি লগ পাইছা। তেওঁলোকৰ ব্যক্তিত্বৰ বিষয়ে, কাৰণ এটা বিৰাট আন্দোলনৰ নেতা হ'বলৈ, বিৰাট ব্যক্তিত্ব লাগে। এই তিনিকোটি মানুহৰ এখন ৰাজ্য, এটা চৰম পন্থালৈ লৈ যাবলৈ এটা ডাঙৰ ব্যক্তিত্ব লাগিব। তেনেকুৱা ব্যক্তিত্ব তেওঁলোকৰ আছেনে?

**হাজৰিকা ঃ** আদৰ্শগত দিশটোত...

**বৰগোহাঞিঃ ঃ** নহয় ব্যক্তিত্বৰ কথাহে, আদৰ্শৰ কথা নাহে। আদৰ্শ থকা, ব্যক্তিত্বহীন মানুহৰো এটা আদৰ্শ থাকিব পাৰে।

**হাজৰিকা ঃ** অৱশ্যে আদৰ্শৰ কথাটোও আহিব।

**বৰগোহাঞিঃ ঃ** আহিব।

**হাজৰিকা ঃ** আৰু সেই বিষয়টোৰ বিষয়ে আমাৰ প্ৰশ্ন কৰিবলগা নাই, আদৰ্শগত দিশটোৰ খাতিৰত। তাৰ বাহিৰে সামূহিকভাৱে জনগণক নেতৃত্ব দিব পৰাকৈ বা সকলোবিলাক সংগঠন, সকলোবিলাক অসমৰ গোষ্ঠীক সংঘবদ্ধ কৰি আগবঢ়াই লৈ যাব পৰাকৈ এইখিনি আহৰণ কৰিব পৰা ক্ষমতা আছেনে নাই, মই ডাঠি ক'বলৈ অলপ অসুবিধা।

**বৰগোহাঞিঃ ঃ** তুমি নাজানা?

**হাজৰিকা ঃ** হয়।

**বৰগোহাঞিঃ ঃ** এজন নেতাৰূপে যদি তেওঁৰ ওপৰত সম্পূৰ্ণ আস্থা নাথাকে, তেওঁৰ নিৰ্দেশত মানুহে প্ৰাণ দিবলৈ আগবাঢ়ি কেতিয়াও নাযায়। আজি গান্ধীজীয়ে

আহ্বান দিছিল, সুভাষ বসুৱে আহ্বান দিছিল, মানুহে মৃত্যুবৰণ কৰিবলৈ আগবাঢ়ি গৈছিল। তেওঁলোক তেনেকুৱা নেতা হয়নে যাৰ আহ্বানত মানুহে দেশৰ স্বাধীনতাৰ কাৰণে মৰিবলৈও আগবাঢ়ি যাব?

**হাজৰিকা ঃ** আচল কথাটো হ'ল আজি অসমৰ জনগণৰ যিটো অৱস্থা, এই অৱস্থাটোৰ পৰা মুক্ত হ'বৰ কাৰণে উপায় বিচৰা প্ৰজন্ম এটাৰ পিছত এটা ওলাই আহিছে। এতিয়া সুকীয়া এটা পথ নাই যিটো পথেৰে...

**বৰগোহাঞি ঃ** সেইটো বুজিছো। জনগণক উদ্বুদ্ধ কৰিবলৈ মানে সদায় এটা যেতিয়া কিবা এটা সংগ্ৰাম হয়, আজি ৰাছিয়া বহুদিন তেনেকৈ আছিলে, প্ৰয়োজন হৈছিলে এজন লেনিনৰ। ভাৰতবৰ্ষত প্ৰয়োজন হৈছিলে এজন গান্ধীৰ। এজন ব্যক্তি বা দুজন ব্যক্তিয়ে ব্ৰেভাৰাইজ কৰা, মানুহক এটা বীৰনীতি যোগাই দিয়া, তুমি ক'লা যে তোমাৰ পৰেশ বৰুৱা বা অৰবিন্দ ৰাজখোৱাৰ বিষয়ে তেনেকুৱা কোনো স্পষ্ট ধাৰণা নাই। তুমি কি উদ্দেশ্যেত আহিলা? সেই উদ্দেশ্যৰে তুমি কেনেকৈ আগবাঢ়িবা আৰু তোমাৰ চৰম লক্ষ্য কি?

**হাজৰিকা ঃ** আমি এতিয়ালৈকে যিমানকেইটা প্ৰশ্ন উত্থাপন কৰিছো, আমি আমাৰ নেতৃত্বক সেই প্ৰশ্নকেইটা কৰিছো। সেই প্ৰশ্নকেইটাৰ সমিধান আমাক লাগে। জাতীয় অস্তিত্বৰ সুৰক্ষাৰ ক্ষেত্ৰত কি পন্থা লোৱা উচিত হ'ব আৰু সেই পদক্ষেপটো আলফাৰ ফালৰপৰা লোৱা উচিত হয়নে নহয়, এইধৰণৰ কথা চিন্তা আমি কৰিছো। কিন্তু আজি পৰ্যন্ত সঠিক সমিধানটো নাই পোৱা।

**বৰগোহাঞি ঃ** মৃণাল, তুমি এটা খুব ডাঙৰ কথা কৈছা যে সেইখিনি প্ৰশ্নৰ উচিত সমিধান তুমি আলফাৰ শীৰ্ষ নেতৃত্বৰ পৰা পোৱা নাই।

**হাজৰিকা ঃ** পোৱা নাই। সেইটো কাৰণে জনগণক সচেতন কৰিবলৈ ৰাজহুৱা সভা হওক, বিভিন্ন অঞ্চললৈ গৈ ৰাইজক লগ কৰি কথাখিনি আমি কৈছো আৰু আমাৰ এক বিশ্বাস আছে যে জনগণে যেতিয়া এই প্ৰশ্নকেইটা উঠাব আৰু আলোচনাৰ জৰিয়তে ইয়াৰ মীমাংসা হোৱাটো দাবী কৰিব, তেতিয়া নিশ্চয়কৈ এটা টাৰ্ণিং পইণ্ট আহিব। সেইটোতে গোটেই ছবিখন স্পষ্ট হ'ব। আৰু আমি সেই পৰিৱেশটোকে সৃষ্টি কৰাৰ ভূমিকাটো ল'বৰ কাৰণে আগবাঢ়িছো।

**বৰগোহাঞি ঃ** তুমি কেইমাহ চেষ্টা কৰিছা পৰিবেশ সৃষ্টি কৰিবৰ কাৰণে?

**হাজৰিকা ঃ** আমি ২৪ জুনতেই সিদ্ধান্তটো ব্যক্ত কৰিছিলো। চৰকাৰে...

**বৰগোহাঞি ঃ** এতিয়ালৈকে তোমাৰ চেষ্টাৰ কিমান শতাংশ কৃতকাৰ্য হৈছে বুলি ভাবা?

**হাজৰিকা ঃ** শতাংশ হিচাপে ক'বলৈ অসুবিধা আছে, কাৰণ আমি আৰম্ভ কৰিছোহে।

**বৰগোহাঞি ঃ** কিন্তু তুমি আশাবাদী হ'ব পাৰিছানে নাই?

**হাজৰিকা ঃ** নিশ্চয়। আমি এতিয়ালৈকে যিমানখোৰ অঞ্চললৈ গৈছো আমি সকলোৰে পৰা ভাল সঁহাৰি পাইছো।

**বৰগোহাঞি ঃ** যিকেইটা সংগঠনে আলফাৰ অ'ভাৰগ্ৰাউণ্ড সংগঠন হিচাপে কাম কৰি আছে, তেওঁলোকৰ লগত তোমাৰ আলোচনা হৈছেনে নাই?

**হাজৰিকা ঃ** আনুষ্ঠানিক কোনো আলোচনা হোৱা নাই।

**বৰগোহাঞি ঃ** অনানুষ্ঠানিক?

**হাজৰিকা ঃ** ব্যক্তিগত আলোচনা হৈছে।

**বৰগোহাঞি ঃ** তেওঁলোকে কি কয়?

**হাজৰিকা ঃ** তেওঁলোকৰ কথাখিনি স্পষ্ট নহয়। সহযোগটো কৰা নাই।

**বৰগোহাঞি ঃ** সহযোগ কৰা নাই, বাধাও পোৱা নাই? আৰু কিমানদিন লাগিব অসমৰ জনমত সংগঠিত কৰিবলৈ?

**হাজৰিকা ঃ** আমি পৰ্যায়ক্ৰমে আগবাঢ়ি আহিছো। এতিয়া ডিব্ৰুগড়, তিনিচুকীয়া প্ৰায় শেষ কৰিছো। কমেও দুমাহ-এবছৰ লাগিব।

**বৰগোহাঞি ঃ** আলফাৰ পৰা উত্তৰ নাপাই তুমি অসমৰ ৰাইজৰ ওচৰলৈ আহিছা?

**হাজৰিকা ঃ** হয়।

**বৰগোহাঞি ঃ** তাৰপিছত ৰাইজৰপৰা কি আশা কৰিবা?

**হাজৰিকা ঃ** সেইটোৱেই কৈছো। ৰাইজৰ ফালৰ পৰা এই দাবীটো আহক।

**বৰগোহাঞি ঃ** কি দাবী?

**হাজৰিকা ঃ** যে নিঃস্বৰ্তভাৱে আলোচনাৰ টেবুলত দুয়োটা পক্ষ বহিব লাগে আৰু সেই দাবীটোৰ পিছত নিশ্চয়কৈ আমাৰ এইটো বিশ্বাস আছে যে আলফাৰ কেন্দ্ৰীয় নেতৃত্বই ৰাইজৰ সেই দাবীটোক সন্মান জনাব আৰু আলোচনালৈ আগবাঢ়ি আহিব। আৰু আমি এই কথাটোতো খুব বিশ্বাসী যে অসমত এটাই শক্তি আছে, সেইটো হ'ল অসম সংযুক্ত মুক্তি বাহিনী, যিটোক ৰাষ্ট্ৰই মৰ্যাদা দিবলৈ বাধ্য। আৰু জাতিৰ অস্তিত্বৰ প্ৰশ্নও আছে। আলফাই যদি এটা মীমাংসা আনি দিব নোৱাৰে, তেতিয়াহ'লে অসমত এনে কোনো শক্তি নাই যিয়ে এই মীমাংসাটো আনি দিব পাৰে।

**বৰগোহাঞি ঃ** তুমি কিন্তু অসমৰ জনমানসত এনেকুৱা এজন নেতা হোৱা নাই; তোমাৰ নিৰ্দেশত মানুহবোৰে হিলদল ভাঙি আগবাঢ়ি আহিব।

**হাজৰিকা ঃ** নিশ্চয়।

**বৰগোহাঞি ঃ** তোমাৰো শেষ লক্ষ্য যে দুয়োপক্ষৰ মাজত আলোচনা কৰাই দিয়া। যদি তুমি কেনেবাকৈ এই চেষ্টাত ব্যৰ্থ হোৱা, অসমৰ বেছিভাগ মানুহে তোমালোকৰ চেষ্টাৰ প্ৰতি উদাসীন হৈ থাকে, তেতিয়াহ'লে তুমি কি কৰিবা?

**হাজৰিকা ঃ** ৰাইজৰ পৰা আমি মতামত বিচাৰিম। ৰাইজে আমাক কি কৰিবলৈ কয় সেইটো আমি প্ৰশ্ন কৰিম।

**বৰগোহাঞি ঃ** ৰাইজে যদি তোমালোকক Ignore কৰে যে এওঁলোকক আমি পাত্তা নিদিওঁ...

**হাজৰিকা ঃ** ৰাইজে Ignore কৰিব পৰা কোনো কাৰ্য আমি নাই কৰা বা তেনে কৰিবলৈও নাযাওঁ, আৰু এতিয়ালৈকে আমি যিখিনি পাইছো ৰাইজৰপৰা সম্পূৰ্ণ আন্তৰিকতাৰে সৈতে সহযোগ পাইছো। গতিকে ৰাইজে আমাক ৰায় এটা দিব।

**বৰগোহাঞি ঃ** তুমি যিটো কামত আগবাঢ়িছা, সেইটো কামত অসমৰ সকলো ৰাইজৰ নৈতিক সমৰ্থন আছে যে শান্তি অহাৰ ধাবে আমি সকলোৱে সেইটো কথা[illegible]গতম জনাম; তোমালোকৰ চেষ্টাৰ প্ৰতি আমাৰ সম্পূৰ্ণ শুভেচ্ছা আছে। মে[illegible] প্ৰশ্ন, আলফাৰ শীৰ্ষ নেতৃত্বই তোমালোকক কিবা শাস্তি দিয়াৰ কথা ভাবিছে নেকি?

**হাজৰিকা ঃ** এতিয়ালৈকে ভাবুকিৰ কথাটো অহা নাই। কিন্তু তাৰ কাৰণে প্ৰস্তুতো আছো। যদি এই নেতৃত্বৰ ফালৰপৰা তেনেকুৱা কোনো শাস্তিমূলক কিবা সিদ্ধান্ত আমালৈ দিয়ে তেতিয়াহ'লে আমি তাক গ্ৰহণ কৰিবৰ কাৰণে প্ৰস্তুত আছো।

**বৰগোহাঞি ঃ** তোমালোকে প্ৰতিৰোধ নকৰা?

**হাজৰিকা ঃ** নকৰোঁ।

**বৰগোহাঞি ঃ** প্ৰাণদণ্ড দিলেও মানি ল'বা?

**হাজৰিকা ঃ** নিশ্চয় মানি ল'ম।

**বৰগোহাঞি ঃ** প্ৰাণদণ্ডটো মানি ল'বা?

**হাজৰিকা ঃ** মানি ল'ম।

**বৰগোহাঞি ঃ** তোমালোকে যেতিয়া আলফাৰ সাংগঠনিক ডিছিপ্লিনটো, মানে প্ৰাণদণ্ড দিলেও মানি ল'বা, তেতিয়াহ'লে তুমি আলফাৰ সক্ৰিয় নেতাই হৈ আছা।

**হাজৰিকা ঃ** সেইটো বুলিও আমি নকওঁ। আমি ৰাইজৰ মাজলৈ আহিছো, ৰাইজক আমি গোটেই কথাখিনি কৈছো আৰু ৰাইজে গোটেই কথাখিনি গ্ৰহণো কৰিছে এতিয়ালৈকে।

**বৰগোহাঞি ঃ** তোমালোকে স্বাধীন অসমৰ দাবীটো ত্যাগ কৰি আহিছা নেকি?

**হাজৰিকা ঃ** স্বাধীন অসমৰ দাবীটো এক ঐতিহাসিক সত্য কথা। ১৮২৬ চনৰ আগলৈকে এই ভূ-খণ্ড ভাৰতৰ লগত যুক্ত নাছিল। ইয়াণ্ডাবু চুক্তিৰ জৰিয়তে ব্ৰিটিছ শাসনলৈ গুচি গ'ল। আৰু এইটো ঐতিহাসিক সত্য। আজি মৃণাল হাজৰিকাই হওক বা আন কোনোবাই হওক, ইয়াক কোনেও নুই কৰিব নোৱাৰে। আজি আমি স্বাধীন অসমৰ দাবীটো নাকচ কৰা, সেই প্ৰশ্নটো আহিব নোৱাৰে। কাৰণ সেইটো কৰিবলৈ যোৱা মানে ইতিহাসক বিকৃত কৰা হ'ব বা অস্বীকাৰ কৰা হ'ব। গতিকে আমি এই নিৰ্দিষ্ট আদৰ্শটোত থাকিও, এই কথাটো ক'বলৈ বাধ্য হৈছো যে আমি স্বাধীনতা পোৱালৈকে যিমান বছৰ অপেক্ষা কৰিব লাগিব, তেতিয়ালৈকে অসমত অসমীয়া জাতিটো জীয়াই থাকিবনে, আমি কৈ থকা এই মুখৰ ভাষাটো বাৰু ক'ব পৰাৰ অধিকাৰটো ৰাখিব পাৰিম নে, বা অসমীয়া জাতি বুলি আমি যিমানদিন...

**বৰগোহাঞি ঃ** সেই ভয়টো কিয় আহিছে যে অসমীয়া ভাষাটো লোপ পাব পাৰে?

**হাজৰিকা ঃ** বিভিন্ন প্ৰব্ৰজনে যিধৰণে আজি আমাক সংখ্যালঘু পৰ্যায়লৈ লৈ গৈছে, সিমানেই দিনক দিনে অসমীয়া ভাষিক লোকৰ সংখ্যাও কমি আহিছে।

**বৰগোহাঞি ঃ** তুমি প্ৰকাৰান্তৰে এইটো কোৱা নাই জানো যে বাংলাদেশৰ পৰা যিটো অবৈধ প্ৰব্ৰজন হৈ আহিছে, সেইটোৱেই এতিয়া তোমালোকৰ সমুখত অসমৰ আটাইতকৈ ডাঙৰ সমস্যা?

**হাজৰিকা ঃ** তাৰ লগতে ভাৰতৰ পৰা অহাসকলো এইক্ষেত্ৰত সমান্তৰালভাৱে আছে। আমি দুয়োটাকেই বন্ধ হোৱাটো বিচাৰিছো, দুয়োটা প্ৰব্ৰজন। আৰু সেইটো কৰিব পৰা যায়।

**বৰগোহাঞি ঃ** ১৯৭৮ চনত মই এটা বিখ্যাত প্ৰবন্ধ লিখি মই কাশ্মীৰৰ নিচিনা বিশেষ সুৰক্ষাৰ দাবী কৰিছিলো যাতে বাহিৰৰ পৰা কোনো মানুহ আহি ইয়াত বহিব নোৱাৰে। কিন্তু সেইসময়ত তোমালোকে সেইটো দাবী কৰ্ণপাতেই নকৰিলা।

**হাজৰিকা ঃ** সেইখিনি আমি স্বীকাৰ কৰিবই লাগিব। তাৰ বাহিৰে আজি আমি সময়ত এই অৱস্থাটোৰ জৰিয়তে যিখিনি অভিজ্ঞতা পাইছো বা যিখিনি সাধাৰণতে উপলব্ধি কৰিছো, তাৰ ফলত আমি এই কথাখিনি ক'বলৈ বাধ্য হৈছো। আৰু সেইখিনি কথা কোৱাৰ পিছতো যেতিয়া নেতৃত্বৰ ফালৰ পৰা সমিধান পোৱা নাই, তেতিয়া আমি ৰাইজৰ মাজলৈ আহিবই লাগিব।

**বৰগোহাঞিঃ** তুমি নেতৃত্বক এইখিনি কথা কৈছা?

**হাজৰিকা ঃ** চব কোৱা হৈছে।

**বৰগোহাঞিঃ** তেওঁলোক নিৰুত্তৰ হৈ থাকিল?

**হাজৰিকা ঃ** লগতে আৰু কিছু কথা থাকে। মানুহ হিচাপে মানুহৰ মনস্তত্ত্বৰ দিশটোৰ কথাটো থাকে। আজি বিশ বছৰ কাৰাবন্দী হোৱা এজন ব্যক্তিয়ে বছৰৰ পিছত বছৰ জেলৰ ভিতৰত আবদ্ধ হৈ তেওঁ জেলৰ পৰিৱেশটোৱেই নিজৰ ঘৰ বুলি মানি ল'বলৈ বাধ্য হয়। অসমৰ ক্ষেত্ৰখনৰ পৰা বছৰৰ পিছত বছৰ আঁতৰি থকা সকলে, অসমৰ ক্ষেত্ৰখনৰ প্ৰতি থাকিবলগা যিটো আন্তৰিকতা, যিটো উপলব্ধি, হৃদয়ৰ যিটো টান, এইটো লাহে লাহে ঢিলা হোৱাটো স্বাভাৱিক। এই কথাটো মানুহ হিচাপে চবৰে ক্ষেত্ৰত প্ৰযোজ্য হয় বুলি...

**বৰগোহাঞিঃ** ইমান ডাঙৰ কথা এটা কৈছা, তুমি তাৰ গুৰুত্বটো কল্পনা কৰিব পাৰিছানে?

**হাজৰিকা ঃ** নিশ্চয়, আমি এই কথাখিনি প্ৰথম সংবাদমেল পাতোঁতে তেতিয়াই কৈছিলো।

**বৰগোহাঞিঃ** তুমি আশাবাদী নে যে আলফাই সাৰ্বভৌমত্বৰ দাবী মানি লৈ সম্পূৰ্ণ মুকলি মনেৰে নিঃস্বৰ্ত আলোচনা কৰিবলৈ তেওঁলোক আগবাঢ়ি আহিব?

**হাজৰিকা ঃ** যদি নাহে, অসমৰ ৰাইজে আলফাৰ কেন্দ্ৰীয় নেতৃত্বক অপ্ৰাসংগিক বুলি বিবেচনা কৰিব।

**বৰগোহাঞিঃ** এইটো উত্তৰতে আমাৰ আলোচনা শেষ কৰিব খুজিছো। যদিও বহু কথা জানিবলৈ আছিল, মই ভাবোঁ তুমি বহু কথাই খুব স্পষ্টকৈ কৈছা, ইয়াতকৈ বেছি কোৱাটো তোমাৰ পক্ষে সম্ভৱ নহয়ও।

**হাজৰিকা ঃ** সময়ৰ নাটনিৰ বাবে আমিও বহু কথা বৰ্ণনা কৰাত অসুবিধা।

**বৰগোহাঞিঃ** ঠিকেই। এইটো এনেকুৱা এটা বিষয়, বিশ মিনিট বা পঁচিছ মিনিটত শেষ নহয়। তোমালোকে যিটো চেষ্টা লৈছা তাত আমি সম্পূৰ্ণ শুভেচ্ছা আৰু মৌখিক সমৰ্থন আগবঢ়াইছো।

***(১২ ছেপ্তেম্বৰ, ২০০৮-ত প্ৰচাৰিত)***

# প্ৰফুল্ল কুমাৰ মহন্তৰ সৈতে হোমেন বৰগোহাঞি



*"আপোনালোকৰ কাৰ্যকালৰ সাফল্য হ'ল এইটোৱেই যে আপোনালোকে আই. এম. ডি. টি. থাকোঁতেও আঢ়ৈ লক্ষ মানুহক বিদেশী বুলি অভিযুক্ত কৰি, সাব্যস্ত কৰাব পাৰিলে মাথোঁ ২৭০ জন বা ২৩৪ জন। আমি ভাবিছিলো যে আই. এম. ডি. টি. প্ৰত্যাহাৰ কৰাৰ লগে লগে লক্ষ লক্ষ বিদেশীৰ বিৰুদ্ধে গোচৰ উঠিব। এতিয়ালৈকেতো লক্ষ লক্ষ নালাগে, দুশ-তিনিশ মানুহৰ বিৰুদ্ধে গোচৰো উঠা নাই।"*



**হোমেন বৰগোহাঞি ঃ** মুখামুখি অনুষ্ঠানলৈ আপোনালোকক স্বাগতম জনাইছো। আজি মোৰ অতিথি শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত। তেখেত ঐতিহাসিক অসম আন্দোলনৰ অবিসম্বাদী নায়ক, দুবাৰকৈ অসমৰ মুখ্যমন্ত্ৰী আৰু এতিয়াও অসমৰ ৰাজনীতিৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু আটাইতকৈ বিতৰ্কিত নেতাকেইজনৰ ভিতৰৰ এজন। (প্ৰফুল্ল মহন্তলৈ চাই) আপোনাক মই প্ৰথমতে এটা ব্যক্তিগত কথা সুধি লওঁ। আপোনাৰ মুখত সদায় এটা স্নিগ্ধ মধুৰ হাঁহি লাগি থাকে। কিন্তু কেতিয়াও প্ৰাণ খোলা হাঁহি নামাৰে।

**প্ৰফুল্ল কুমাৰ মহন্ত ঃ** সেইটো সম্পূৰ্ণ নিৰ্ভৰ কৰে যিবিলাক বিষয়বস্তু আৰু পৰিবেশ পৰিস্থিতি, তাৰ ওপৰত।

**বৰগোহাঞি ঃ** আপুনি মাজে মাজে তেনেকৈ প্ৰাণ খোলা হাঁহি মাৰে? আমি জানিছিলো যে আপুনি অল্পভাষী, গহীন-গম্ভীৰ ব্যক্তিত্বৰ মানুহ। সেইটো আপুনি খুব ইচ্ছা কৰি, চেষ্টা কৰি, তেনেকুৱা এটা ৰাজহুৱা ভাবমূৰ্তি, ইমেজ সৃষ্টি কৰি লৈছেনে সেইটোৱেই আপোনাৰ স্বাভাৱিক ইমেজ?

**মহন্ত ঃ** মই সাধাৰণতে যেনেদৰে থাকোঁ তেনেধৰণৰেই থাকোঁ।

**বৰগোহাঞি ঃ** আপুনি ছবছৰ জোৰা অসম আন্দোলনৰ নেতৃত্ব দিছিলে। আৰু সেই আন্দোলনৰ মূল বিষয় আছিল অসমৰ পৰা বিদেশী বিতাড়ন কৰা। আন্দোলন চলি থকাৰ সময়ত, মইতো আছিলো আপোনালোকৰ শত্ৰুপক্ষত। এদিন পাণবজাৰৰ এজন ভদ্ৰলোকে মোক আবেলি চাহ খাবলৈ মাতিলে। তেওঁৰ ঘৰত গৈ এটা দৃশ্য দেখিলো। প্ৰফুল্ল কুমাৰ মহন্ত আৰু ভৃগু কুমাৰ ফুকনৰ দুখন ছবি। তাৰ সন্মুখত চাকি-ধূপ জ্বলাই থৈছে। মই ক'লো যে এনেকৈ দেব-দেৱীকহে পূজা কৰে,

আপোনালোকে এয়া কি কৰিছে? তেওঁ ক'লে, এতিয়া আমাৰ কাৰণে প্ৰফুল্ল কুমাৰ মহন্ত আৰু ভৃগু কুমাৰ ফুকনেই আমাৰ দেৱতা। তাকেই কৈছো, অসমৰ মানুহে আপোনালোকক জাতীয় বীৰৰ আসনত বহুৱাই... নহয়, প্ৰায় দেৱতাৰ আসনত বহুৱাই পূজা কৰিছিলে। কিন্তু সেই বিশ্বাসৰ মূল্য আপোনালোকে দিব পাৰিলেনে? আপুনি অন্তৰৰ পৰা সাধুভাৱে সৎভাৱে মোক উত্তৰ দিবলৈ চেষ্টা কৰক।

**মহন্ত ঃ** অসমৰ মানুহে বিচাৰিছিল যে এখন বিদেশীমুক্ত অসম লাগে। আৰু সেই অসম দিবলৈ এতিয়ালৈকে আমি সমৰ্থবান হোৱা নাই।

**বৰগোহাঞি ঃ** মুখ্যমন্ত্ৰী হোৱাৰ আগতে আপুনি এখন কিতাপ লিখিছিল। সেই কিতাপত আপুনি যিটো বিদেশীৰ সংখ্যা দিছিল, আপোনাৰ মতে ৮০ লাখ ৩৯ হাজাৰ বিদেশী আছিলে। তেতিয়া ১৯৭১ চনৰ লোকপিয়লমতে অসমৰ মুঠ জনসংখ্যা আছিল ১ কোটি ৪০ লাখ। আপুনি কিতাপত এইটো প্ৰতিপন্ন কৰিছে যে অসমৰ ১ কোটি ৪০ লাখ মানুহৰ ভিতৰত ৮০ লাখ ৩৯ হাজাৰ মানুহেই বিদেশী। ১৯৭৯ চনত আপোনাৰ নেতৃত্বত আছুৱে কেন্দ্ৰীয় চৰকাৰক যিখন স্মাৰক-পত্ৰ দিছিলে তাত কিন্তু বিদেশীৰ সংখ্যা ৪০ লক্ষ বুলি উল্লেখ কৰিছিলে।

**মহন্ত ঃ** আপুনি যিখন কিতাপৰ কথা কৈছে, সেইখন আচলতে মই প্ৰিপেয়াৰ কৰিছিলো এল.এল.এমৰ পৰীক্ষা দিবৰ কাৰণে। আৰু সেইখন সম্পূৰ্ণ তথ্যভিত্তিক আছিল। তেতিয়া আৰম্ভণিতে যিখন অসমৰ কথা কোৱা হৈছে সেইখন আজিৰ অসম নহয়। সেইখন ঐক্যবদ্ধ অসম আৰু তাত যি Census Report আছিলে, ১৯৫১ চনৰ পৰা আৰম্ভ কৰি...

**বৰগোহাঞি ঃ** আপোনালোকৰ আন্দোলন যেতিয়া হৈছিলে ১৯৭৯ চনত তাৰ আগতেইতো মেঘালয়, মিজোৰাম চব ফাটি গ'লেই।

**মহন্ত ঃ** নাই, সেইখিনি ভাগ কৰি অনা হৈছে, আনি তাৰ পিছত দেখুওৱা হৈছে যে চেনছাছ ৰিপ'ৰ্টৰ যিবিলাক তথ্য আৰু সেই গোটেইখিনি যুগুতাইহে এই তথ্য লিখা হৈছিলে।

**বৰগোহাঞি ঃ** আপোনালোক যেতিয়া ক্ষমতালৈ আহিল, ক্ষমতালৈ আহিলে যিখন চুক্তিৰ আধাৰত, সেই চুক্তিখনত ১৯৭১ চনৰ ২৫ মাৰ্চটো cut off year বুলি ধৰা হৈছিলে। কিন্তু তাৰ পিছৰ যিখিনি বিদেশী সেইখিনিৰ সংখ্যাটো আপোনালোকে পাইছিলনে নাই?

**মহন্ত ঃ** চাওক, এইটো নেচাৰেল গ্ৰ'থ নাছিলে। অসমৰ পপুলেশ্বন পেটাৰ্ণ যিটো আছিলে বা পপুলেশ্বন Increase-ৰ যিটো পেটাৰ্ণ আছিলে, যিহেতু নেচাৰেল গ্ৰ'থ নহয় সেইখিনি...

**বৰগোহাঞি :** আপোনালোকে দহ বছৰত কিমানজন বিদেশী অসমৰ পৰা খেদিব পাৰিলে?

**মহন্ত :** নাই, গোটেই সমস্যাটো উদ্ভৱ হৈছিল ১৯৮৩ চনৰ যিখন আই.এম.ডি.টি. আইন তাৰ পৰা। এই আইনখনত যদি এজন বিদেশী বুলি চিনাক্ত কৰা হয়, তেতিয়া তেওঁলোকে ট্ৰিবুনেল আপীল কৰিব পাৰিব। তাৰপিছত আপোনাৰ হাইক'ৰ্টলৈ যাব পাৰে, চুপ্ৰীম ক'ৰ্টলৈ যাব পাৰে। তেওঁলোক যোৱাৰ এটা সুবিধা থাকি গ'ল।

**বৰগোহাঞি :** এই আইনখনৰ বিষয়ে বহুত আলোচনা হৈছে। আইনখন ইতিমধ্যে প্ৰত্যাহাৰো কৰা হৈছে। ভিপি সিঙৰ মন্ত্ৰীসভাত আপোনালোকৰ প্ৰতিনিধি দীনেশ চন্দ্ৰ গোস্বামী আছিল আইন মন্ত্ৰী। আপোনালোকৰ নিজৰ আইনমন্ত্ৰী থাকোঁতে, আই এম ডি টিখন প্ৰত্যাহাৰ কৰাবলৈ চেষ্টা নকৰিলে কিয়?

**মহন্ত :** আমাৰ তৰফৰ পৰা চেষ্টা কৰা হৈছিল। যিবিলাক ৰাজনৈতিক দলৰ সমৰ্থনত তেওঁ প্ৰধানমন্ত্ৰী হৈছিলে, তাৰ সৰহ সংখ্যকে ৰিপিল্ কৰাটো বিৰোধিতা কৰিছিল তেতিয়া।

**বৰগোহাঞি :** আপোনালোকৰ কাৰ্যকালৰ সাফল্য হ'ল এইটোৱেই যে আপোনালোকে আই. এম. ডি. টি. থাকোঁতেও আঢ়ৈ লক্ষ মানুহক বিদেশী বুলি অভিযুক্ত কৰি, সাব্যস্ত কৰাব পাৰিলে মাথোঁ ২৭০ জন বা ২৩৪ জন। আমি ভাবিছিলো যে আই. এম. ডি. টি. প্ৰত্যাহাৰ কৰাৰ লগে লগে লক্ষ লক্ষ বিদেশীৰ বিৰুদ্ধে গোচৰ উঠিব। এতিয়ালৈকেতো লক্ষ লক্ষ নালাগে, দুশ-তিনিশ মানুহৰ বিৰুদ্ধে গোচৰো উঠা নাই। এইটো কেনেকৈ ব্যাখ্যা কৰিব?

**মহন্ত :** অসম চুক্তিখনত এটা কথা আছে যে এই গোটেই ছিটুৰেশ্যনটো বা সমস্যাটো সমাধান কৰাত কেন্দ্ৰীয় চৰকাৰৰ গৃহদপ্তৰ হৈছে প্ৰধান দপ্তৰ। আমাৰ দিনত আই এম ডি টি এক্টত বহুতো বিদেশী বুলি চিনাক্ত কৰি তেওঁলোকক ট্ৰিবুনেললৈ পঠিওৱা হ'ল। কিন্তু ট্ৰিবুনেলে যদি decide নকৰে, তেওঁলোকৰ কেছবিলাক যদি ডিলে (Delay) কৰি থাকে, তেতিয়া হ'লে চৰকাৰৰ দ্বাৰা একো কাম কৰিব নোৱাৰি।

**বৰগোহাঞি :** আপুনি প্ৰকাৰান্তৰে এইটোকে কৈছে যে কংগ্ৰেছ চৰকাৰে বিদেশী সমস্যাৰ সমাধানটো কৰিব নোখোজে বা আই এম ডি টিখন তেওঁলোকে বলবৎ কৰিব নোখোজে। আমি এই বিষয়ে আকৌ কথা পাতিম।

**মহন্ত :** আই এম ডি টি বলবৎ কৰিব নালাগে। তেওঁলোকে বৰ্তমান যিখিনি

আইনৰ সুবিধা পাইছে, সেই সুবিধাখিনি তেওঁলোকে বাস্তৱত ৰূপায়ণ কৰি পেলাই আগবাঢ়ি যাব পাৰে। আজি সেই বাধাটো নাই।

**বৰগোহাঞি ঃ** সেই বিষয়ে আমি আলোচনা কৰিম। তাৰ আগতে আমি এটা বাণিজ্যিক বিৰতি লওঁ।

* * *

**বৰগোহাঞি ঃ** আমি আকৌ ঘূৰি আহিছো আমাৰ মুখামুখি অনুষ্ঠানলৈ। ১৯৯৬ চনত যেতিয়া দ্বিতীয়বাৰ মুখ্যমন্ত্ৰী হ'ল, তেতিয়া আপুনি মোৰ ঘৰলৈ আহিছিল। সেইদিনা মই আপোনাক আসন গ্ৰহণ কৰিবলৈ কওঁতে আপুনি বহু সময় থিয় হৈ আছিল। আপুনি স্বগতোক্তি কৰাৰ নিচিনাকৈ কৈছিল, বৰ ভুল কৰিলো। তেতিয়া মই ক'লো, কি ভুল কৰিলে? আপুনি মোৰ ঘৰলৈ আহি ভুল কৰিলে নেকি? তেতিয়া আপুনি ক'লে যে নহয় নহয়, যিসময়ত আপোনাৰ ওচৰলৈ আহিব লাগিছিল, সেই সময়ত নাহি এটা ডাঙৰ ভুল কৰিলো। এই কথাটো আপোনাৰ মনত আছেনে?

**মহন্ত ঃ** ভালকৈ মনত নাই?

**বৰগোহাঞি ঃ** আপুনি খুব সৎভাৱে, আন্তৰিকভাৱে এইটো কৈছিল যে আমি অসম আন্দোলনত কেইটামান ভুল কৰিলো। এটা ডাঙৰ ভুল আছিলে যে ১৯৭১ চনৰ কাট অফ ইয়েৰটো বাৰম্বাৰ, মই সেই সময়ত কাগজৰ যোগেদি আপোনালোকৰ বিৰুদ্ধে অবিৰাম যুদ্ধ কৰিছিলো। আৰু চৰকাৰৰ ফালৰ পৰা প্ৰস্তাৱ আহিছিল। কিন্তু আপোনালোকে সেইবোৰ কথালৈ একো কৰ্ণপাত নকৰি আপোনালোকে আন্দোলন চলাই থাকিল। কিন্তু ১৯৭১ চন যদি তিনিবছৰৰ আগতেই গ্ৰহণ কৰিলেহেঁতেন তেতিয়া হয়তো ইমানখিনি দুৰ্ঘটনা, ইমানখিনি ক্ষতি নহ'লহেঁতেন। আকৌ বিদেশী সমস্যাই প্ৰচণ্ড মূৰ্তি ধৰি আহিছে, আই এছ আইয়ে এটা প্ৰকাণ্ড মূৰ্তি ধৰি আহিছে। এই ঘটনাখিনিৰ কাৰণে আপুনি আৰু আপোনালোক দায়ী হয়নে নহয়, ইয়েছ ন' ক'লেই মই বেলেগ বিষয়লৈ যাম।

**মহন্ত ঃ** সেইটো ক্ষেত্ৰত আন্দোলনকাৰীসকল দায়ী আছিল বুলি নাভাবোঁ এই কাৰণে, গৃহমন্ত্ৰীয়ে কৈছিলে যে তোমালোকে ৫১ চনত কিয় লাগি আছা? ৪৭ চনৰ পৰাই খেদিব লাগে। মই এইটোত সন্মত আছো।

**বৰগোহাঞি ঃ** যদি সেইটোত সন্মত আছিলেই, সেইটো গ্ৰহণ নকৰিলে কিয়?

**মহন্ত ঃ** তেতিয়া আমি সেইটো চনতে ধৰিছিলো। তেতিয়া তেওঁ পিছদিনাৰ আলোচনাত ক'লে যে এইটো ইন্দিৰা গান্ধীয়ে নামানে। তোমালোকে ১৯৬১ চনৰ

পৰা মানা। আন্দোলনকাৰীসকলে যেতিয়া ক'লে যে এইটোও প্ৰধানমন্ত্ৰীক সুধি আহক, যদি তেওঁ মানে আলোচনা কৰো। তাৰপিছদিনা তেওঁ ক'লে যে সেইটোৱেই হ'ব।

**বৰগোহাঞিঃ** আকৌ যদি '৬১ চনটো মানি ল'লেহেঁতেন তেতিয়া আপোনালোকে গ্ৰহণ কৰিলেহেঁতেন নে নাই?

**মহন্তঃ** তেতিয়া নিশ্চয় আলোচনাৰ মাজেৰে এটা সিদ্ধান্তত উপনীত হ'ব পৰা গ'লহেঁতেন।

**বৰগোহাঞিঃ** আপোনালোকে ছবছৰ আন্দোলন কৰি দহ বছৰ ক্ষমতাত থাকি যি সমস্যা, সেইটো আপোনালোকে এৰি থৈ গুচি গ'ল। এতিয়া এইখিনি ৰেকৰ্ড লৈয়েই আপোনালোকে আকৌ তৃতীয়বাৰৰ বাবে ক্ষমতা দখলৰ স্বপ্ন দেখিছে। ধৰি ল'লো, আপোনালোক তৃতীয়বাৰো ক্ষমতালৈ আহিলে। এইবাৰ আপোনালোকে বিদেশী সমস্যাটোক প্ৰাধান্য দিব নে অন্য সমস্যাক প্ৰাধান্য দিব?

**মহন্তঃ** ক্ষমতালৈ আহিবৰ কাৰণে অকল বিদেশী সমস্যাক লৈ মানুহ ক্ষমতালৈ আহিব নোৱাৰে।

**বৰগোহাঞিঃ** কিন্তু সমস্যাটো সমাধান কৰিব পাৰিব নে নোৱাৰে?

**মহন্তঃ** দিল্লীৰ চৰকাৰক আমি ক্ষমতাত থাকোঁতে কৈছিলো যে তেওঁলোকে বাংলাদেশৰ লগত এটা এগ্ৰিমেণ্টলৈ আহিব লাগে। ইয়াত ন্যায়ালয়বিলাকে যিবিলাকক ফৰেইনাৰ বুলি ডিটেক্ট কৰিব, সেইখিনি তেওঁলোকে গ্ৰহণ কৰিব লাগে। কিন্তু Govt. of India-ৰ তৰফৰ পৰা আজিলৈকে সেই বিষয়টো পোনপটীয়াভাৱে...

**বৰগোহাঞিঃ** আপুনি পোনপটীয়াভাৱে একে আষাৰে কওক যে অসমৰ বিদেশী সমস্যাৰ সমাধান কেতিয়াবা সম্ভৱ হ'ব বুলি আপুনি আশা কৰেনে?

**মহন্তঃ** কেন্দ্ৰীয় চৰকাৰৰ সম্পূৰ্ণ সদিচ্ছা থাকিলে, আমাৰ ৰাজ্যখন বিদেশীৰ কবলৰ পৰা মুক্ত কৰিবৰ কাৰণে ৰাজ্য চৰকাৰৰ সহযোগত তেওঁলোকে সেই কাম কৰিলে হ'ব।

**বৰগোহাঞিঃ** আপোনাৰ কথাৰ পৰা বুজা গৈছে যে আজিলৈকে, যোৱা ৩০ বছৰ যদি কেন্দ্ৰীয় চৰকাৰে সহযোগ কৰা নাই; অহা ৩০ বছৰত যে কৰিব তাৰো একো নিশ্চয়তা নাই।

**মহন্তঃ** আজি এটা পজিটিভ দিশ আছে, ইমানদিনে যিখন আইনে সম্পূৰ্ণ বাধা দি আছিলে, সেই আইনখন আজি নাই। আইনখন নথকাৰ কাৰণে আজি শাসনত থকা চৰকাৰটোৱে বাকী আইনৰ সুবিধা লৈ সহজভাৱে বিদেশী বিতাড়ন কৰিব পাৰে।

**বৰগোহাঞি ঃ** আপুনি যদি ক্ষমতালৈ আহে তেতিয়াহ'লে এই আই এম ডি টি আইনৰ বাতিলৰ সুবিধা লৈ আপুনি বিদেশী সমস্যাটো সমাধান কৰিব পাৰিব?

**মহন্ত ঃ** নিশ্চয় নিশ্চয়।

**বৰগোহাঞি ঃ** আৰু আই এছ আই সমস্যা? এইটো অসমৰ নিৰাপত্তাৰ কাৰণে ভাবুকি হৈ পৰিছে।

**মহন্ত ঃ** অকল আই এছ আই বুলিয়েই নহয়, আন আন কিছুমান মৌলবাদী সংগঠন আছে, সেই সংগঠনবিলাকৰ activities, তেওঁলোকৰ কাৰ্যক্ৰমণিকা ক্ৰমান্বয়ে উত্তৰ-পূৰ্বাঞ্চলত বাঢ়ি আহিছে। এইটো যদি বন্ধ কৰিব পৰা নাযায়, তেনেহ'লে অদূৰ ভৱিষ্যতে অসমৰ ভৱিষ্যৎ অন্ধকাৰাচ্ছন্ন।

**বৰগোহাঞি ঃ** এইবোৰ কোন দেশৰ বা কোন সম্প্ৰদায়ৰ মানুহ?

**মহন্ত ঃ** নহয়, ইনছাৰজেণ্ট গ্ৰুপৰ কোনো সম্প্ৰদায় বুলি কথা নাথাকে। কিন্তু সাধাৰণতে পাকিস্তানৰ ইয়াত Patronise আছে। তেওঁলোকে এফালে জম্মু কাশ্মীৰত যেনেকৈ আৰম্ভ কৰিছে, তেনেকৈ North-East-ত আৰম্ভ কৰিছে। কাৰণ এইকেইটাক ফাৰ্টাইল লেণ্ড বুলি তেওঁলোকে বিশ্বাস কৰে।

**বৰগোহাঞি ঃ** বুজিলো। আপুনি Insurgent-ৰ কথা যিহেতু উলিয়াইছে, এই প্ৰশ্নতে আলফাৰ কথাও আহিব। মই আপোনাক এটা অভিযোগ কৰিছো যে আলফাৰ সমস্যাটোৱে আজি ইমান ভয়াবহ ৰূপ ল'লে তাত অগপ চৰকাৰৰ ডাঙৰ ভূমিকা আছে। কাৰণ আপুনি ক্ষমতাত থাকোঁতে, আপোনাৰ প্ৰথম কাৰ্যকালৰ শেষৰ দুটা বছৰত আলফাই এটা সমান্তৰাল চৰকাৰ চলাইছিল। আৰু মই এতিয়া আপোনাক কোনো প্ৰমাণ দিব নোৱাৰো, দৰকাৰ হ'লে প্ৰমাণ দিবলৈ বুলি যদি হাইকৰ্টৰ বিচাৰপতিয়ে কয়, যে মই তোমাক নিৰাপত্তাৰ প্ৰতিশ্ৰুতি দিছো, তুমি মোৰ আগত কেমেৰাত কথাখিনি কোৱা। মই এই কথাও জানো আপোনাৰ চৰকাৰৰ এজন মন্ত্ৰীয়ে আলফাৰ হৈ টকা সংগ্ৰহ কৰিছিল। আৰু সেই টকা সংগ্ৰহ কৰিবৰ সময়ত আৰু এজন মন্ত্ৰী উপস্থিত আছিল।

**বৰগোহাঞি ঃ** সেইটো অভিযোগ সত্য নহয়।

**বৰগোহাঞি ঃ** সত্য নহয় কোৱাটো বাস্তৱে প্ৰমাণ কৰি থৈছে। যিটো আমি সকলোৱে চকুৰে দেখা ঘটনা।

**মহন্ত ঃ** ৮৫ চনৰ পৰা ৯০ চনৰ ভিতৰত তেনেকুৱা অভিযোগ উত্থাপিত হৈছিলে। কিন্তু সেই অভিযোগ বিলাকৰ কোনো ভিত্তি নাছিল। আৰু সেইকাৰণে কেন্দ্ৰীয় চৰকাৰে কয় যে আমি এইকাৰণে প্ৰেছিডেণ্ট ৰুল ইম্প'জ কৰিলো।

গতিকে এই ভয়াবহ ঘটনা এতিয়া সাক্ষী হৈ আছে। One day Cricket পাতিবৰ কাৰণেও Permission ল'ব লাগে।

**বৰগোহাঞি ঃ** আপুনি মুখ্যমন্ত্রী হিচাপে এই খবৰ পাইছিল নেকি যে আপোনাৰ মন্ত্রীসভাৰ এজন সদস্যৰ ঘৰত মানুহ মাতি নি আলফাৰ কাৰণে টকা সংগ্রহ কৰা হৈছিল?

**মহন্ত ঃ** এনে কোনো অভিযোগ মই পোৱা নাছিলো।

**বৰগোহাঞি ঃ** মই যিটো খবৰ পাওঁ কেন্দ্রীয় চোৰাংচোৱা দপ্তৰৰ উচ্চপদস্থ বিষয়াৰ পৰা, আপুনি অসমৰ মুখ্যমন্ত্রী হৈয়ো সেইটো খবৰ নাপায়, সেইটো বিশ্বাসযোগ্য নহয়।

**মহন্ত ঃ** নাই। তেনেকুৱা খবৰ পোৱা নাছিলো। আচলতে পোৱা হ'লেতো নিশ্চয় আমি ব্যৱস্থা ল'লোহেঁতেন।

**বৰগোহাঞি ঃ** মই এইটোৱেই ক'ব লাগিব যে আপোনালোক, প্রথমবাৰ আহোঁতে আপোনালোক ইমানেই বেছি অনভিজ্ঞ আছিল, প্রশাসনৰ সকলো দিশলৈ চকু দিবলৈ হয়তো আপোনালোকে যিটো অভিজ্ঞতা লাগে, সেইটো নাছিল, গতিকে সেইটো গম নাপায়।

**মহন্ত ঃ** কিন্তু এই গোটেই কথাটো নির্ভৰ কৰে শ্বেয়াৰ অব্ মানে ইনফৰমেচন। দিল্লীত আপোনাৰ চৰকাৰটো যদি আপোনাৰ লগত ঠিকে থাকে, তেতিয়াহ'লে সেই চৰকাৰটোৱে তেওঁলোকৰ ইণ্টেলিজেন্স ব্রাঞ্চক আপোনাৰ শ্বেয়াৰ কৰিবলৈ দিব। আৰু যদি নাথাকে, তেতিয়াহ'লে শ্বেয়াৰ কৰিবলৈ নিদিয়ে।

**বৰগোহাঞি ঃ** আপোনালোকক অন্ধকাৰত ৰাখিছিলে?

**মহন্ত ঃ** আমাক অন্ধকাৰত ৰাখিছিলে। যদি তেনেকুৱা কিবা ঘটনা ঘটিছিলে এতিয়া ধৰি লওক ডুমডুমা, তিনিচুকীয়াৰ পৰা আৰম্ভ কৰি বিভিন্ন চাহ বাগিচাৰ পৰিচালকসকলক একেদিনাই by প্লে'ন অসমৰপৰা লৈ যোৱা হৈছে কেলকাতা (কলকাতা)। Information কিন্তু আমাক দিয়া হোৱা নাই। যিদিনা এয়াৰ পর্টৰ পৰা তেওঁলোকে fly কৰিছে সেইদিনাহে Information পাইছো। From Airport অসমৰ এক সংখ্যক ইনছাৰজেণ্ট গ্রুপক আপোনাৰ কোচবিহাৰত ট্রেইনিং দিছে, বি এছ এফৰ কেম্পত।

**বৰগোহাঞি ঃ** আপোনাৰ অভিযোগটো মই মানি লৈছো। কাৰণ মই নিজেই জানো যে বড়ো বিদ্রোহীৰ এটা সংগঠন সেই সময়ত কেন্দ্রীয় চৰকাৰৰ এজন মন্ত্রীৰ সৃষ্টি আছিলে। আপোনাৰ মতে ঠিক এই মুহূর্তত অসমৰ আটাইতকৈ ডাঙৰ সমস্যা তিনিটা কি বুলি যদি মই সোধোঁ, কোন তিনিটাক ক'ব ডাঙৰ সমস্যা?

**মহন্ত ঃ** ইনছাৰজেণ্ট গ্ৰুপৰ সমস্যা।

**বৰগোহাঞি ঃ** সেইটোক এক নম্বৰত ধৰিছে আপুনি?

**মহন্ত ঃ** দেশখনৰ স্বাৰ্থত, সৰ্বসাধাৰণৰ স্বাৰ্থত...

**বৰগোহাঞি ঃ** মইতো অসমৰ কথা কৈছো?

**মহন্ত ঃ** হয়। অসমৰ যদি North-East টো থাকিব লাগে ভাৰতবৰ্ষৰ লগত, তেতিয়াহ'লে এই সমস্যাকেইটা সমাধান কৰিবৰ কাৰণে তেওঁলোক আগবাঢ়ি আহিব লাগিব।

**বৰগোহাঞি ঃ** এইটো অকল কেন্দ্ৰীয় চৰকাৰেই কৰিব লাগিব? আপোনালোকৰ কোনো ভূমিকা নাই?

**মহন্ত ঃ** আমি সহায় কৰিব পাৰো। আমি অনুঘটকহে হ'ব পাৰো। ডিছিচনটো, ফাইনেল ডিছিচনটো হৈছে তেওঁলোকৰ।

**বৰগোহাঞি ঃ** আচ্ছা, এইটো এক নম্বৰ। দুই নম্বৰ?

**মহন্ত ঃ** আৰু যিবিলাক বাহিৰা শক্তিয়ে ইয়াত কাম কৰি আছে।

**বৰগোহাঞি ঃ** যেনে—

**মহন্ত ঃ** আই এছ আইৰ পৰা আৰম্ভ কৰি, জেহাদীৰ পৰা আৰম্ভ কৰি বিভিন্ন যিবিলাক অৰ্গেনাইজেচন, তেওঁলোকেই ক'ৰবাত এটা ব'ম্ব ব্লাষ্ট হ'লে কয় এইটো অমুকে কৰিছে, তমুকে কৰিছে। এইটোক প্ৰিভেণ্ট কৰিবৰ কাৰণে চৰকাৰে যিকোনো ব্যৱস্থা ল'ব লাগে।

**বৰগোহাঞি ঃ** সেইটোও আপুনি কেন্দ্ৰলৈ থৈ দিব নেকি? প্ৰথমটোও কেন্দ্ৰলৈ ঠেলিলে।

**মহন্ত ঃ** নাই। পিছৰটো থোৱা নাই। পিছৰটো মই ঠেলিছো ষ্টেট গভৰ্ণমেণ্টে এই ক্ষেত্ৰত এটা বলিষ্ঠ পদক্ষেপ ল'ব লাগিব যিটো চেণ্ট্ৰেল গৰ্ভণ্টমেণ্টৰ লগতে।

**বৰগোহাঞি ঃ** যদি আপুনি ক্ষমতালৈ আহে, সেই বলিষ্ঠ পদক্ষেপ ল'ব?

**মহন্ত ঃ** আমি লৈছিলো। আমি আই এছ আইৰ এজেণ্টক ইয়াত এৰেষ্ট কৰিছিলো। সেই এজেণ্ট এৰেষ্ট কৰাৰ পিছত যেতিয়া ক'ৰ্টত কেছ চলি থাকিল তেতিয়া আমাৰ চৰকাৰ গ'ল, কংগ্ৰেছ চৰকাৰ আহিল। কংগ্ৰেছ গভৰ্ণমেণ্ট অহাৰ পিছত যেতিয়া আই এছ আই প্ৰসংগটো অসম বিধান সভাত ওলাইছিল, তেতিয়া অসমত আই এছ আই নাই বুলি কৈ দিলে। তেতিয়া...

**বৰগোহাঞি ঃ** কোনে ক'লে?

**মহন্ত ঃ** এজন মন্ত্ৰীয়ে ক'লে, সেই সময়ৰ ৰেছপন্‌ছিবল এজন মন্ত্ৰীয়ে।

**বৰগোহাঞি ঃ** কংগ্ৰেছৰ মন্ত্ৰী?

**মহন্ত ঃ** কংগ্ৰেছৰ মন্ত্ৰী। নাই বুলি কৈ দিয়াৰ পিছত যেতিয়া হাউছত এই প্ৰশ্নটো উঠিলে তেওঁলোকে আগৰ Statement সংশোধন কৰিবলগা হ'ল। কাৰণ কেইবাগৰাকী আই এছ আই এজেণ্ট তেতিয়া জেলত আছিলে। পিছত এই গভৰ্ণমেণ্টে কেছটো যেতিয়া হাইকৰ্টত আহিলে, লবাৰ কৰ্টত আহিলে, তেতিয়া উকীলসকলক উপযুক্ত তথ্য সহকাৰে আৰগুমেণ্ট কৰিবৰ কাৰণে তথ্য তেওঁলোকক দিয়া নহ'ল, যাৰ ফলত তেওঁলোক মুকলি হৈ আহিলে।

**বৰগোহাঞি ঃ** আপুনি ক'ব খুজিছে অসম চৰকাৰে, অসমৰ কংগ্ৰেছী চৰকাৰে আপোনাৰ ভাষাত প্ৰকাৰান্তৰে আই এছ আইক ৰক্ষণাবেক্ষণ দিছে?

**মহন্ত ঃ** এইটোতো মোৰ ভাষাত নহয়, কৰ্টৰ ভাষাত। কৰ্টৰ পৰা তেওঁলোক মুকলি হৈ গুচি আহিলে।

**বৰগোহাঞি ঃ** আপোনাৰ তিনি নম্বৰ ডাঙৰ সমস্যা কি?

**মহন্ত ঃ** অৰ্থনৈতিকভাৱে অসমখনৰ যিটো অনগ্ৰসৰতা, বিভিন্ন জনগোষ্ঠীৰ মাজত যিটো অবিশ্বাসৰ ভাব বিয়পি পৰিছে, সেইটো দূৰ কৰিবৰ কাৰণে সম্পূৰ্ণ চেষ্টা কৰিব লাগিব।

**বৰগোহাঞি ঃ** এই তিনিটা আপোনাৰ মূল সমস্যা?

**মহন্ত ঃ** এইটো বাহিৰা দৃষ্টিভংগীত। ভিতৰুৱা দৃষ্টিভংগীত আৰু সমস্যা আছে। সেই সমস্যা হৈছে আমাৰ Erosion, flood control, unemployment problem আৰু শিক্ষকৰ যিখিনি Problem...

**বৰগোহাঞি ঃ** আপুনি সকলোৱে জনা সমস্যাখিনিৰ কথা কৈছে। ইলেক্‌চন আহে। প্ৰতিবাৰে বিভিন্ন দলে ক্ষমতা বিচাৰে। ক্ষমতালৈ অহাৰ পিছত কয় আমি কেন্দ্ৰীয় চৰকাৰে এইটো কৰা নাই কাৰণে এইটো কৰিব নোৱাৰিলো। আপুনি বিদেশী সমস্যা সমাধান নকৰিলে, এতিয়ালৈকে আপুনি কিজানি দহটামান অজুহাত দিলে, এতিয়া নহয় কোন অনন্ত কালতো এইবোৰ সমস্যা সমাধান হ'বনে?

**মহন্ত ঃ** এইটো অজুহাত নহয়। আইনৰ উৰ্দ্ধত কোনো এজন মন্ত্ৰীয়ে কাম কৰিব নোৱাৰে।

**বৰগোহাঞি ঃ** বুজিছো। আপোনাক মই মুখ্যমন্ত্ৰী কৰিম। কিবা বাধা আছে, কি বাধা আছে মই নাজানো। চব বাধা দূৰ কৰি মোৰ ৰাজ্যখন শান্তিপূৰ্ণ আৰু সমৃদ্ধিশালী কৰি তোলা... আৰু তাকেই যদি কৰিব নোৱাৰে, আপুনি বাৰে বাৰে কিয় ক্ষমতা বিচাৰে?

**মহন্ত ঃ** নাই। বিদেশীমুক্ত কৰিবৰ কাৰণে, সেই কাৰণে অসম চুক্তিত উল্লেখ আছে যে যিহেতু State য়ে অকলে নোৱাৰে সেইকাৰণে চেণ্ট্ৰল হোম মিনিষ্ট্ৰিৰ ওপৰতে সম্পূৰ্ণ দায়িত্ব।

**বৰগোহাঞি ঃ** কেন্দ্ৰীয় চৰকাৰৰ সহযোগিতা আদায় কৰাটো মুখ্যমন্ত্ৰী হিচাপে আপোনাৰ কৰ্তব্য।

**মহন্ত ঃ** চাওক, এতিয়া দিল্লীত কংগ্ৰেছ চৰকাৰ চলি আছে, ইয়াতো কংগ্ৰেছ চৰকাৰ চলি আছে। প্ৰধানমন্ত্ৰীয়ে অসমো ভ্ৰমণ কৰিলে বিহাৰো ভ্ৰমণ কৰিলে। বিহাৰৰ কাৰণে এহেজাৰ কোটি টকা এনাউন্স কৰিলে। অসমৰ কাৰণে একো ঘোষণা নকৰিলে।

**বৰগোহাঞি ঃ** মই আপোনাক অহাবাৰ ক্ষমতালৈ পঠিয়াম। তেতিয়াও কেন্দ্ৰীয় চৰকাৰ থাকিব। তেতিয়াও ক'ব যে কেন্দ্ৰীয় চৰকাৰে আমাৰ কাৰণে একো নকৰে আমি কি কৰিম?

**মহন্ত ঃ** নাই, আমি চেষ্টা কৰিম। তেওঁলোকক দাবী কৰিম। যেনেকৈ আপোনাৰ ৭০ শতাংশ ল'নৰ ঠাইত ৯০ শতাংশ গ্ৰাণ্ট, ১০ শতাংশ ল'ণ এছিছটেণ্ট কমিছনৰ পৰা আদায় কৰিব পাৰিছো। যেনেকৈ আমি তিনিচুকীয়া, ডিব্ৰুগড় ব্ৰডগেজ ৰেল লাইন আন্দোলন নকৰাকৈ আৰম্ভ কৰিব পাৰিছিলো, যেনেকৈ নুমলীগড় ৰিফাইনেৰী আই আই টি স্থাপন কৰিবৰ কাৰণে কেন্দ্ৰীয় চৰকাৰক বাধ্য কৰাব পাৰিছিলো, ঠিক তেনেকৈ নিশ্চয় পাৰিম।

**বৰগোহাঞি ঃ** আপুনি বহুত কাম কৰিলে। কিন্তু যিটো দাবীত আপোনালোকে দুবছৰ আন্দোলন কৰিলে সেইটো কিন্তু সমস্যা হিচাপেই এৰি থৈ গ'ল। এতিয়া আপোনাৰ এই কথাখিনিয়ে এটা প্ৰশ্ন আনিছে, সেইটো হ'ল যে আপোনাৰ ৰাজনৈতিক জীৱনৰ ব্যক্তিগতভাৱে আটাইতকৈ ডাঙৰ সফলতা কি বুলি ভাবে আৰু বিফলতা কি বুলি ভাবে?

**মহন্ত ঃ** সফলতাৰ ক্ষেত্ৰত এটা কথা মই ক'ব পাৰো যে জনসাধাৰণৰ মৰম-চেনেহ অৰ্জন কৰাত আমি সফল হৈছিলো।

**বৰগোহাঞি ঃ** আমি বুলি নক'ব। মই আপোনাৰ ব্যক্তিগত কথা কৈছো।

**মহন্ত ঃ** ব্যক্তিগতভাৱে যে অসমৰ জনসাধাৰণৰ স্বাৰ্থৰ কাৰণে কাম কৰিবৰ বাবে আমি এটা সুযোগ পালো।

**বৰগোহাঞি ঃ** এইটো এনেকৈও ক'ব পাৰি যে মই ৰাজনীতিলৈ আহিছিলো, মুখ্যমন্ত্ৰী হোৱাটো মোৰ জীৱনৰ ডাঙৰ সফলতা। এইটোতো ক'ব পাৰি?

**মহন্ত ঃ** নাই।

**বৰগোহাঞি ঃ** ক'ৰ ডেকাল'ৰা এটা মুখ্যমন্ত্ৰী হ'ল। সেইটোকে ক'ব পাৰে?

**মহন্ত ঃ** মুখ্যমন্ত্ৰী হ'ম বুলি মই কোনোদিনে ভবা নাছিলো। পলিটিক্সত...

**বৰগোহাঞি ঃ** যেতিয়া হ'ল তেতিয়া এইটো কৃতকাৰ্যতা বুলি নাভাবে নেকি?

**মহন্ত ঃ** এফালৰ পৰা ভাবিব পাৰি। আৰু আটাইতকৈ বিফলতাটো হৈছে যে আমি যিটো উদ্দেশ্য লৈ চৰকাৰ কৰিছিলো, যিটো উদ্দেশ্য লৈ আমি আগবাঢ়ি আহিছিলো, সেই উদ্দেশ্য, লক্ষ্যত আমি সফলভাৱে উপনীত হ'ব নোৱাৰিলো।

**বৰগোহাঞি ঃ** আপোনালোকে দহ বছৰ অসমত ৰাজত্ব কৰিলে। দহ বছৰীয়া শাসনত আপোনালোকে অসমক স্থায়ী সুফল দিয়া কি কাম কৰিলে?

**মহন্ত ঃ** যিবিলাক জনগোষ্ঠীৰ মাজত পৰস্পৰ যি বিশ্বাস, একতা গঢ়ি উঠিব লাগে সেইটো কৰাত আমি সফল হ'ব পাৰিছো। আৰু আনহাতে অৰ্থনৈতিকভাৱে পিছপৰা ৰাজ্যখনলৈ অৰ্থনৈতিক সুস্থিৰতা ঘূৰাই অনাৰ ক্ষেত্ৰত আমাৰ ৰাজ্যখনত আমাৰ দলটো সফল হ'ব পাৰিছে বুলি ক'ব পাৰোঁ।

**বৰগোহাঞি ঃ** এতিয়া আমি এটা বাণিজ্যিক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** এতিয়া আমি আকৌ মুখামুখি অনুষ্ঠানলৈ ঘূৰি আহিছো। আপুনি এটা কথা ক'লে যে অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত সম্প্ৰীতি স্থাপন আপোনালোকৰ এটা ডাঙৰ সাফল্য। মই তথ্যপাতিৰ সৈতে প্ৰমাণ কৰিম যে আপোনালোকৰ আন্দোলনৰ পিছতেই প্ৰত্যেক জনজাতিৰ স্বাধীনতাৰ আন্দোলন তীব্ৰ হ'ল আৰু তাৰ ফলত অসমত জনজাতিবিলাক ক্ৰমান্বয়ে অসমীয়া সমাজৰপৰা আঁতৰি গ'ল।

**মহন্ত ঃ** মই একমত হ'ব পৰা নাই। কাৰণ যেনেকৈ স্বাধীনতাৰ পাছতেই P.T.C. য়ে আন্দোলন আৰম্ভ কৰিছিলে সাম্প্ৰদায়িক ভিত্তিত।

**বৰগোহাঞি ঃ** PTC-য়ে কৰিলেও, PTC-য়ে গোলাপ বৰবৰাহঁতৰ লগত এটা কোৱালিচন চৰকাৰো কৰিছিলে। একেবাৰে আঁতৰি যাব, তেনেকুৱা... এটা বুজাবুজি পন্থালৈ আহিছিল। কিন্তু আপোনালোকৰ আন্দোলনৰ পিছত তেওঁলোকে এনেকুৱা ৰুদ্ৰমূৰ্তি ধাৰণ কৰিলে, যিটো PTC-য়ে কেতিয়াও কৰা নাছিল।

**মহন্ত ঃ** নহয় তেওঁলোক অমাৰ লগতে আছিল। যিসকলে অসম আন্দোলনক নষ্ট কৰি দিয়াৰ চক্ৰান্ত কৰিছিল, তেওঁলোকে আচলতে এনেকুৱা সংগঠন বিলাকৰ ৰাতাৰাতি সৃষ্টি কৰি তেওঁলোকে...

**বৰগোহাঞি ঃ** এতিয়া আপুনি অস্বীকাৰ কৰিছে যে আপোনালোকৰ কাৰণে এইটো হ'ল। এতিয়া এইটো মোৰ শেষ প্ৰশ্ন, নিৰ্বাচন আহিছে। মই এইটো ক'লো যে দুটা কাৰ্যকালৰ আপোনালোকৰ শাসন কালত বহুত ব্যৰ্থতাৰ কাহিনী, বিশ্বাসঘাতকতাৰ কাহিনী, প্ৰতাৰকৰ কাহিনী, এই বিদেশী যিটো ধৰিব নোৱাৰিলে,

যিটো অসমৰ আটাইতকৈ ডাঙৰ সমস্যা, সেইটোৱেই সমাধান কৰিব নোৱাৰিলে। এতিয়া আপোনালোকে ৰাইজৰ ওচৰলৈ কি বুলি যাব আৰু কেনেবাকৈ ক্ষমতা পালেও এই জ্বলন্ত সমস্যাবোৰ কেনেকৈ সমাধান কৰিব?

**মহন্ত ঃ** এইক্ষেত্ৰত আমি ৰাইজৰ সম্পূৰ্ণ সহায়-সহযোগ বিচাৰিম। আৰু বিভিন্ন সংগঠনবিলাকৰো আমি সহায়-সহযোগ বিচাৰিম। ৯৬-ৰ নিৰ্বাচনত আপোনাৰ নিশ্চয় মনত আছে যে জমিয়ত উলেমা হিন্দে, তেওঁলোকে আমাক সহযোগ আগবঢ়াইছে অসমত। তেতিয়া PDF-য়ে হওক বা আন জনজাতীয় সংগঠনেই হওক আমাক সহায় কৰিবলৈ আগবাঢ়ি আহিছিল। আৰু আমি একেলগে চৰকাৰ কৰিছিলো। আৰু আপোনাৰ এই কথাটোও নিশ্চয় মনত আছে যে বৰাক উপত্যকা আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাজত যি এক বিদ্বেষৰ ভাব আছিল, তেওঁলোকৰ মানুহৰ লগত কথা-বতৰা পাতি, অসম সাহিত্য সভাৰ দৰে এটা জাতীয় অনুষ্ঠান সাহিত্য সভাৰ হাইলাকান্দি অধিবেশন পতাত সফল হ'ব পাৰিছো।

**বৰগোহাঞি ঃ** মই এইটো নকওঁ যে আপোনালোকৰ যিখিনি ইতিহাস, সমস্তখিনি ব্যৰ্থতাৰ ইতিহাস। মই আপোনাক এটা কথা প্ৰমাণ কৰি দিব পাৰো যে অসমত সন্ত্ৰাসবাদ আৰু আঞ্চলিকতাবাদ, দুয়োটা যজা সন্তান। অসম আন্দোলন ৭৯ চনত আৰম্ভ হ'ল আৰু আলফাৰো জন্মৰ হ'ল ৭৯ চনতে। দুয়োটাৰে জন্ম একেসময়তে, দুয়োটাৰ বৃদ্ধি আৰু বিকাশো একে সময়তে। গতিকে আজি আপুনি সন্ত্ৰাসবাদৰ বিৰুদ্ধে যিয়েই যি নকওক, ইতিহাস সাক্ষী হৈ আছে যে অসমত বিচ্ছিন্নতাবাদ আৰু সন্ত্ৰাসবাদৰ উত্থানত অগপ'ৰ বা আপোনালোকৰ অসম আন্দোলনৰ এটা বলিষ্ঠ ভূমিকা আছে।

**মহন্ত ঃ** এইটো ক্ষেত্ৰত আঞ্চলিকতাবাদ বা আন্দোলন জড়িত বুলি মই নাভাবোঁ। কাৰণ কেন্দ্ৰীয় চৰকাৰে যিখন স্পেচিয়েল এক্ট অসমত Imposed কৰিলে, ডিষ্টাৰ্ব এৰিয়া Imposed কৰিলে, সেই আইনৰ সুবিধা লৈ বহু ঠাইত বিভিন্ন ঘটনা সংঘটিত হৈছিল। আৰু সেই ঘটনাবিলাক ইণ্ডিয়ান আৰ্মিৰ বিৰুদ্ধে নহয়! তেওঁলোকৰ যিবিলাক মানুহ এইবিলাক ঘটনাত জড়িত হৈ পৰিছিল তেওঁলোকৰ বিৰুদ্ধে প্ৰচাৰ চলাব লগা হৈছিল— এই কথাবিলাক কেন্দ্ৰীয় চৰকাৰৰ দৃষ্টিলৈ আনিবলগা হৈছিল ব্যৱস্থা ল'বৰ কাৰণে। তেনেকৈ চেণ্ট্ৰেল ৰিজাৰ্ভ ফ'ৰ্চে বিভিন্ন ঠাইত যিবিলাক বা আৰ্মড ফ'ৰ্চবিলাকে যিবিলাক অমানুষিক অত্যাচাৰ কৰিছিল, এটা গণতান্ত্ৰিক আন্দোলন মষিমূৰ কৰিবৰ কাৰণে— গতিকে তাৰ কাৰণে প্ৰতিৰোধ ব্যৱস্থা আমি গণতান্ত্ৰিকভাৱে ল'ব লগা হৈছিল।

**বৰগোহাঞি ঃ** আপোনালোকে প্ৰৰোচনামূলক কাম কৰিছিল যথেষ্ট।

**মহন্ত ঃ** নহয়। আমি কওঁ যে সম্পূৰ্ণ শান্তিপূৰ্ণভাৱে এটা আন্দোলন চলাই নিয়া হৈছিল।

**বৰগোহাঞি ঃ** বাহিৰত আপোনালোকে দেখুৱাইছে। আপোনালোকে গান্ধীবাদী বুলিও কৈছিল।

**মহন্ত ঃ** ছিনচিয়েৰলি কৰা হৈছিলে এইটো।

**বৰগোহাঞি ঃ** আপুনি হয়তো নেতৃত্বৰ বাহিৰলৈ গৈ সেই সময়ত কিবা সন্ত্ৰাসমূলক কাম বহুত কৰিছিল। এতিয়া নেলীৰ হত্যাকাণ্ড। নেলীৰ হত্যাকাণ্ডকে ধৰি ল'লো। আপোনালোকে কৰা নাই। সেই সময়ত সকলোৱে বুজিছিলো যে ৮৩ চনৰ নিৰ্বাচন লণ্ড-ভণ্ড কৰিবৰ কাৰণে নেলীৰ সেই কাণ্ডটো কৰা হ'ল।

**মহন্ত ঃ** তেতিয়াতো আমি জেলত ...

**বৰগোহাঞি ঃ** সেইদিনা জেলত আছে। লাখ লাখ কৰ্মীতো জেললৈ যোৱা নাই। তেতিয়া এটা সন্দেহ হৈছিল যে আন্দোলনকাৰীসকলৰ পৰোক্ষ ভূমিকা আছিল। সেইটো সন্দেহৰ পৰা চিৰকাললৈ নিজকে মুক্ত কৰিবলৈ, যিটো কংগ্ৰেছ চৰকাৰে তদন্তৰ প্ৰতিবেদন গাপ দি থলে। আপোনালোকে ক্ষমতালৈ আহি সেইটো— ১৯৮৩ চনত হিতেশ্বৰ শইকীয়াই মুখ্যমন্ত্ৰীৰ দায়িত্ব লৈ প্ৰথম দিনাখনেই তেওঁ তিৱাৰী কমিছন ঘোষণা কৰিছিল। ৭৯ চনৰ পৰা ৮৫ চনলৈ আঢ়ৈ বছৰ গ'ল। ঘোষণা নকৰিলে। আমি সকলোৱে আশা কৰিছিলো যে অগপ আহি প্ৰথম কাম হ'ব তিৱাৰী কমিটিৰ প্ৰতিবেদন আউট কৰা। সেইবাৰ আপোনালোকে ক্ষমতাৰ পৰা বিদায় ল'লে। ৯৬ চনত আকৌ আহিলে। এই বছৰো আপোনালোকে সেইখন গাপ দি থ'লে। তিৱাৰী কমিছনত এনেকুৱা কি ভয়ংকৰ বস্তু আছিল যিটো কাৰণে কংগ্ৰেছ আৰু অগপ, আপোনালোকৰ বহুত বিৰোধ, এটা কথাত কিন্তু দুয়োটা একমত যে তিৱাৰী কমিছনৰ প্ৰতিবেদন আমি কেতিয়াও ৰাজহুৱা নকৰো।

**মহন্ত ঃ** চাওক, এইটো আপোনাক শুদ্ধ খবৰ দিয়া নাই।

**বৰগোহাঞি ঃ** নাই, খবৰটো মোক নালাগে নহয়। এইটো প্ৰমাণেই যে আপুনি প্ৰকাশ কৰা নাই, তেওঁ কৰা নাই।

**মহন্ত ঃ** তিৱাৰী কমিছনৰ ৰিপৰ্ট আমি এছেম্বলীত প্লেচ কৰিছো।

**বৰগোহাঞি ঃ** সম্পাদিত ৰূপ?

**মহন্ত ঃ** তিৱাৰী কমিছনৰ ৰিপৰ্ট আমি হাউছত প্লেচ কৰিছো।

**বৰগোহাঞি ঃ** কিন্তু দোষী সাব্যস্ত হৈছিলনে নাই?

**মহন্ত ঃ** নাই। সেইটো পিছৰ প্ৰচেছৰ কথা।

**বৰগোহাঞি ঃ** প্ৰচেছ কৰিলেনে নাই?

**মহন্ত ঃ** কৰাৰ পিছতো প্ৰশাসনিক ব্যৱস্থা চলিব।

**বৰগোহাঞি ঃ** এইটোৱেই কথা যে তিৱাৰী কমিছনৰ তদন্ত ভেকোভাওনা হ'ল। তিনিহাজাৰ মানুহৰ হত্যা কৰি কোনেও তাৰ কাৰণে শাস্তি নাপালে। আপোনালোকেও অপৰাধীক ধৰা পেলাব নোৱাৰিলে। কংগ্ৰেছেও নোৱাৰিলে। পৰৱৰ্তী নিৰ্বাচনত আপোনালোকে ৰাইজক কি প্ৰতিশ্ৰুতি দি ৰাইজৰ ওচৰলৈ যাব?

**মহন্ত ঃ** অসমৰ জনসাধাৰণক আমি লগত লৈ আগবাঢ়ি যাব বিচাৰো আৰু আমি বিচাৰো যে অসমক অৰ্থনৈতিকভাৱে, সামাজিকভাৱে আগবঢ়াই লৈ যাবৰ কাৰণে...

**বৰগোহাঞি ঃ** এইটো সাধাৰণীকৰণ। এইটো নহয় যে আপুনি আহিব। আহি পাঁচ বছৰ সেই সমস্যাবোৰৰ লগত ধেমালি কৰিব। আকৌ এৰি থৈ গুচি যাব। পাঁচ বছৰৰ ভিতৰতে কিবা এটা সমস্যা সমাধান কৰিব পাৰিব নে?

**মহন্ত ঃ** জনসাধাৰণৰ সহায়-সহযোগিতা যদি সম্পূৰ্ণ লাভ কৰিব পাৰোঁ...

**বৰগোহাঞি ঃ** জনসাধাৰণে সহযোগিতা কেতিয়া কৰিব যেতিয়া আপুনি কাম কৰা দেখে। সহযোগিতা কৰিবই।

**মহন্ত ঃ হয়।** আপুনি ধৰি লওক প্ৰশাসনিকভাৱে আপুনি ভোটত ইলেক্টেড বা নিৰ্বাচিত হৈ আহিছে। আপুনি এটা সুস্থিৰ চৰকাৰ দিব পাৰিবনে আৰু সুস্থিৰ চৰকাৰ দিয়াৰ লগে লগে আইনগত যিখিনি অসুবিধা, আইনৰ অসুবিধাসমূহ দূৰ কৰিবৰ কাৰণে যিটো সময় আপুনি হাতত পাব লাগে সেই সময়টো আপোনাৰ হাতত লাগিব। এতিয়া অসমৰ মানুহৰ যিবিলাক সমস্যা আছে, সেইবিলাক নাইকিয়া কৰি প্ৰত্যেকৰে মাজত বিশ্বাসৰ ভাব গঢ়ি তুলিব লাগে। অসমৰ অৰ্থনৈতিক যিবিলাক সমস্যা আছে।

**বৰগোহাঞি ঃ** মহন্ত, আপুনি গোটেইখিনি কথা সাধাৰণীকৰণ কৰিছে। এইটো এটা ডাঙৰ ৰাজনৈতিক বক্তৃতা। আপোনাক মই পিনপইণ্ট কৰি কৈছিলো, আপুনি পইণ্টেড উত্তৰ নিদিলে। এইটোৱেই মোৰ ইমপ্ৰেছন লৈ আজিৰ আলোচনাটো শেষ কৰিলো। আপোনাক এই আলোচনাত ভাগ লোৱা বাবে অশেষ ধন্যবাদ।

**মহন্ত ঃ** ময়ো এইখিনি কথা ক'বলৈ দিয়াৰ বাবে আপোনালৈও ধন্যবাদ দিছো।

*(১৯ ছেপ্তেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# ভাস্কৰজ্যোতি মহন্তৰ সৈতে হোমেন বৰগোহাঞি

*"আনকি একোজন চিপাহীয়েও আমাৰ মনত যিটো সাঁচ বহুৱাইছিল, আমি জীৱনত পাহৰিব নোৱাৰোঁ। তাৰ তুলনাত প্ৰতি বছৰে পুলিচৰ ভাবমূৰ্তি কলংকিত হৈ হৈ আজি এনেকুৱা এটা পৰ্যায় পাইছোঁ যে ভাৰতীয় চিনেমাৰ আৰ্টিষ্টক এটা কাঢ় চৰিত্ৰ বুলিলে তেওঁলোকে যিটো চৰিত্ৰ অংকন কৰি ভাল পায় সেইটো হ'ল— চেদিষ্ট, দুৰ্নীতিপৰায়ণ-দুৰ্বিনীত পুলিচ। পুলিচক এটা মনষ্টাৰৰ ৰূপত চিত্ৰিত কৰা হয়।"*





**হোমেন বৰগোহাঞি ঃ** নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আকৌ এবাৰ স্বাগতম। আজি মোৰ অতিথি অসম পুলিচৰ মহাপৰিদৰ্শক শ্ৰীভাস্কৰজ্যোতি মহন্ত। অসম পুলিচৰ এটা গৌৰৱময় পৰম্পৰা আছে। তাহানিৰ আনন্দ চন্দ্ৰ আগৰৱালাৰ দিনৰ পৰা আৰম্ভ কৰি আজিৰ হৰেকৃষ্ণ ডেকা, কুল শইকীয়ালৈকে অসম পুলিচে যিমান কবি, সাহিত্যিক, সমালোচক, সমাজসেৱক, শিল্পী তৈয়াৰ কৰিছে, ভাৰতবৰ্ষৰ আন কোনোবা ৰাজ্যই সিমানখিনি কৰিব পাৰিছেনে নাই, সেই বিষয়ে মোৰ মনত সন্দেহ আছে। সেই গৌৰৱময় পৰম্পৰাৰে এজন অতি উপযুক্ত প্ৰতিনিধি ভাস্কৰজ্যোতি মহন্ত। আমাৰ কাজিয়া আৰম্ভ হোৱাৰ আগতে মই মহন্তক অনুৰোধ কৰিছো আপুনি এফাকি প্ৰিয় কবিতাৰে আমাৰ এই আলোচনাটো আৰম্ভ কৰক।

**ভাস্কৰজ্যোতি মহন্ত ঃ** দাদা, মই ১৯৮৯ চনতে কবিতা বুলি কিবা লিখিবলৈ চেষ্টা কৰিছিলো। যেতিয়া পোখৰানত নিউক্লিয়েৰ ব্লাষ্ট কৰা হৈছিল, তেতিয়া লিখা কবিতা এটা আজিৰ দিনটোত বিশেষকৈ প্ৰযোজ্য হ'ব বুলি মই ভাবিলো। নামটো আছিল—

**বোধিদ্ৰুমত ৰাজমাতাজ**

পদাৰ্থৰ মূলতেই সৃষ্টিৰ উন্মেষ<br>
উন্মেষতেই বিস্মৃত অণু-পৰমাণুৰে<br>
হাজাৰ ভৱিষ্যতৰ সপোন মেলে,<br>
এই যে মাইনাজনী

মানুহবোৰ, মন্ত্ৰী, বিজ্ঞান,
তোমালোক আৰু আমিবোৰ
আৰু আমাৰ সকলোৰে পাৰ্থিব আৱশ্যকতাবোৰৰ মূলবোৰ
আমি জানো অনাগত কাইলৈবোৰৰ বাবেই
জীয়াই নাথাকো!
নক'লেও নাভাবোনে? কাইলৈতো ভাল হওক

বুদ্ধ্যং শৰণং গচ্ছামি
সংঘং শৰণং গচ্ছামি
ধৰ্মং শৰণং গচ্ছামি

দৈহিক বাসনাৰ মায়াজাল ফালি
ধাবমান শাক্য সিংহ গৌতম .
সুদূৰ পিয়াসী সত্যৰ সন্ধানত
তোমাৰ ঘৰত কোনোবা মৰিছেনে
তোমাৰ ঘৰত
তোমাৰ ঘৰত
আসঃ কি যন্ত্ৰণা
মৃত্যুৰ আবেশত আমি কোনেও একাত্ম হ'ব নোৱাৰো
বুদ্ধ গৌতমে আমাক প্ৰজ্ঞা দিলে
ব্যক্তি মৃত্যুশীল
সত্তা অমৰ
আমি হিংসা বৰ্জন কৰো
মানৱতা চিৰন্তন
দ্ব্যৰ্থক কাঠামোত
বুদ্ধই হাঁহিলে
আজি কালি বুদ্ধই য'তে-ততে হাঁহে
দুখৰ প্ৰজাৰ মূধচত বহি
মধ্যযুগীয়া অনগ্ৰসৰতা আৰু শিক্ষাহীনতাৰ স্থবিৰ বায়ুমণ্ডলত
আপোনবোৰে নিজৰ আত্মাক শাণিত কৰা যুদ্ধক্ষেত্ৰবোৰত
বুদ্ধই ঢেকঢেকাই হাঁহে
কাৰণ শক্তিৰ বলয়ৰ বিচ্ছুৰিত জ্যোতিত
আলোকিত হয় বোধিদ্ৰুমৰ উচ্চ শিবিৰ

**বৰগোহাঞি ঃ** অতি সুন্দৰ কবিতা। শুভাৰম্ভ হ'ল। এতিয়া আমি বেয়া কথাবোৰলৈ যাওঁ। অসম পুলিচৰ বিৰুদ্ধে ৰাইজৰ মনত হাজাৰ হাজাৰ অভিযোগ পুঞ্জীভূত হৈছে। মই আজি আপোনাক বাছি বাছি মাত্ৰ কেইটামান প্ৰশ্ন কৰিম। আমি যেতিয়া সৰু ল'ৰা আছিলো, সেই সময়তে আমি জ্ঞানদাভিৰাম বৰুৱাৰ 'লণ্ডনৰ পুলিচ' বুলি এটা প্ৰবন্ধ পঢ়িছিলোঁ। লণ্ডনৰ পুলিচ— এই পৃথিৱীত ইয়াতকৈ যে কোনোবা ভদ্ৰলোক থাকিব পাৰে, এখন সমাজে, এটা সভ্যতাই লণ্ডনৰ পুলিচৰ নিচিনা মানুহ সৃষ্টি কৰিব পাৰে। তেতিয়া আমাৰ মনত পুলিচৰ যিটো ভাবমূৰ্তি, সেই লণ্ডনৰ পুলিচ নামৰ প্ৰবন্ধটোৱে সেই ভাবমূৰ্তি ভালকৈ ৰুই থৈ গৈছে। মোৰ জন্ম হৈছিল পৰাধীন দেশত। ব্ৰিটিছৰ শাসনত। সেয়ে মোৰ শৈশৱ, কৈশোৰ অতিবাহিত হৈছিল ব্ৰিটিছ শাসনত। সেই সময়ৰ ভাৰতীয় পুলিচেও— আনকি একোজন চিপাহীয়েও আমাৰ মনত যিটো সাঁচ বহুৱাইছিল, আমি জীৱনত পাহৰিব নোৱাৰোঁ। তাৰ তুলনাত প্ৰতি বছৰে পুলিচৰ ভাবমূৰ্তি কলংকিত হৈ হৈ আজি এনেকুৱা এটা পৰ্যায় পাইছেগৈ যে ভাৰতীয় চিনেমাৰ আটাইতকৈ এটা ৰূঢ় চৰিত্ৰ বুলিলে তেওঁলোকে যিটো চৰিত্ৰ অংকন কৰি ভাল পায় সেইটো হ'ল— চেদিষ্ট, দুৰ্নীতিপৰায়ণ-দুৰ্বিষহ পুলিচ। পুলিচক এটা মনষ্টাৰৰ ৰূপত চিত্ৰিত কৰা হয়। ভাল পুলিচো আছে কিন্তু সেইটো ব্যতিক্ৰম। দেশ স্বাধীন হোৱাৰ পিছৰ পৰা ক্ৰমান্বয়ে ৰাজনৈতিক নেতা, মন্ত্ৰী, বিধায়কে, ৰাজনৈতিক স্বাৰ্থত, ব্যক্তিগত স্বাৰ্থত পুলিচক ব্যৱহাৰ কৰি কৰি তেওঁলোকক আজি এনেকুৱা এটা ৰূপলৈ আনিছে যে পুলিচক মানুহে বন্ধু বুলি নাভাবি শত্ৰু বুলি ভাবিবলৈ আৰম্ভ কৰিছে। এটা মাত্ৰ উদাহৰণ দিওঁ— মই নিজে এবাৰ লিখিছিলো নাম নিদিয়াকৈ। জিলাৰ এজন আৰক্ষী অধীক্ষকক ২৪ ঘণ্টাৰ ভিতৰত এখন জিলাৰ পৰা বদলি কৰা হৈছিল, কিয়? তেওঁক ধাৰ্য কৰি দিয়া হৈছিল মাহে ২০ লাখ টকা (তেওঁ যাক দিব লাগে আপুনি জানেই আৰু)। সেইটো তেওঁ দিবলৈ অস্বীকাৰ কৰিলে। '২০ লাখ টকা মই ক'ৰ পৰা পাম?' আপুনি মোৰ এই অভিযোগৰ উত্তৰত কি ক'ব?

**মহন্ত ঃ** ১৮৬১ চনত ইণ্ডিয়ান পুলিচ এক্টখন ব্ৰিটিছে আৰম্ভ কৰিছিলে। ১৮৫৭ চনত চিপাহী বিদ্ৰোহ হৈছিলে। ১৮৫৮ চনত কুইন ভিক্টোৰিয়াজ প্ৰক্লেমেচন হৈছিলে আৰু ১৮৬১ চনত নেটিভছবিলাকক থলুৱা ভাৰতীয় লোকৰ আশা-আকাংক্ষাৰ বিৰুদ্ধে এটা বিশেষ ধৰণৰ ফৰ্চ তেওঁলোকে গঠন কৰিছিলে। গতিকে তেওঁলোকৰ যিটো ষ্ট্ৰাকচাৰ আৰম্ভণিৰ পৰা তাতে কেৰোণ আছিল। বিট্ৰেইনত সেইখন আইন নাছিল। দ্বিতীয়তে (over the years) যিটো এটা পুলিচৰ

দুৰ্বিসহ প্ৰতিচ্ছবি আৰম্ভ হ'ল, মানুহৰ মনত নিশ্চয় তাৰ কাৰণ দেখাব। বহুতো কাৰণ আছে। আপুনি ৰাজনৈতিক হস্তক্ষেপৰ বিষয়ে বিশেষকৈ উল্লেখ কৰিছে। এইটো নাই বুলি আমি ক'ব নোৱাৰোঁ। আৰু আছে বুলি মই ব্যক্তিগতভাৱে প্ৰমাণ যিখিনি পাইছো, এইখিনি মই ভাবোঁ ব্যক্তি অনুসাৰে এইটো ভিন্ন হ'ব পাৰে। মোৰ দীৰ্ঘদিনীয়া পুলিচৰ জীৱনৰ কথা, আজিলৈকে মোক কোনেও পইচা খোজা নাই।

**বৰগোহাঞি ঃ** আপোনাৰ ব্যক্তিগত জীৱনত মই কোৱা নাই।

**মহন্ত ঃ** নহয়, মই এইটোৱেই বুজাবলৈ গৈছো, যদিহে এই হস্তক্ষেপবোৰ হৈছে, এই হস্তক্ষেপবোৰ মানুহ অনুসাৰে হৈছে। এবাৰ দুবাৰকৈ কোনোবাই এনেকুৱা ধৰণৰ এপ্ৰ'চ কৰিব পাৰে। কিন্তু তাৰ যদি সদুত্তৰ এটা তেওঁ দি দিয়ে, তেওঁ যদি এনেকুৱা এটা প্ৰতিচ্ছবি নিজৰে দাঙি ধৰে যে I am not that kind, don't ask me that, এই ধৰণে যদি পুলিচ অফিচাৰজনে কৈ দিয়ে, after sometime অকণমান বেয়া পাব পাৰে, অকণমান আমনিও কৰিব পাৰে, সেইখিনি accept কৰক, তাৰ পিছত সেই distrub বোৰ নকৰা হ'ব। আপুনি যদি দেখে আপোনাৰ কামখিনিৰে সমাজৰ উপকাৰ হৈছে, আৰু সমাজখনে ৰাজনৈতিক নেতাকো শুদাই নেৰে যদিহে তেওঁলোকে বাৰম্বাৰ এনেকুৱা ধৰণৰ কাম কৰে। তেতিয়া হয়তো...

**বৰগোহাঞি ঃ** আপোনাৰ কথাৰ পৰা মই এইটো বুজিলো যে পুলিচ যদি আগতকৈ দুৰ্নীতিগ্ৰস্ত হৈছে, সেইটো কেৱল মই অভিযোগ কৰা মতে ৰাজনৈতিক নেতা, মন্ত্ৰী বিষয়াৰ কাৰণে হোৱা নাই, পুলিচেও সেইটোত বাধা দিব পৰা নাই, গতিকে ৰাজনৈতিক নেতা আৰু পুলিচ সমানেই দোষী, য'ত সেইটো হৈছে। দ্বিতীয় কথা হ'ল যে এজন পুলিচ ধনীৰ বন্ধু, দুখীয়াৰ শত্ৰু, এইটো এটা ধাৰণা প্ৰচলিত হৈ আছে। মই নিজৰ এটা অভিজ্ঞতাৰ কথা ক'ব পাৰোঁ, তেতিয়া কথাটো আপোনাৰ কাৰণে বেছি গ্ৰহণযোগ্য হ'ব। আজি কেই বছৰমানৰ আগতে এজনী অতি দুখীয়া সৰ্বশ্ৰান্ত হোৱা তিৰোতাক এজন মানুহে মৰম কৰি এটুকুৰা মাটি দিছিলে, কাৰণ মানুহজনীয়ে তেওঁৰ ঘৰত কাম কৰে। মাটিখিনি দিয়াত তাই এটা ঘৰ কৰি আছিলে। তাতে আপোনাৰ যিবিলাক মাটি মাফিয়া, সিহঁতৰ চকু পৰিলে আৰু সেই মাটিখিনি দখল কৰিবৰ কাৰণে তিৰোতা গৰাকীক ভয় দেখুৱালে, পইচাৰ লোভ দেখুৱালে। যেতিয়া মানুহ গৰাকীয়ে ক'লে মই নিদিওঁ তেতিয়া মাৰপিট কৰি তাইক আধামৰা কৰি সেই মাটিখিনি কাঢ়ি লৈছিলে। যেতিয়া বশিষ্ঠ থানাত গোচৰ দিয়া হ'ল, বাৰম্বাৰ গৈ তাই একো কৰিব নোৱাৰিলে। অৱশেষত তাই

মোৰ ওচৰলৈ আহিল। যেতিয়া মই বশিষ্ঠ থানাৰ যিজন ভাৰপ্ৰাপ্ত বিষয়া, তেওঁক মই ক'লো যে এইটো কিয় হৈছে? তেওঁ মোৰ লগত অলপমান ৰূঢ় ব্যৱহাৰেই কৰিছিল। পিছত মই পৰিচয় দিয়াত তেওঁ ক'লে যে ঠিক আছে, ঠিক আছে, মই পুলিচ এটা পঠিয়াম। এইটো মই বহলাই নকওঁ। এনেকুৱা দেখাৰ হৈ আছে। আজি মই, আমেৰিকাৰ মাইকেল হেৰিংটন নামৰ এজন সাংবাদিকে এটা বাক্য লিখিছে, সেইটো পঢ়ি শুনাওঁ— "ফৰ দ্য মিডল ক্লাছ দ্য পুলিচ প্ৰটেক্ট প্ৰপাৰটি, গিভছ ডিৰেকচনছ এণ্ড হেলপছ অল্ড লেডিজ, ফৰ দ্য আৰবান পুৱৰ দ্য পুলিচ আৰ দ'ৱছ হু এৰেষ্ট ইউ।" এইটো চকুৰ আগত দেখি আছো যে 'পুলিচ ধনীৰ বন্ধু, দৰিদ্ৰৰ যম' এই বিষয়ে আপুনি কি কয়?

**মহন্ত ঃ** এইখিনিতে আমিও তেনে ধৰণে পাইছো। মই নিজেও থানাত বহি থাকোতে বহুক্ষেত্ৰত নিজেই দেখিছো, ধুতি পিন্ধা সাধাৰণ মানুহ এজন আহিলে— এই পিছত আহিবি যা, পিছত আহিবি। টাই চাই মাৰি পেলাই যদি অকণমান ভদ্ৰকৈ বা দালাল শ্ৰেণীৰ ব্যক্তি আহিলে— আহক আহক, বহক বহক। এইবোৰ দেখিছো, মিছা নহয়। আমি তাৰ কাৰণে যাৱতীয় ব্যৱস্থা গ্ৰহণৰ চেষ্টা কৰিছো। য'ত যেনেকৈ পাৰোঁ। এতিয়া অসম পুলিচে এলানি প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছে কমিউনিটি অৰিয়েণ্টেশ্বনৰ ওপৰত। ৰাইজৰ প্ৰতি প্ৰকৃতাৰ্থত সেৱাৰ মনোবৃত্তি গঠনৰ কাৰণে...

**বৰগোহাঞিঃ ঃ** সেইটোলৈ মই পিছত আহিম, মই নিজে এটা কথা কওঁ। যেতিয়া মই ঘৰৰ পৰা ওলাই আহোঁ বা গধূলি বজাৰ কৰিবলৈ যাওঁ, ইয়াত শাক-পাচলিৰ দোকানী বিলাকৰ বহিবলৈ ক'তো ঠাই নাই। সিহঁতে ফুটপাথত বা ৰাস্তা দখল কৰি শাক-পাচলিৰ বজাৰ মেলে। সেই শাক-পাচলি খায়েই গুৱাহাটী চহৰৰ মানুহ জীয়াই থাকে। কিন্তু যিহেতুকে সিহঁতে ৰাস্তাটো বেদখল কৰিছে, মোৰ চকুৰ আগতে দিনৰ পিছত দিন পুলিচে লাঠিৰে সেই গাঁৱৰ পৰা অহা দুখীয়া মানুহবোৰক যি নিৰ্মমভাৱে লাঠিৰে প্ৰহাৰ কৰে, মোৰ চকুপানী ওলাই যায়গৈ। কিন্তু সেই একেখিনি পুলিচেই এজন ধনী মানুহে এখন মটৰ গাড়ী যদি বেআইনী ঠাইত অবৈধভাৱে পাৰ্কিং কৰে, সি গৈ দুবাৰ-তিনিবাৰ চাব, চালাম দিব, হাতযোৰ কৰি অনুৰোধ কৰিব— 'আপুনি গাড়ীখন গুচাই নিবনে?' তেওঁ ক'ব— 'নাই মোক আৰু দহমিনিট সময় দিয়ক, দহমিনিটতে আহি আছো।' এই বৈষম্য সদাই চলি থাকে। গতিকে আপোনালোকে তাৰ প্ৰতিকাৰৰ কাৰণে কিবা এটা কৰিব লাগিব।

**মহন্ত ঃ** প্ৰতিকাৰ কৰিবৰ কাৰণে এটা কম্প্ৰিহেনচিভ পৰিকল্পনাৰ আৱশ্যক। আপুনি যিটো ক'লে, ৰাস্তাৰ কাষত দুখীয়া মানুহবোৰ বহি থাকে, কিন্তু তেওঁলোক

বহি থকাটো বাঞ্ছনীয় নহয়। আচলতে দূৰৰ পৰা লক্ষ্য কৰি এই বৈষম্যটোক লৈ দুখ পোৱাটো স্বাভাৱিক, কিন্তু প্ৰেক্টিকেলি পুলিচৰ কিছুমান কম্পালচন্ছো থাকে। মই এটা সময়ত বহু চেষ্টা কৰিছিলো, মানুহখিনিক মটিভেট কৰিবৰ কাৰণে, ব্যৱহাৰ ভাল কৰিবৰ কাৰণে; কিন্তু আমাৰ মুলুকত— ৰ'ড ভেহিকল ৰেচিঅ কোনোধৰণে মনা নাযায়। সেইটো বিয়ণ্ড পুলিচ কণ্টোল। পুলিচৰ নিয়ন্ত্ৰণৰ বাহিৰত বহুত কথা থাকে।

ইনফ্ৰাষ্ট্ৰাকচাৰ বটলনেকৰ যিখিনি সমস্যা থাকে, যাৰ ফলত যান-বাহন নিয়ন্ত্ৰণ কৰোঁতে পুলিচৰ এটা বিৰাট কষ্ট হয়। দিনে-ৰাতিয়ে...

**বৰগোহাঞি ঃ** নাই নাই। প্ৰশ্নটো আপুনি ফালৰি কাটি গ'ল। মই কৈছো যে পুলিচে ধনীৰ ওচৰত নতজানু হয়, দুখীয়াৰ ওপৰত লাঠি চলায়।

**মহন্ত ঃ** ধনীকো পিটন দিয়ে। এনেকুৱা নহয় যে...

**বৰগোহাঞি ঃ** ধনীকো পিটন দিয়ে, সেইটোও ভুল কথা, মই বাৰু তালৈ আহিম। তাৰ আগতে আমি এটা বাণিজ্যিক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আমি আকৌ ঘূৰি আহিছো আমাৰ কথা-বাৰ্তালৈ। মহন্ত, পুলিচৰ ৰূঢ়তম, আটাইতকৈ অশালীন ব্যৱহাৰৰ এটা নমুনা হ'ল যে যেতিয়া এজন ভি আই পিয়ে চাইৰেণ বজায় ৰাস্তাৰে পাৰ হৈ যায়, তেওঁৰ কাৰণে ৰাস্তা মুকলি কৰিব লাগিবই, সেইটো পুলিচৰ কৰ্তব্য। কিন্তু সেই কৰ্তব্য কৰিবলৈ যাওঁতে ৰাস্তাইদি মটৰেদি যোৱা মানুহক হওক, ৰিক্সাত যোৱাই হওক বা খোজকাঢ়ি যোৱা মানুহকেই হওক, সিহঁতে তৃতীয় শ্ৰেণীৰ নাগৰিক বুলিও গণ্য নকৰে। ৰাস্তাৰ পৰা কুকুৰ-মেকুৰীক যিদৰে আঁতৰাই দিয়ে, তেনেকৈ অশালীন অসভ্য ভাষা প্ৰয়োগ কৰি সিহঁতে গালি পাৰে ঃ হাট যাও হাট যাও। আমাৰ সম্ৰাট আহিছে, তহঁত কুকুৰ পোৱালীবোৰে কিয় বাধাৰ সৃষ্টি কৰিবি? মই নিজে তেনেকুৱা বহুবাৰ সন্মুখীন হৈছো, অৱস্থা এনেকুৱা হৈছে যে চুপ্ৰিম ক'ৰ্টে ষ্ট্ৰিকচাৰ দিব লগা হৈছে। এই অৱস্থাটো কিয় হয়? আজি ভাৰতবৰ্ষত বুলি নহয়, আপুনি পঢ়া শুনা কৰা মানুহ, জৰ্জ বাৰ্ণাড শ্বৰ 'দ্য আৰমছ এণ্ড দ্য মেন' নাটকত দুজন মানুহৰ তৰ্ক হৈছিলে— তেতিয়া এজনে কথা প্ৰসংগত কৈছেঃ আৰ ইউ দ্য এম্পাৰৰ অব্ চুইজাৰলেণ্ড? তেওঁ কৈছে ন' আই এম নট এম্পাৰৰ, বাট আই হ'লড দ্য হাইয়েষ্ট পজিশ্বন অব্ চুইজাৰলেণ্ড, বিকজ আই এম এ ফ্ৰি চিটিজেন অব্ এ ডেমক্ৰেটিক

ৰিপ্লাবিক। ভাৰতবৰ্ষৰ প্ৰত্যেকজন নাগৰিকে সেইটো ক'ব পাৰেনে যে মোৰ স্থান আটাইতকৈ ওপৰত, তৰুণ গগৈতকৈও, প্ৰতিভা পাটিলতকৈ মোৰ স্থান ওপৰত। কাৰণ মই এখন গণতান্ত্ৰিক স্বাধীন দেশৰ সভ্য নাগৰিক। সেই নাগৰিকক যেতিয়া আপোনাৰ পুলিচে মুখ্য মন্ত্ৰী বা মন্ত্ৰীৰ কাৰণে ৰাস্তা এৰি দিবলৈ কুকুৰ-মেকুৰীৰ নিচিনা ব্যৱহাৰ কৰে, সেইটো কিন্তু একেবাৰে অসহ্য।

**মহন্ত ঃ** পুলিচ ফ'ৰ্চ আৰু পুলিচ সেৱা, তাৰ যিটো এটা কনট্ৰাডিক্চন মানুহৰ মাজত আছে, সেইটো নিশ্চয় আমি পুলিচ লিডাৰশ্বিপে কাটিং এড্ লেভেলত দূৰ কৰিব পৰা নাই। সেইটো আমাৰো চাবলগীয়া আছে।

**বৰগোহাঞি ঃ** চেষ্টা কৰিছেনে নাই?

**মহন্ত ঃ** চেষ্টা-প্ৰচেষ্টা যথেষ্ট কৰা হৈছে।

**বৰগোহাঞি ঃ** কেনে ধৰণৰ চেষ্টা কৰিছে?

**মহন্ত ঃ** মানুহখিনিক বুজাবলৈ আমি চেষ্টা কৰিছো যে...

**বৰগোহাঞি ঃ** ইনডিভিজুৱেলকৈ বুজালে নহ'ব। আপুনি গোটেই পুলিচক এটা ট্ৰেইনিং দিব লাগিব।

**মহন্ত ঃ** অসম পুলিচে এতিয়ালৈকে ১৫০০ তকৈ অধিক ছাব ইন্সপেক্টৰ আৰু অন্যান্য বৰ্গৰ লোকক এলানি প্ৰশিক্ষণ দিছে যাৰ দ্বাৰা ৰাইজক প্ৰকৃতাৰ্থত সেৱাৰ মনোবৃত্তি তেওঁলোকৰ মানসিকতাত সংস্কাৰ হিচাপে সোমাই যাব। আমি তাৰ চেষ্টা কৰিছো।

**বৰগোহাঞি ঃ** কিন্তু কামত অহা নাই।

**মহন্ত ঃ** কামত বহুক্ষেত্ৰত আহিছে বুলিও আমি খবৰ পাইছো। বহুক্ষেত্ৰত নাই অহা।

**বৰগোহাঞি ঃ** কিন্তু আমি গুৱাহাটীত দেখা নাই।

**মহন্ত ঃ** আচলতে এইটো এবাৰ-দুবাৰ শিকালে নহ'ব। এইটো অন্তৰত সোমাই পৰিব লাগিব।

**বৰগোহাঞি ঃ** আপুনি স্বীকাৰ কৰিছে এইটো এটা সমস্যা। তাৰ সমাধানৰ কাৰণে আপোনালোকে চেষ্টা কৰি আছে।

**মহন্ত ঃ** এট দ্য চেম টাইম— এই সমস্যাটো কিয় উদ্ভৱ হৈছে সেইটোও চাব লাগিব। ৰাইজক সেৱা কৰাটো পুলিচৰ কৰ্তব্য, সেইটো জনাবলৈ আমি চেষ্টা কৰিছো। লগতে উগ্ৰপন্থীজনিত ইচ্যুবোৰ যেতিয়া বাঢ়ি আহে তেতিয়া তেওঁলোকৰ এটা কনট্ৰাডিকশ্বন হয়, তাৰ মাজতে জনসাধাৰণৰ মাজৰ পৰা এজন বেয়া মানুহ

থাকিব পাৰে যি ভুৰুংকৈ মটৰ চাইকেলখন লৈ যদি মন্ত্ৰী বা ভি আই পিৰ কাৰৰ মাজত হঠাতে সুমুৱাই দিয়ে, তেতিয়া হ'লে কোনেও কাকো প্ৰশ্ন সুধিব নোৱাৰে। কেৱল পুলিচৰ ওপৰত আঙুলি টোৱাব। গতিকে তেওঁ কি কৰে— সেই মুহূৰ্তত বল প্ৰয়োগ কৰিবলৈ চেষ্টা কৰে যে— নাহিবি ইয়ালৈ।

**বৰগোহাঞিঃ** সেইটোও বুজিলো। কিন্তু মই এজন স্বাধীন দেশৰ নাগৰিক হিচাপে মোক অসন্মান কৰিবলৈ— বা এজন মুখ্যমন্ত্ৰীক নিৰাপত্তা দিবলৈ গৈ মোক অসন্মান কৰিবলৈ পুলিচৰ কোনো অধিকাৰ নাই।

**মহন্তঃ** নিশ্চয়, নিশ্চয়...

**বৰগোহাঞিঃ** এইটো চূড়ান্ত অসভ্যামি। আৰু এজন মুখ্যমন্ত্ৰীয়েও জনা উচিত যে তেওঁৰ কাৰণে ৰাস্তা মুকলি কৰিবলৈ, তেওঁতকৈ ডাঙৰ সন্মানিত মানুহ এজনো সেইফালে গৈ থাকিব পাৰে।

**মহন্তঃ** দাদা, আগতকৈ নিশ্চয় এই সমস্যাটো কমিছে।

**বৰগোহাঞিঃ** বাৰু, আজি যে আপুনি ক'লে, এতিয়া মই আগতকৈ বেছি লক্ষ্য কৰিম, কিন্তু আপুনি যে এইটো আশ্বাস দিছে, এইটো চেষ্টা চলিছে, বুলি কৈছে সেইটোৱেই আমাৰ কাৰণে আশাৰ কথা।

**মহন্তঃ** এটা ৰোল প্লে কৰা হৈছে।

**বৰগোহাঞিঃ** আপুনি স্বীকাৰ কৰিছে যে এনেকুৱা এটা সমস্যা আছে। তাৰ আগতে যদি চাৰি আলিত এটা মাইকেৰে এনাউন্সমেণ্ট দিয়া যায়— আধা ঘণ্টাৰ আগতে যে মুখ্যমন্ত্ৰী আহি আছে ৰাস্তাটো মুকলি কৰি ৰখা দৰকাৰ কিছু সময়ৰ কাৰণে। এনেকুৱা এটা ব্যৱস্থা কৰিব নোৱাৰি নেকি?

**মহন্তঃ** এনেকুৱা কৰা হৈছে। এনেকৈ মাইকত প্ৰথমতে কয়গৈ...

**বৰগোহাঞিঃ** কিন্তু মোৰ আজিলৈকে কাণত পৰা নাই।

**মহন্তঃ** আচলতে প্ৰথমতে যিজন পাইলট যায়, চাইৰেণ বজায় বজায় ৰাইজক ইংগিত দিব লাগে যে আপোনালোকৰ অকণমান আমনি হ'ব, এই ফালেদি মুখ্যমন্ত্ৰী যাব।

**বৰগোহাঞিঃ** এইটো নকৰে। এইটো একেবাৰেই নকৰে। বাৰু মই বুজিলো আপোনালোকে যে সমস্যাটো সমস্যা বুলি স্বীকাৰ কৰিছে সেইটোৱেই ডাঙৰ কথা। এতিয়া আৰু এটা ডাঙৰ কথা কওঁ— পুলিচৰ দুৰ্নীতি। দুৰ্নীতি একেবাৰে ওপৰৰ পৰা তললৈকে। দুৰ্নীতিৰ ডাঙৰ উদাহৰণ আপুনি ক'বই নালাগে, অসম পুলিচৰ অভূতপূৰ্বভাৱে বেটেলিয়ান কেলেংকাৰী হৈ গ'ল। আৰক্ষী অধীক্ষকৰ

পৰ্যায়ৰ তিনিজনকৈ মানুহ অভিযুক্ত হ'ল। ২০ কোটি টকাৰ কেলেংকাৰী হ'ল— তাৰমানে কেলেংকাৰীটোৰ শিপা কিমান দূৰলৈকে শিপাইছে, এই ঘটনাই তাৰ প্ৰমাণ। তলৰ পৰ্যায়ত ট্ৰাক-লৰীৰ পৰা পুলিচে যি বলপূৰ্বক ধন সংগ্ৰহ কৰে সেইটোতো দিন-ডকাইতি।

**মহন্ত ঃ** বেটেলিয়ান কেলেংকাৰীৰ যিটো ইচ্ছ্যু, সেইটো এতিয়া আদালতত বিচাৰাধীন হৈ আছে। কিন্তু প্ৰাথমিক প্ৰতিবেদনত যিটো বুজা গ'ল, তাত এটা চিষ্টেমিক ফেইলাৰ লক্ষ্য কৰা গৈছে। লগতে ৰূপালী ৰেখা হ'ল এই কেলেংকাৰী উলিয়াই আনিছে পুলিচেই।

**বৰগোহাঞিঃ ঃ** হ'ব পাৰে। কিন্তু আগতেতো এইটো নাছিলে।

**মহন্ত ঃ** হয়, এনেকুৱা এটা ঘটনা হৈছে। তলৰ পৰ্যায়ৰ লোকসকলে যিটো আপুনি কোৱাৰ দৰে ট্ৰাকৰ পৰা পইচা লৈছে।

**বৰগোহাঞিঃ ঃ** এইটো আজি বছৰৰ পিছত বছৰ ধৰি চলি আছে।

**মহন্ত ঃ** সমাজৰ প্ৰতিটো স্তৰত এই মানুহখিনি সমাজৰ মাজৰ পৰা সৃষ্টি হৈ আহিছে। ডাক্তৰ এজনে যেতিয়া বেলেগ বেলেগ কথা কোৱা হয়, তেতিয়া খুব এটা গালি পৰা নহয়। কিন্তু পুলিচে মুকলিকৈ কৰে। যিটো কাম একেবাৰে খোলাকৈ কৰিছে। শিক্ষক এজনে যেতিয়া টিউশ্বন লয়, এইটো এটা দুৰ্নীতি। কিন্তু সেইটো কথাত...

**বৰগোহাঞিঃ ঃ** নহয়, মই এই কথাত একমত নহয়। কাৰণ যেতিয়াই আমি এইবোৰ কথা কওঁ তেতিয়া পুলিচে ডাক্তৰৰ, ডাক্তৰে উকীলৰ, উকীলে শিক্ষকৰ কথা কয়।

**মহন্ত ঃ** মই এইটো জাষ্টিফাই কৰিবলৈ কোৱা নাই।

**বৰগোহাঞিঃ ঃ** কিন্তু মই আজিলৈকে যিমানখিনি এনেধৰণৰ আলোচনাত ভাগ লৈছো, সদায় অজুহাত। অজুহাত থাকিবই। অজুহাত নিৰ্মূল কৰাটোৱেই আপোনাৰ কাম। সিহঁতে কৰিছে কাৰণে ময়ো কৰিম, এইটোতো যুক্তি হ'ব নোৱাৰে।

**মহন্ত ঃ** এবচলিউটলি, আপুনি একেবাৰে কাৰেক্ট কৈছে।

**বৰগোহাঞিঃ ঃ** কিন্তু, আগতেও মই যেতিয়াই এই কথা কওঁ তেতিয়া উত্তৰ আহে সমাজখনে কৰিছে। সমাজখন এটা নৈৰ্ব্যক্তিক বস্তু। এইটো এটা এবষ্ট্ৰেক বস্তু।

**মহন্ত ঃ** মই কৈছো কি— বৰ্তমানৰ যিখিনি সমস্যা তাৰ সমানুপাতিক হৈছেনে? পুলিচৰ যিটো আত্ম বলিদান, সেইটোৰ সমানুপাতিক হৈছেনে, তেওঁৰ স্বীকৃতি? তেওঁৰ যিটো দৰমহাৰ ষ্ট্ৰাকচাৰ, সেইটোৰ সমানুপাতিক হৈছেনে তেওঁৰ যিখিনি কষ্ট? গতিকে...

**বৰগোহাঞি ঃ** আপুনি মোক সমস্যাবোৰ কৈছে। মই সমস্যাক লৈ ইণ্টাৰেষ্টেড নহয়। মই ভুক্তভোগী মানুহ, মই এজন সাধাৰণ নাগৰিক। আপুনি মোক সমস্যাৰ কথা এহেজাৰ বছৰ ক'লেও মই সন্তুষ্ট নহওঁ।

**মহন্ত ঃ** মই কৈছো— দুৰ্নীতিটো বন্ধ কৰিবৰ কাৰণে, সমাধানটো কৰিবৰ কাৰণে আপুনি পুলিচক ভাল ধৰণেৰে, তেওঁৰ প্ৰত্যাহ্বান সম্বলিত যিখিনি ইচ্ছু, সেই সমানুপাতিক হিচাপত সুবিধাখিনি দিয়ক।

**বৰগোহাঞি ঃ** আপুনি পৰোক্ষভাৱে স্বীকাৰ কৰি ল'লে যে সমাজে এইটো নকৰালৈকে, সেইটো নকৰালৈকে কনিষ্টবলে টকা আদায় কৰি থাকিবই।

**মহন্ত ঃ** খুব চিৰিয়াছলি চেষ্টা কৰা হৈছে।

**বৰগোহাঞি ঃ** সাংবাদিকে ফটো তুলি আপোনাৰ আগত দেখুৱালেও আপুনি তাৰ এটাকো শাস্তি নিদিব।

**মহন্ত ঃ** খুব চিৰিয়াছলি শাস্তি দিয়া হৈছে দাদা।

**বৰগোহাঞি ঃ** কিন্তু কাম নাই দিয়া।

**মহন্ত ঃ** শাস্তি দিয়া হৈছে, এৰেষ্ট কৰা হৈছে।

**বৰগোহাঞি ঃ** খুব কাচিৎ। এহেজাৰৰ ভিতৰত এটাক কৰে।

**মহন্ত ঃ** কিন্তু সমস্যাটো শেষ হোৱা নাই। সমস্যাটো নাইকিয়া হৈ যোৱা নাই।

**বৰগোহাঞি ঃ** মহন্ত, আপোনাক মই খুব ভাল পাওঁ, শ্ৰদ্ধা কৰো। কিন্তু এইটো প্ৰশ্নৰ উত্তৰত মই অকণো সন্তুষ্ট নহ'লো। কিন্তু আমি আকৌ এবাৰ বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আমি পুনৰ ঘূৰি আহিছো কথা-বাৰ্তালৈ।

**মহন্ত ঃ** আপুনি যিটো ক'লে, 'মোৰ উত্তৰত সন্তুষ্ট নাই হোৱা'— মই আপোনাক ক'ব বিচাৰো যে আপোনাৰ প্ৰতিক্ৰিয়াত ময়ো সন্তুষ্ট নাই হোৱা। কাৰণ আপুনি মোক কথাটো ক'বলৈ সুবিধাটো দিয়া নাই। পুলিচৰ ব্যক্তিসকলক যদি তেওঁৰ আত্মবলিদানৰ সমানুপাতিক হিচাপে আপুনি তেওঁৰ দৰমহাটো বঢ়াই দিয়ে, তেওঁৰ হাউছিংটো ঠিক-ঠাককৈ চায়; তেওঁ ল'ৰা-ছোৱালী কেইটা এৰি থৈ পূজা, বিহু, ঈদ, বৰদিনত ডিউটি কৰে, উৎসৱ বুলি কোনো পৰ্ব পালন নকৰি নিজকে আত্মনিয়োগ কৰি কৰ্তব্যত মৰি থাকে, ইটোৰ পিছত সিটো পুলিচৰ মানুহ মৰিছে। সমাজৰ কাৰো খবৰ নাই। সেই সকলোখিনি আপোনালোকে তেওঁক যদি টিপ্‌টপ্‌কৈ কৰি দিয়ে, তাৰ পিছত যদি তেওঁ দুৰ্নীতি কৰে, তেন্তে তেওঁক ফাঁচি দিয়ক।

**বৰগোহাঞি ঃ** এইবাৰ আপুনি যিখিনি কথা কৈছে, সেইখিনিত যথেষ্ট চিন্তাৰ খোৰাক আছে। ইয়াত এটা ডাঙৰ প্ৰশ্ন আছে যে পুলিচৰ জিম্মাত যে মানুহৰ মৃত্যু হয়, সেইটোৰ সংখ্যা দিনে দিনে গোটেই ভাৰতবৰ্ষতে বাঢ়ি আহিছে। মই অলপ আগতে ক'লো, হিন্দী ফিল্মত পুলিচক চেদিষ্ট হিচাপে চিত্ৰিত কৰা হয়, তাৰ এনেকুৱা এটা কাৰণ হ'ব পাৰে নেকি যে পুলিচৰ মাজত বহুত চেদিষ্ট মানসিকতাৰ মানুহো আছে। মই কেতিয়াও নকওঁ যে অসম পুলিচত চেদিষ্ট, অপৰাধী... কিন্তু এই পুলিচৰ জিম্মাত মৃত্যু হোৱাটো ক্ষমাৰ অযোগ্য। এইটো হয় নে নহয়?

**মহন্ত ঃ** বিশেষকৈ প্ৰশিক্ষণৰ সময়ত আমি পুলিচৰ জিম্মাত মৃত্যু হোৱা ইচ্ছ্যুটোত খুব বেছি গুৰুত্ব দিছিলো। মানুহখিনিৰ পৰা কথাখিনি জানিব বিচাৰিছিলো, এই কথাখিনি আমিও সুধিছিলো— 'আপোনালোকৰ মাজত চেদিজিম আছে নেকি?' আচলতে গড় হিচাপে এজন পুলিচ ভিচিয়াছ চাৰ্কোলত সোমায়। ইতিহাস তেওঁৰ প্ৰতি সদয় নহয়। পুলিচ বেয়া। তেওঁৰ কামৰ যিটো চৰিত্ৰ— তেওঁ বল প্ৰয়োগ কৰিব লাগে। ব্যক্তি স্বাধীনতাক বাৰে বাৰে হস্তক্ষেপ কৰিব লগীয়া হয়। এইফালে নাযাবি, এইফালে যাবি। এইটোৱে তেওঁক সমাজৰ বুজনসংখ্যক লোকৰ পৰা অকণমান আঁতৰাই পঠিয়ায়। গতিকে তেওঁ ৰাইজৰ মৰমৰ পৰা বঞ্চিত হয়। ঘৰলৈ ঘূৰি যায় এটা প'ৰ ছেলফ্ ইমেজ লৈ। তেওঁৰ এটা আত্মসচেতনতা আছে— তেওঁ আইনাখনত নিজকে দেখিলে, কি দেখা পায়? আপুনি যিটো কৈছে তেওঁ এজন চেদিষ্ট নেকি? Does he look at himself as a sadist? তেওঁৰ নিজৰ মনতো সেইটো হৈছে নেকি? ঘৰলৈ দেৰিকৈ ঘূৰি যায়— ল'ৰা-ছোৱালী চাব নোৱাৰে। জ্বৰ হ'লেও নিজৰ সন্তানক হাস্পতাললৈ নিব নোৱাৰে। ঘৈণীয়েকে গালি পাৰে— তেখেঁ ওলোটাই হয়তো ঘৈণীয়েকক গালি পাৰে। যাৰ ফলত ঘৰখনতো হয়তো অশান্তি হ'ব পাৰে। আকৌ কামলৈ ঘূৰি অহাৰ সময়ত মনোকষ্ট যিটো থাকে, সেয়া তেওঁৰ কামত প্ৰতিফলিত হয়।

**বৰগোহাঞি ঃ** বুজিলো, কিন্তু তাৰ অৰ্থ এইটো নহয় যে তেওঁক আপুনি মানুহ মাৰিবলৈ লাইচেন্স দিব?

**মহন্ত ঃ** এবছুলেটলি নো কুৱেচন। তেওঁক চাইক' ট্ৰিটমেণ্ট লাগিব। আপুনি যিটো কৈছে, যদি তেনেকুৱা হৈছে, পাৰচেণ্ট হিচাপত যোৱা কেইটামান দশকত বঢ়া নাই, in fact কমিছে। পুলিচৰ জিম্মাত মানুহৰ মৃত্যু অসমত কমিছে, বঢ়া নাই।

**বৰগোহাঞি ঃ** কমিলেও বা বাঢ়িলেও, যোৱা কেইবছৰমানত কেইবাটাও

লোমহৰ্ষক ঘটনা ঘটিছে। সেইবোৰৰ যাতে পুনৰাবৃত্তি নহয়, তাৰ বাবে আপুনি পুলিচৰ এজন উচ্চ বিষয়া হিচাপে এই কথাটো নজৰত ৰখা উচিত।

**মহন্ত ঃ** আমি আনকি CCTV দিবলৈ চেষ্টা কৰিছো লক আপৰ ভিতৰত। কোনোবা ঠাইত আমি কম্পিউটাৰ যোগে ৱেবকেম লগাই দিছো। লক আপৰ ভিতৰত সোমাই কোনোবা পুলিচে দুৰ্ব্যৱহাৰ কৰিছে নেকি— সেয়া ৰেকৰ্ড চিষ্টেম। সেই দিশলৈ আমি আগবাঢ়ি গৈ আছো। বৰ্তমান আধুনিক ব্যৱস্থা প্ৰয়োগৰ ব্যৱহাৰ কৰিব বিচৰা হৈছে। তাৰ ভিতৰত এইখিনিও আছে।

**বৰগোহাঞি ঃ** আপোনাক মই দুৰ্ব্যহাৰ কৰিলো, আক্ৰমণো কৰিলো। কিন্তু এটা মধুৰেণ সমাপেয়ত কৰিব খুজিছো। আপুনি আৰক্ষী অধীক্ষক হৈ থাকোঁতে কামৰূপত নাগৰিক সমিতি নামৰ কিছুমান অনুষ্ঠান পাতি নাগৰিক আৰু পুলিচৰ সহযোগিতা বৃদ্ধি কৰি কেনেকৈ অপৰাধ ৰোধ কৰিব পাৰি, সেই উদ্দেশ্যে কেইবাখনো সমিতি গঠন কৰিছিলে। মই এখন চিঠি পাইছিলো। চিঠিখন মই প্ৰকাশ কৰিম। কিন্তু আজি যিহেতু মাত্ৰ দুদিনৰ আগতে পালো, মই ভাবিলো চিঠিখন আজি অলপ পঢ়ি দিওঁ। তেতিয়া আপোনাৰ পিছতনো এই কামটো কিয় নহ'ল, মানুহে সেইটো অলপ বুজক। (চিঠিখন—)

"যদি নাগৰিকসকলক বিশ্বাসত লয়, নাগৰিক আৰু আৰক্ষীৰ যৌথ প্ৰচেষ্টাত ৰাইজ বহুখিনি উপকৃত হ'ব বুলি আমাৰ বিশ্বাস। ইয়াৰ বাবে প্ৰয়োজন হ'ব পুনৰ অচল হ'বলৈ ধৰা নাগৰিক কমিটিবোৰক জাগ্ৰত কৰা। বৰ্তমান যিবোৰ নাগৰিক কমিটি বৃহত্তৰ গুৱাহাটীৰ চাৰিওদিশত আছে, সেই সকলোবোৰ আমাৰ সকলোৰে শ্ৰদ্ধাৰ মাননীয় শ্ৰীযুত ভাস্কৰজ্যোতি মহন্ত ডাঙৰীয়া গুৱাহাটী মহানগৰ আৰক্ষী অধিক্ষকৰ দায়িত্বত থাকোঁতে তেওঁৰ নেতৃত্বত গঠন কৰা হৈছিল আৰু বৃহত্তৰ গুৱাহাটীৰ বিভিন্ন অঞ্চলৰ পুৰুষ-মহিলাকে ধৰি বহুজন গুণী-জ্ঞানী সমাজকৰ্মীয়ে নিস্বাৰ্থভাৱে আৰক্ষীক সহায় কৰিবলৈ আৰু পৰিবেশ ৰক্ষা কৰাৰ চিন্তা ধাৰাৰে আগবাঢ়ি আহিছিল। আৰু সেই সময়ত মহন্ত ছাৰৰ নেতৃত্বত এক সুন্দৰ পৰিবেশৰে সৃষ্টি হৈছিল।" কিন্তু ভাস্কৰজ্যোতি মহন্তৰ বিদায়ৰ পিছতেই এই নাগৰিক কমিটিবোৰ নিষ্ক্ৰিয় হ'বলৈ ধৰিছে বুলি এই নাগৰিকজনে অভিযোগ কৰিছে। সেই বিষয়ে আপুনি আমাৰ আলোচনাৰ শেষ কথাখিনি কৈ মধুৰেণ সমাপেয়ত কৰক।

**মহন্ত ঃ** কমিউনিটি লাইজন গ্ৰুপ বুলি ইউনাইটেড নেশ্যনছৰ আৰ্হিত এটা ব্যৱস্থা ইনট্ৰোডিউচ কৰিবলৈ দিহা কৰা হৈছিল অসমত। ঠিক তেনে সময়তে আমি নাগৰিক সমিতিৰ কনচেপ্তটো আৰম্ভ কৰিছিলো।

**বৰগোহাঞি ঃ** আনে কোনেও কৰা নাই। কেৱল আপুনি কৰিছিলে।

**মহন্ত ঃ** বিশেষকৈ মই বুলি নহয়, আমি গোটেই গ্ৰুপখিনিয়েই। আমাৰ লগত যিখিনি সংশ্লিষ্ট সকলোৱেই।

**বৰগোহাঞি ঃ** আন আন জিলাত কৰা হোৱা নাছিল বোধকৰো।

**মহন্ত ঃ** অন্যান্য জিলাত কৰা নাছিল যদিও চি এল জি কৰা হৈছিল। কমিউনিটি লাইজন গ্ৰুপ কৰা হৈছিল। তিনিচুকীয়াৰ পৰা সিদিনা আমাৰ ডিজিপি মাথুৰ চাহাবে এখন চিঠি পাইছে যে চি এল জি যিটো আৰম্ভ কৰা হৈছিল, সেইটো কিয় বন্ধ কৰা হৈছে। কিন্তু তাত এতিয়া পুনৰ আৰম্ভ কৰা হৈছে। আৰু গুৱাহাটী মহানগৰীৰ নাগৰিক কমিটিখিনিও নাইকিয়া হৈ যোৱা নাই। অৱশ্যে আগৰ দৰে সক্ৰিয় হৈ থকা নাই। মই ভাবোঁ এইটো এটা ভাল কনচেপ্ত। ৰাইজে নিজেই নিজৰ পুলিচিংটো কৰিব। আমি নিজেই ৰাইজৰ মাজৰ পৰা অহা ইউনিফৰ্ম পিন্ধা ৰাইজৰ মাজৰ এজন আৰু ৰাইজ হ'ল ইউনিফৰ্ম নিপিন্ধা একো একোজন পুলিচ।

**বৰগোহাঞি ঃ** আপোনাৰ ধাৰণাটো ইমান সুন্দৰ বাবেই কৈছো যে নাগৰিক সমিতিক নাগৰিকেও যথেষ্ট প্ৰশংসা কৰিছে। সহযোগিতা কৰিবলৈ আগবাঢ়ি আহিছে। এতিয়া পুনৰ জাগ্ৰত কৰিবৰ কাৰণে...

**মহন্ত ঃ** জাগ্ৰত কৰিবৰ কাৰণে মই মাননীয় আৰক্ষী সঞ্চালক প্ৰধান ডাঙৰীয়াক দৃষ্টিগোচৰ কৰিছো আৰু ইতিমধ্যে তেখেতে মোক আশ্বাস দিছে যে তেখেতে এইটো অনতিপলমে আকৌ আৰম্ভ কৰিব।

**বৰগোহাঞি ঃ** যিয়েই নহওক। আজি এই সুযোগতে মই সেই নাগৰিকজনৰ সুচিন্তিত সুলিখিত চিঠিখন পঢ়ি দিলো। আশাকৰো বহুতে এই কথাখিনি শুনিব আৰু তেওঁলোকো উৎসাহিত হ'ব। আপুনি যে এটা বিশেষ ভাল কাম কৰি গৈছিল, আপুনি যে এজন আদৰ্শ পুলিচ সেইটোও প্ৰমাণিত হ'ব। এইখিনি কথা কৈ আজিলৈ আমাৰ সময়ো হৈ আহিলে আমি আলোচনা সমাপ্ত কৰিম। আপুনি অহাৰ বাবে অশেষ ধন্যবাদ।

**মহন্ত ঃ** ধন্যবাদ।

*(২৬ ছেপ্তেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# আশীষ কুমাৰ ভূটানীৰ সৈতে হোমেন বৰগোহাঞি

*এই প্ৰসঙ্গতে এটা কথা কওঁ, ১৯৫২ চনত যেতিয়া মই কটন কলেজৰ ছাত্ৰ, তেতিয়া ড° ৰাধাকৃষ্ণণ আছিল ভাৰতৰ উপ-ৰাষ্ট্ৰপতি। তেওঁ প্ৰথমবাৰৰ কাৰণে উপ-ৰাষ্ট্ৰপতি হিচাপে গুৱাহাটীলৈ আহিছিল। তেওঁ ব্ৰহ্মপুত্ৰৰ পাৰত থিয় হৈছিল। হে তেওঁ স্বগতোক্তি, চলিলকি (Soliloquy) কৰাৰ নিচিনা কৰিছিলে— এই পৃথিৱীৰ ভিতৰত এনেকুৱা এখন অপৰূপ সুন্দৰ নদী গুৱাহাটীৰ মানুহে বা অসমৰ মানুহে কেনেকৈ নষ্ট কৰিছে? পৃথিৱীৰ যিকোনো সভ্য দেশত এনে এখন নদী থকা হ'লে এই নদীখনেৰেই গোটেই গুৱাহাটীখন অপূৰ্ব সুন্দৰ নগৰ হ'লহেঁতেন।*





**হোমেন বৰগোহাঞি :** নমস্কাৰ। নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আকৌ এবাৰ স্বাগতম। আজি মোৰ অতিথি শ্ৰীআশীষ কুমাৰ ভূটানী। তেওঁ গুৱাহাটী উন্নয়ন বিভাগৰ সচিব। তাৰ উপৰিও তেওঁ GMD গুৱাহাটী মেট্ৰ'পলিটান ডেভেলপ্‌মেণ্ট অথৰীটিৰ Vice Chairman। প্ৰায় চাৰি বছৰ তেওঁ গুৱাহাটীৰ পুনৰ নিৰ্মাণৰ দায়িত্বত আছিল। শ্ৰীআশীষ কুমাৰ ভূটানী কেৱল গুৱাহাটীৰ কাৰণেই নহয় সমগ্ৰ অসমৰ কাৰণেই এজন অতি গুৰুত্বপূৰ্ণ চৰকাৰী বিষয়া। কাৰণ গুৱাহাটীখনক এখন আধুনিক বাসযোগ্য চহৰত পৰিণত কৰাৰ গুৰুদায়িত্ব তেওঁৰ ওপৰত ন্যস্ত হৈছে। আমি আজি গুৱাহাটীৰ বিষয়ে আলোচনা কৰিম। তেওঁ ইতিমধ্যে কি কি কৰিলে, কি কি কৰিব। কিন্তু তাৰ আগতেই মই শ্ৰীআশীষ কুমাৰ ভূটানীক এবাৰ তেওঁৰ গুৱাহাটীখন এক মিনিটৰ কাৰণে দেখুৱাই আনিব খোজো। (ছবি— মহানগৰীৰ বিভিন্ন অঞ্চলত জমা হৈ থকা জাবৰৰ দ'ম, মহানগৰীৰ নৰ্দমাৰ অৱস্থা, গুৱাহাটীৰ ফুটপাথ, ভৰলু নৈৰ দুৰাৱস্থা, মহানগৰীৰ কৃত্ৰিম বানপানী, মহানগৰীত নিৰ্মিয়মান সুউচ্চ অট্টালিকা, মহানগৰীত অবৈধভাৱে পাহাৰ কটাৰ দৃশ্য।...)

**বৰগোহাঞি :** আশীষ, এইখন হ'ল আজিৰ গুৱাহাটী। গুৱাহাটী উন্নয়ন বিভাগটো কিমান বছৰ পুৰণি হৈছে?

**আশীষ কুমাৰ ভূটানী :** ১৮ বছৰ মান হৈছে।

**বৰগোহাঞি :** গুৱাহাটী উন্নয়ন বিভাগটোৱে ১৮ বছৰ গুৱাহাটী উন্নয়নৰ কাৰণে কাম কৰি আৰু তাৰে মাজতে আপুনি চাৰে তিনি বছৰ কাম কৰি গুৱাহাটীৰ চেহেৰা এইটো কৰিছে। 'Master Plan' এইটো এটা আমাৰ সকলোৰে কাৰণে খুউব পৰিচিত

শব্দ। চৰকাৰ আহে, চৰকাৰ যায় কিন্তু গুৱাহাটীৰ উন্নয়নৰ কাৰণে Master Plan কৰিয়ে থাকে। এতিয়া আপোনালোকেও এখন Master Plan কৰিছে। মই যিখিনি খবৰ পাওঁ সেইখনত ইমান বেছি আসোঁৱাহ আছে যে সেইবোৰৰ বিৰুদ্ধে আপত্তি কৰি এতিয়ালৈকে ২৩২ খন ৰাজহুৱা স্বাৰ্থজনিত অভিযোগ দাখিল কৰা হৈছে। সেই অভিযোগবোৰ সঁচা নে মিছা?

**ভূটানী :** যিমান অভিযোগ আমি পাইছিলো গোটেই অভিযোগত Personal hearing দিয়া হৈছে। কমিটি এটা গঠন কৰিছিল চৰকাৰে। Committee Chairman হিচাপে মই আৰু আমাৰ কমিটিৰ মেম্বাৰসকলে আজিৰ পৰা ধৰক সাত-আঠ মাহমানৰ আগতে গোটেই অভিযোগবিলাক শুনিলো। তাৰপিছত detail report এটা Government-লৈ already প্ৰেৰণ কৰা হ'ল।

**বৰগোহাঞি :** Government-লৈ প্ৰেৰণ কৰাতেই আপোনাৰ কাম শেষ নেকি?

**ভূটানী :** Government-এ ইতিমধ্যে আমাৰ গুৱাহাটীত যিমান MLA আছে তেওঁলোকৰ লগত দুবাৰ কথা পাতিছে। কেবিনেট Memorandum তৈয়াৰ কৰা হৈছে আৰু অতি সোনকালে খচৰা মাষ্টাৰ প্লেন ফাইনেল মাষ্টাৰ প্লেন হিচাপে কেবিনেট অনুমোদন লৈ Publish কৰা হ'ব।

**বৰগোহাঞি :** এইখন কেই নম্বৰ মাষ্টাৰ প্লেন? ইয়াৰ আগতে গুৱাহাটীত কিমান মাষ্টাৰ প্লেন কৰা হৈছিল?

**ভূটানী :** গুৱাহাটীত 1971-ত Calcutta CCMPO-ই এটা মাষ্টাৰ প্লেন তৈয়াৰ কৰিছিলে গুৱাহাটীৰ কাৰণে। তাৰ পিছত 1986-ত কিছুমান সলনি কৰা হ'ল প্লেন। একেবাৰে নতুন প্লেন নাছিলে, অলপ সলনি কৰি প্লেন তৈয়াৰ কৰা হৈছিল। এইটো third মাষ্টাৰ প্লেন হ'ব গুৱাহাটীৰ কাৰণে।

**বৰগোহাঞি :** আপোনাৰ এই মাষ্টাৰ প্লেনখন প্ৰস্তুত কৰা কেতিয়া সম্পূৰ্ণ হ'ল?

**ভূটানী :** Draft Master Plan?

**বৰগোহাঞি :** হয়, Draft Master Plan.

**ভূটানী :** আমি Public-ৰ আগতে প্ৰস্তুত কৰিছিলো এপ্ৰিল মাহত যোৱা বছৰ। আমি চাৰি মাহমান সময় দিছিলো মানুহক অভিযোগ দিবলৈ। তাৰপিছত কমিটি গঠন কৰি hearing কৰা হ'ল। ইতিমধ্যে তাৰ কমিটিয়ে বহুত কথা পাতিলে। বহুত কমিটি visit কৰিলে, বহু ঠাইত গ'লে, চালে। আমাৰ hill বিলাকৰ পৰা বহু বেছি অভিযোগ পাইছিলো উন্নয়ন সমিতিবিলাকৰ পৰা। তাৰপিছত মাৰ্চ মাহত গভৰ্ণমেণ্টলৈ report প্ৰেৰণ কৰা হ'ল।

**বৰগোহাঞি :** এই অভিযোগবোৰ চব তদন্ত কৰিলে?

**ভূটানী :** তদন্ত কৰিবলৈ... বেছিভাগ hearing লোৱা হ'ল।

**বৰগোহাঞিঃ** সেই hearing লওঁতে-দিওঁতে কেইটা অভিযোগৰ সত্যতা আপোনালোকে স্বীকাৰ কৰি ল'লে?

**ভূটানীঃ** যিমান আমাৰ hill বিলাক আছে— গুৱাহাটীত hill বা বিল আছে, Low Land Area আছে, সেইবিলাকক Echo sensitive জ'ন হিচাপে ধৰা হৈছিল।

**বৰগোহাঞিঃ** তাৰমানে, অব্জেকচনবোৰ আপোনালোকে গ্ৰহণযোগ্য বুলি ভাবিলে।

**ভূটানীঃ** গ্ৰহণযোগ্য, মানুহক বুজাবলৈ চেষ্টা কৰা হ'ল কিহৰ কাৰণে— আমাৰ বহুত তৰ্ক-বিতৰ্ক হ'ল মিটিঙত।

**বৰগোহাঞিঃ** তাৰ পিছত আপোনালোকে সেইবোৰ চব কৰি আপোনালোকৰ প্ৰতিবেদন চৰকাৰলৈ পঠিয়ালে। কোন বছৰৰ কোন মাহত?

**ভূটানীঃ** এই মাৰ্চ মাহত, এই বছৰৰ।

**বৰগোহাঞিঃ** চৰকাৰৰ পৰা এতিয়াও উত্তৰ অহা নাই?

**ভূটানীঃ** চৰকাৰে ইতিমধ্যে MLA সকলৰ লগত দুবাৰ ৰাউণ্ডত মিটিং কৰা হ'ল।

**বৰগোহাঞিঃ** এইটো প্ৰক্ৰিয়া আৰু কিমান দিন চলিব বুলি আপুনি ভাবে?

**ভূটানীঃ** মই ভাবিছো অক্টোবৰলৈকে শেষ হৈ যাব।

**বৰগোহাঞিঃ** তাৰ পিছত এইটো আহি যাব?

**ভূটানীঃ** হয়।

**বৰগোহাঞিঃ** আহি গ'লে সেইটো আপোনালোকে কাৰ্যকৰী কৰাৰ ব্যৱস্থা কৰিব, কিন্তু এইটো যাক কয় Snail's pace। শামুকৰ গতিৰে গুৱাহাটীখনৰ যি চেহেৰা দেখিলে ইমান ধীৰ গতিৰে গুৱাহাটীৰ উন্নয়নটো আপোনাৰ জীৱনকালত শেষ নহ'ব। বাৰু এতিয়া মই দ্বিতীয় এটা প্ৰশ্নলৈ আহো, মোৰ যিটো খবৰ সেইমতে আপোনালোকে যিখন Master Plan কৰিছিলে তাত অন্ততঃ দুটা ইতিমধ্যে সম্পূৰ্ণ হোৱা প্ৰকল্প— ভৰলুমুখৰ চুইছ গেট আৰু ৰুক্মিণী গাঁৱৰ কাৰ্লভাৰ্ট সেই প্ৰকল্পত অন্তৰ্ভুক্ত কৰা হৈছে মাষ্টাৰ প্লেনত। যি দুটা প্ৰকল্প আগতেই হৈ গৈছে সেইকেইটা আপোনালোকে Master Plan-ত যে অন্তৰ্ভুক্ত কৰিলে তাৰ দ্বাৰা এই কথা প্ৰমাণ নহয়নেকি যে আপোনালোকে ক্ষেত্ৰভিত্তিক অনুসন্ধান বা তদন্ত নকৰাকৈয়ে Master Plan কৰিছিলে?

**ভূটানীঃ** Draft-ত আমি এইবিলাক অভিযোগ পাইছিলো।

**বৰগোহাঞিঃ** এইটো অভিযোগৰ কথা নহয়। আপুনি এইটোত Yes বা No হে ক'ব লাগে। এই দুটা ইতিমধ্যে সম্পূৰ্ণ হোৱা প্ৰকল্প Master Plan-ত ধৰা হৈছে নে নাই?

**ভূটানীঃ** Draft-ত আছিলে এইটো সলনি কৰা হৈছে।

**বৰগোহাঞি ঃ** কিন্তু আপুনি স্বীকাৰ কৰি ল'লে যে ইতিমধ্যে সম্পূৰ্ণ হোৱা দুটা প্লেনো আপোনালোকে মাষ্টাৰ প্লেনত ধৰিছিলে।

**ভূটানী ঃ** হয়।

**বৰগোহাঞি ঃ** তাৰ দ্বাৰা এইটো কথা প্ৰমাণিত হ'ল যে Master Planখন যিসকলে কৰিছিলে তেওঁলোকে গোটেই গুৱাহাটীখন দায়িত্বসহকাৰে ক্ষেত্ৰভিত্তিক অধ্যয়ন কৰি কৰা নাছিলে।

**ভূটানী ঃ** কৰিছিলে। প্ৰথমবাৰ ছাৰ্ভেৰ সময়ত যেতিয়া ধৰিছিলে তাৰপিছত Correction-ত তিনি-চাৰিটামান পইণ্ট বাদ পৰিছে। সেইটো পিছত সলনি কৰা হ'ল।

**বৰগোহাঞি ঃ** যিহওক, সেইটো যে সম্পূৰ্ণ ত্ৰুটীশূন্য নহয়, তাত যে কিছু ডিফেক্ট আছিলে সেইটো স্বীকাৰ হৈছে। তৃতীয় কথা Master Plan কৰোঁতে কোনখিনি কাৰ্যকৰী কৰিব পাৰি কোনখিনি নোৱাৰি সেইটো চিন্তা নকৰাকৈ Master Plan কৰাৰ কোনো অৰ্থ নহয়। সেইখনতো এটা একাডেমিক exercise নহয়, সেইটো বাইজৰ কামত আহিব লাগিব। আপোনালোকে, মই জনামতে যিটো গুৱাহাটীৰ বিভিন্ন Neighbourhood-ত কিছুমান Neighbourhood Market— মানে যিবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অঞ্চল আছে তাত যাতে মানুহে বহুত দূৰলৈ যাবলৈ দৰকাৰ নপৰে তাতে বজাৰ কৰিব বিচাৰে, এনেকুৱা এটা প্ৰস্তাৱ মাষ্টাৰ প্লেনত আছে। কিন্তু সেই য'ত বজাৰ কৰিম বুলি প্ৰস্তাৱটো দিছে তাত কিন্তু বজাৰৰ কাৰণে ক'তো চৰকাৰী মাটি ৰখা হোৱা নাই। যদি চৰকাৰী মাটিয়েই নাই, বজাৰ কৰিবলৈ ঠায়েই নাই তেন্তে মাষ্টাৰ প্লেনত সেইটো ভৰাই কি লাভ হৈছে?

**ভূটানী ঃ** কাৰণ, মাটি অধিগ্ৰহণ কৰিব লাগিব।

**বৰগোহাঞি ঃ** মাটি থাকিলেহে আপুনি অধিগ্ৰহণ কৰিব। একেবাৰে প্ৰেক্‌টিকেল কথা কওঁ যে এই বিভিন্ন Neighbourhood Market-ৰ কাৰণে আপুনি মাটি অধিগ্ৰহণ কৰিব পাৰিম বুলি আশা কৰেনে?

**ভূটানী ঃ** সেইটো Conceptual Master Plan। ক'ত কি কি ৰাখিব লাগে, মানে যথেষ্ট ছাৰ্ভে কৰি ধৰা হৈছিল। বনাবলৈ যিমান বস্তু ধৰা হৈছিল সেইটো মানে নিৰ্মাণ কৰিবলৈ যথেষ্ট আগবাঢ়িব লাগিব। PPP Mode-ত যাব লাগিব বুলি ধৰক।

**বৰগোহাঞি ঃ** মাটিয়েতো আটাইতকৈ ডাঙৰ কথা। যদি মাটি নাথাকে আপুনি বজাৰ ক'ত কৰিব? PPP-টো পিছত আহিব। মই এতিয়া মূল কথাটোলৈ ঘূৰি যাবলৈ হ'লে স্বাধীনতাৰ পিছৰ পৰা দেশৰ প্ৰত্যেকখন চৰকাৰ, ৰাজ্য চৰকাৰ আহিছে গৈছে। প্ৰত্যেক চৰকাৰে ভৱিষ্যৎ বংশধৰসকলৰ কথা চিন্তা নকৰি কেৱল মাটি গ্ৰাস কৰিছে আৰু আনৰ হতুৱাই গ্ৰাস কৰাইছে। এখন পৰিকল্পিত চহৰত ভৱিষ্যতৰ কাৰণে কিমখিনি খালি মাটি ৰাখিব লাগিব, ক'ত পাৰ্ক হ'ব, ক'ত বজাৰ হ'ব কোনো ব্যৱস্থা নাই। যাৰ

পৰিণাম আজিৰ পুৰুষে ভোগ কৰিছে। আপুনি গুৱাহাটীখনতো ১০০ বছৰৰ কাৰণে নকৰে, ৫০ বছৰৰ কাৰণে নকৰে। ২০০ বছৰৰ পিছত আমাৰ যিসকল বংশধৰ আহিব তেওঁলোকেও গুৱাহাটীখন ভোগ কৰিবলৈ পাব লাগিব। গতিকে মই এইটো আপোনাক ক'ব খুজিছো যে যদিও আপুনি মাষ্টাৰ প্লেনত দিছে এইটো এটা মানুহক প্ৰতাৰণা কৰিবলৈ দিয়া হৈছে। মাটিৰ কোনো ব্যৱস্থা নাই। অহা ১০০ বছৰতো এই Neighbourhood Market নহ'ব।

**ভূটানী :** যথেষ্ট, মানে যিমান আমি আঁচনি ধৰিছো মাষ্টাৰ প্লেনত, যথেষ্ট কৰিব পৰা যাব। আপুনি চাওকচোন আমি টাউনৰ ভিতৰত গৰ্ভমেণ্টৰ ডাঙৰ প্ৰকল্প— Director of Soil Conservation অফিচ আছিল জু-ৰোডত। আমি ভাঙি পেলাই পাৰ্ক কৰি আছো এতিয়া। এনেকুৱা যথেষ্ট— আপোনালোকে মানে আমি Out of the box চিন্তা কৰিব লাগিব। গুৱাহাটী যিহেতু ইমান ঠেক ঠাই।

**বৰগোহাঞি :** সেইকাৰণেই আপোনাক মাতি আনিছো। Out of the box চিন্তা কৰিব পাৰে কাৰণেই আপোনাক ইমান গুৰু দায়িত্ব দিছে। আচ্ছা মোক যিকোনো এটা Neighbourhood-ৰ উদাহৰণ দি কওক য'ত আপোনাৰ চৰকাৰী মাটিৰ ব্যৱস্থা আছে, য'ত আপুনি বজাৰ কৰিব পাৰিব।

**ভূটানী :** বেলতলাত আছে।

**বৰগোহাঞি :** অকল বেলতলাত আছে?

**ভূটানী :** হয়, উজান বজাৰত আছে মাটি। ধৰক আপোনাৰ কাছাৰী বজাৰ আছে। আমি ব্ৰহ্মপুত্ৰ আৰু River Front আঁচনিত নতুনকৈ এইটো Develop, মানে নতুনকৈ বনাবৰ কাৰণে আঁচনি হাতত লোৱা হৈছে।

**বৰগোহাঞি :** এইবোৰ কৰিবলৈ কিমান বছৰ লাগিব? এইবোৰ স্বপ্ন হৈ থাকিব নে কেতিয়াবা দিঠক হ'ব?

**ভূটানী :** যোৱা চাৰি পাঁচ বছৰৰ ভিতৰত যিমান কাম গুৱাহাটীত হৈছে তাৰে বহুত ২০-২৫ বছৰত হোৱা নাছিলে।

**বৰগোহাঞি :** মই এবাৰো কোৱা নাই যে কাম হোৱা নাই, কিন্তু যিমান কাম হ'ব লাগে তাৰ তুলনাত অতি ক্ষুদ্ৰ এটা অংশহে হৈছে। বাৰু আমি তাৰ পিছৰ এটা গুৰুত্বপূৰ্ণ প্ৰশ্নলৈ যোৱাৰ আগতে দুই মিনিট সময় এটা বাণিজ্যিক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি :** আশীষ, গুৱাহাটীৰ এটা ডাঙৰ সমস্যা হৈছে গাৰ্বেজ ডিছপজেল, আবৰ্জনা নিষ্কাশন। সেইবিষয়ত মোৰ এটা ব্যক্তিগত অভিজ্ঞতাৰ কথা কওঁ— ১৯৯২

কি ৯৩ চনত জাপানৰ এজন বিশ্ববিখ্যাত পদাৰ্থবিজ্ঞানী ড° নাকানোৱা গুৱাহাটীলৈ আহিছিল। তেওঁ এজন অসমীয়া ভদ্ৰলোকৰ লগত কথা পাতিবলৈ ইচ্ছা কৰিলে। তেওঁ মোৰ ঘৰলৈ আহিছিল। তেওঁ কথা পাতিছিলে উত্তৰ-পূৰ্বাঞ্চলত পোৱা বিৰল প্ৰজাতিৰ পখিলাৰ বিষয়ে। তেওঁ মোৰপৰা বিদায় লোৱাৰ সময়ত মই সুধিলোঁ, মূৰ্খৰ নিচিনাকৈ সুধিলো যে আমাৰ গুৱাহাটীখন আপোনাৰ কেনে লাগিল? তেওঁ প্ৰায় আধা মিনিট স্তব্ধ হৈ থাকিলে। থাকি ক'লে ভালেই, কিন্তু অলপমান লেতেৰা। তেওঁ অলপমান লেতেৰা বুলি কওঁতে আমাৰ এটা অসমীয়াত কথা আছে যে "ফাট দিয়া বসুমতী পাতালে লুকাওঁ", মই ভাবিছো— অলপমানতো লেতেৰা নহয়, সেই ১৯৯৩-ত গুৱাহাটীখন এখন নৰককুণ্ড আছিল। এতিয়াও যে সেই অৱস্থাৰ খুউব সাংঘাতিক পৰিবৰ্তন হৈছে... গুৱাহাটীৰ দুটা বা তিনিটা ৰাস্তা আপুনি আধুনিক ধৰণে নিৰ্মাণ কৰিলেই গোটেই গুৱাহাটী ভাল হোৱা নুবুজায়। গুৱাহাটীৰ বেছিভাগ ঠাই এতিয়াও নৰককুণ্ড হৈ আছে যিটো আপোনাক আমি দেখুৱালো। এই আৱৰ্জনা নিষ্কাশনৰ কাৰণে আজি বহুত উন্নত ব্যৱস্থা হৈছে। Solid waste-ৰ পৰা আনকি পচন সাৰ, বিজুলি শক্তি কৰিব পৰা টেকন'লজীও হৈছে। কিন্তু গুৱাহাটীত আৱৰ্জনাৰ নিষ্কাশন কামটো ইমান ধীৰ গতিৰে আগবাঢ়িছে যে আজি মই য'ত থাকো তাত এবছৰ ধৰি আৱৰ্জনা জমা হৈছিল। মই অৱশেষত ৰাইট টু ইনফৰমেচন এক্টৰ অধীনত যেতিয়া এখন দৰ্খাস্ত কৰিলো, তেতিয়া ৰাজেশ প্ৰসাদ আছিল। ৰাইট টু ইনফৰমেচন এক্টৰ অধীনত এখন দৰ্খাস্ত কৰিলো— আপোনালোকক বাধ্য কৰিবলগীয়া হ'ল এবছৰ জমা হোৱা আৱৰ্জনা চাফা কৰিবলৈ। মই য'ত থাকোঁ তাত MLA থাকে, মিনিষ্টাৰ থাকে। মইও থাকোঁ, তাতেই এই অৱস্থাত। মোৰ মতে গুৱাহাটী এখন আৱৰ্জনা নগৰী, গুৱাহাটীখন ঠিক এখন আধুনিক চহৰ বুলি ক'বৰ উপযোগী নহয়। এইটো অকল গাৰ্বেজেই... অকল দেখিবলৈ বেয়া এইটোতো নহয়। অকল দুৰ্গন্ধ ওলায় এইটোও নহয়। সকলোৱে জানে আপুনি You are yourself a doctor যে গাৰ্বেজ মানেই অজস্ৰ মাৰাত্মক ৰোগৰ বীজাণু উৎপত্তিস্থল। গতিকে গুৱাহাটীত Public Health, Individual Health নষ্ট কৰাত এই গাৰ্বেজে এটা ডাঙৰ ভূমিকা লৈছে। গাৰ্বেজ চাফা নকৰাকৈ আপুনি গুৱাহাটীখন মানুহৰ বাসযোগ্য কেনেকৈ কৰিব? গতিকে এতিয়া আপুনি এতিয়া এই গাৰ্বেজ চাফা কৰিবৰ কাৰণে গুৱাহাটীক অন্ততঃ থাকিব পৰা এখন চহৰ কৰিবৰ কাৰণে কি কাম কৰিছে সেইটো কওক।

**ভূটানী :** আমাৰ Solid Waste Management, গুৱাহাটীৰ আপুনি ফিল্ম দেখুৱালে, আমি চালো, অৱস্থা খুব বেছি ভাল নহয়। ইতিমধ্যে গভৰ্মেণ্টে সেইটোক খুউব গুৰুত্ব দি ডাঙৰ এটা আঁচনি already মঞ্জুৰ কৰিছে। পয়ত্ৰিছ কোটি টকাৰ আঁচনি।

**বৰগোহাঞি :** এই আঁচনিৰ কথাটো বছৰৰ পিছত বছৰ ধৰি শুনিয়ে আছো।

**ভূটানী ঃ** আগতে সেইটো নাছিল। এতিয়া টকাও আহিছে। টকাও আমাৰ হাতত আছে। আৰু ইতিমধ্যে আমি এটা কম্পেনীক আনিছো। সেই কম্পেনীয়ে ৰম্বে, আপোনাৰ হায়দৰাবাদ, দিল্লী আদি ঠাইত কাম কৰি আছে। "ৰামকী এনভাইৰ ইঞ্জিনিয়াৰছ লিমিটেড্"। সিহঁতে গাৰ্বেজক এনাৰ্জীত কনভাৰ্ট কৰি আছে।

**বৰগোহাঞি ঃ** ভাৰতীয় কম্পেনী?

**ভূটানী ঃ** হয়, ভাৰতীয় কম্পেনী। হায়দৰাবাদ base কম্পেনী। তেওঁলোকে কাম ১ অক্টোবৰৰ পৰা আৰম্ভ কৰিব ইয়াত। প্ৰথমতে সিহঁতে গোটেই মেচিন আনিব। মেচিন মেকানাইজ লিফটিং অব্ গাৰ্বেজ। গোটেই নতুন ডাষ্টবিন ৰখা হ'ব, মেকানাইজ লিফটিং হ'ব। দিনে দিনে। আপুনি যি কথা কৈছে ১ বছৰ লিফটিং হোৱা নাই, প্ৰত্যেক দিনেই হ'ব। প্ৰত্যেক পইণ্টত। লিফটিং হ'ব— ১ নম্বৰ কথা। ২ নম্বৰ কথা হ'ল সিহঁতে ঘৰে ঘৰে গৈ গাৰ্বেজ কালেক্ট কৰিব।

**বৰগোহাঞি ঃ** এই প্ৰক্ৰিয়াটো কেতিয়াৰ পৰা আৰম্ভ হ'ব?

**ভূটানী ঃ** ১ অক্টোবৰ ২০০৮ ৰ পৰা হ'ব।

**বৰগোহাঞি ঃ** আপোনাৰ এই গুৱাহাটী সম্পূৰ্ণ আৱৰ্জনামুক্ত হ'বলৈ কিমান বছৰ সময় লাগিব?

**ভূটানী ঃ** মই... গাৰ্বিজবোৰ উঠাই লৈ যাব। কেতিয়া ডিচপজেল হ'ব গাৰ্বিজ সেইটো ডাঙৰ কথা। অকলে গাৰ্বিজ উঠোৱা নহয় ঘৰৰ পৰা বা আমাৰ টাউনৰ পৰা। এইটো কেনেকৈ ডিচপজেল হয় Scientific ডিচপজেল অব্ গাৰ্বেজ আমি কওঁ। সেই ডিচপজেলৰ কাৰণে দুই বছৰ প্লেনটো নিৰ্মাণত লাগিব। তেতিয়ালৈকে আমি Traditional way-ত কৰি থাকিম।

**বৰগোহাঞি ঃ** কিন্তু গুৱাহাটীখনতো আৱৰ্জনামুক্ত হ'ব।

**ভূটানী ঃ** মই ক'ব খুজিছো তিনি মাহৰ ভিতৰত। সিহঁতে আৰম্ভ কৰিব ১ অক্টোবৰৰ পৰা, তিনি মাহৰ ভিতৰত হ'ব।

**বৰগোহাঞি ঃ** তিনি মাহ নালাগে। আপুনি ক'ব পাৰিব নেকি যে ২০০৯ চনৰ পহিলা মাহৰ পৰা, মানে নতুন বছৰৰ পৰা আমি গুৱাহাটীৰ এটা চকুত লগা পৰিৱৰ্তন দেখিবলৈ আশা কৰিব পাৰোঁ?

**ভূটানী ঃ** আপুনি পাৰে।

**বৰগোহাঞি ঃ** তেতিয়া মই আপোনাৰ ২০০৯ চনৰ জানুৱাৰী মাহত ই আপোনাক আকৌ মাতিম। আকৌ মই ছবি দেখুৱাম আপোনাক।

**ভূটানী ঃ** ঠিক আছে।

**বৰগোহাঞি ঃ** বাৰু আমি তাৰ পিছৰ এটা গুৰুত্বপূৰ্ণ প্ৰশ্নলৈ যোৱাৰ আগতে দুই মিনিট সময় এটা বাণিজ্যিক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** এতিয়া মোৰ আৰু এটা ডাঙৰ প্ৰশ্ন হ'ল— আপুনি দেখিলে দ্বীপৰ বিলৰ পাৰত আপোনালোকে কিমান ডাঙৰ আবৰ্জনাৰ পাহাৰ এখন তৈয়াৰ কৰিছে। আপোনালোকে গুৱাহাটীৰ পুঞ্জীভূত আবৰ্জনা পেলাবলৈ ঠাই বাছি লৈছে দ্বীপৰ বিল। পৃথিৱীৰ কোনোবা সভ্য দেশৰ চৰকাৰে প্ৰকৃতিৰ এনেকুৱা এটা অনুপম দান দ্বীপৰ বিলক এনেকৈ ধ্বংস কৰিবলৈ পৰিকল্পিত ষড়যন্ত্ৰ কৰিছেনে? এই প্ৰসঙ্গতে এটা কথা কওঁ, ১৯৫২ চনত যেতিয়া মই কটন কলেজৰ ছাত্ৰ, তেতিয়া ড° ৰাধাকৃষ্ণণ আছিল ভাৰতৰ উপ-ৰাষ্ট্ৰপতি। তেওঁ প্ৰথমবাৰৰ কাৰণে উপ-ৰাষ্ট্ৰপতি হিচাপে গুৱাহাটীলৈ আহিছিল। তেওঁ ব্ৰহ্মপুত্ৰৰ পাৰত থিয় হৈছিল। হৈ তেওঁ স্বগতোক্তি, চলিলকি (Soliloquy) কৰাৰ নিচিনা কৰিছিলে— এই পৃথিৱীৰ ভিতৰত এনেকুৱা এখন অপৰূপ সুন্দৰ নদী গুৱাহাটীৰ মানুহে বা অসমৰ মানুহে কেনেকৈ নষ্ট কৰিছে? পৃথিৱীৰ যিকোনো সভ্য দেশত এনে এখন নদী থকা হ'লে এই নদীখনেৰেই গোটেই গুৱাহাটীখন অপূৰ্ব সুন্দৰ নগৰ হ'লহেঁতেন। কিন্তু আমাৰ মানুহে গুৱাহাটীখন কৰিছে কি? মানুহৰ বাসস্থান, এটা Congested বাসস্থান কৰিছে আৰু Public lavatory কৰিছে। এইটো হ'ল অৱস্থা। আজি আপুনি নিজে একো সম্পদ সৃষ্টি কৰা নাই, যিখিনি আছিলে ধ্বংস কৰিছে। এতিয়া দ্বীপৰ বিলখনক আবৰ্জনাৰ পাহাৰত পৰিণত কৰি আপুনি ছবি দেখিছেই। এখন বিল কৰিবলৈ প্ৰকৃতিক হেজাৰ হেজাৰ বছৰ লাগে। আপুনি ছমাহত সেই বিলখন সম্পূৰ্ণ ধ্বংস কৰিছে। লগতে কৈ থওঁ আজি মাত্ৰ কাগজত ওলাইছে— এটা বিৰল প্ৰজাতিৰ কাছ তাত আৱিষ্কাৰ হৈছে। তাত আৰু কিমান বিৰল প্ৰজাতিৰ মাছ, কাছ ইত্যাদিবিলাক আছে। কিন্তু তাত এনেকুৱাকৈ পানী বিষাক্ত হৈছে— আপোনালোকৰ State Pollution বৰ্ডে তাত পানী পৰীক্ষা কৰি ক'লে ই সম্পূৰ্ণ দূষণমুক্ত। বিষযুক্ত একেবাৰেই নাই। সেইটো কেনেকৈ মেনিপুলেট কৰিছে মই নাজানো, কিন্তু Institute of Advance Study in Science and Technology– তেওঁলোকে পৰীক্ষা কৰি, তেওঁলোক Pollution বৰ্ডৰ Scientists-তকৈ বহু ওপৰৰ Scientists– তেওঁলোকে কৈছে তাত আৰ্ছেনিক, লিড আৰু Ph, তাৰ মাত্ৰা ইমান ভয়াবহভাৱে বেছি যে এইটো যদি চলি থাকে আৰু কেইবছৰমানৰ ভিতৰতে তাত থকা সকলো জলাশ্ৰয়ী প্ৰাণী মৰি শেষ হ'ব। ইয়াতকৈ ডাঙৰ মহাপাপ কিবা হ'ব পাৰেনে?

**ভূটানী ঃ** যি জাৱৰ-জোঁথৰ তাত একত্ৰিত কৰা হৈছে দ্বীপৰ বিলৰ কাষতে, সেইটো দ্বীপৰ বিলৰ কেছমেণ্ট এৰিয়াৰ বাহিৰত পৰে।

**বৰগোহাঞি ঃ** নপৰে, নপৰে। মই সেইটোৱেই কৈছো সেই যে দ্বীপৰ বিলৰ পৰা underground পানী গৈ গৈ...

**ভূটানী ঃ** মই আপোনাক কথা এটা কৈছো। ২ নম্বৰ কথা হ'ল আমি নতুনকৈ আঁচনি লৈছো তাতে চুপ্ৰিম ক'ৰ্টৰ নতুন নীতিৰ যি নিয়ম বান্ধি দিছে সেইমতে এতিয়া কৰা হ'ব। কোনো ধৰণৰ প্ৰদূষণ দ্বীপৰ বিললৈ নাযাব সেইটো মই আপোনাক আশ্বাস দিব খুজিছো।

**বৰগোহাঞি ঃ** অকল প্ৰদূষণটোৱেই প্ৰশ্ন নহয় নহয়। যিটো প্ৰাকৃতিক সৌন্দৰ্য... আপুনি দ্বীপৰ বিললৈ... দ্বীপৰ বিল যদি এসময়ত পক্ষী অভয়াৰণ্য হয়, দেশ-বিদেশৰ পৰ্যটক আহিব। আহি সেই আৱৰ্জনাৰ দুৰ্গন্ধ লৈ আৱৰ্জনাৰ পাহাৰ গচকি দ্বীপৰ বিললৈ আপুনি আন্তৰ্জাতিক পৰ্যটকক যাবলৈ বাধ্য কৰিব? অকল পানীখিনি দূষিত হোৱাটোতো প্ৰশ্ন নহয়।

**ভূটানী ঃ** সেইবিলাক তাত নাথাকে। মই কৈছো আপোনাক নতুন আঁচনিৰ কথা। ২ নম্বৰ কথা হ'ল আপুনি যদি এইপিনেদি দ্বীপৰ বিললৈ যায় Airport-ৰ পিনে যায় তাত দেখিব ইটাৰ ভাটা আছে। বহুত ধৰণৰ কনষ্ট্ৰাকচন। ইতিমধ্যে গভৰ্মেণ্টে দ্বীপৰ বিলৰ development-ৰ কাৰণে বেলেগ এটা নতুনকৈ আঁচনি লৈ থৈছে। আৰু আমি already ১৩ কোটি টকা এইবাৰ দি দিছো GMD-ক। ১৪৬ বিঘা মাটি অ'কুপায় কৰি আছে গাঁৱৰ লোকে। গোটেই বিল্ডিংবিলাক ভাঙি আপুনি ৰাস্তাৰ পৰাই দ্বীপৰ বিল পাব।

**বৰগোহাঞি ঃ** আপোনাৰ কাৰ্যকালতে সেইটো হ'ব বুলি আপুনি কথা দিব পাৰেনে?

**ভূটানী ঃ** মই দিব পাৰোঁ।

**বৰগোহাঞি ঃ** দিব পাৰে? আপোনাক তেতিয়া মই আকৌ ২০০৯ চনৰ জানুৱাৰী মাহত আনিম, আপুনি ক'ব।

**ভূটানী ঃ** তেতিয়ালৈকে কাম আমাৰ আৰম্ভ হৈ যাব।

**বৰগোহাঞি ঃ** আৰম্ভ হ'ব। আৰম্ভ হ'লে বাৰু শেষেই হৈ যায়। এই দ্বীপৰ বিলখন যে, মই আকৌ ৩য় বাৰৰ কাৰণে কৈছো। মই আকৌ বাৰে বাৰে কৈছো— দ্বীপৰ বিলখন, যে কোনো সভ্য জগতৰ সভ্য দেশৰ চৰকাৰে এনেকুৱা এটা কাম নকৰে যিটো আপোনালোকে কৰিছে। সেই দ্বীপৰ বিলখনক এই পাশৱিকতাৰ পৰা মুক্ত কৰিবলৈ আপুনি কি ব্যৱস্থা ল'ব? আপুনি দ্বীপৰ বিললৈ কেতিয়াও গৈ পোৱা নাই কাৰণে আপুনি...

**ভূটানী ঃ** গৈছো, মই গৈছো।

**বৰগোহাঞিঃ** গৈছে যদি আপুনি নিশ্চয় দেখিছে, ধৰক আপুনি... ধৰক বিলাতৰ পৰা আহিছে। মই ক'লো যে দ্বীপৰ বিলখন আমাৰ ওচৰতে, এইখন এখন পক্ষী অভয়াৰণ্য হ'ব পাৰে। আপুনি তেওঁক লৈ কেনেকৈ যাব? প্ৰথম কথা, এক মাইল দূৰৰ পৰা তেওঁৰ বমি আহিব দুৰ্গন্ধত। দ্বিতীয়তে, তেওঁ তাত দেখিব কি? সেই আবৰ্জনাৰ পাহাৰ। তাত অজস্ৰ কাউৰী, শগুণ, কুকুৰ এইবোৰৰ লীলা খেলা। আৰু সেইখনৰ মাত্ৰ কেইফুটমান দূৰতে দ্বীপৰ বিল। এইটোতো এটা অমাৰ্জনীয় অপৰাধ কৰিছে। কোনো সভ্য দেশৰ চৰকাৰে এনেকুৱা কাম নকৰে। আৰু এটা ডাঙৰ সমস্যা— গুৱাহাটীৰ খোৱা পানীৰ সমস্যা। সেইটোতো মানুহৰ বেচিক নেচেচিটি। কিন্তু গুৱাহাটীৰ বেছিভাগ ঠাইতে খোৱাপানীৰ কোনো ব্যৱস্থা নাই আৰু এইটো কথা আছে যে বিভিন্ন অঞ্চলত খোৱাপানী পৰীক্ষা কৰি দেখা গৈছে তাত ফ্লৰিড আৰু আৰ্ছেনিকৰ পৰিমাণ ভয়াৱহভাৱে বেছি হৈ আহিছে। তাৰমানে গুৱাহাটীৰ মানুহক... আপোনালোকে গুৱাহাটীৰ উন্নয়নৰ নামত কোটি কোটি টকা ঢালিছে, কিন্তু বিষাক্ত পানী খুৱাই মানুহক তিলে তিলে মৃত্যুৰ মুখলৈ ঠেলি পঠিয়াইছে। এই গুৱাহাটীৰ পানী যোগানৰ সমস্যাটো আৰু নিৰ্মল পানী যোগান ধৰাৰ সমস্যাটোক কেনেকৈ সমাধান কৰিব খুজিছে?

**ভূটানী ঃ** গুৱাহাটীত পানী যোগান আঁচনি, মানুহক খোৱা পানী চাপ্লাই দিয়া সেইটো গভৰ্মেণ্টৰ কাৰণে প্ৰাইৰেটী No.1.

**বৰগোহাঞিঃ** প্ৰাইৰেটী নম্বৰ ওৱান কিমান বছৰৰ পৰা হৈ আছে?

**ভূটানী ঃ** আমি যেতিয়া নতুন, পাঁচ বছৰৰ পৰাতো আমি জানো Central Development Plan বনাইছো, গুৱাহাটীৰ কাৰণে City Development Plan আজিৰ পৰা চাৰি বছৰৰ আগতে। এতিয়া আমি গুৱাহাটীত যিমানবোৰ কৰিবলগা কাম আছে, আমি মানুহৰ লগতো কথা পাতিলো, আমি শেষত গৈ এইটো পালো— এক নম্বৰত মানুহক খোৱা পানীৰ ব্যৱস্থা কৰি দিব লাগে।

**বৰগোহাঞিঃ** এইটো কেতিয়া আহিলে? যে মানুহৰ যিটো এক নম্বৰ প্ৰয়োজন সেইটো যে এক নম্বৰত স্থান দিব লাগে সেই কথাটো কেতিয়া ভাবিলে আপোনালোকে?

**ভূটানী ঃ** যেতিয়া আমাক ভাৰত চৰকাৰে সুধিলে আপোনালোকে কি কি কৰিব খুজিছে, ধৰক আমি কিবা টকা দিব খুজিছো, আপোনালোকে কি কি কাম কৰিব পাৰে? আমি ক'লো আমাক পানীৰ কাৰণে এক নম্বৰত টকা দিব লাগে।

**বৰগোহাঞিঃ** সেইটো কেতিয়া কৰিলে?

**ভূটানী ঃ** ধৰক আজিৰ পৰা তিনি বছৰমান আগতে। আৰু এইটো এতিয়া গন্তি কৰি এক নম্বৰত ধৰিলো যে পানী যোগান আঁচনি আমি তৈয়াৰ কৰিব লাগে।

ইতিমধ্যে গভৰ্মেণ্টে এটা ইজৰাইলী কম্পেনীক আনিলে। খুব ভাল কম্পেনী, 'টাহল' বুলি কম্পেনী আছে। সিহঁতক এটা detail project report বনাবলৈ গভৰ্মেণ্টে কাম দিলে।

**বৰগোহাঞিঃ** কেতিয়া দিলে?

**ভূটানীঃ** সেইটো দিলে যোৱা বছৰৰ ফেব্ৰুৱাৰী মাহত।

**বৰগোহাঞিঃ** কিমান দিনৰ সময় দিয়া হৈছিল?

**ভূটানীঃ** সিহঁতক ডেৰ বছৰ সময় দিয়া হৈছিল। তেওঁলোকে তৈয়াৰ কৰি অক্টোবৰ মাহতে আমাক খচৰা এটা দি দিলে। তাৰ পিছত ফাইনেল হৈ হৈ আমি ডিচেম্বৰ মাহত ভাৰত চৰকাৰৰক এইটো প্ৰস্তুত কৰিলো। এইটো আঁচনি ২৮০ কোটি টকাৰ আঁচনি। আমাৰ গুৱাহাটীত Best Water Supply Scheme, গভৰ্মেণ্টে ইতিমধ্যে মঞ্জুৰি দিছে। আমাক প্ৰথম ইষ্টলমেণ্ট হিচাপে ৬৩ কোটি টকা ইতিমধ্যে এৰি দিছে। Already Tender হৈ গৈছে। এক মাহৰ ভিতৰতে কাম আৰম্ভ হৈ যাব এই আঁচনিৰ কাৰণে।

**বৰগোহাঞিঃ** এইটো আঁচনিৰ কাৰণে এক মাহৰ ভিতৰত কাম আৰম্ভ হ'ব। সম্পূৰ্ণ কেতিয়া হ'ব?

**ভূটানীঃ** আঢ়ৈ বছৰ লাগিব। আঢ়ৈ বছৰৰ পৰা তিনি বছৰ লাগিব।

**বৰগোহাঞিঃ** তাৰমানে এইটো নেকি যে মানুহে আঢ়ৈ বছৰৰ পিছতহে পানী পাব। নে কামটো চলি থকাৰ লগে লগে পানী যোগানটো বাঢ়ি গৈ থাকিব?

**ভূটানীঃ** পানী নাপায়। সিহঁতে Treatment Plant Point বনাব আৰু লাহে লাহে আঢ়ৈ বছৰৰ পৰা মানুহে পানী পোৱা আৰম্ভ হৈ যাব।

**বৰগোহাঞিঃ** আঢ়ৈ বছৰৰ পৰা পানী পোৱা আৰম্ভ হ'ব? গুৱাহাটীত তেতিয়া পানী যোগানৰ সমস্যাটো চিৰকালৰ বাবে অন্ত পৰিব?

**ভূটানীঃ** এইটো এটা অংশৰ কথা কৈছো। গুৱাহাটীৰ বেষ্টৰ কথা কৈছো। যি আমাৰ core গুৱাহাটী আছে, ফেন্সী বজাৰ, পল্টন বজাৰ, উজান বজাৰ, পাণবজাৰ, উলুবাৰী।

**বৰগোহাঞিঃ** It is your commitment যে আঢ়ৈ বছৰৰ পিছত গুৱাহাটীৰ মানুহৰ পানীৰ সমস্যাটো একেবাৰে নাথাকিব।

**ভূটানীঃ** এটা অংশৰ। এইটো মানে গুৱাহাটীত পানীৰ কাৰণে আমাক বাৰশ কোটি টকা লাগে। তাৰ পিছত আমি ইতিমধ্যে জাপান...।

**বৰগোহাঞিঃ** বাৰশ কোটি লাগক বা বাৰ হাজাৰ কোটি টকা লাগক যিকোনো চৰকাৰৰ প্ৰথম দায়িত্বটো হ'ল মানুহক পানী দিয়াৰ। আপোনালোকে পানী নিদি কত

বিলাসী ঘৰ-দুৱাৰ সাজে, কত কি কৰে কিন্তু মানুহক যে পানী দিব নোৱাৰে। কিন্তু মহাত্মা গান্ধীয়ে কৈছিল যে দৰিদ্ৰতম মানুহৰ প্ৰয়োজন পূৰ্ণ কৰাটোৱেই যিকোনো দেশৰ চৰকাৰৰ প্ৰথম কৰ্তব্য। আৰু মানুহক পানী যোগান ধৰাটোতো আপোনাৰ প্ৰাথমিক দায়িত্ব।

**ভূটানী ঃ** হয়।

**বৰগোহাঞি ঃ** সেইটো পালন নকৰাকৈ আপুনি বহুত কামেই কৰে। কত অলাগতিয়াল কামতো টকা খৰচ কৰে।

**ভূটানী ঃ** প্ৰথম সেইকাৰণে আমি ক'লো গভৰ্মেণ্টৰ কাৰণে প্ৰাইৰেটি নম্বৰ ১। সেইকাৰণে আমি জাপান বেংকৰ লগত কথা পাতিলো। যোৱাবছৰৰ পৰা পাতি আছো। ইতিমধ্যে জাপান বেংকে আমাক এক হেজাৰ কোটিমান দিবলৈ ৰাজী হৈছে। আৰু চব ঠিক চলি থাকিলে আমি মাৰ্চ মাহত চব চুক্তি কৰিম জাপান বেংকৰ লগত।

**বৰগোহাঞি ঃ** মাৰ্চ মাহত কৰিব?

**ভূটানী ঃ** কৰিম। অহা মাৰ্চ মাহত।

**বৰগোহাঞি ঃ** অহা মাৰ্চ মাহত।

**ভূটানী ঃ** সিহঁতৰ দীঘলীয়া এটা প্ৰচিডিঅ'ৰ আছে। লোন পোৱাৰ আগতে তেওঁলোকে বহুত এনকুৱাৰী কৰে।

**বৰগোহাঞি ঃ** স্বাভাৱিক কথা। গতিকে এটা কাম অৰ্থাৎ পানীযোগানৰ সমস্যাটোৰ সমাধান হোৱা বুলি আপুনি আশা কৰে। মই ভাবোঁ যে যিহেতু আপুনি এইটোত কমিটেড, গতিকে চৰকাৰে সেই কামটো শেষ নোহোৱা পৰ্যন্ত আপোনাক এই দায়িত্বতে ৰখা উচিত হ'ব। কাৰণ তেতিয়া আঢ়ৈ বছৰৰ পিছত আমি আপোনাক আকৌ মাতি আনি এই কেছেটটো বজাই শুনাম। আৰু তেতিয়া আপুনিনো কি কয়, আপুনি যদি আপোনাৰ কথা ৰাখিব পাৰে, আঢ়ৈ বছৰৰ পিছত গুৱাহাটীৰ মানুহে পানী পায় তেতিয়া আমি ৰাজহুৱাভাৱে আপোনাক অভিনন্দন জনাম। আৰু যদি আপোনাৰ কথা মিছা প্ৰমাণিত হয় তেতিয়া এইটোৱেই হ'ব যে চৰকাৰৰ মুখৰ প্ৰতিশ্ৰুতিৰ বাহিৰে কামত একো নহয়। আজি অহাৰ বাবে আপোনাক ধন্যবাদ।

*(৩ অক্টোবৰ, ২০০৮-ত প্ৰচাৰিত)*

# আশীষ কুমাৰ ভূটানীৰ সৈতে হোমেন বৰগোহাঞি



*"এজন মাত্র আপোনাৰ নিচিনা I.A.S. অফিছাৰে এবছৰৰ ভিতৰত চুৰাটক ভাৰতৰ আটাইতকৈ সুন্দৰ এখন চহৰত পৰিণত কৰিলে। তেনেকুৱা বহুত উদাহৰণ দিব পাৰি। উদাহৰণ দিলে মোৰ সময় নাথাকিব। এজন অফিছাৰে ব্যক্তিগত প্ৰচেষ্টাৰে He can make a world of difference. আপুনি সেই অফিছাৰজন কিয় নহয়? চুৰাটত এজন আপোনাৰ নিচিনা I.A.S. অফিছাৰে যিটো কৰিলে আপুনি গুৱাহাটীত এইটো কিয় কৰিব নোৱাৰে? কিয় কৰিব নোৱাৰে?"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আকৌ এবাৰ স্বাগতম। আশীষ, গুৱাহাটীত বিশেষকৈ বাৰিষাৰ দিনকেইটাৰ এটা সাংঘাতিক সমস্যা হ'ল— এজাক বৰষুণতে গুৱাহাটী, সমস্ত গুৱাহাটী প্লাৱিত হোৱা সমস্যাটো। এতিয়া আপোনাৰ মনত থাকিব পাৰে যে আমাৰ হিচাপ আছে ১৩জুন, ১৬ জুন, ১৯জুন, ১জুলাই আৰু ৭আগষ্ট। এই পাঁচটা দিন, আগতো আছে কিন্তু এই পাঁচটা দিনত গোটেই গুৱাহাটী প্লাৱিত হৈ মানুহৰ বাসৰ অনুপযোগী এখন বস্তু হৈছিল। আৰু যেতিয়া গুৱাহাটীত এই পানী হৈছিল তেতিয়া কিন্তু ব্ৰহ্মপুত্ৰৰ পানী ফ্লাড লেভেলতকৈ বহুত তলত আছিল। তাৰ অৰ্থ এইটোৱেই যে গুৱাহাটীৰ যিটো Storm water বা বৰষুণৰ পানী সেইটো নিষ্কাশন কৰাৰ কোনো ব্যৱস্থা নাই। আৰু মই এইটো সুধিব খুজিছো যিসময়ত পৃথিৱীৰ বিজ্ঞানীসকলে এই মুহূৰ্তত বিশ্বব্ৰহ্মাণ্ডৰ বিগ বেঙৰ প্ৰথম এটা ছেকেণ্ডত, এক ছেকেণ্ডৰ তিনি কোটি ভাগৰ এভাগ সময়ৰ অৱস্থা বুজিবলৈ যন্ত্ৰ আৱিষ্কাৰ কৰা হৈছে, সেই সময়ত আপোনালোকৰ অসম চৰকাৰৰ আটাইবোৰ বুৰোক্ৰেট, আটাইবোৰ ইঞ্জিনিয়াৰে আজি অত বছৰ ধৰি গুৱাহাটীৰ পানীখিনি উলিয়াব পৰাৰ ব্যৱস্থা কৰিব পৰা নাই। কেতিয়াবা শুনো অমুকৰ ইঞ্জিনিয়াৰক মাতিছে, কেতিয়াবা শুনো বিদেশত গৈছে। এইখন কেনেকুৱা দেশ যিখন দেশৰ ইঞ্জিনিয়াৰে, যিখন দেশত আপোনাৰ নিচিনা ডাঙৰ ডাঙৰ অফিছাৰে বছৰৰ পিছত বছৰ ধৰি গুৱাহাটীৰ পানীখিনি উলিয়াব পৰাৰ ব্যৱস্থা কৰিব পৰা নাই? এই সমস্যাটো কেনেকৈ সমাধান কৰিব আৰু কেতিয়া হ'ব?

**আশীষ কুমাৰ ভূটানী ঃ** মই এটা কথা কওঁ। পানী একেবাৰে নিষ্কাশন মানে পানী নহ'ব বুলি ক'ব নোৱাৰে। দিল্লীতো পানী উঠে, হায়দৰাবাদতো পানী উঠে।

**বৰগোহাঞি ঃ** চবতে উঠে। মুম্বাইটো উঠে সেইটো জানো।

**ভূটানী :** মানে পানী সোনকালে ওলাই যাব লাগে। যদি এজাক খুব বেছি বৰষুণ হয় পানী ফটাফট ওলাই যাব লাগে, তাৰ কাৰণে আপুনি দেখিব যোৱা তিনি মাহৰ পৰা পানী যোৱাৰ speed বহুত বাঢ়িছে। আমি খুব তন্ন তন্নকৈ এৰিয়াবিলাক নিজে ঘূৰি ঘূৰি...।

**বৰগোহাঞি :** মই এইটো জানিব খুজিছো যে পানী ওলাই গৈ... ব্ৰহ্মপুত্ৰৰ বানপানী যদি হয়, ধৰক ব্ৰহ্মপুত্ৰৰ পানী সোমাইছে, ইয়াত সেইটো হোৱা নাই। যেতিয়া পানীয়ে প্লাবিত কৰে তেতিয়া ব্ৰহ্মপুত্ৰৰ পানী তলৰ লেভেলত আছিল।

**ভূটানী :** বহুত বেছি তলত নাছিল, পাঁচ ইঞ্চিমান। একেবাৰে বহু কম difference আছিল গুৱাহাটীৰ ব্ৰহ্মপুত্ৰৰ পানী আৰু ভৰলু পানীৰ মাজত।

**বৰগোহাঞি :** তথাপিতো যদি এক ইঞ্চিও থাকে তাৰ তুলনাত ক'ব লাগিব যে গুৱাহাটীলৈ পানী সোমাই অহা নাই আৰু ইয়াৰ পানী ওলাই যাব পৰা নাই। পানী ওলাই যাব নোৱৰাৰ মূল কাৰণটো কি?

**ভূটানী :** গুৱাহাটীৰ বেছিভাগ পানী ব্ৰহ্মপুত্ৰলৈ যায় ভৰলু নদী হৈ। ভৰলু নদীত বহুত বেছি প্ৰেচাৰ পৰিছে। ইমান পানী ভৰলু নদীয়েদি টানিব নোৱাৰে। আমি বেলেগফালে পানী লৈ যাব লাগিব। এইফালে পানী গুৱাহাটী হৈ টাউনৰ মাজেদি গৈ ব্ৰহ্মপুত্ৰ পায়। তাৰ পাছত আপুনি চাব হিলছাইড, পানী সেইপিনৰ পৰা আকৌ ভৰলু আহে। গণেশ মন্দিৰ, কাহিলীপাৰাৰ পানী আকৌ পানী বাহিনী হৈ ভৰলুত পৰি ওলাই যায়। আমাৰ কাম হ'ল আমি পানী কেনেকৈ বেলেগ বেলেগ পিনে লৈ যাব পাৰো। ইতিমধ্যে already আমি কিছুমান সৰু সৰু কাম কৰিছো। আমি পানী অলপমান শিলসাঁকো বিল হৈ ব্ৰহ্মপুত্ৰত direct পেলাবলৈ সক্ষম হৈছো ইতিমধ্যে, যোৱা দুই তিনি মাহৰ ভিতৰত। ঠিক তেনেকুৱা— আমি কিছুমান পানী ধৰক আপোনাৰ বশিষ্ঠ নদী হৈ আমি দ্বীপৰ বিলত directly পেলাবলৈ সক্ষম হৈছো।

**বৰগোহাঞি :** আৰু এটা কাৰণ এইটো হ'ব পাৰেনেকি যে গুৱাহাটীৰ যিবোৰ প্ৰাকৃতিক জলাশয় আছিলে সেইবোৰ মানুহৰ লোভত চৰকাৰৰ অদূৰদৰ্শী নীতিৰ ফলত জলাশয়বোৰ বিলুপ্ত হৈছে? সেইটো কাৰণে পানী শোষণ কৰি ল'ব পৰা ক্ষমতা স্থানীয় ঠাইত সেই যে জলাশয়বোৰ আছিলে। কিন্তু এইটো কিয় হ'ল? জলাশয়বোৰ কিয় ৰক্ষা কৰিব নোৱাৰিলে?

**ভূটানী :** কিছু সত্য হয় যে মই এতিয়া History লৈ বৰ নাযাওঁ। আপুনি চাব গভৰ্মেণ্টে জুলাই মাহত ডাঙৰ এটা Act pass কৰিছে। Guwahati Water Bodies Prevention and Conservation Act.

**বৰগোহাঞি :** সেইটো জুলাই মাহলৈ কিয় ৰ'ব লগা হ'ল? সেইটোতো কিমান ডাঙৰ সমস্যা? বছৰৰ পিছত বছৰ?

**ভূটানী ঃ** আমি স্বীকাৰ কৰো এইটো মানে খুউব ডাঙৰ সমস্যা। আজি যিমান পানীৰ ৰিজাৰ্ভাৰ বিলাক আছিল এইবিলাক নথকাৰ বাবে লাহে লাহে পানী চব ৰাস্তাৰ ওপৰত আহি যায় বা ৰাস্তাত flooding হৈ যায়। আমি এতিয়া কি কৰিছো যেনেকুৱা আছিল তেনেকুৱা— কোনো ধৰণৰ construction বা মাটি মানুহে ভৰ্তি কৰিব নোৱাৰিব এই জলাশয়ত।

**বৰগোহাঞি ঃ** এইটো যোৱা জুলাই মাহৰ পৰা?

**ভূটানী ঃ** জুলাই মাহত Pass হ'ল Act টো।

**বৰগোহাঞি ঃ** তাৰ আগতেতো যি হ'ব লাগে হৈয়েই গ'ল।

**ভূটানী ঃ** কিছুমান মানুহে তাত filling কৰিব। পাট্টা লৈ ঘৰ বনাবলৈ চেষ্টা কৰিছিল। এইটো একেবাৰে বন্ধ কৰা হৈছে। ইতিমধ্যে আমি...

**বৰগোহাঞি ঃ** অকল জলাশয় বিলাকত যিবিলাকত মাটি দিয়া হৈছিল, যিবিলাকে কৰিলে সেইবিলাকক উচ্ছেদ কৰি... জলাশয় বিলাকতো প্ৰকৃতিয়ে সৃষ্টি কৰা বস্তু। প্ৰকৃতিয়ে যিবোৰ বস্তু সৃষ্টি কৰিছে আপুনি নিজৰ অজ্ঞতাৰ কাৰণে বা মূৰ্খামিৰ কাৰণে বা লোভৰ কাৰণে সেইবোৰ ধ্বংস কৰি যাব। আপুনি নিজেতো একো কৰাই নাই, প্ৰকৃতিয়ে দিয়া বস্তুখিনিও ধ্বংস কৰি যাব। এইবোৰ জলাশয়ত যদি কোনোবাই ঘৰ কৰিছে তেওঁলোকেতো অন্যায় কাম কৰিছে। এইটো চৰকাৰৰ কৰ্তব্য জলাশয়বোৰ মুক্ত কৰাৰ। সেইটোৰ কিবা ব্যৱস্থা হ'ব নেকি?

**ভূটানী ঃ** আমি এতিয়া যিমান present status কি আছে সেইবোৰ videography কৰাই investigation কৰি আছো। এক মাহৰ ভিতৰত investigation শেষ হৈ যাব। আৰু লাহে লাহে মাটি আকৌ চৰকাৰলৈ ঘূৰাই আনি খান্দি পেলাই আকৌ জলাশয়লৈ দিয়া হ'ব। এইটো আঁচনি already আমি আৰম্ভ কৰিছো।

**বৰগোহাঞি ঃ** সেইটো কেই বছৰ লাগিব?

**ভূটানী ঃ** শিলসাঁকো বিল আৰু দ্বীপৰ বিল, দ্বীপৰ বিল সোনকালে হৈ যাব। ইয়াৰ encroachment নাই। শিলসাঁকো বিল কৰোঁতে চাৰি, পাঁচ বছৰমান লাগিব। গোটেই মাটি আকৌ লৈ পেলাই খান্দি ঠিক-ঠাক কৰোতে। Already চব ধৰণৰ construction মাটি fillup কৰা বন্ধ কৰাটো হৈছে।

**বৰগোহাঞি ঃ** কিন্তু আপুনি সেই process টো আৰম্ভ কৰিছে?

**ভূটানী ঃ** প্ৰোচেছ আমি already আৰম্ভ কৰিছো।

**বৰগোহাঞি ঃ** গুৱাহাটীত এনেকুৱা জলাশয়, প্ৰাকৃতিক জলাশয় কিমান আছে আপোনাৰ হিচাপ আছেনে?

**ভূটানী ঃ** মোটামুটি কৰি যদি আপুনি ধৰিবলৈ যায় আঠ দহটামান ডাঙৰ জলাশয় আছে। বাকী সৰু-সুৰা বহুত আছে।

**বৰগোহাঞি ঃ** সেই জলাশয়বোৰ এতিয়াও জলাশয় হৈ আছে নে সেইটো মানুহৰ বেদখলৰ ফলত পোত গৈছে?

**ভূটানী ঃ** কিছুমান জলাশয় encroachment আছে। সেইটো স্বীকাৰ কৰিব... সেইটো আইন অনা হৈছে।

**বৰগোহাঞি ঃ** সেইটো আপুনি মুক্ত কৰিব পাৰিম বুলি আশা কৰিছে?

**ভূটানী ঃ** একেবাৰে আশা কৰা হৈছে।

**বৰগোহাঞি ঃ** বাৰু সেইখিনি আপোনাৰ পৰা বুজিলো। এইবোৰ জেৰা কৰি থাকিলে আৰু দুদিন দুৰাতি কৰিলেওতো শেষ নহ'ব। মোৰ আৰু এটা প্ৰশ্ন, প্ৰশ্নটো সৰু কিন্তু কথাটো ডাঙৰ। আশীষ, আমি এটা বাণিজ্যিক বিৰতি লৈ তাৰ পিছত আৰু কেইটামান প্ৰশ্ন আছে, তাৰ্লৈ যাম।

*   *   *

**বৰগোহাঞি ঃ** আপুনি কেতিয়াও গুৱাহাটীৰ ফুটপাথত খোজ কাঢ়িবলগীয়া নহয়। মন্ত্ৰীয়েও কেতিয়াও খোজ কাঢ়িবলগীয়া নহয়। কিন্তু গুৱাহাটীৰ ফুটপাথত খোজ কাঢ়িবলগীয়া হয় লাখ লাখ দুখীয়া মানুহৰ। ফুটপাথবোৰ এনেকৈ নিৰ্মাণ কৰিছে যে খুব সৰু কথা, কিন্তু আপোনালোকৰ চৰকাৰী যন্ত্ৰৰ বা অফিছাৰৰ কিমান ডাঙৰ ব্যৰ্থতা। সেই ফুটপাথবোৰত যিবোৰ শ্লেব দিয়ে সেইবোৰ ইটোৰ লগত সিটো সমান নহয়। ওখোৰা-মোখোৰা, ওখ-ডাঙৰ মানে যাৰ যি খুচি তাকেই কৰিছে। সেইটো যদি সমান হয় মানুহে নিৰাপদে খোজ কাঢ়িব পাৰে। কিন্তু সেইটো নোহোৱাৰ ফলত মানুহে যদি অলপ ৰাতি খোজ কাঢ়ে বা বৰষুণত খোজ কাঢ়ে বহুতৰ এক্সিডেণ্ট হয়। মই এতিয়া জানিব খুজিছো ইমান ক্ষুদ্ৰ কাম এটা— মানে বিজ্ঞানীয়ে পৃথিবীত কত ডাঙৰ ডাঙৰ কাম কৰিছে আপুনি গুৱাহাটীৰ ফুটপাথকিটা আপুনি অলপ efficiently কাম কৰিব নোৱাৰে?

**ভূটানী ঃ** কৰিব পাৰি।

**বৰগোহাঞি ঃ** সেইটোকে যদি আপুনি কৰিব নোৱাৰে তেন্তে গুৱাহাটীখন কেনেকৈ নিৰ্মাণ কৰিব? মই এইটো প্ৰথম প্ৰশ্ন কৰিলো— এইটো কিয় হৈছে? কাৰবাৰটো অৱহেলাত হৈছে, কাৰোবাৰ লোভৰ কাৰণে হৈছে বা সেই কামটোত চকু দিয়া মানুহ কোনো নাই। প্ৰথম কথা কওঁ যে কি কাৰণে এইটো হ'ব পাৰিছে? আৰু আপুনি যদি বিশ্বাস নকৰে এদিন মোৰ লগত আপুনি গোটেই গুৱাহাটীৰ ফুটপাথবোৰত খোজ কাঢ়িব লাগিব। আপোনাৰ যিটো বুৰোক্ৰেটিক মেচিনে, যিবোৰ ইঞ্জিনিয়াৰে এটা ফুটপাথ ভালকৈ তৈয়াৰ কৰিব নোৱাৰে সেই মানুহবোৰে এখন আদৰ্শ আধুনিক গুৱাহাটী চহৰ কৰিব পাৰিবনে?

**ভূটানী ঃ** আমিও খোজ কাঢ়ো ফুটপাথেদি। এইটো নহয় একেবাৰে নাকাঢ়ো।

**বৰগোহাঞি ঃ** তেন্তে আপুনি দেখা নাই নেকি?

**ভূটানী ঃ** দেখিছো। মই দেখিছো। মই স্বীকাৰ কৰিছো।

**বৰগোহাঞি ঃ** দেখিছে। আপুনি যেতিয়া নিজে খোজ কাঢ়ে তেতিয়াহলে দেখিছে। কিন্তু তেতিয়া আপুনি কি তাৰ প্ৰতিকাৰ কৰিছে?

**ভূটানী ঃ** মানে সেইটো already চৰকাৰৰ বিবেচনা চলি আছে কিছুদিন ধৰি। ফুটপাথত Scientifically কাম হোৱা নাই সেইটো মানি লৈছো মই। সেইকাৰণে বহুত মানুহ দিগদাৰি পায়। কিছুমান এৰিয়াত মানে Slab missing হৈ আছে বা একেলগে মিলা নাই। সেইকাৰণে ওখ বা দ হৈ আছে। মানুহে ৰাতি খোজকাঢ়িব নোৱাৰে মানে মানুহে সাৱধানে যাব লাগে, নহ'লে পৰি যাব পাৰে।

**বৰগোহাঞি ঃ** এইখন অসভ্য চৰকাৰ বুলি, বাহিৰৰ উন্নত দেশৰ মানুহ আহি সেই ফুটপাথ দেখিলে এইখনতো এখন Primitive আদিম মানুহৰ চহৰ বুলি ক'ব। সেইটোতো আপোনালোকৰ পক্ষে চৰম লজ্জাৰ কথা, চৰকাৰৰ কাৰণে, আপোনাৰ কাৰণে। যিবোৰ মানুহে এটা ফুটপাথ ভালকৈ কৰিব নোৱাৰে সেই মানুহে এখন আধুনিক গুৱাহাটী কেনেকৈ নিৰ্মাণ কৰিব? বাৰু এতিয়া সমস্যাটো আপুনি বুজিলে, ইয়াৰ প্ৰতিকাৰ কি হ'ব?

**ভূটানী ঃ** আমি ফুটপাথবোৰ, গুৱাহাটীত, scientific বেচিচত নিৰ্মাণ কৰিব লাগিব।

**বৰগোহাঞি ঃ** কোনে কৰিব?

**ভূটানী ঃ** এই আমাৰ P.W.D. Department কৰিব। তেওঁলোকৰ লগত already আমাৰ কথা চলি আছে এইটো লৈ পেলাই।

**বৰগোহাঞি ঃ** সেইটো এটা ডাঙৰ প্ৰশ্ন। গুৱাহাটীৰ যিমানবোৰ সমস্যা তাৰ এটা মূল কাৰণ হৈছে গুৱাহাটীৰ উন্নয়নৰ লগত জড়িত যিবিলাক বিভাগ, সেইবিলাকৰ মাজত কোনো Co-ordination নাই। যেনেকৈ ইয়াত যিবোৰ বিভাগ জড়িত হৈ আছে P.W.D., Town Planning, Water Resource, Electricity এইবিলাকৰ ইটোৰ লগত সিটোৰ কোনো Co-ordination নাই। আজি যদি P.W.D. য়ে কিবা এটা কৰি গ'ল পিছদিনাখনে Water Supply-য়ে সেইটো ভাঙি দিয়ে। এই Co-ordination টো কেতিয়াও নহ'ব নেকি? আজি যে আপুনি ক'লে ফুটপাথৰ কথাটো, এইটোতো এটা এজেঞ্চিৰ দোষত হোৱা নাই। নিশ্চয় বহুত এজেঞ্চিৰ দোষতে এইটো হৈছে। এই Co-ordination নোহোৱাকৈ যাৰ যি খুচি P.W.D. য়ে এফালৰ পৰা কৰি গৈছে, আপুনি এফালৰ পৰা কৰি গৈছে, Water Resource আহিলে সি ইচ্ছামতে কৰিছে। আপুনি ৰাস্তা কৰিলে, ASEB য়ে আহি আপোনাৰ খুঁটা ভাঙি দিলে, টেলিফোন department

আহিলে, সি গাঁত খান্দি দিলে। এনেকৈতো এখন গুৱাহাটী নহ'বগৈ। এই Co-ordination নোহোৱাৰ কাৰণটো কি?

**ভূটানী ঃ** আপুনি ঠিকেই কৈছে, এজেঞ্চি আছে আমাৰ। P.W.D., Water Resources, T.N.C.P. কাম কৰি আছে। গুৱাহাটী উন্নয়ন বিভাগৰ কাম হ'ল আমি GMC বা GMD ৰ জৰিয়তে বহুত কাম কৰা। আৰু বাকী এজেঞ্চিসকলৰ লগতো যোগাযোগ কৰি আমি Co-ordination কৰিবলৈ চেষ্টা কৰোঁ। আমাৰ Co-ordination আছে, একেবাৰে নোহোৱা নহয়। কিন্তু হয় There is a need।

**ৰবগোহাঞি ঃ** নহয় আপুনি মোৰ প্ৰশ্নটো.. Co-ordination অলপ আছে। যিমান থাকিব লাগে সিমান নাই। আৰু নোহোৱাৰ ফলত গুৱাহাটী নিৰ্মাণত ক্ষতি হৈছেনে নাই?

**ভূটানী ঃ** আমি আৰু Co-ordination বঢ়াব লাগিব। যাতে আমি ৰোডৰ লেভেল ক'ত কিমান ওপৰ হ'ব লাগিব...

**ৰবগোহাঞি ঃ** মই যেতিয়াই কওঁ আপুনিও কয় যে এইটো কৰিব লাগিব সেইটো কৰিব লাগিব, বঢ়াব লাগিব। কোনে কৰিব সেইটো? কোনোবাতো এজন, এটা বিশেষ এজেঞ্চিয়ে কৰিব লাগিব। বিশেষ এজেঞ্চিও নহয়, সেই এজেঞ্চিৰ দায়িত্বত থকা মানুহে কৰিব লাগিব। এই Co-ordination টোৰ দায়িত্ব কাৰ হ'ব?

**ভূটানী ঃ** দায়িত্ব আমাৰ গুৱাহাটী Development Board য়ে ল'ব লাগিব, আৰুতো কোনো নলয়।

**ৰবগোহাঞি ঃ** আপুনি ল'ব লাগিব।

**ভূটানী ঃ** হয়।

**ৰবগোহাঞি ঃ** আজি ইমান দিনে যে Co-ordination হোৱা নাই, Co-ordination নোহোৱাৰ কাৰণে আপুনি নিজে সেইটো অনুভৱ কৰা নাই নেকি যে Co-ordination নোহোৱাৰ কাৰণে আপোনাৰ কাম কিছু বাধাগ্ৰস্ত হৈছে, কিছু ক্ষতি হৈছে?

**ভূটানী ঃ** সেইকাৰণে আমি মানিছো, আমি মানিছো, কেতিয়াবা Co-ordinationৰ দিগদাৰিৰ কাৰণে, অসুবিধাৰ কাৰণে প্ৰব্লেম হয় আৰু সেইকাৰণে আমি regularly meeting কৰি আছো department-ৰ লগত যাতে...

**ৰবগোহাঞি ঃ** আপোনালোকে মিটিঙেই কৰি থাকে। চৰকাৰৰ কামেই হৈছে মিটিং আৰু পেপাৰ।

**ভূটানী ঃ** মিটিং নকৰিলে নহয়। আমি মানিছো।

**ৰবগোহাঞি ঃ** মিটিং নকৰিলেও নহয়। কিন্তু কেৱল মিটিং— কোনো কাম নাই। কেৱল মিটিং, মিটিং, মিটিং এইটো...

**ভূটানী ঃ** Co-ordination means meeting only.

**বৰগোহাঞি ঃ** হয়, কিন্তু মিটিং এনেকুৱা হ'ব লাগে আপুনি এটা মিটিং কৰি সিদ্ধান্তলৈ আহি তাৰ পিছত সেই সিদ্ধান্তবোৰ কাৰ্যকৰী কৰিব লাগে। সেই এটা মিটিঙে কিবা কৰিলে আৰু এটা মিটিং কৰিলে, দহ বছৰ আগতে মিটিং হৈছিল, আকৌ এটা মিটিং কৰিলে। আমি মিটিঙৰ কথা শুনি থাকো কিন্তু কামৰ কথা কেতিয়াও নুশুনো।

**ভূটানী ঃ** এতিয়া লাহে লাহে situation বদলিছে। আৰু আপোনালোকে আমি আশা কৰিব পাৰো কিছুমান সলনি হ'ব, সেইটো হ'ব।

**বৰগোহাঞি ঃ** সেইটো হ'লেতো খুব ভালেই। আপোনাক সেইকাৰণে মই কৈছো যে আজি একো একোজন অফিছাৰে কামবোৰ আচলতে কোনো এজেঞ্চি এটা abstract বস্তু। কামটো এজেঞ্চিয়ে নকৰে, চৰকাৰ বুলি আমি মুখেৰে কওঁ। চৰকাৰ কোন? মন্ত্ৰী, বিষয়া এইবিলাকক লৈয়েইতো চৰকাৰ। গতিকে চৰকাৰ বুলি কওক, এজেঞ্চি বুলি কওক সেইটো এটা সম্পূৰ্ণ abstract এটা ধাৰণা। গতিকে এজন মানুহে কৰিব লাগিব। এই কেইবছৰমানৰ আগতে চুৰাটত প্লেগ হ'ল। প্লেগ হৈ শেষততো ভয়াবহ কাণ্ড। কিয় হৈছিলে? ইমানেই লেতেৰা, ইমানেই আৱৰ্জনাময় হৈছিল যে তাৰ পিছত যেতিয়া সচেতন হ'ল, এজন মাত্ৰ আপোনাৰ নিচিনা I.A.S. অফিছাৰে এবছৰৰ ভিতৰত চুৰাটক ভাৰতৰ আটাইতকৈ সুন্দৰ এখন চহৰত পৰিণত কৰিলে। তেনেকুৱা বহুত উদাহৰণ দিব পাৰি। উদাহৰণ দিলে মোৰ সময় নাথাকিব। এজন অফিছাৰে ব্যক্তিগত প্ৰচেষ্টাৰে He can make a world of difference . আপুনি সেই অফিছাৰজন কিয় নহয়? চুৰাটত এজন আপোনাৰ নিচিনা I.A.S. অফিছাৰে যিটো কৰিলে আপুনি গুৱাহাটীত এইটো কিয় কৰিব নোৱাৰে? কিয় কৰিব নোৱাৰে?

**ভূটানী ঃ** একেবাৰে পাৰা যাব। গুৱাহাটীতো পাৰা যাব।

**বৰগোহাঞি ঃ** মই আৰু এটা কথা কওঁ। এইটো খুউব অপ্ৰিয় কথা। মই কাগজতো লিখিছো, তাত মই নাম দিয়া নাই। মই এজন আপোনাৰ সমানেই একে পৰ্যায়ৰ এজন উচ্চপদস্থ বিষয়াক সুধিছিলো যে আপোনালোকে কাম কৰিব নোৱৰাৰ এটা কথা এইটো হ'ব পাৰেনেকি যে আমিতো ভাবো আপোনালোকক political master সকলে policy ঠিক কৰি দিব লাগে আৰু এডজিকিউট কৰিব লাগে অফিছাৰসকলে। বুৰোক্ৰেচী। কিন্তু মোৰ যিটো অভিযোগ এজন অতি আপোনাৰ পৰ্যায়ৰ উচ্চপদস্থ অফিছাৰে কৈছে যে আমাৰ ইয়াত I.A.S. অফিছাৰসকলৰ ক'বলৈ গ'লে কোনো স্বাধীনতা নাই। প্ৰতিটো কথাতে মন্ত্ৰীৰ হস্তক্ষেপ। মই আপোনাৰ department-ৰ বুলি কোৱা নাই। যদি হয় মই কম যে Mr. আশীষ কুমাৰ ভূটানী আপোনাক এইখিনি এইখিনি কামৰ দায়িত্ব দিলো

we have to show result। এবছৰৰ ভিতৰত আপুনি কামটো কৰি দেখুৱাব লাগিব। কিন্তু আপুনি কামটো কৰি দেখুৱাব নোৱৰাৰ আপোনাৰ হাজাৰটা অজুহাত হ'ব। কাৰণ আপুনি ক'ব যে মই যিমানখিনি স্বাধীনতা পাব লাগে সিমানখিনি পোৱা নাই। অমুকে হস্তক্ষেপ কৰে, তমুকে হস্তক্ষেপ কৰে। কিন্তু সেইটো হস্তক্ষেপ অগ্ৰাহ্য কৰি কাম কৰিবৰ কাৰণে You have to have a very strong personality. Very assertive personality. সেইটো আপোনাৰ আছেনে নাই?

**ভূটানী :** মই তেনেকুৱা মানে independence-ৰ অভাৱ পোৱা নাই departmentত।

**বৰগোহাঞি :** আপোনাৰ হোৱা নাই?

**ভূটানী :** কেতিয়াও হোৱা নাই।

**বৰগোহাঞি :** গতিকে আপুনি কোনো অজুহাত দিব নোৱাৰিব যদি আপুনি কাম কৰিব নোৱাৰে।

**ভূটানী :** Absolutely.

**বৰগোহাঞি :** আচ্ছা, মই এতিয়া আৰু অলপ একাডেমিক কথা কওঁ। আপোনালোকে গুৱাহাটীৰ Master Plan ২০২৫ লৈকে কৰিছে, এইটো হয়নে?

**ভূটানী :** হয়।

**বৰগোহাঞি :** ২০২৫ লৈকে কৰা মানে ২০২৫ চনত গুৱাহাটীৰ জনসংখ্যা কিমান হ'ব সেইটো হিচাপ এটা কৰি কৰিছে। সেইটো কিমান বাস্তৱসন্মত? কাৰণ মই জনামতে গোটেই ভাৰতবৰ্ষৰ বিভিন্ন উন্নত চহৰ তাত Urban population growth 26%, গুৱাহাটীৰ 13% অৰ্থাৎ গুৱাহাটীত Urbarnation-ৰ প্ৰক্ৰিয়াটো অতি মন্থৰ। গতিকে আপুনি ২০২৫ চনত গুৱাহাটীৰ পপুলেচন কিমান হ'ব সেইটোৰ যদি বাস্তৱসন্মত এটা হিচাপ কৰি নলয় তেতিয়াহ'লেতো আপোনাৰ গোটেই মাষ্টাৰ প্লেনখন অথলে যাব। আপুনি ২০২৫ চনলৈকে কি ভিত্তিত প্লেনখন কৰিছে? মাষ্টাৰ প্লেনখন?

**ভূটানী :** Speed of growth of Guwahati বহুত টাউনতকৈ গুৱাহাটীত বেছি।

**বৰগোহাঞি :** সেইটোতো হ'বই লাগিব, কাৰণ বহুত পিছপৰি আছেতো।

**ভূটানী :** সেইকাৰণে গুৱাহাটীৰ যি level of population increasing দেখিছে যোৱা দহ, বাৰ, পোন্ধৰ বছৰৰ ভিতৰত সেইটো speed-ত গৈ থাকিলে ২৩ লাখ মান পপুলেচন গৈ পাব ২০২৫ লৈকে গুৱাহাটীত।

**বৰগোহাঞি :** এতিয়া কিমান?

**ভূটানী :** এতিয়া গুৱাহাটীৰ মেট্ৰ'পলিত চাৰে বাৰ লাখমান আছে।

**বৰগোহাঞি :** সেইটোতো বৰ unrealistic figure। আচলতে এটা যিটো floating population সেইবোৰবোতো গুৱাহাটীৰ ওপৰত প্ৰেচাৰ এটা আছে।

**ভূটানী :** বহুত বেছি প্ৰেচাৰ আছে।

**বৰগোহাঞি :** গতিকে আপুনি যেতিয়া প্লেনটো কৰে সেই floating পপুলেচনটোক যদি আপুনি অগ্ৰাহ্য কৰি কৰে এইটোতো বৰ realistic planning-তো নহ'ব।

**ভূটানী :** Including floating population মই কৈ আছো।

**বৰগোহাঞি :** Including floating population চাৰে তেৰ লাখ মাত্ৰ?

**ভূটানী :** আজিৰ তাৰিখত।

**বৰগোহাঞি :** আজিৰ তাৰিখত?

**ভূটানী :** হয়।

**বৰগোহাঞি :** চেনচাচৰ ফিগাৰ কি?

**ভূটানী :** চেনচাচ ফিগাৰ লাষ্ট ২০০১-ত ৯.৬৭ লাখ।

**বৰগোহাঞি :** ২০০১ চনত?

**ভূটানী :** Yes।

**বৰগোহাঞি :** এতিয়া আপোনাৰ মতে ২০২৫ চনত হ'বগৈ ২৩ লাখ। গতিকে ২৩ লাখ পপুলেচন হ'ব বুলি ধৰি আপুনি প্লেনখন কৰিছে?

**ভূটানী :** হয়।

**বৰগোহাঞি :** মই ভাবিছো যে ২০০৯ চনৰ জানুৱাৰী মাহত মই আপোনাক আকৌ নিমন্ত্ৰণ কৰিম। তেতিয়া আপুনি আজি যিখিনি প্ৰতিশ্ৰুতি দিছে সেইখিনি কিমান কাৰ্যকৰী হ'ল সেইটো আপুনি আমাক ক'ব লাগিব।

আশীষ; আমি এটা বাণিজ্যিক বিৰতি লৈ লওঁ তাৰপিছত আমি আৰু কেইটামান প্ৰশ্ন আছে তালৈ যাম।

* * *

**বৰগোহাঞি :** শেষত এই যে JNURM— জৱাহৰলাল নেহৰু আৰবান ৰিনিউৱেল মিচন। সেইটোৰ অধীনত গোটেই ভাৰতবৰ্ষৰ বিভিন্ন মহানগৰে বহু টকা পাইছে। গুৱাহাটীয়ে কিমান পাইছে?

**ভূটানী :** গুৱাহাটীৰ alocation আছিল 173 কোটি টকা। আমি এতিয়ালৈকে তাত অনুমোদন পাইছো 316 কোটি টকা।

**বৰগোহাঞি :** Alocation আছিলে 173 কোটি টকা। তেতিয়া আপুনি এলকেচনতকৈ বহুত বেছি দিছে।

**ভূটানী :** হয়।

**বৰগোহাঞি :** সেইখিনি পৰ্যাপ্ত হ'বনে? যথেষ্ট হ'বনে?

**ভূটানী ঃ** নহয়। সেইকাৰণে জাপান বেংকৰ লগত আমি যোগাযোগ কৰি আছো।

**ববগোহাঞি ঃ** কিন্তু ভাৰতৰ অন্যান্য চহৰৰ তুলনাত গুৱাহাটীয়ে যিটো পাইছে সেইটো তুলনামূলকভাৱে যথেষ্ট বেছি নে কম?

**ভূটানী ঃ** তেওঁলোকে কি কৰিছে, পপুলেচন আৰবানাইজেচন লেভেল মতে টকা alocation দিছে। অনুপাত চবৰ কাৰণে একেই। মহাৰাষ্ট্ৰত আটাইতকৈ বেছি টকা পাইছে। মহাৰাষ্ট্ৰৰ পপুলেচন ভাৰতত্তকৈ ইমান M.P. বা U.P.-তকৈ কম। কিন্তু 20% total of alocation ভাৰতবৰ্ষত তেওঁলোকে পাইছে। আৰবানাইজেচন লেভেল বহুত বেছি। আমি পালো অকল গুৱাহাটী কাৰণে ১৭৩ কোটি। আমি টানি মেলি ৩১৬ কোটি টকাৰ আঁচনি এটা চেংচন কৰাই আনিলো।

**ববগোহাঞি ঃ** গতিকে আপুনি যিটো পাইছে সেইটো লৈ সন্তুষ্ট?

**ভূটানী ঃ** সন্তুষ্ট নহয়। আমি ইতিমধ্যে Govt. of India-ৰ লগত যোগাযোগ কৰি আছো। North-East-ৰ কাৰণে special package গুৱাহাটীত কমেও ১২শ কোটি টকা দিব লাগে। আৰু আমি favourable response পাইছো। আশা কৰিছো আমি এইটো অনুমোদন পাম তাৰপৰা।

**ববগোহাঞি ঃ** আচ্ছা শেষত মই এটা প্ৰশ্ন কৰিম। গুৱাহাটীখন কেৱল আৱৰ্জনামুক্ত হ'লেওতো নহ'ব। গুৱাহাটীখনত কেৱল পানী খাবলৈ পালেওতো নহ'ব। এখন আধুনিক চহৰত সভ্য মানুহক আৰু বহুত সা-সুবিধা লাগে। তাৰ এটা হৈছে পাৰ্ক। আজি গুৱাহাটীত বিভিন্ন ঠাইত যদি পাৰ্কৰ ব্যৱস্থা যথেষ্ট নহয় এইখনতো বাসযোগ্য চহৰ হৈ নাথাকিব। সেই পাৰ্ক কৰিবৰ কাৰণে আপোনালোকে মাষ্টাৰ প্লেনত কিবা ব্যৱস্থা ৰাখিছেনে? আৰু ৰাখিলেও সেইটো কাৰ্যকৰী কৰিব পৰাকৈ মাটিৰ কিবা ব্যৱস্থা ৰাখিছেনে? আপুনি আপোনাৰ কাৰ্যকাল, ধৰি লওক আৰু দুবছৰ আছে। এই দুবছৰত আপুনি গুৱাহাটীত আৰু কেইখনমান পাৰ্ক কৰি যাব পাৰিব এনেকুৱা এটা আশা আপুনি কৰিব পাৰেনে?

**ভূটানী ঃ** পাৰ্ক already আপোনালোকে দেখিছে আমি চৰকাৰৰ directorate ভাঙি পেলাই পাৰ্ক বনাইছো ১৮ বিঘা মাটিৰ ওপৰত জু-ৰোডত। ডাঙৰ পাৰ্ক।

**ববগোহাঞি ঃ** সেইটোকেআপোনালোকে ঢোল কোবায় যেআমি এইটো কৰি আছো।

**ভূটানী ঃ** মই কৈছো। দুই নম্বৰ কথা হ'ল জজ ফিল্ড পাৰ্কৰ নিচিনা বা খেলিব পৰা নাছিলে। এতিয়া খুলি দিয়া হৈছে। আমি এইটো develop কৰি আছো।

**ববগোহাঞি ঃ** নহয়, মই নতুন পাৰ্কৰ কথা কৈছো।

**ভূটানী ঃ** তাৰ পিছত আমি চিন্তা কৰিছো বাইপাছত আমাৰ কিমান গ্ৰীণবেল্টৰ মাটি আছে, কিছুমান মাটি অধিগ্ৰহণ কৰি পাৰ্ক কৰাৰ কাৰণে ইতিমধ্যে আমি বাছি লৈছো। য'ত আমি ৰেলিজ, প্ৰচেচনবিলাক এক জেগাত কৰিব পাৰো। যাতে মানুহ

টাউনৰ ভিতৰত নোসোমায়, ইয়াত ট্ৰেফিক congestion নকৰে। তাৰ কাৰণে ইতিমধ্যে চিন্তা কৰা হৈছে।

**বৰগোহাঞি ঃ** কথাটো হৈছে গুৱাহাটীখনতো Expand কৰি গৈ আছে, বাঢ়ি গৈ আছে। এতিয়া ইতিমধ্যে গুৱাহাটীত যিবোৰ মাটি বেদখল হৈ গ'ল সেইবোৰততো আপুনি বিশেষ কৰিবৰ উপায় নাই। কিন্তু যিবোৰ নতুন নতুন ঠাইলৈ গুৱাহাটীখন সম্প্ৰসাৰিত হৈছে তাত যদি এতিয়াই আপুনি পাৰ্কৰ কাৰণে মাটি সংৰক্ষণৰ ব্যৱস্থা নকৰে সেইবোৰো এদিন গৈ শ্লামত পৰিণত হ'ব। গতিকে গোটেই গুৱাহাটী একপ্ৰকাৰে দুই এটা ৰাস্তা বাদ দি it is a very big slum. নতুন ঠাইবোৰো যদি সেই শ্লামেই হ'বলগীয়া হয় তেন্তে গুৱাহাটীৰ Master Plan কৰি একো লাভ নহ'ব। গতিকে মোৰ শেষটো প্ৰশ্ন যে গুৱাহাটীখন বাঢ়ি গৈ আছে, নতুন নতুন ঠাইলৈ সম্প্ৰসাৰিত হৈছে। সেইবোৰ ঠাইত ভৱিষ্যৎ পাৰ্কৰ কাৰণে, লাইব্ৰেৰীৰ কাৰণে, স্কুলৰ কাৰণে, প্লে-গ্ৰাউণ্ডৰ কাৰণে আপোনালোকে মাটিৰ ব্যৱস্থা ৰাখিছেনে নাই?

**ভূটানী ঃ** আমি আমাৰ যি Plan Development বুলি কওঁ, আমি যে চেটেলাইট টাউনচিপ প্লেন কৰি আছো তাত সেইবিলাক চব ধৰা হৈছে। তাৰ কাৰণে আমি already bridge-ৰ কাৰণে লাগি আছো আপুনি গম পাইছে। or bridge connecting North Guwahati to South Guwahati to gave a filling to Guwahati development, Guwahati-North Guwahati যাতে আমি town expand কৰিব পাৰো তাৰ কাৰণে already ব্যৱস্থা আমি লৈ আছো।

**বৰগোহাঞি ঃ** সেইটোৱেইতো কেৱল নহ'ব। কিন্তু আমি যেতিয়া দ্বিতীয়বাৰ আপোনাক মাতিম তেতিয়া আপুনি মোক এইটো যদি ক'ব পাৰে যে আমি গুৱাহাটীৰ এই অঞ্চলবোৰত পাৰ্ক কৰিবৰ কাৰণে ইমান মাটি ৰাখিছো, লাইব্ৰেৰীৰ কাৰণে ইমান মাটি ৰাখিছো তেতিয়াহ'লে মই হয়তো শুনি খুব সুখী হ'ম। ৰাইজেও সুখী হ'ব, আৰু এই দিনটোলৈ আমি অধীৰ আগ্ৰহেৰে বাট চাই থাকিম আৰু আজি অহাৰ কাৰণে আপোনাক ধন্যবাদ।

*(১০ অক্টোবৰ, ২০০৮-ত প্ৰচাৰিত)*

# ৰকিবুল হুছেইনৰ সৈতে হোমেন বৰগোহাঞিঃ



*"প্ৰধানমন্ত্ৰী ভাণ্ডৰীয়াৰ সেই চিঠিৰ ভিত্তিত কাৰ্যব্যৱস্থা লৈ আমি তালৈ উচ্চ পদস্থ বিষয়াক পঠিয়াইছো। পঠিয়াই পেলাই পুলিচৰ সহায় লৈছো, তাত বেদখল যাতে নতুনকৈ নহয় তাৰ ব্যৱস্থা লৈছো। আগৰ বেদখলখিনি উচ্ছেদ কৰাৰ কাৰণে আমি উচ্চপদস্থ বিষয়াৰ লগতে লোকেল পুলিচৰো সহায় লৈছো। দুদিনমানৰ আগতে উচ্ছেদ অভিযানৰ বাবে আমাৰ বিষয়াসকল তালৈ গৈছে।"*



**হোমেন বৰগোহাঞিঃ :** নমস্কাৰ। মুখামুখি অনুষ্ঠানলৈ স্বাগতম। আজি মোৰ অতিথি ৰকিবুল হুছেইন। তেওঁ অসমৰ বন আৰু পৰ্যটন মন্ত্ৰী। দুয়োটা বিভাগেই ইমানেই বেছি গুৰুত্বপূৰ্ণ যে মই আধাঘণ্টাৰ প্ৰগ্ৰেমত দুয়োটাকে সামৰিবলৈ গ'লে এটাও দিশ ভালকৈ আলোচনা কৰা নহ'ব। সেই কাৰণে মই আজি ধাইকৈ বন দপ্তৰৰ ওপৰত বেছি গুৰুত্ব দিম।

আচ্ছা ৰকিবুল, আমি তথ্যবোৰ আগতে জানি লওঁ। অসমত সংৰক্ষিত বনাঞ্চল কিমান আছে? ইয়াৰ মুঠ মাটি কালি কিমান?

**ৰকিবুল হুছেইন :** বন বিভাগৰ বিষয়ে, মই আপোনাক যিখিনি জনাব পাৰো জনাবৰ কাৰণে চেষ্টা কৰিম। এতিয়া মুঠ কালিৰ সংখ্যাটো সম্পূৰ্ণভাৱে আপোনাক ক'ব পৰা অৱস্থাত নাই।

**বৰগোহাঞিঃ :** মুঠতে কেইখন সংৰক্ষিত বনাঞ্চল আছে?

**হুছেইন :** ৰিজাৰ্ভ ফৰেষ্ট ... আমাৰ নেচনেল পাৰ্ক আছে ছয়খন আৰু আমাৰ ৰিজাৰ্ভ ফৰেষ্ট এড্জেক্টলি মোৰ এতিয়া মনত নাই। মই আপোনাক পৰৱৰ্তী সময়ত কৈ আছো।

**বৰগোহাঞিঃ :** আপোনাৰ গোটেইখিনি... কেইখন সংৰক্ষিত বনাঞ্চল আছে, তাৰ তথ্য জনাব পৰা নাই। আপুনি সেই সংৰক্ষিত বনাঞ্চলবোৰ নিজে পৰিদৰ্শন কৰিছেনে?

**হুছেইন :** এই দুটা বছৰত মই সকলোবিলাক সংৰক্ষিত বনাঞ্চল ভ্ৰমণ কৰিবলৈ যাব পৰা নাই। যদিও কাজিৰঙাকে আদি কৰি সকলো নেচনেল পাৰ্ক, ৰিজাৰ্ভ ফৰেষ্টৰ বিভিন্ন ঠাই মই পৰিভ্ৰমণ কৰিছো।

**বৰগোহাঞি ঃ** মুঠতে আটাইখিনি আপুনি পৰিদৰ্শন কৰিব পৰা নাই। মই আচলতে মোৰ গোটেই সাংবাদিক জীৱনত অসমৰ বন দপ্তৰৰ ওপৰত ইমান বেছি গুৰুত্ব দি আহিছো, তাৰ প্ৰমাণ হিচাপে মই এটা কথাই কওঁ— মই তেৰবছৰীয়া চৰকাৰী চাকৰি ত্যাগ কৰি যেতিয়া সাংবাদিকতালৈ আহিলো আৰু প্ৰথম যিখন কাগজৰ সম্পাদক হৈছিলো সেইখন কাগজৰ প্ৰথম পৃষ্ঠাত কি সংবাদ দিওঁ সেইটোৰ ওপৰত কাগজখনৰ ভৱিষ্যত বহু পৰিমাণে নিৰ্ভৰ কৰিছিলে। গতিকে মই বহু ভাবি-চিন্তি— মোৰ দ্বাৰা সম্পাদিত বাতৰি কাকতৰ, প্ৰথমখন বাতৰিকাকতৰ প্ৰথমটো সংখ্যাৰ প্ৰথম পৃষ্ঠাৰ বাতৰি আছিল যে অসমত বনাঞ্চলৰ ধ্বংস যজ্ঞ। সেইটো আছিল ১৯৬৮ চনৰ কথা। সেইসময়ত বহু কথাত অসমখন সত্যযুগতেই আছিল। মই কিন্তু, তেতিয়াই দেখিছিলো যে বনাঞ্চলৰ ধ্বংস যজ্ঞ তেতিয়াই আৰম্ভ হৈছে। প্ৰাকৃতিক সম্পদ ঘাইকৈ দুটা— বনজ সম্পদ আৰু খনিজ সম্পদ। কিন্তু খনিজ সম্পদৰ ভাণ্ডাৰ এদিন শেষ হ'ব। কিন্তু আমি যদি বনজ সম্পদক ৰক্ষা কৰিব পাৰো, ই চিৰকাল থাকি যাব আৰু পৃথিৱীৰ ভিতৰতে ই এটা আপুৰুগীয়া সম্পত্তি হৈ থাকিব। গতিকে মই সকলো মন্ত্ৰীকে কওঁ, সাংবাদিক হিচাপে মই চল্লিশবছৰ যুদ্ধ কৰি আহিছো যে অসমৰ বনাঞ্চল আমাৰ ভৱিষ্যৎ বংশধৰসকলৰ কাৰণে আৰু পৃথিৱীৰ মংগলৰ কাৰণে সংৰক্ষিত কৰি যোৱাটো আমাৰ সকলোৰে এটা পবিত্ৰ কৰ্তব্য। আপোনালোকৰ চৰকাৰী নীতিমতে ৰাজ্যৰ মুঠ মাটি কালিৰ ৩৩ শতাংশ মাটিত forest cover থাকিব লাগে। আপোনালোকে এটা দাবী কৰিছে— বন বিভাগে যে অসমত ৩৫ শতাংশ আছে। তাৰ মানে গোটেই ভাৰতত যিমান থাকিব লাগে তাতকৈ বেছিহে আছে। কিন্তু মই জানিব খুজিছো যে এই ৩৫ শতাংশ বুলি কওঁতে তাত আপোনালোকে চাহ বাগিচাবোৰো ধৰি লৈছে নেকি? এইটো সোধাৰ কথা হৈছে এইবাবে যে পৰমানন্দ গগৈ যেতিয়া বনমন্ত্ৰী আছিল, তেতিয়া তেওঁ কথাই কথাই মোক কৈছিল যে আমি যেতিয়া forest cover-ৰ কথা কওঁ, তেতিয়া আমি চাহ বাগিচাবোৰো ধৰো। আপোনালোকেও চাহ বাগিচাবোৰক ধৰি লৈ ৩৫ শতাংশ হিচাপ দিছে নেকি?

**হুছেইন ঃ** Forest Survey of India ৰ ভিত্তিত উত্তৰটো দিছো যে ৩৫ শতাংশ এতিয়াও আমাৰ cover আছে।

**বৰগোহাঞি ঃ** থাকিব লাগে বুলি...

**হুছেইন ঃ** থাকিব লাগে বুলি ফৰেষ্ট ছাৰভে অব্ ইণ্ডিয়াই কৈছে।

**বৰগোহাঞি ঃ** ৩৩ শতাংশ।

**হুছেইন ঃ** নেচনেল ফৰেষ্ট পলিচিমতে থাকিব লাগে ৩৩ শতাংশ... দিছে, ভৰতবৰ্ষত।

**বৰগোহাঞি ঃ** অসমত আছে ৩৫ শতাংশ। আপোনালোকৰ মতে।

**হুছেইন ঃ** আমাৰ মতে নহয়, এইটো ফৰেষ্ট ছাৰভে অব্ ইণ্ডিয়াৰ...

**বৰগোহাঞি ঃ** সেইয়া চৰকাৰী মতে—

**হুছেইন ঃ** তাৰমানে ফৰেষ্ট ছাৰভে অব্ ইণ্ডিয়াই ২০০৩-২০০৫ চনত এক সমীক্ষা দিছে। সেই সমীক্ষামতে...

**বৰগোহাঞি ঃ** মোৰ প্ৰশ্ন সেইটো নহয়। মই বুজিলো... মোৰ প্ৰশ্নটো — চাহ বাগিচা ধৰিছে নেকি?

**হুছেইন ঃ** পূৰাকৈ নক'লে কথাবোৰ স্পষ্ট নহ'ব। এইখিনি কৰে ছেটেলাইটে। ছেটেলাইটত ফটো তোলে। ফটো তুলি আমাৰ এই সমীক্ষাটো উলিয়ায়। সেই সমীক্ষাত ফৰেষ্ট ক'ভাৰ আমাৰ ইয়াত আছে ৩৫ শতাংশ। আৰু বাহিৰৰখিনি লৈ আছে ৩৭.১৩। অৰ্থাৎ আৰু ৩৭.১৩ ভাগ আমাৰ Tea cover আছে। Tea cover মানে আপোনাৰ ফৰেষ্টৰ বাহিৰৰ। গতিকে ফৰেষ্ট ক'ভাৰ যিটো তাত আমাৰ Tea garden খিনি ধৰা হোৱা নাই। Tea Cover-ত আমাৰ কিছু ক্ষেত্ৰত যিহেতু ফটো...

**বৰগোহাঞি ঃ** মই বুজি পাইছো। চাহ বাগিচা নধৰি আপোনালোকৰ ৩৫ শতাংশ...

**হুছেইন ঃ** ৩৫.৩৪ শতাংশ আছে।

**বৰগোহাঞি ঃ** আৰু এটা গুৰুত্বপূৰ্ণ প্ৰশ্ন আছে। আপুনি যি ৩৫ শতাংশৰ দাবী কৰিছে, তাত দৈয়াং সংৰক্ষিত বনাঞ্চলকো ধৰা হৈছে নেকি? কাৰণ, এইখন বনাঞ্চল নাই এতিয়া। হাজাৰ হাজাৰ মানুহে দখল কৰিলে। কিন্তু চৰকাৰী হিচাপত দৈয়াং বনাঞ্চলো সংৰক্ষিত বনাঞ্চল হৈ আছে। যিটো আজিৰ তাৰিখতো আছে। এই ৩৫ শতাংশটো সেইখিনি সোমাই গৈছে, য'ত হাজাৰ বৰ্গ কিলোমিটাৰতকৈ বেছি অঞ্চল...

**হুছেইন ঃ** মই এইখিনিৰ বিষয়ে ভালকৈ জানো এইখিনিয়ে যে এখন ফটো লৈছে ওপৰৰ পৰা। সেই ফটো ফৰেষ্ট এৰিয়া বিলাকৰ...

**বৰগোহাঞি ঃ** সেইটো বেলেগ কথা। এইটো জেনেৰেল কথা। ফৰেষ্ট ক'ভাৰত যদি আপুনি দৈয়াংখনো ধৰি থৈছে, তেতিয়া হ'ব কি, আপোনাৰ... আচলতে ছেটেলাইটবোৰ ওলোৱাৰ বেছিদিন হোৱা নাই। তাৰ আগতে আমাৰ হিচাপ থাকে

যে অমুক বনাঞ্চলত ইমান বৰ্গকিলোমিটাৰ, তমুকত ইমান বৰ্গ কিলোমিটাৰ। সেইটো হিচাপ কৰি কোৱা হয় যে গোটেই ৰাজ্যখনত মুঠ ইমানখিনি বনাঞ্চল আছে।

**হুছেইন ঃ** সেই কাৰণে আমাৰ যিটো ছেটেলাইটে পিক্‌চাৰেৰে লোৱা এই সমীক্ষাটো দিছে, সেই সমীক্ষাটোত লিখা আছে যে এইটো এশভাগৰ এশ শতাংশ শুদ্ধ নহয়।

**বৰগোহাঞি ঃ** মোৰ প্ৰশ্নটোৰ সেইটো উত্তৰ নহয়। মোৰ প্ৰশ্নটো হ'ল যে অসমৰ যিখিনি সংৰক্ষিত বনাঞ্চল আছে তাৰ তালিকাৰ পৰা দৈয়াংখন বাদ গ'লনে এতিয়াও...

**হুছেইন ঃ** নাই, আমাৰ তালিকাত এতিয়াও আছে।

**বৰগোহাঞি ঃ** আছে...

**হুছেইন ঃ** আৰু আমি যিটো সমীক্ষাৰ কথা কৈ আছো, যিটো পাৰ্চেণ্টেজ্জৰ কথা কৈ আছো, সেইটো অসমৰ চৰকাৰে কোনো ধৰণৰ সুকীয়াকৈ শতাংশৰ ভিত্তিত উলিওৱা নাই।

**বৰগোহাঞি ঃ** আপুনি শতাংশৰ কথাটোত...

**হুছেইন ঃ** আপুনি যিটো...

**বৰগোহাঞি ঃ** সেই কাৰণেই চাহ বাগিচা আছে নেকি বুলি সুধিলো। সেইটো উত্তৰ হৈ গ'ল। শতাংশ ভিত্তিত যদি আপুনি জোৰ দিয়ে, এতিয়া যদি আমি কওঁ যে ভাৰতবৰ্ষৰ মানুহৰ গড় হিচাপে আয়ুস চল্লিশ বছৰ। তেতিয়া অসমততো চল্লিশ বছৰ নহ'বও পাৰে। মোৰ প্ৰশ্নটো হৈছে ফৰেষ্ট কভাৰ কিমান আছে? তাতোকৈ গুৰুত্বপূৰ্ণ যিখিনি চৰকাৰী মাটি, সংৰক্ষিত বনাঞ্চল, সেইখিনি সংৰক্ষিত হৈ আছেনে নাই? দৈয়াংখন আপোনালোকে তাৰপৰা বাদ দিয়া নাই। সেইটো খুব বিভ্ৰান্তিকৰ কথা হৈছে বুলি মই আপোনাক জনাব খুজিছো।

**হুছেইন ঃ** কেন্দ্ৰীয় চৰকাৰে নতুন এক্ট, ট্ৰাইবেল এক্ট বনাইছে। য'ত ২০০৫ চনলৈকে যিসকল লোকে বিশেষকৈ জনজাতি লোকসকলে, ৰিজাৰ্ভ ফৰেষ্টেই হওক বা অন্যান্য ফৰেষ্ট এলেকাত আছে, সেইসকলৰ তিনিটা জেনেৰেশ্যন যদি তাত থাকে তেতিয়াহ'লে সেইখিনি ঠাই তেওঁলোকক দিয়াৰ কথাও আইনখনে কৈছে।

**বৰগোহাঞি ঃ** সেইটো জানো। এইখন আইনতো এতিয়াহে প্ৰণয়ন হৈছে। তাৰ ত্ৰিশ বছৰৰ আগৰে পৰা সেইখিনি মানুহ তাত বহি আছে। গতিকে আপোনালোকে সেইখন তালিকাৰ পৰা...

**হুছেইন ঃ** তালিকাৰ পৰা বাদ যোৱা নাই।

**বৰগোহাঞি ঃ** এইটোৰ উত্তৰ মই পালো। এতিয়া আমি অকণমান এটা বাণিজ্যিক বিৰতি লৈ লওঁ। তাৰ পিছত আকৌ আলোচনালৈ আহিম।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আমি আকৌ ঘূৰি আহিছো আমাৰ মুখামুখিলৈ। যোৱাবাৰ ছেপ্তেম্বৰত এখন দৈনিক বাতৰি কাকতত দিয়া সাক্ষাৎকাৰত আপুনি দাবী কৰিছিল যে আপোনালোকৰ চৰকাৰৰ দিনত অৰ্থাৎ কংগ্ৰেছ চৰকাৰৰ দিনত অসমত বনাঞ্চলৰ কোনো ধৰণৰ বেদখল হোৱা নাই। আপুনি বোধহয় সেই সাক্ষাৎকাৰটো দহ ছেপ্তেম্বৰৰ আগতে দিছিল। প্ৰকাশ হৈছে ১২ ছেপ্তেম্বৰত। ১০ ছেপ্তেম্বৰত 'আমাৰ অসমে' প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙৰ এখন চিঠি প্ৰকাশ কৰিছিল। সেই চিঠিখন তেওঁ লিখিছিল ২০০৭ চনৰ ৭ আগষ্টত অসমৰ মুখ্যমন্ত্ৰীলৈ। তাত তেওঁ লিখিছিল যে অসমৰ বিশেষকৈ সোণাই-ৰূপাই বনাঞ্চল ব্যাপক বেদখল হৈছে বুলি তেওঁলোকে অভিযোগ পাইছে। লগতে এই কথাও কৈছে যে ১৯৯৯ চনত বেদখলৰ পৰিমাণ আছিল মাত্ৰ ১৫ বৰ্গ কিলোমিটাৰ। কিন্তু ২০০৭ চনত হ'লগৈ ৮৫ বৰ্গ কিলোমিটাৰ। তাৰমানে আনে ক'বই নালাগে, প্ৰধানমন্ত্ৰীৰ চিঠিখনেই প্ৰমাণ কৰি দিছে যে আপোনাৰ দাবীটো সত্যৰ ভেটিত, তথ্যৰ ভিত্তিত প্ৰতিষ্ঠিত নহয়।

**হুছেইন ঃ** ২০০৬ চনৰ পৰা সোণাই-ৰূপাইত কোনোধৰণৰ বেদখল হোৱা নাই। সেই কথা এতিয়াও মই আপোনাক দৃঢ়তাৰে কৈছো আৰু সেই বাতৰিৰ সত্যতা আছে। আপুনি ভাল পাব...

**বৰগোহাঞি ঃ** মই এটা প্ৰশ্ন কৰিছো। আপোনাৰ দিনত বেদখল হোৱা নাই বুলি ক'লেইতো কথাৰ ওৰ নপৰে। বেদখল যে আছিল সেইটো উচ্ছেদ কৰাটোতো বন বিভাগৰ দায়িত্ব।

**হুছেইন ঃ** আপুনি শুনি ভাল পাব যে এই কথাখিনি বিধানসভাৰ মজিয়াত আলোচনা হৈছিল। মই নিজে বনমন্ত্ৰী হিচাপে মাননীয় মুখ্যমন্ত্ৰীৰ নিৰ্দেশত তেজপুৰলৈ গৈছিলো। আৰু তাত মই গৈ কেৱল ৰুলিং পাৰ্টি নহয়, সৰ্বদলীয় ৰাইজৰ প্ৰতিনিধিসকলক মাতিছিলো। বন বিভাগৰ লগত, উচ্চ পদস্থ পুলিচ বিভাগৰ লোকসকলকো আমি একত্ৰিত কৰিছিলো। একত্ৰিত কৰি সেইসকলক

কৈছিলো যে সোণাই-ৰূপাইত আমাৰ মোভমেণ্টটো বঢ়াব লাগে। আৰু according-ly পুলিচ, বনবিভাগৰ লোকসকলে...

**বৰগোহাঞি ঃ** এইটো আপুনি কোন বছৰৰ কোন মাহত কৰিছিল?

**হুছেইন ঃ** মই মাহটোৰ কথা ক'ব নোৱাৰিম। কিন্তু যোৱা বছৰত গৈছিলো।

**বৰগোহাঞি ঃ** ২০০৮ চনৰ মাৰ্চ মাহত মই নিজে গোটেই সোণাই-ৰূপাই বিস্তৃতভাৱে ভ্ৰমণ কৰি ফটো সহকাৰে, মই যদিও সম্পাদক, মই নিজে প্ৰতিবেদক হিচাপে দুটা সংখ্যাত ছবি সহকাৰে বাতৰি প্ৰকাশ কৰি এইটো প্ৰতিপন্ন কৰিছিলো যে সোণাই-ৰূপাইত অবাধে বেদখল চলি আছে, অবাধে ধ্বংসযজ্ঞও চলি আছে। প্ৰধান মন্ত্ৰীয়ে যিখন চিঠি লিখিছে তাৰ এবছৰৰ পিছতহে মই গৈছো। তেতিয়াও গৈ মই একে দৃশ্য দেখিছো, একে দৃশ্যই নহয়, তাতকৈ বহুত বেছি দেখিছো। মই এতিয়া জানিব খুজিছো এই বেদখলমুক্ত হ'লনে নাই?

**হুছেইন ঃ** আমাৰ চৰকাৰৰ দিনত আমি বেদখলৰ কাৰণে যিমানবিলাক, বেদখল উচ্ছেদৰ ক্ষেত্ৰত নহয়, আৰু বেদখল নহ'বৰ কাৰণে যেনে ধৰণেৰে ব্যৱস্থা লৈছো আন কোনেও ক'তো লোৱা নাছিল।

**বৰগোহাঞি ঃ** আপুনি সেইটো কথা ক'লে নহ'ব। মই জানিব খুজিছো প্ৰধানমন্ত্ৰীয়ে কৈছে যে ৮৫ বৰ্গ কিলোমিটাৰ মাটি বেদখল হৈছে। আপুনি আজি ক'ব পাৰিবনে যে তাত এক বৰ্গ কিলোমিটাৰো বেদখল নাই?

**হুছেইন ঃ** ৮৫ বৰ্গ কিলোমিটাৰ আমাৰ এই দুই বছৰত হোৱা নাই। তাৰ আগৰ...

**বৰগোহাঞি ঃ** আগৰ পৰাই হৈছে। ২০০৭ চনলৈকে হৈছে।

**হুছেইন ঃ** ২০০৭ চনলৈকে হৈ আছে। সেইখিনি একেদিনাই কৰিব পৰা নাই। মই এইটো কোৱা নাই...

**বৰগোহাঞি ঃ** আপুনি আৰম্ভ কৰিছেনে নাই?

**হুছেইন ঃ** মই আৰম্ভ কৰিবলৈ হ'লে, আপোনাৰ, সেইটোকে ক'ব খুজিছো যে বৰ্তমান আমাৰ কেন্দ্ৰত ২০০৫ চনৰ এখন আইন আছে।

**বৰগোহাঞি ঃ** ২০০৫-ত আইনখন হোৱাৰ পিছতো ২০০৭ চনতহে প্ৰধানমন্ত্ৰীয়ে চিঠিখন লিখিছে। তেওঁতো সেই আইনৰ কথা, তাত কাক বাস কৰিবলৈ দিব লাগিব-নালাগিব সেইটো কথা কৈছে আৰু সোণাই-ৰূপাইৰ যিখিনি মানুহৰ কথা কৈছে তেওঁলোক আগৰপৰা থকা মানুহ নে এতিয়া থকা মানুহ তাৰতো এটা তদন্ত হ'ব লাগিব।

**হুছেইন ঃ** তদন্ত হ'ব লাগিব। আপোনাক প্ৰছিডিং আকাৰে দেখুৱাম। আপুনি দেখি ভাল পাব যে তাত আমি যিখিনি ব্যৱস্থা লৈছো, আজিলৈকে কোনো চৰকাৰে লোৱা নাই। হয়, ক'ৰবাত ছেগা-চোৰোকাকৈ বনৰ ধ্বংস হৈছে। এদিনতে এমুঠিমান বন বিভাগৰ মানুহে ৰক্ষা কৰিব নোৱাৰে। সেইকাৰণে আমাৰ concept টোৱেই সলনি হৈছে। আজিকালি জইণ্ট ফৰেষ্ট মেনেজমেণ্ট কমিটিৰ দ্বাৰা বনাঞ্চলৰ অলপ ওচৰত থকা মানুহখিনিৰ সহায় বিচাৰিছো। গতিকে সোণাই-ৰূপাইৰ যিখিনি কথা কৈছে, আমি সেইখিনি আন্তৰিকতাৰে গ্ৰহণ কৰিছো। আপোনালোকেও সহায় কৰিছে।

**বৰগোহাঞি ঃ** যেতিয়া এখন বিশেষ সংৰক্ষিত বনাঞ্চলত দেশৰ স্বয়ং প্ৰধানমন্ত্ৰীয়ে হস্তক্ষেপ কৰিবলগা হয়, তাততো ৰাজ্য চৰকাৰে সৰ্বাধিক গুৰুত্ব দিব লাগিব। মই যদি মুখ্যমন্ত্ৰী হ'লোহেঁতেন বা মই বনমন্ত্ৰী হ'লোহেঁতেন...

**হুছেইন ঃ** প্ৰধানমন্ত্ৰী ডাঙৰীয়াক ধন্যবাদ দিছো।

**বৰগোহাঞি ঃ** ধন্যবাদ দিলেতো নহ'ব। তেওঁৰ যিটো কাম...

**হুছেইন ঃ** আমি কাম কৰিছো।

**বৰগোহাঞি ঃ** আপুনি কাম কৰাৰ কেতিয়া প্ৰমাণ হ'ব? যদি আপুনি ক'ব পাৰে যে আমি ইতিমধ্যে বেদখল উচ্ছেদৰ কাম আৰম্ভ কৰি ৮৫ নোৱাৰিলেও ৪০ বৰ্গকিলোমিটাৰ বা ৫০ বৰ্গকিলোমিটাৰ কৰিছো। সেইবুলি ক'লেহে প্ৰধানমন্ত্ৰীৰ চিঠিখনৰ প্ৰতি সন্মান দেখুওৱা হ'ব।

**হুছেইন ঃ** আপুনি কোৱা ধৰণেৰে সন্মান আমি বেলেগ প্ৰকাৰেও দিব পাৰো।

**বৰগোহাঞি ঃ** কামটো নকৰিলে?

**হুছেইন ঃ** কাম কৰাৰ বাবে আগবাঢ়িলো। মোক ক'বলৈ নিদিলে...

**বৰগোহাঞি ঃ** কথা ক'বলৈ দিম। To the point ক'ব লাগিব।

**হুছেইন ঃ** প্ৰধানমন্ত্ৰী ডাঙৰীয়াৰ সেই চিঠিৰ ভিত্তিত কাৰ্যব্যৱস্থা লৈ আমি তালৈ উচ্চ পদস্থ বিষয়াক পঠিয়াইছো। পঠিয়াই পেলাই পুলিচৰ সহায় লৈছো, তাত বেদখল যাতে নতুনকৈ নহয় তাৰ ব্যৱস্থা লৈছো। আগৰ বেদখলখিনি উচ্ছেদ কৰাৰ কাৰণে আমি উচ্চপদস্থ বিষয়াৰ লগতে লোকেল পুলিচৰো সহায় লৈছো। দুদিনমানৰ আগতে উচ্ছেদ অভিযানৰ বাবে আমাৰ বিষয়াসকল তালৈ গৈছে। আৰু ভাল পাইছো যে আমাৰ ওপৰত আপোনাৰ confidence আছে যে আপুনি অন্ততঃ ইমানদিন বেদখল হৈ থকাখিনি আমাৰ দিনত ... উচ্ছেদ কৰা কথাটো শুনি কৈছে...

**বৰগোহাঞি ঃ** মই উচ্ছেদ কৰা কথাটোত এই কাৰণেই জোৰ দিছো...

**হুছেইন ঃ** এটা সময় আছিল, বেলেগৰ সময়ত ধৰি লওক বেদখল আছিল আৰু আমাৰ দিনত আপুনি উচ্ছেদ...

**বৰগোহাঞি ঃ** এতিয়া মই বেদখল হোৱা নাই বুলি কোৱা নাই। বেদখল হৈয়েই আছে।

**হুছেইন ঃ** এটা ভাল পজিটিভ কথা, আপুনি আমাক কৈ আছে যে আপোনালোকৰ দিনত আগৰ বেদখলবোৰ উচ্ছেদ কৰিছেনে নাই ?

**বৰগোহাঞি ঃ** আগৰ বেদখল যদি আপুনি ঠিক নকৰে...

**হুছেইন ঃ** কিছুদিনৰ আগত বেদখল হৈ থকাখিনিত ভবা নাছিল যে...

**বৰগোহাঞি ঃঃ** নহয়, আপুনি কথাখিনি ভুল বুজিছে। আপুনি যদি হৈ থকা বেদখল উচ্ছেদেই নকৰে নতুন বেদখল কেনেকৈ বন্ধ কৰিব।

**হুছেইন ঃ** নতুন বেদখল হ'বলৈ নিদিব পাৰি। কাৰণ আমি কৈছো যে নতুনকৈ কোনো বেদখল হ'ব নোৱাৰিব আৰু একেদিনাই আমি আগৰ বেদখলখিনি উচ্ছেদ কৰিব পৰা নাই। পৰ্যায়ক্রমে আমি কাঢ়া নির্দেশ দিছো যে লাহে লাহে, যেনেধৰণেৰে পৰা যায়, বেদখল মুক্ত কৰিব লাগে।

**বৰগোহাঞি ঃ** মই এইটো বেলেগ ধৰণৰ প্ৰশ্ন কৰিছো। আমি গোটেই ৰাইজে যোৱা... আপুনি বাতৰি কাকতত দেখিব, বনাঞ্চল ধ্বংসৰ বিষয়ে বাতৰি কাকত ভৰি থাকে। সেইবিলাক চব অৰণ্যৰোদন হয়। কিন্তু যদি দেশৰ প্ৰধানমন্ত্ৰীয়ে লিখা চিঠিখনেই সম্পূৰ্ণ কাৰ্যকৰী হ'বলৈ এবছৰতকৈ বেছি সময় লাগিছে আমাৰ নিচিনা সামান্য মানুহে কেনেকৈ কৰাব ?

**হুছেইন ঃ** আপুনি আচলতে প্ৰধান মন্ত্ৰী ডাঙৰীয়াৰ সেই চিঠিখনহে উল্লেখ কৰিছে। অন্যান্য আমাৰ বহু চিঠি আহিছে। সেইকাৰণেহে কাম কৰিছো।

**বৰগোহাঞি ঃ** আমি সেইটোৰ আলোচনালৈ অহা নাই।

**হুছেইন ঃ** মই কৈছো যে যিখিনি ক্ষেত্ৰত আমি ব্যৱস্থা লৈছো, আপুনি যদি কয় যে লোৱা নাই, মই কৈ আছো লৈছো, আপোনাক দেখুৱাবলৈ আজি তথ্যখিনি মোৰ হাতত নাই। আৰু এদিন যদি সময় দিয়ে, ইয়াৰ পৰা যাবলৈ যদি সময়ে কয়, মই প্ৰছিডিং আকাৰেই দিম বুলি কৈছো।

**বৰগোহাঞি ঃ** প্ৰছিডিংখিনিৰে কাম নিদিব ৰকিবুল হুছেইন ডাঙৰীয়া। যদি ফিল্ডত যিটো হৈ আছে, তাৰ লগত যদি কাগজৰ মিল নাথাকে। সেইকাৰণে মই বাৰে বাৰে কওঁ যে আপুনি বনমন্ত্ৰী হিচাপে নিজে এইটো ক'ব পাৰে যে অসমত

২০০০ বৰ্গ কিলোমিটাৰ মাটি বেদখল আছিলে। কিন্তু মই নিজৰ চেষ্টাৰ দ্বাৰা বা বনবিভাগৰ চেষ্টাৰ দ্বাৰা সেইখিনি মই সাতশ বিঘা হ'লেও কমাইছো। তেতিয়াহ'লে সেইটো হ'ব তথ্য।

**হুছেইন ঃ** সেইটো তথ্য নহয়। এতিয়া যদি মিনিষ্টাৰ হিচাপে প্ৰত্যেকখন বনাঞ্চল চাবলৈ যাবলগীয়া হয়, পাঁচবছৰ মই খোজকাঢ়ি তালৈকে গৈ থাকিব লাগিব।

**বৰগোহাঞি ঃ** খোজকাঢ়িব নালাগে নহয়, কোনেও খোজ কাঢ়িব নালাগে।

**হুছেইন ঃ** নহয়, জংঘলত কেতিয়াও গাড়ী নাযাব নহয়।

**বৰগোহাঞি ঃ** মইতো সোণাই-ৰূপাইত জংঘলৰ ভিতৰত গাড়ীৰে চাইছো।

**হুছেইন ঃ** আপুনি গোটেইখিনি নিশ্চয়কৈ চোৱা নাই।

**বৰগোহাঞি ঃ** গাড়ীৰে যিখিনি গৈছো, চাইছো।

**হুছেইন ঃ** গাড়ীৰে চোৱাখিনি সোণাই-ৰূপাই নহয়। তাৰ ভিতৰত বহুখিনি আছে যিটোত আপোনাৰ...

**বৰগোহাঞি ঃ** তেতিয়াহ'লে এনেকৈতো হ'ব, আপোনালোকে যিহেতু কোনেও যাব নোৱাৰে, নাযায়, গতিকে বেদখল হৈ থাকিব।

**হুছেইন ঃ** আমাৰ আছে নহয়, বনবিভাগৰ মানুহ...

**বৰগোহাঞি ঃ** মিঃ ৰকিবুল হুছেইন, আপুনি গোটেইবোৰ যাব নালাগে। য'ত Prime Minister-এ এখন বনাঞ্চল Point out কৰি দিছে, আপুনি এইটো ভাবিব লাগিছিল যে অন্ততঃ এইখনকে মই চাই আহোঁগৈচোন।

**হুছেইন ঃ** মই তাকে কৈ আছো। নিজে গৈ কেৱল তাতেই নহয়, মই তেজপুৰত বহি তাৰ সকলো পাৰ্টিৰ মানুহক মাতি, তাত মই ফৰেষ্ট বিভাগৰ লগত, উচ্চ পদস্থ পুলিচ বিভাগৰ লোকক মাতি তাত দায়িত্ব দি তাত যোৱাৰ কাৰণে বিভিন্ন সমস্যাসমূহ কি কাৰণে হৈছে সেই কথাবিলাক অনুধাৱন কৰি ব্যৱস্থা আমি লৈছো...

**বৰগোহাঞি ঃ** ৮৫ বৰ্গ কিলোমিটাৰ বেদখল আছেনে নাই, সেই বিষয়ে আপুনি নিশ্চিতভাৱে ক'ব নোৱাৰিব?

**হুছেইন ঃ** সেইটো কৈছো মই। বেদখল তাত আছে। ৮৫ বৰ্গ কিলোমিটাৰতো মই এতিয়া নাজানো। আপোনাৰ...

**বৰগোহাঞি ঃ** এইটো কমিছে নে বাঢ়িছে আপুনি নাজানে?

**হুছেইন ঃ** বঢ়া নাই। মই বঢ়া নাই বুলি কৈছো।

**বৰগোহাঞি ঃ** বঢ়া নাই, কিন্তু কমিছে নে নাই সেইটোও নাজানে।

**হুছেইন ঃ** বঢ়া নাই।

**বৰগোহাঞি ঃ** বঢ়া নাই। ৮৫ কিলোমিটাৰ বেদখল হোৱা বুলি যে প্ৰধানমন্ত্ৰীয়ে অভিযোগ কৰিছে, সেইটোতকৈ তেওঁৰ চিঠিখন...

**হুছেইন ঃ** ১৯৯৯ চনৰ কথা আমাৰ প্ৰধানমন্ত্ৰী ডাঙৰীয়াই উল্লেখ কৰিছে।

**বৰগোহাঞি ঃ** নহয়, ১৯৯৯ চনত মাত্ৰ ১৫ বৰ্গ কিলোমিটাৰ বেদখল আছিল। ২০০৭ চনত সেইটো ৮৫ বৰ্গ কিলোমিটাৰ হয়।

**হুছেইন ঃ** এতিয়া বঢ়া নাই। বিভিন্ন আইনৰ কাৰণে আমি উচ্ছেদ কৰিব পৰা নাই। আমি ব্যৱস্থা গ্ৰহণ কৰিছো।

**বৰগোহাঞি ঃ** আজি এতিয়া ৰাইজে শুনিলে যে এনেকুৱা কিছুমান বিশেষ আইন আছে, যিবোৰ আইন উলংঘা কৰি প্ৰধান মন্ত্ৰীৰ নিৰ্দেশটো অমান্য কৰি বেদখল উচ্ছেদ নকৰাকৈ থাকিবলগা হৈছে।

**হুছেইন ঃ** আপুনি যিটো কথা কৈছে তেনেকুৱা আইনৰ কথা কোৱা নাই মই। আপোনাৰ ভাষাত সেইটো কৈছে। কিন্তু প্ৰধান মন্ত্ৰী ডাঙৰীয়াৰ সেই চিঠিৰ পিছত যিখিনি কাম হাতত লৈছো, মই স্পষ্টকৈ বাৰে বাৰে কৈ আছো, এতিয়া আকৌ কৈছো যে ব্যৱস্থা মই, আমি লৈছো।

**বৰগোহাঞি ঃ** বাণিজ্যিক বিৰতি লোৱাৰ আগতে মই এটা কথা কওঁ। আপুনি তাৰ উত্তৰটো বিৰতিৰ পিছত দিব। মই কৈছিলো যে যিহেতু বনাঞ্চলত এনেকুৱা কথাবোৰ হৈ আছে, আপত্তি হৈ আছে, আপোনালোকে নিজৰ স্বাৰ্থতেই এটা বিধানসভাৰ সৰ্বদলীয় প্ৰতিনিধি দলে বিভিন্ন বনাঞ্চললৈ নিব পাৰিলেহেঁতেন বা এটা সাংবাদিকৰ দল নিব পাৰিলেহেঁতেন যে আপোনালোকে যে সদায় অভিযোগ কৰি থাকে, অভিযোগবোৰৰ এইটো সঁচা এইটো মিছা। আমি আপোনালোকক দেখুৱাওচোন। আপুনি যদি লৈ গ'লহেঁতেন তেতিয়া কথাখিনি বহু বেছি বিশ্বাসযোগ্য হ'লহেঁতেন। বাৰু সেইখিনি কথা আপুনি কি কয় পিছত শুনিম। এতিয়া এটা বাণিজ্যিক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আমি আকৌ ঘূৰি আহিছো মুখামুখিলৈ। মই যিটো প্ৰশ্ন ইতিমধ্যে উত্থাপন কৰিছিলো, বিধানসভাৰ সৰ্বদলীয় প্ৰতিনিধি দল নিয়া বা সাংবাদিকৰ দল নিয়া সেই বিষয়ে আপুনি কিবা ক'ব নেকি?

**হুছেইন ঃ** এই বিষয়ে আমাৰ কোনো আপত্তি নাই।

**বৰগোহাঞি** ঃ আপোনালোকৰ গুৱাহাটী মহানগৰীৰ গাতে ৰাণী নামৰ বনাঞ্চল এটা আছে। তাত নালাপাৰা বিট বুলি এটা বিট আছে। তাত জীতেন শৰ্মা নামৰ এজন মানুহে এখন দৰ্খাস্ত কৰিলে যে তেওঁৰ নিজৰ মাটিত ৮৬ জোপা শালগছ আছে। সেইখিনি কাটিবলৈ তেওঁক অনুমতি দিব লাগে। ৮৬ ডাল শালগছ আছিল। সেই ৮৬ ডাল শালগছ কটাৰ লগে লগে গোটেই অঞ্চলটোত হুৱা-দুৱা লাগি গ'ল। এইকাৰণেই হ'ল যে তেওঁৰ নিজৰ মাটিত এজোপাও শালগছ নাছিল আৰু ৮৬ জোপাৰ নামহে ক'লে, তেওঁ তেনেকৈ বহুত গছ কাটি পেলালে আৰু সেই আবেদনখন পাঁচজন বন বিষয়াই তদন্ত কৰি.তেওঁক পাৰ্মিট দিব লাগে বুলি অনুমোদন কৰিলে। আৰু গুৱাহাটীৰ বনসংমণ্ডলৰ বিষয়া, DFO ই তেওঁক গছ কাটিবলৈ পাৰ্মিট দিলে। প্ৰথম কথা হ'ল যদি ফৰেষ্ট বিষয়াসকলে নিজে তদন্ত কৰি পাৰ্মিটখন দিলেহেঁতেন তেতিয়াহ'লে তেওঁলোকে দেখিলেহেঁতেন যে তেওঁৰ নিজৰ মাটিত এডালো গছ নাই। এজোপাও গছ নাই। মই জনামতে এজন বোধহয় তানোৱাৰ নামৰ Conservator of Forest আছে। কথাটো তেওঁৰ দৃষ্টিগোচৰ হোৱাৰ লগে লগে তদন্ত কৰি প্ৰমাণ পালে যে বে-আইনীভাৱে, নীতিবহিৰ্ভূতভাৱে সেই পাৰ্মিটখন দিয়া হৈছিল। কিন্তু এইটোৰ আজিলৈকে... তাৰ তদন্তৰ শেষ পৰিণতি কি হ'ল, দোষী বিষয়াসকলে শাস্তি পালেনে নাই, তাতোকৈ ডাঙৰ কথা অন্যায়ভাৱে, অবৈধভাৱে কাঠ কাটি নিয়া সেইখিনি আজিলৈকে জব্দ কৰাও হোৱা নাই। এই বিষয়ে আপোনাৰ হাতত কিবা খবৰ আছে নেকি?

**হুছেইন** ঃ মই এই কথাখিনিৰ তদন্ত, গোটেই ৰিপ'ৰ্টটো... মই আপোনাক কথা দিছো, যদি ইয়াত আমাৰ কোনো বনবিভাগৰ হেমাহি আছে, যদি কথাটো সত্য হয়, তেতিয়াহ'লে ইয়াৰ কঠোৰতকৈ কঠোৰতম শাস্তিমূলক ব্যৱস্থা ল'ম।

**বৰগোহাঞি** ঃ প্ৰশ্নটোৰ উত্তৰ দিয়া নাই আপুনি। আপোনাৰ এইটো দৃষ্টিগোচৰ হোৱা নাই?

**হুছেইন** ঃ সেইটো দৃষ্টিগোচৰ মোৰ হোৱা নাই।

**বৰগোহাঞি** ঃ এইটো এটা অতি গুৰুত্বপূৰ্ণ বিষয়।

**হুছেইন** ঃ যদি আপুনি স্পেচিফিক কৈছে...

**বৰগোহাঞি** ঃ নাম কৈছো।

**হুছেইন** ঃ যদি ইয়াৰ সত্যতা আছে, আপোনাক মই কৈছো যে এসপ্তাহৰ ভিতৰত আপোনাক, এই অসমৰ মানুহৰ সন্মুখত কৈছো যে ইয়াৰ সঠিক যিখিনি কথা-বতৰা, যিকোনো প্ৰকাৰে জনাম।

**বৰগোহাঞি ঃ** মই আটাইকেইজন বিষয়াৰ নামেই কৈছো।

**হুছেইন ঃ** নামেই কৈছে। গতিকে মোৰ কোনো অসুবিধা নহ'ব।

**বৰগোহাঞি ঃ** এই DFO-ৰ কথা কৈছো, তেওঁ ছবছৰ ধৰি এই গুৱাহাটীৰ একেটা বন সংমণ্ডলতেই আছে। দ্বিতীয় এটা কথা আকৌ এইখিনিতে আনো। পৃথিৱীত এনেকুৱা মহানগৰ খুব কমেই আছে যে মহানগৰৰ গাতে এখন Wildlife Sanctuary অভয়াৰণ্য আছে। এই গুৱাহাটীত আমচাং নামৰ এখন অভয়াৰণ্য আছে। আজি কিছুদিনৰ আগলৈকে তাত হাতীৰে টহল দি সেইবোৰ পৰিদৰ্শন কৰাৰ ব্যৱস্থা আছিল। আৰু তাৰ যিবোৰ বন্যপ্ৰাণী সেইবোৰ সুৰক্ষিত হৈছিল। কিন্তু মই পোৱা খবৰমতে আপুনি এইবাৰ বনমন্ত্ৰী হৈ সেই হাতীৰে পৰিদৰ্শন কৰা ব্যৱস্থাটো উঠাই দিলে।

**হুছেইন ঃ** কথাটো সম্পূৰ্ণ অসত্য।

**বৰগোহাঞি ঃ** এইটোতো হ'ব পাৰে যে আপুনি নজনাকৈ হাতীৰে পৰিদৰ্শন কৰা, টহল দিয়া ব্যৱস্থা আছিলে, সেইটো উঠাই দিয়া হৈছে। আপুনি জানে যে শিল ভাঙিবৰ কাৰণে ব্লাষ্টিং কৰা হয়। কোনো অভয়াৰণ্যত, Wildlife Sanctuary-ত সেইটো কৰিবলৈ দিয়া নহয় বা দিয়াটো উচিত নহয়। এইটো মহাপাপ বা সেইটো যদি হৈ থাকে তেতিয়াতো তাত বন্যপ্ৰাণী থাকিব নোৱাৰিব। টহল দিয়া ব্যৱস্থা উঠি যোৱাৰ ফলত তাত অবাধে ব্লাষ্ট, Stone ব্লাষ্ট চলি থকা বুলি মই খবৰ পাইছো। তাতে শিলৰ ব্যৱসায়ো চলি আছে। সেই গোটেই Stone blasting টো দিনত নহয় ৰাতি হয়। সেইটো আৰু বিপজ্জনক। কাৰণ ৰাতি এই অভয়াৰণ্যলৈ বন্যপ্ৰাণীবোৰ আহে পানী খাবলৈ। সেই সময়ত এইবোৰ চলি থাকে।

**হুছেইন ঃ** মই আপোনাক কথা দিছো যে যিকেইটা কথা আপুনি কৈছে সেইখিনিৰ তদন্ত কৰি সত্যাসত্য মই আপোনাক জনাম।

**বৰগোহাঞি ঃ** তিনি নম্বৰ তেনেকুৱা এটা তথ্য দিওঁ। সেইটো হৈছে আমাৰ গুৱাহাটী মহানগৰীৰ গাতেই বা মাজভাগতেই আৰু দুখন অভয়াৰণ্য আছে। ৰিজাৰ্ভ অভয়াৰণ্য নহয়। এই দুখন হ'ল হেঙেৰাবাৰী আৰু ৰাম চাইৰা। সেই দুখনত আপুনি বোধহয় বন-মন্ত্ৰী হোৱাৰ আগতেই ২০০৫-০৬ চনত ৫০০ হেক্টৰ মাটিত সামাজিক বনানীকৰণৰ নামত বহুতো গছ ৰোৱা হৈছিল। কিন্তু এতিয়া ৰাইজে কোৱা মতে তাত এডালো গছ দেখিবলৈ পোৱা নাযায়। আপুনি অহাৰ পিছতো তাত কিছু গছ ৰোৱা বুলি কৈছিলে। কিন্তু সেই গছখিনিও তাত মানুহে খুব বেছি দেখিবলৈ পোৱা নাই। কিছুমান যে গছ ৰোৱা নাই এইটো নহয়, গছ ৰুইছে। কিন্তু

যেনেকৈ হোৱা বুলি দাবী কৰিছে সেইখিনি হোৱা নাই। সেই বিষয়ে আপুনি কিবা খবৰ পাইছে নেকি?

**হুছেইন ঃ** আপুনি আজি যিকেইটা অভিযোগ কৰিলে, অভিযোগকেইটা তদন্ত কৰি গোটেই কথাখিনি আপোনাক জনাম। এনেধৰণৰ কথা-বতৰা বিলাকৰ Negative story আমাৰ আছে। বনবিভাগৰ আৰু এটা ঐতিহ্য আছে, পৰম্পৰা আছে, আমাৰ সৎ বিষয়া আছে। কিছু Positive successful history আছে। আপুনি যদি ইয়াৰ পৰা গোৱালপাৰালৈ যায়, কিছু দিনৰ আগত আপুনি দেখিব যে ৰাস্তাৰ কাষতে হওক, ভিতৰতে হওক গছ-গছনি নাছিল। আজি যদি আপুনি চায়, সেইখিনি জেগাত গ'লে চাইয়ে ভাল লগা হৈছে।

**বৰগোহাঞি ঃ** কাম নকৰা বুলি মই কোৱা নাই।

**হুছেইন ঃ** এতিয়ালৈকে আমি যিকেইটা কথা পাতিলো, মানুহে ভাবিব যে গছকেইজোপাও ৰোৱা নাই। আপুনি এতিয়া...

**বৰগোহাঞি ঃ** এজোপাও ৰোৱা বুলি কোৱা হোৱা নাই...

**হুছেইন ঃ** নাই নাই, আপুনি যিকেইটা Negative কথা ক'লে নহয় কালিৰ পৰা, মই Positive ক'ব লাগিব।

**বৰগোহাঞি ঃ** হস্পিটেলবোৰ থাকিল কাৰণেই যে মানুহৰ বেমাৰ হয় সেয়া নহয়, বেমাৰ হয় স্বাস্থ্যৰ কাৰণে। সাংবাদিকতাৰ প্ৰধান কামেই হৈছে যিবোৰ ভাল, সেইবোৰ হৈ থাকিব লাগে সেইবোৰ হৈয়েই থাকিব। সেইটো স্বাভাৱিক কথা। এতিয়া অস্বাভাৱিক কিবা এটা...

**হুছেইন ঃ** মানুহ মৰে, মানুহ মৰে বুলি যায়, তেতিয়া বেমাৰীজনো যাবলৈ ভয় কৰিবতো।

**বৰগোহাঞি ঃ** মই আপোনাক কমিটিটোৰ কথাহে কৈছো যে এনেকথা কোৱা নাই। মই আপোনাক কিছুমান অভিযোগ কৰিছো।

**হুছেইন ঃ** সেইখিনি আমি চাম। বালিপাৰা ৰিজাৰ্ভ ফৰেষ্টত বহুত দিনৰ আগতে গছ-গছনি নাইকিয়া হৈছিল। Eco Task Force-ৰ যোগেদি তাত আমি আৰ্মিৰ লগত লগ খাই গছ পুলি ৰুইছো। আপুনি শুনি ভাল পাব যে ৫০০ হেক্টৰ মাটিত গছ ৰোৱাৰ পিছত তাত এতিয়া সাধাৰণ মানুহৰ মাজত বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ মাজত গছ ৰোৱাৰ কামটো আৰম্ভ কৰিছে।

**বৰগোহাঞি ঃ** খুব ভাল কথা। যোৱা কিছুদিন ধৰি চৰকাৰী উদ্যোগত, বে-চৰকাৰী উদ্যোগত তেনেকুৱা প্ৰকৃতি সচেতনতা আহিছে। সেইকাৰণে বহুখিনি কাম

হৈছে। সামাজিক বনানীকৰণৰ বিষয়ে আৰু এটা কথা কওঁ, আপুনি ক'লে যে বালিপাৰাত বহুতো গছ ৰুইছে। সামাজিক বনানীকৰণ এটা এনেকুৱা বিষয় যে আমি বহু বছৰ জুৰি চকুৰে দেখি আহিছো, যে সামাজিক বনানীকৰণৰ নামত কৈ দিলে যে একলাখ গছ ৰুইছে। এক লাখ গছ ৰুলে বুলি তথ্যপাতিৰে সৈতে লিখি নিলে। কিন্তু একলাখ পুলি ৰুইছেনে একলাখৰ নামত দহ হেজাৰেই ৰুইছে তাৰ কোনো তথ্যপাতি বা কোনো হিচাপ দিবলৈ নাযায়। যিহওক আজি মই বনবিভাগৰ বিষয়ে আপোনাৰ এইখিনিয়েই দৃষ্টি আকৰ্ষণ কৰিলো।

**হুছৈইন ঃ** এতিয়া নতুনকৈ যিখিনি গছপুলি ৰুইছো, আপুনি দেখিছে যিমানখিনি আমি বেৰা দিছো আৰু আন এটা আবেদন কৰিছো যে কিছুমান ক্ষেত্ৰত ৰাইজৰো সহযোগিতা লাগে।

**বৰগোহাঞি ঃ** বনবিভাগে আন্তৰিকতাৰে কাম কৰিলে ৰাইজে সহযোগিতা দেখুৱাবলৈ আগবাঢ়ি আহিব। সেইটোৱেই হৈছে মূল কথা। বাৰু যি হওক আপুনি যিখিনি প্ৰতিশ্ৰুতি দিছে আমি আশা কৰিছো আপোনাৰ সেইমতে বনবিভাগটো আগতকৈ বহুত উন্নত হ'ব। ভাল হ'ব।

**হুছৈইন ঃ** মই আপোনাক ধন্যবাদ জনাইছো। মোক আপুনি মাতি আনিছে। আপোনাৰ লগত একেলগে বহি কথা পতাৰ সুযোগ দিছে। তাৰ বাবে ধন্যবাদ।

*(১৭ অক্টোবৰ, ২০০৮-ত প্ৰচাৰিত)*

# ৰৌচন আৰা বেগমৰ সৈতে হোমেন বৰগোহাঞি



*"এতিয়া মৌলবাদৰ বিৰুদ্ধে আটাইতকৈ ডাঙৰ আপত্তি, মোৰ আপত্তি নহয় পশ্চিমীয়া আধুনিক শিক্ষিত মুছলিম মহিলা, তেওঁলোকে কৈছে যে পুৰুষতান্ত্ৰিক সমাজৰ মোল্লাসকলে নিজৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে কোৰাণৰ যি অপব্যাখ্যা দিছে, সেই অপব্যৱহাৰৰ ফলত মুছলমান মহিলাৰ অতি দুৰৱস্থা হৈছে।"*



**হোমেন বৰগোহাঞি ঃ** নিউজ লাইভৰ মুখামুখি প্ৰগ্ৰেমলৈ আকৌ আপোনালোকক স্বাগতম জনাইছো। আজি মোৰ যিগৰাকী অতিথি তেওঁ হ'ল ৰৌচন আৰা বেগম, কটন কলেজ ইছলামিক অধ্যয়ন বিভাগৰ পাৰ্চীয়ান সাহিত্যৰ অধ্যাপিকা (ৰৌচন আৰা বেগমলৈ চাই) আপোনাক নমস্কাৰ, আচ্ছালামু আলায়কুম।

**ৰৌচন আৰা বেগম ঃ** ওৱালায়কুম আছ ছালাম, নমস্কাৰ।

**বৰগোহাঞি ঃ** এখেতক আজি আমি মাতি আনিছো এই কাৰণে যে কুৰি শতিকাৰ যিকেইটা যুগান্তকাৰী ঘটনা, সেইকেইটাৰ ভিতৰত এটা হ'ল ইছলামৰ নৱজাগৰণ। সপ্তম শতিকাৰ পৰা তাৰ বহু পিছৰ পাঁচশ-ছশ বছৰলৈকে এইটো আছিল ইছলামৰ যুগ। আৰবৰ যুগ। সেই সময়ত গোটেই পৃথিৱীত আৰবসকলেই জ্ঞানৰ পোহৰ বিলাইছিল। সমগ্ৰ ইউৰোপক সভ্য কৰিছিল। চিন্তাৰ খোৰাক দিছিল আৰু এনেকৈও ক'ব পাৰি যে তাৰ পিছত যিটো ইউৰোপৰ নৱজাগৰণ হ'ল, তাৰ মূলটো বিচাৰি পোৱা যায় যেতিয়া স্পেইনসকলে, আৰববিলাকে ছশ বছৰ ৰাজত্ব কৰিছিল, সেই সময়তেই তেওঁলোকে তাত নৱজাগৰণৰ পাতনি মেলিছিল। তাৰ পিছত বহু শতাব্দী ইছলাম কিছু সুপ্ত অৱস্থাত আছিল। কিন্তু কুৰি শতিকাত সমগ্ৰ পৃথিৱীত ইছলামৰ যিটো নৱজাগৰণ হৈছে, বিশেষকৈ যোৱা পঞ্চাছ বছৰত সি পৃথিৱীৰ ইতিহাস সলনি কৰি দিয়াৰ উপক্ৰম কৰিছে। ইছলামিক মৌলবাদটোক পৃথিৱীৰ বহুত মানুহে অলপ সংশয়, ভয়ৰ চকুৰে চাবলৈ আৰম্ভ কৰিছে। তাৰ কাৰণ হ'ল যে তেওঁলোকে কোৰাণৰ যিটো নতুন ব্যাখ্যা দাঙি ধৰিছে। সকলো মুছলমান দেশত নহয়, কিন্তু কিছুমান দেশত সেইখিনিয়ে মানুহৰ মনত বহুত নতুন

নতুন প্ৰশ্ন জাগ্ৰত কৰিছে। আজি ভাৰতবৰ্ষ পৃথিৱীৰ ভিতৰতেই দ্বিতীয় মুছলিম অধ্যুষিত দেশ। ঠিক সেইদৰে আজি আমাৰ অসমৰ মুঠ জনসংখ্যাৰ প্ৰায় এক চতুৰ্থাংশ বা তাতোকৈ কিছু বেছিও হ'ব— মুছলমান। গতিকে, তেওঁলোকৰ একাংশৰ মাজতো হয়তো মৌলবাদী প্ৰৱণতাই দেখা দিব পাৰে। সেই কাৰণে, সেই সম্পৰ্কৰ লগত জড়িত দুটামান কথা সুধিবলৈ এখেতক মাতি আনিছো।

আপোনাৰ লগত যেতিয়া মই প্ৰথম কথা পাতো, আপুনি ক'লে যে আপুনি কটন কলেজৰ ইছলামিক অধ্যয়ন বিভাগৰ অধ্যাপিকা। তেতিয়া সুধিলো আপুনি কি পঢ়ায়, আপুনি ক'লে যে পাৰ্চিয়ান পঢ়ায়। মোৰ মনত প্ৰথম প্ৰশ্ন হৈছে যে পাৰ্চিয়ান, আৰবী এইবোৰতো অকল ধৰ্মৰ বিষয়েই নহয়, পাৰ্চিয়ান সাহিত্যতো বিশ্ব সাহিত্যৰ শ্ৰেষ্ঠ সম্পদ ৰচিত হৈছে। তেনেস্থলত আপোনালোকে এইটো অকল ইছলাম ধৰ্মীয় অধ্যয়ন কেন্দ্ৰ বুলি কিয় ধৰিছে?

**বেগম ঃ** এইটো আচলতে, এই বিভাগটো আপোনাৰ, ১৯০১ চনৰে পৰাই স্থাপিত হৈছে। বৃটিছবোৰৰ দিনতে। তেওঁলোকেই এইটো নাম দি গৈছে ইছলামিক ষ্টাডিজ বুলি। তাতে আপোনাৰ... আৰবী, পাৰ্চিয়ান আদি তেতিয়া হিন্দুস্থানী আছিল। উৰ্দুক হিন্দুস্থানী Language কোৱা হৈছে আৰু উৰ্দু MIL আছিল। যিহেতুকে মানুহৰ এটা ধাৰণা আছিল যে এইবোৰ ধৰ্মীয় ৰিলেটেড ভাষা, গতিকে তাত ধৰ্ম অধ্যয়ন কৰা হয়।

**বৰগোহাঞি ঃ** কৰিছিল বিদেশী শাসকে। তেওঁলোকেতো ইয়াত Divide and Rule. বিভাজনৰ নীতি কৰিছিল...

**বেগম ঃ** হয়।

**বৰগোহাঞি ঃ** গতিকে আপোনালোকৰ দিনতো সেই নামটো কিয় ৰাখিছিলে?

**বেগম ঃ** তেতিয়াৰ পৰা হৈ গৈছে। গতিকে নামটো আৰু Change কৰা হোৱা নাই।

**বৰগোহাঞি ঃ** মোৰ যুক্তিটো মানিছেনে নাই?

**বেগম ঃ** সেইটো হয়। যুক্তিটো হয়। কাৰণ Arabic এটা মানে ভাষা, তাত সকলো পঢ়ুওৱা হয়। যিহেতু কোৰাণখন আৰবিত লিখা হৈছিল। গতিকে সেই সম্পৰ্কে কিছু পঢ়ুওৱা হয়।

**বৰগোহাঞি ঃ** সেইটো পঢ়াবই লাগিব। গতিকে প্ৰশ্নটো হৈছে যে...

**বেগম ঃ** লাগিব।

**বৰগোহাঞি ঃ** আপুনি মোৰ যুক্তিটোৰ বিৰোধিতা কৰা নাই। সেইটো গ্ৰহণ কৰিছে। দ্বিতীয় কথাটো হ'ল, গোটেই পৃথিৱীৰ মুছলমান সমাজ দুটা ভাগত বিভক্ত হৈছে। এটা ভাগ আদি তুৰস্ক বা ইৰাক পৰ্যন্ত, তাৰ বিপৰীত পথত আগবাঢ়িছে আফগানিস্তান, পেলেষ্টাইন আনকি ইজিপ্ত। যদিও বাহিৰৰ পৰা এটা আধুনিকতাৰ প্ৰলেপ পৰিছে তাত মোল্লাতন্ত্ৰৰ প্ৰভাৱ পৰিছে। আৰু ইছলামৰ আজি যিটো মৌলবাদ বুলি কয়, সেইদিনা কথা পাতোতে আপুনি কৈছে মৌলবাদটোত বহুত বেলেগ বেলেগ কথা আহিব পাৰে। মোৰ প্ৰশ্নটো হ'ল যে এতিয়া যে বিভিন্ন দেশৰ এইবিলাক ইছলামিক ৰিভলিউছনে, তেওঁলোকে আফগানিস্তানৰ তালিবানৰ পৰা শিক্ষা লৈছে, দক্ষিণ-পূব এছিয়াৰ জাম্মা ইছলামিয়াৰ পৰা শিক্ষা লৈছে, হামাছৰ পৰা শিক্ষা লৈছে। কিন্তু তাৰ বিপৰীতে তেওঁলোকে যিখিনি মৌলবাদী— মই মৌলবাদ বুলিয়েই কৈছো, সেইটোত আপত্তিৰ স্থল নাথাকে, কাৰণ নিজকে তেওঁলোকে মৌলবাদী বুলিয়েই ক'ব খোজে, মৌলবাদ যিহেতু নিন্দনীয় শব্দ নহয়, আধুনিক ব্যাখ্যা অস্বীকাৰ কৰি তেওঁলোকে কোৰাণত যি আছে সেইটো আক্ষৰিক অৰ্থত লোৱাটোকে মৌলবাদ বুলি কোৱা হয়— আজি তালিবানে বা ইৰাণৰ মোল্লাই তেওঁলোকে কি কি বস্তু বিচাৰিছে? যদি অসম মুছলিম প্ৰধান দেশ হয়, তেতিয়া আপুনি সেইটো সমৰ্থন কৰিবনে নকৰে এগৰাকী আধুনিক মহিলা হিচাপে, সেইটো হৈছে যে বহুবিবাহটো ইছলামৰ কোৰাণত সমৰ্থন কৰিছে।

**বেগম ঃ** সমৰ্থন কৰিছে, তথাপি Condition কিছুমান আছে।

**বৰগোহাঞি ঃ** আৰু এইটোও মই পঢ়িছো যে সেইটো বোলে তেতিয়া প্ৰথম অৱস্থাত অকল প্ৰফেট— তেখেতসকলৰ কাৰণেহে প্ৰযোজ্য হৈছিল। এটা বাক্য। প্ৰথমা পত্নীৰ অনুমতি নোহোৱাকৈ কৰিব নোৱাৰিব। তথাপিও এতিয়াতো সেইটো মনা নাই। এতিয়া বহুবিবাহটো একেবাৰে স্বীকৃতি দিব লাগিব বুলি হৈ গৈছে। দ্বিতীয় হৈছে বাল্যবিবাহ। ইৰাণত নতুন যিটো মোল্লাতন্ত্ৰ, তেওঁলোকে বিয়াৰ বয়সটো ন বছৰ ধাৰ্য কৰি দিছে, আইন কৰিছে। আৰু মুছলিম মহিলাৰ ৰাজহুৱা স্থানত সৰ্বাংগ ঢাকি ৰাখিব লাগিব। অলপতে আফগানিস্তানৰ এজন ছাত্ৰীক কলেজৰ পৰা বহিষ্কাৰ কৰা হ'ল, কাৰণ তেওঁৰ গাৰ এক ইঞ্চি ছাল ওলাই গৈছিল। ল'ৰাবোৰে আপত্তি কৰিলে যে তাইৰ গাৰ ছালখিনি দেখি আমাৰ উত্তেজনা হৈছে। নাৰী-পুৰুষ যদিও আপোনালোকে মুখেৰে কয় যে কোৰাণত সমান অধিকাৰ দিছে কাৰ্যত সেইটো নহয়। এজনী মুছলমান ছোৱালীয়ে সম্পত্তিৰ আঠ ভাগৰ এক অংশহে উত্তৰাধিকাৰ পায়। এই যে আপোনাৰ যিখিনি কথা সেইখিনি যদি অসমলৈ আহে, তেতিয়া আপুনি এইটো সমৰ্থন কৰিবনে, বিৰোধিতা কৰিব?

**বেগম ঃ** এইখিনিতো মৌলিক কথা। ইছলামে... বহুবিবাহৰ কথাটোহে কৈছো, সেইটো সেইসময়ত যিটো পৰিস্থিতি আছিল, আৰবত যিটো ব্যভিচাৰ আছিল, কোনো ধৰণৰ নিয়ম নাছিলে। আৰু এইটো পৃথিৱীৰ বিভিন্ন ঠাইত, বিভিন্ন দেশত বহুবিবাহ প্ৰথাটো আছিলে। কিন্তু তাত এটা Condition আছে। সেইটো হৈছে যে যদিহে তেওঁলোকক সমান চকুৰে চাব নোৱাৰে, অকল চকুৰে চোৱাই নহয়, সমানেই ইক'নমিকেলি গোটেইখিনিয়েই আপুনি চাব লাগিব সমান চকুৰে। এইটো বহুবিবাহ প্ৰথা, আপুনি চাব আজিকালি খুব কমেই আছে। কেইজন মানুহে কোৰাণ সম্পৰ্কে বিশদ আলোচনা পঢ়িছে, তেওঁলোকৰ জ্ঞান আছে? কিন্তু যিখিনি সাধাৰণ স্তৰৰ মানুহ তেওঁলোকেতো heriditary হিচাপে মুছলিম হৈছে, যিখিনি কৰিব লাগে, কোৰাণত এইটো আছে, চাৰিটালৈকে বিয়া কৰিব পাৰি। কিন্তু তাৰ যে Condition-টো আছে, সেইটোলৈ বৰকৈ মন নকৰে।

**বৰগোহাঞি ঃ** ১৯৬৮ চনত মই সাংবাদিকতা গ্ৰহণ কৰি এখন কাগজৰ সম্পাদক হ'লো। তেতিয়া ভাবিলো যে মই কাগজৰ যোগেদি বহুত নতুন কাম কৰিম। এবাৰ ভাবিলো যে এই মুছলমান সমাজৰ যেতিয়া আমাৰ কাগজে-পত্ৰই খুব কম আলোচনা হয়, মই সেইটো আলোচনাৰ সূত্ৰপাত কৰিম। সেইবুলি মই আনোৱাৰা টাইমুৰক লগ ধৰিলো। তেওঁক গৈ মই প্ৰশ্ন কৰিলো যে আপুনি বহুবিবাহ, চাৰিগৰাকী পত্নীৰ বিবাহ সমৰ্থন কৰেনে নকৰে? সেই প্ৰশ্নটো শেষ হ'বলৈ নাপালেই, তেওঁ একেবাৰে জাণ্ডুৰ খাই উঠিলে। এইবিলাক কথা নুসুধিব, আপুনি এইবোৰ নুসুধিব। এইবোৰ শাস্ত্ৰৰ ব্যৱস্থা। শাস্ত্ৰৰ কথা। মই এইটোৰ উত্তৰ নিদিওঁ। তেওঁ এনেকৈ খং কৰিলে আৰু মোৰ আৰু দ্বিতীয় কথা সুধিবলৈ সাহসেই নহ'ল। হয়, কোৰাণত লিখি গৈছে, বা ধৰ্মৰ নিৰ্দেশ অৱজ্ঞা কৰা টান। কিন্তু আপুনি এগৰাকী আধুনিক শিক্ষিতা মুছলিম মহিলা হিচাপে আপুনি বহু বিবাহ সমৰ্থন কৰিবনে?

**বেগম ঃ** সমৰ্থনতো নকৰোঁ। কিন্তু অৱস্থা বিশেষে, কিছুমানত কিছুমান অৱস্থাত পৰি কিছুমানেহে বহুবিবাহ কৰে। সেইক্ষেত্ৰত মই বাধাও দিব নোৱাৰো।

**বৰগোহাঞি ঃ** Condition কেইটা যদি আখৰে আখৰে পালন কৰেও, তেতিয়া আপত্তিজনক নহয়?

**বেগম ঃ** আপত্তিজনক নহয়।

**বৰগোহাঞি ঃ** মই আপোনাক এগৰাকী আধুনিক শিক্ষিতা মুছলমান মহিলাৰ নিজৰ স্বীকাৰোক্তিৰ এটা অংশ পঢ়ি শুনাওঁ। তেওঁ মালয়েছিয়াৰ System of Islam নামৰ এটা সংগঠনৰ কাৰ্যবাহী সঞ্চালক। তেওঁ Time magazine-ত

২০০৩ চনৰ ১০ মাৰ্চত এটা Article লিখিছিল। তাতে তেওঁ এইকেইটা বাক্য লিখিছিল। আপুনি প্ৰতিক্ৰিয়া কৰিব, ভালকৈ শুনিব— "নাৰীক দমন কৰি ৰাখিবলৈ মোল্লা আৰু মৌলবীসকলে কোৰাণৰ যি অপব্যাখ্যা কৰিছে, সেইবোৰ কথা কোৰাণত নাই। মই নিজে কোৰাণ পঢ়িছো। সিমানেই মই বেছিকৈ ইছলামৰ অনুৰাগী হৈছো। কোৰাণে কৈছে, পুৰুষ বা মহিলা যিয়েই নোহোৱা কিয়, তোমালোক ইজনে-সিজনৰ ৰক্ষাকৰ্তা, বন্ধু, অভিভাৱক। কিন্তু পিতৃতান্ত্ৰিক সমাজৰ পৃষ্ঠপোষকসকলে অৰ্থাৎ মোল্লাসকলে মহিলা দমন আৰু শোষণ কৰিবলৈ কোৰাণ আৰু আল্লাক ব্যৱহাৰ কৰিছে" আৰু একেটা আৰ্টিকুলতেই আকৌ কৈছে, এইটো বেছি দৰকাৰী—"মই এগৰাকী মুছলিম মহিলা। মই ঈশ্বৰক আৰু ৰছুলক বিশ্বাস কৰো। মই প্ৰাৰ্থনা কৰো, ৰোজা ৰাখো, নামাজ পঢ়ো। মই হজ্জ কৰিছো। কিন্তু বিটলছৰ গান ভাল পাওঁ। মই নাচো, সাঁতোৰো, ড্ৰাইভ কৰোঁ। পুৰুষ-মহিলা সকলো বন্ধুকে আলিংগন কৰো আৰু চুমা খাওঁ। মই নাৰীবাদী আৰু নাৰীমুক্তি আন্দোলনৰ সক্ৰিয় কৰ্মী। মুছলমান আৰু আধুনিক হোৱাৰ মাজত মই কোনো বিৰোধ নেদেখো। মই ঘৰে-বাহিৰে এটা মুক্ত আৰু আনন্দময় জীৱন যাপন কৰোঁ।" এই বাক্যটি শুনাৰ পিছত তেওঁক আপুনি মুছলমান বুলি এশ শতাংশই স্বীকৃতি দিবনে নিদিয়ে?

**বেগম ঃ** দিম।

**বৰগোহাঞি ঃ** আপোনাৰ কোনো আপত্তি নাই?

**বেগম ঃ** আপত্তি নাই।

**বৰগোহাঞি ঃ** তেতিয়াহ'লে আপুনি সম্পূৰ্ণ এওঁ যেনেকুৱা....

**বেগম ঃ** নহয়। কথা এটা হৈছে, তেওঁ সেইখন সমাজত, যিখিনি আপুনি শেষত কথাখিনি কৈছে, আলিংগন কৰা বা কি কৰা, যিটো, ইছলামত কিছু পৰিমাণে বাধা আছে।

**বৰগোহাঞি ঃ** তেওঁ সেইটোও কৈছে যে আধুনিক হোৱা আৰু ইছলাম

**বেগম ঃ** আধুনিকতা কওঁতে আপুনি কি কয় মই সেইটো বুজি নাপাওঁ। ইছলাম....

**বৰগোহাঞি ঃ** মই সেইটো নিজে ব্যাখ্যা দিয়া নাই। মই তেওঁৰ কথাটোৰ প্ৰতিক্ৰিয়া জানিব বিচাৰিছো।

**বেগম ঃ** ইছলাম কি? গোটেই সংস্কাৰ কৰা।

**বৰগোহাঞি ঃ** তেতিয়াহ'লে আমি ধৰি ললো তেওঁ অসমৰ বাসিন্দা। তেতিয়া অসমৰ সকলো মুছলমানে যদি তেওঁক এইটো কৰাৰ কাৰণে প্ৰাণদণ্ড দিয়ে, তেতিয়া আপুনি কাৰ পক্ষ ল'ব?

**বেগম ঃ** সেইটোৰ সঠিক কাৰণ হ'ব লাগিব। তাৰ কাৰণে প্ৰাণদণ্ড দিব নোৱাৰে।

**বৰগোহাঞি ঃ** আজি মাত্ৰ এমাহ হোৱা নাই, আফগানিস্তানৰ এজন কলেজৰ ছাত্ৰই কৈছে যে আফগানিস্তানত নাৰীৰ স্বাধীনতা ইমানেই খৰ্ব কৰা হৈছে যে নাৰীক মানুহৰ পৰ্যায়ত ৰখা হোৱা নাই। এটা প্ৰবন্ধ লিখিছিলে। সেই প্ৰবন্ধটো লিখাৰ অপৰাধত তেওঁক প্ৰাণদণ্ড দিয়া হৈছিল। আৰু প্ৰাণদণ্ড দিবলৈ পাঁচ মিনিটো সময় নালাগিল আৰু প্ৰাণদণ্ড দিয়াৰ পিছত যিসকল মোল্লাই বিচাৰ কৰিছিলে, মোল্লাসকলে হাজাৰ হাজাৰ মানুহৰ আগত বক্তৃতা দি উত্তেজিতভাৱে কৈছে— তাকতো প্ৰাণদণ্ড দিবই লাগিব আৰু প্ৰাণদণ্ড নিদিলে এইটো কোৰাণৰ নিৰ্দেশ অমান্য কৰা হ'ব।

**বেগম ঃ** প্ৰাণদণ্ড দিব নোৱাৰে কোৰাণৰ দোহাৰি লৈ। কোৰাণত তেনে কোনো নিৰ্দেশ নাই। কিছুমান থাকিলেও... পৰিস্থিতি বিশেষে কিছুমান কোৰাণত ৰিভিউ হৈছিলে।

**বৰগোহাঞি ঃ** সেই পইণ্টলৈকে আহিল। ইতিমধ্যে আপুনি বহু প্ৰাসংগিক কথা কৈছে। তাৰ আগতে আমি অলপ বাণিজ্যিক বিৰতিলৈ লওঁ।

*   *   *

**বৰগোহাঞি ঃ** আমি আকৌ ঘূৰি আহিছো মুখামুখী অনুষ্ঠানলৈ। আপুনি অলপ আগতে ক'লে যে কোৰাণৰ পৰিস্থিতি সাপেক্ষ ব্যাখ্যাৰ প্ৰয়োজন আছে। যিবিলাকে তথাকথিত আধুনিক উদাৰ মুছলমান, তেওঁলোকে কয় যে কোৰাণৰ বহুতো নিৰ্দেশ সেইসময়ত আৰবৰ ঐতিহাসিক আৰু সামাজিক পটভূমিত কৰা হৈছিল। উদাহৰণস্বৰূপে আজিও কোনোবা এগৰাকী মহিলা তথাকথিত ব্যাভিচাৰত লিপ্ত হ'ল, তেওঁক শিলগুটি দলিয়াই জীৱন্তে হত্যা কৰা হয়। কিন্তু বহুতে ক'ব খোজে যে সেই সময়ৰ যিটো পৰিস্থিতিত এইটো কৰা হৈছিলে, আজিৰ যুগত সেইটো প্ৰযোজ্য নহয়।

**বেগম ঃ** কোৰাণে স্পষ্ট নিৰ্দেশ দিছে যদি এনেকুৱা ব্যাভিচাৰ যিটো জিনা বুলি কোৱা হয়, আপোনাৰ স্ত্ৰীয়েও যদি ব্যাভিচাৰ কৰে, সেইটো আৰোপ আনে, আগেয়ে তেতিয়াহ'লে চাৰিজন সাক্ষী লাগিব। গতিকে চাৰিজন সাক্ষীয়ে যদি সাক্ষ্যদান কৰে যে তেওঁ ব্যাভিচাৰী বুলি, তেতিয়া তেওঁক কিন্তু ঘৰৰ ভিতৰত confined কৰি থ'ব। আৰু কিছুমানত আছে শিলগুটি বা মৃত্যুদণ্ড দিবলৈ। আৰু এটা কথা, এইক্ষেত্ৰত সাধাৰণতে দুজন সাক্ষী বিচৰা হয়, কিছুমান ক্ষেত্ৰত। ইয়াত কিন্তু চাৰিজন সাক্ষী বিচাৰে।

**বৰগোহাঞি ঃ** এইটো বিষয়ত মই তর্ক নকৰো, মই এইটো বিষয়ত পণ্ডিত নহয়। কিন্তু মই এইটোৱেই কওঁ যে এইটো বাক্য মুছলমান সমাজ আৰু আধুনিক সমাজখন দুটা ভাগত বিভক্ত হৈছে। দ্বিতীয় প্ৰশ্ন পুৰুষেও ব্যাভিচাৰ কৰে। কিন্তু পুৰুষৰ ব্যাভিচাৰৰ বাবেতো কোৰাণৰ তেনে কোনো শাস্তিৰ ব্যৱস্থা নাই।

**বেগম ঃ** আছে। তেওঁক আপোনালোকে মানে লাঠিৰে মাৰিব লাগিব। তাত দিয়া আছে বেতেৰে কোবাব লাগিব।

**বৰগোহাঞি ঃ** পুৰুষৰ ব্যাভিচাৰৰ কাৰণে কেতিয়াও কাকো শাস্তি দিয়াৰ কথা এটাও শুনা নাই।

**বেগম ঃ** মানে কোৰাণত গোটেই আছে। নাৰীৰ ক্ষেত্ৰতো, পুৰুষৰ ক্ষেত্ৰতো। কিন্তু এতিয়া সেইখিনি আপুনি কিমানখিনি মানিছে সেইটোৰ ওপৰত নিৰ্ভৰ কৰিছে।

**বৰগোহাঞি ঃ** কোনোবাই মানিছে, কোনোবাই নাই মনা।

**বেগম ঃ** নাই মনা।

**বৰগোহাঞি ঃ** আপুনি সেইটো মানিবনে নাই?

**বেগম ঃ** সঁচা কথা ক'বলৈ হ'লে বৈষম্যমূলক আচৰণ ইছলামে দিয়া নাই। সম্পূৰ্ণ তাৰ নিৰাময়ৰ ব্যৱস্থা দি গৈছে। কিন্তু এতিয়া পুৰুষতান্ত্ৰিক সমাজ হোৱা বাবে পুৰুষে নামানে।

**বৰগোহাঞি ঃ** সেইটো কথা হৈছে ইছলামৰ।

**বেগম ঃ** আৰু আমাৰ মহিলা অকণমান দুৰ্বল। মাতিব নোৱাৰে। সিমান শিক্ষিত নহয় আৰু কোৰাণ সম্পৰ্কেও সিমান জ্ঞান নাই। কি দিছে তেওঁলোকক, কি অধিকাৰ দিছে, সেইখিনি নজনাৰ ফলত এইয়া হৈছে।

**বৰগোহাঞি ঃ** এতিয়া মৌলবাদৰ বিৰুদ্ধে আটাইতকৈ ডাঙৰ আপত্তি, মোৰ আপত্তি নহয় পশ্চিমীয়া আধুনিক শিক্ষিত মুছলিম মহিলা, তেওঁলোকে কৈছে যে পুৰুষতান্ত্ৰিক সমাজৰ মোল্লাসকলে নিজৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে কোৰাণৰ যি অপব্যাখ্যা দিছে, সেই অপব্যৱহাৰ ফলত মুছলমান মহিলাৰ অতি দুৰৱস্থা হৈছে। আজি গোটেই পৃথিৱীৰ যিটো মৌলবাদী ইছলামৰ ব্যাখ্যাই— আফগানিস্তানৰ তালিবানেই কৰক, বাংলাদেশতেই কৰক সেইটো ক'ৰপৰা অহিছে, সেইটো ছৌদী আৰাবিয়ান যিটো ওৱাহিবিজিম, ওঠৰ শতিকাত তেওঁলোকে সিটো কোৰাণৰ ব্যাখ্যা কৰিলে সেইটোতো কোনো আধুনিক, শিক্ষিত, উদাৰনৈতিক মুছলমানে সেইটো কোৰাণৰ শুদ্ধ ব্যাখ্যা বুলি কেতিয়াও নামানে? চোৰ কৰিলে ছৌদী আৰবত হাত কাটি দিয়ে। আপুনি সেইটো সমৰ্থন কৰিবনে?

**বেগম ঃ** কিছু ক্ষেত্ৰত কৰিম।

**বৰগোহাঞি ঃ** আপুনি হাত কাটি দিয়া সমৰ্থন কৰিব?

**বেগম ঃ** তাৰ মানে, আপুনি যদি... এই কাৰণে কৰা হৈছিলে, মানে বিশেষভাৱে হাতখন কাটিবলৈ দিলে আনজনে ভয় খাব আৰু তেওঁক...

**বৰগোহাঞি ঃ** সেইটোতো একপ্ৰকাৰৰ সন্ত্ৰাসবাদ।

**বেগম ঃ** নহয়, সেইটো সন্ত্ৰাসবাদ হ'ব নোৱাৰে।

**বৰগোহাঞি ঃ** আপোনাৰ মতামতক শ্ৰদ্ধা কৰিব লাগিব। অসমত যে বিদেশী আহিছে, বাংলাদেশী আহিছে, এই যে আতংক এটা হৈছে, সেই ভয়টো হৈছে এইটো, বাংলাদেশ তথাকথিত মৌলবাদৰ এটা ডাঙৰ ঘাটি হৈছে। এতিয়া আজি যদি অসমত যিকোনো প্ৰকাৰেই নহওক, মুছলিম মানুহৰ সংখ্যা বেছি হয় আজি তুৰস্কৰ নিচিনা মুছলমানৰ সংখ্যা বৃদ্ধি হ'লে কাৰো আপত্তি নাই। কিন্তু যদি বাংলাদেশৰ যিখিনি মুছলমান আহিব, তেওঁলোকৰ যদি মোল্লাতন্ত্ৰ ইয়ালৈকে আনে, তাততো এইখিনি কথা, আপুনি ক'লে যে হাত কাটি দিয়াটো আপুনি সমৰ্থন কৰে, কিন্তু আজিৰ আইন ব্যৱস্থাইতো কেতিয়াও সমৰ্থন নকৰে। মই আধুনিক আইন ব্যৱস্থাক বিশ্বাস কৰো। মইতো তাৰ তীব্ৰ বিৰোধিতা কৰিম। গতিকে তেতিয়া আপোনাৰ আৰু মোৰ ডাঙৰ বিৰোধ আহিব। সেই কাৰণে আমি যিবিলাকে অসমৰ অ-মুছলমান সম্প্ৰদায়, তেওঁলোকে এইটোও ভয় কৰিছে, এইটো অকল মুছলমানৰ ক্ষেত্ৰত প্ৰযোজ্য হ'বনে, হিন্দুৰ ক্ষেত্ৰতো হ'ব?

**বেগম ঃ** হ'ব। চোৰ কৰা কোনো হিন্দু-মুছলমানৰ কথা নাই। এইটো অৱশ্যে যিবোৰ আৰব বা ইছলামিক state তাতেহে আছে। কিন্তু পাকিস্তান হওক, বাংলাদেশ হওক যদিও ইছলামিক দেশ হিচাপে ঘোষণা কৰিছে, তাত এইটো ধৰণৰ ব্যৱস্থা নাই।

**বৰগোহাঞি ঃ** আপুনি যে কৈছে আপুনি ইয়াতো সেইটো সমৰ্থন কৰিব, অথচ আপুনিয়েই কৈছে যে..

**বেগম ঃ** এইটো নহয় যে ...কাৰ্যটো সমৰ্থন কৰি এই কাৰণেই কৈছো যে আনে এটা লেচন পাব, যাৰ কাৰণে সমাজ সংস্কাৰ কৰাত সেইটো হৈছে।

**বৰগোহাঞি ঃ** আপুনি নীতিগতভাৱে এইটো সমৰ্থন কৰে। কিন্তু আপুনিতো ক'লে পৃথিৱীৰ কেইখনমান দেশৰ বাহিৰে আন কোনো দেশত এইটো প্ৰযোজ্য কৰা নাই। তেতিয়াহ'লে সেইটো আপুনি তেওঁলোকক অমুছলমান বুলি ক'ব নেকি?

**বেগম ঃ** নহয়।

**বৰগোহাঞি ঃ** নহয়। তাৰমানে আপুনি এইটো বুজায় নেকি যে কোৰাণৰ যাৰ যি ইচ্ছা ব্যাখ্যা কৰিব পাৰে?

**বেগম ঃ** নাই।

**বৰগোহাঞি ঃ** সেইটোৱেই হ'ল। কাৰণ আজি যদি...

**বেগম ঃ** অমুছলমান সেইটোৰ ওপৰত Depend নকৰে।

**বৰগোহাঞি ঃ** অমুছলমান হয়। কাৰণ শাস্ত্ৰৰ নিৰ্দেশটো সেইটো universal। সেইটো সকলোতে প্ৰযোজ্য হ'ব লাগিব। কিছুমান দেশে কোৰাণৰ নিৰ্দেশ মানি মুছলমান হৈ থাকিব, কিছুমান নামানিও মুছলমান হৈ থাকিব। সেইটো হ'ব নোৱাৰে।

**বেগম ঃ** কোৰাণ জনাৰ ওপৰত সম্পূৰ্ণ মুছলমান হোৱাটো নিৰ্ভৰ নকৰে। আপোনাৰ এক আল্লা আৰু ৰছুলক প্ৰথমতে বিশ্বাস কৰিব। কোৰাণৰ যিটো পাঁচটা স্তম্ভ সেইটোৰ ওচৰত আপোনাৰ...

**বৰগোহাঞি ঃ** সেইটো জানো, শ্বৰিয়ৎ মানিবলৈকে... সেইটো Actually ইচলামিক state-ত কেনেকৈ শাসন চলিব লাগে তাৰে কিছুমান rules আছিলে। তাৰে ভিতৰত যে মানিবই লাগিব সেইটো নহয়।

**বৰগোহাঞি ঃ** কিন্তু যিটো মূল theory দাঙি ধৰিছিলে, যে কোৰাণৰ নিৰ্দেশ পালন নকৰিলেও নিষ্ঠাবান মুছলিম দেশ হৈ থাকিব পাৰি।

**বেগম ঃ** সেইটো কোনো তেনেকুৱা— আপোনাক কৈছোৱেই, কোৰাণৰ মূল নিৰ্দেশ হ'ল পাঁচটা। এই পাঁচ স্তম্ভৰ ওপৰত আপুনি...

**বৰগোহাঞি ঃ** সেই কাৰণে সেই পাঁচটা নিৰ্দেশ পালন কৰি বাকীবোৰ নকৰাকৈও মুছলমান হৈ থাকিব পাৰে।

**বেগম ঃ** বাকীবোৰ নকৰাকৈও নহয়। কিছুমান পৰিস্থিতি সাপেক্ষে কৰিবও লাগিব। তেতিয়া

**বৰগোহাঞি ঃ** আপুনি এটা প্ৰশ্নৰ স্পষ্ট উত্তৰ দিব পৰা নাই। মই কৈছো যে যেতিয়া এটা কোৰাণ... আপুনি হৈছে যে কোৰাণৰ নিৰ্দেশ মুছলমানৰ কাৰণে...heart

**বেগম ঃ** এটা কথা কৈছো। ৰুছুলউল্লাই যেতিয়া য়েমনৰ ৰজা হৈছিল, হুছেইনে তেওঁক প্ৰশ্ন সুধিছিল, তুমিতো এতিয়া শাসন কাৰ্য কৰিবা। কাৰমতে কৰিবা। ক'লে যে কোৰাণৰ মতে। যদি কোৰাণত তেনে বস্তু নাথাকে, তেতিয়া কি কৰিবা? তেতিয়া তেওঁ অলপ সময় ভাবি কৈছে মই বিচাৰ বুদ্ধিৰে কৰিম। গতিকে এনেকুৱা কিছুমানো নিয়ম আছে...

**বৰগোহাঞি ঃ** আমাৰ প্ৰশ্ন সেইটো নহয়। আমাৰ প্ৰশ্ন হ'ল কোৰাণত আছেই। কোৰাণত নোহোৱা কথাটো নিজৰ বিচাৰ-বুদ্ধিৰে কৰিব সেইটো বেলেগ কথা। কিন্তু আপুনিয়েই ক'লে কোৰাণত আছে, হাত কাটি দিব লাগিব, শিলগুটিৰে মাৰিব লাগিব।

**বেগম :** শিলগুটি মৰাটো সেইটো হাদিছত কিছুমান ব্যাখ্যা আছে, কিছুমান লক্ষণ আছে। শিলগুটি মাৰি কি কৰিব লাগে, সেইসময়ত হত্যা কৰাৰ নিয়ম বা কি, কেনেকুৱা আছিল...

**বৰগোহাঞি :** এতিয়াওতো কৰে। এতিয়াও ছৌদিআৰবত কৰে। এতিয়াও বহুদেশত কৰে। সেইদিনাখন আফগানিস্তানত কৰিছে। মই যদি ধৰি লওঁ যে কিছুমান দেশত কৰে, কিছুমানত নকৰে, তেতিয়াহ'লে কোৰাণৰ ব্যাখ্যা কৰিবলৈ প্ৰত্যেকৰে স্বাধীনতা আছে।

**বেগম :** কিছু পৰিমাণে আছে। আপোনাৰ ধৰক, বহুতে বহুত ধৰণৰ ব্যাখ্যা দিছে কোৰাণৰ, সেইটোৰ ওপৰতো বিতৰ্কৰ প্ৰশ্ন আছে।

**বৰগোহাঞি :** মইতো বাৰে বাৰে সেইটোৱেই কৈছো যে কোৰাণৰ ব্যাখ্যা যদি এটাই হ'লহেঁতেন, আজি এইবোৰ সমস্যা নহ'লহেঁতেন। আপুনি নিজৰ মুখেৰেই ক'লে যে পুৰুষতান্ত্ৰিক সমাজত মোল্লাসকলে নিজৰ সুবিধাৰ কাৰণে পুৰুষৰ ক্ষেত্ৰত অলপ কৰুণা দেখুৱায়। মহিলাৰ ক্ষেত্ৰত নেদেখুৱায়। তেওঁলোকে ব্যাখ্যাটো নিজৰ স্বাৰ্থৰ সপক্ষেই কৰিছে। সেইটোৱে আধুনিক শিক্ষিত মুছলমান মহিলাৰ আটাইতকৈ ডাঙৰ আপত্তি।

এতিয়া আমি আকৌ এটা বাণিজ্যিক বিৰতি ল'ম। তাৰ পিছত সমাপ্ত কৰিম।

* * *

**বৰগোহাঞি :** আমি আকৌ আমাৰ কথা বাতৰি অনুষ্ঠানলৈ ঘূৰি আহিছো। আপুনি এটা আধা কোৱাকৈ এৰিলে। সেইটো কৈ লওকচোন।

**বেগম :** আপুনি যিটো কৈছে, পুৰুষতান্ত্ৰিক হোৱাৰ কাৰণে আপোনাৰ নাৰীসকলক দমন কৰা হয়, ইছলামিক মৌলবীবোৰে...

**বৰগোহাঞি :** প্ৰথম সেইটো কথা আপুনিয়েই কৈছে। তাৰ পিছতহে মই সমৰ্থন কৰিছো।

**বেগম :** দমন কৰাৰ কথা কোৱা নাই। কিন্তু তেওঁলোকৰ নাৰীৰ শিক্ষাৰ মানে কোৰাণৰ বিষয়ে ভালদৰে জ্ঞান নাই। নাৰীক কিমান অধিকাৰ দিছে ইচলামে, কৈছে নাজানে। মই এই কথা ক'ব বিচাৰো অকল ইছলামত বুলি নহয়। আজি গোটেই পুৰুষতন্ত্ৰই নাৰীজাতিক শোষণ কৰি আহিছে।

**বৰগোহাঞি :** সেইটো এশ শতাংশই সত্য।

**বেগম :** তাতোকৈ ডাঙৰ কথা এটা কওঁ, ইচলামত যিহেতু নাৰীয়ে

আটাইতকৈ, যিটো এতিয়া সকলোতে, স্বীকৃত হৈ আছে, যে নিজে বিয়া কৰোৱাৰ অধিকাৰ। নিজে সন্মত দিলেহে বিয়া হ'ব। ছোৱালীৰো সন্মত লাগিব। আৰু ল'ৰাৰো সন্মতি লাগিব।

**বৰগোহাঞি ঃ** কোৰাণতো ভাল ভাল কথা অতি বেছি ভাগেই আছে। যিকেইটা...

**বেগম ঃ** এইখিনিৰ implementation আৰু চিঠিখন ব্যাখ্যা, সেইখিনি ভালদৰে হোৱা নাই।

**বৰগোহাঞি ঃ** আপুনি নিশ্চয় জানে যে, ইজিপ্তত এটা আচাৰত প্ৰথা প্ৰচলিত আছে সেইটো হ'ল ছয়-সাত বছৰীয়া ছোৱালী— তেওঁলোকৰ ক্লিটৰিচটো বাল্য বয়সতে কাটি দিয়া হয়। তাৰ যুক্তিটো দিছে যে পুৰুষতকৈ নাৰীৰ যৌন উত্তেজনা বেছি। সেই কাৰণে সিহঁতৰ যিটো উত্তেজনাৰ প্ৰধান কেন্দ্ৰ, সেইটো যদি কাটি পেলোৱা নহয়, সিহঁতে মটৰগাড়ী চলাওঁতে, মটৰ-বাইক চলাওঁতে ইত্যাদি কৰোঁতে সিহঁত সহজে উত্তেজিত হয়। তাৰফলত পুৰুষক সিহঁতে বেয়া পথলৈ পৰিচালিত কৰে। ১৯৯৭ চনত ইজিপ্তত আইন কৰি সেইটো নিষিদ্ধ কৰা হৈছিল, কিন্তু আইন কৰাৰ পিছতো আজি ২০০৮ চনতো শতকৰা ৯৭ গৰাকী ছোৱালীক এই কাণ্ডটো কৰা হয়। আৰু তাৰ বহুত ছোৱালীয়ে অশেষ যন্ত্ৰণা ভোগ কৰি মৃত্যুবৰণ কৰে। এইটো কোৰাণৰ অপব্যাখ্যা নে শুদ্ধ ব্যাখ্যা?

**বেগম ঃ** কোৰাণত কোনো ব্যাখ্যা নাই এই বিষয়ে। এইটো এটা কাষ্টম আছিলে। পুৰুষক যিটো কৰা হয় সেইটো কাষ্টম ইহুদীবিলাকৰ মাজতো আছিলে। এইটো অকল ৮০ খন Countries, মোৰ যিখিনি Knowledge আছে সেইটোৰ পৰাই কাষ্টম—

**বৰগোহাঞি ঃ** কিন্তু এই যিটোৰ কাৰণে মই আপোনাৰ লগত ইমান যুদ্ধ কৰিব লগা হৈছে যে যাৰ যি খুচী নিজৰ স্বাৰ্থৰ হকে ব্যাখ্যা কৰিছে।

**বেগম ঃ** তেওঁলোকে কোৰাণৰ এটাই যুক্তি দিছে যে ছোৱালীয়ে যাতে ব্যাভিচাৰ নকৰে, সেইটো যুক্তি দেখুৱাইছে।

**বৰগোহাঞি ঃ** সেইটো যুক্তি দেখুৱায়। আপুনি লগতে ক'লে... হয় সেইটো আপুনি যে ক'লে কোৰাণৰ, সেইটো....

**বেগম ঃ** সেইটো তেওঁলোকে ল'ব নোৱাৰে।

**বৰগোহাঞি ঃ** অকল কোৰাণ বুলিয়েই নহয়, চব ধৰ্মৰে ছোৱালীৰ— হিন্দু বিলাকৰ সতী দাহ। কোনো শাস্ত্ৰত লিখা নাই যে বিধৱা বিলাকক পুৰি মাৰিব লাগে, কিন্তু শ শ বছৰ ধৰিতো চলি আছিলে, ইউৰোপততো ডাইনীক হত্যা কৰা হৈছিল।

**বেগম ঃ** এতিয়া আমাৰ অসমতো কৰি আছে।

**বৰগোহাঞি ঃ** বাকী বিলাক হয়তো বিচ্ছিন্নভাৱে চলিছে। বহু ঠাইত বন্ধও হৈছে। কিন্তু আমাৰ ভয়ৰ কাৰণ হৈছে, ইছলামৰ সেইটো এটা বিৰাট বিশ্বজোৰা আন্দোলনৰ কাৰ্যসূচীৰ অংশত পৰিণত হৈছে। মই এইটোও আপোনাৰ কথাৰ পৰা বুজি পালো— কোৰাণৰ যিবোৰ নিৰ্দেশ, যদি শুদ্ধ ব্যাখ্যা কৰি প্ৰয়োগ কৰা হয়, আমাৰ কোনো বিপদৰ কথা নাই। কিন্তু তাৰ বহুত অপব্যাখ্যা আৰু বহুতৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে, বিশেষকৈ মোল্লাসকলে নিজৰ স্বাৰ্থৰক্ষাৰ কাৰণে বহুতো অপব্যাখ্যা কৰিছে।

**বেগম ঃ** আপোনাৰ যিটো কথা, যিটো মৌলবাদ অসমত আপুনি কৈছে, সেইটো মই মৌলবাদ হিচাপে স্বীকাৰ নকৰো। কাৰণ মৌলবাদ মানে কি? মৌলিক যিখিনি পালন কৰে, তেতিয়াহ'লে প্ৰতিটো মুছলিম যিসকলে হয় নামাজ পঢ়িছে, এক আল্লাত বিশ্বাস কৰিছে, ৰোজা ৰাখিছে, হজ কৰিছে, জাকাত দিছে, তেওঁলোকক তেতিয়াহ'লে মৌলবাদী বুলি ক'ব লাগিব। কাৰণ তেওঁলোকে ইছলামৰ মৌলিক যিখিনি পালন কৰিছে।

**বৰগোহাঞি ঃ** এতিয়া যে এইটো ৰাজনৈতিক ৰূপ লৈছে, আমি সেইটোক... হিন্দুবিলাকেও মৌলবাদ কৰিছো। আজি....

**বেগম ঃ** সেইটোক মই মৌলবাদী বুলি নকওঁ। তেতিয়া গোটেইটো মুছলমানকেই মৌলবাদী বুলি ক'ব লাগিব।

**বৰগোহাঞি ঃ** আপুনি যিটো অৰ্থত মৌলবাদ বুলি কৈছে, আজিৰ যিটো ৰাজনৈতিক পৰিভাষা, সেইটো অৰ্থত....

**বেগম ঃ** সেইটো আপোনাৰ অৱস্থাৰ পৰিস্থিতি বিশেষে, ঠাই হিচাপে সেইটো বেলেগ হ'ব। তেতিয়া ধৰক ইজৰাইলত আপুনি হামাছৰ কথা কৈছে, সেইটো কিন্তু সিহঁতৰ স্বাধীনতা ৰক্ষাৰ বাবে। কিন্তু ইছলামে কেতিয়াও, ছুইচাইড বোমাৰৰ কথা কওক, জেহাদৰ ঘোষণাৰ কথা কওক, এইবিলাক কেতিয়াও স্বীকৃতি দিয়া নাই।

**বৰগোহাঞি ঃ** এতিয়া আমি যিখিনি আলোচনা কৰিলো, আধা ঘণ্টাত সুবিচাৰ কৰিব নোৱাৰোঁ। তথাপিতো আপুনি যিখিনি কথা ক'লে, সেইখিনিয়ে সকলোকে খুব চিন্তাৰ খোৰাক দিব। আপোনাক ধন্যবাদ জনালোঁ। এইখিনিকে কৈ কথা-বাৰ্তাৰ অনুষ্ঠান সামৰণি পেলাইছো।

**বেগম ঃ** আপোনাকো ধন্যবাদ জনালোঁ। মোৰ মতামত অলপ ব্যক্ত কৰিবলৈ সুবিধা পোৱাৰ কাৰণে।

*(২৪ অক্টোবৰ, ২০০৮-ত প্ৰচাৰিত)*

# জি. এম. শ্ৰীবাস্তৱৰ সৈতে হোমেন বৰগোহাঞি



*"আপোনাৰ কথাৰপৰা মোৰ যিটো ধাৰণা হৈছে যে অসমত যিটো বিচ্ছিন্নতাবাদী বিদ্ৰোহ হ'ল, এইটো এটা স্বতঃস্ফূৰ্ত জাগৰণ নহয় যে বাহিৰৰ শক্তিয়ে এই বস্তুটোক কৃত্ৰিমভাৱেও তৈয়াৰ কৰিছে, এনেকুৱা ধাৰণা ল'ব পাৰি নেকি?"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ আৰু স্বাগতম। আজিৰ মুখামুখি অনুষ্ঠানত মোৰ অতিথি শ্ৰীজি. এম. শ্ৰীবাস্তৱ, ঘনশ্যাম শ্ৰীবাস্তৱ। তেখেত অসমৰ এজন উচ্চপদস্থ পুলিচ বিষয়া, ডি জি পি বুলি ক'লে সাধাৰণতে এজনকেই বুজি পাওঁ কিন্তু তেখেত ডিজিপিৰ সমমৰ্যাদা সম্পন্ন, সমান ৰেংকৰ এজন পুলিচ বিষয়া। ইতিমধ্যে তেখেত ত্ৰিপুৰাত ডিজিপি হৈ আছিল, অসমতো তেখেতৰ নাম ডিজিপি পদৰ বাবে খুউব ভালকৈ প্ৰস্তাৱ কৰা হৈছিল, বিশেষ কাৰণে নহল সেই বিষয়ে আমি কিছু পিছত আলোচনা কৰিম। কিন্তু আলোচনাৰ আৰম্ভণিতে মই এটা কথা কৈ থ'ব খোজোঁ যে মই শ্ৰীবাস্তৱক বহু বছৰ ধৰি জানো আৰু মোৰ কাৰণে তেওঁ এজন অকল পুলিচ বিষয়া নহয়, মই তেওঁক এজন বুদ্ধিজীৱী, অধ্যয়নশীল পণ্ডিত হিচাপেও জানো আৰু সেই ফালৰ পৰাও শ্ৰদ্ধা কৰোঁ। আৰু যিটো মই জানো আৰু জনাটোৱেই যিহেতু মোৰ যিহেতু ব্যৱসায়, গতিকে মই বহু কথাই জানো। দক্ষতম আৰু আটাইতকৈ সৎ পুলিচ বিষয়াসকলৰ ভিতৰত শ্ৰীবাস্তৱকো এজন বুলি মই জানো। আৰু দ্বিতীয়তে উত্তৰ পূৰ্বাঞ্চলৰ সমগ্ৰ অঞ্চলটোৰ যোৱা ত্ৰিশ বছৰৰ ৰাজনীতি, সমাজ সকলো বিষয়তে যিমানখিনি তেওঁৰ জ্ঞান বা অভিজ্ঞতা আছে তাৰ সমতুল্য জ্ঞান বা অভিজ্ঞতা অসমৰ কোনো বিষয়াৰেই নাই বা থাকিলেও সেই নাম সদ্যহতে মোৰ মনলৈ অহা নাই। গতিকেই মই ভাবোঁ আজি তেওঁৰ লগত আমাৰ যি কথা-বতৰা হ'ব, সি ভৱিষ্যতৰ কাৰণেও এটা স্মৰণীয় ডকুমেণ্ট হৈ থাকিব। সেইটো কথা মনত ৰাখিয়েই মই শ্ৰীবাস্তৱৰ লগত কিছু কথা আলোচনা কৰিম।

আপুনি ভাৰতীয় পুলিচ সেৱাৰ অসম কেডাৰৰ বিষয়া। আপুনি অসমলৈ প্ৰথম কেতিয়া আহিলে? প্ৰথম যোগদান কেতিয়া কৰিলে?

**জি. এম. শ্ৰীবাস্তৱ :** নমস্কাৰ গ্ৰহণ কৰিব। মই ১৯৭২ চনত আই পি এছত যোগদান কৰিছিলো। অসমলৈ আহিছিলো ১৯৭৩ চনৰ ডিচেম্বৰ মাহত। ট্ৰেইনিংটো সম্পূৰ্ণ কৰি আৰু এজন প্ৰবেচন বিষয়া হিচাপে— তেতিয়া প্ৰথম অৱস্থাতে আহি গুৱাহাটীত ৰিপ'ৰ্ট কৰি শ্বিলং যাব লগা হৈছিল। কাৰণ তেতিয়া গুৱাহাটী ৰাজধানী ঘোষণা হোৱাৰ পাছতো প্ৰকৃততে কাৰ্যকৰী হোৱা নাছিল। আমি পোনে পোনে শ্বিলঙলৈ গৈ তাতে ৰিপ'ৰ্ট কৰিছিলো। আমাৰ প্ৰবেচন শ্বিলঙতে আৰম্ভ হৈছিল। ১৯৭৩ চনৰ ডিচেম্বৰত।

**বৰগোহাঞি :** গতিকে কাৰ্যতঃ আপুনি ১৯৭৪ চনৰ পৰা ইয়াত কাম আৰম্ভ কৰা বুলি ক'ব পাৰি।

**শ্ৰীবাস্তৱ :** সেইটোৱেই হ'ব। কিয়নো আমি যেতিয়া আহিছিলো তেতিয়া খ্ৰীষ্টমাচ চলি আছিলে আৰু মেঘালয়ত গৈ শ্বিলঙত যোগদান কৰিলেও অফিচ মাত্ৰ এদিনহে পালো। বাকী দিনটো ছুটী থাকিল। তাৰ পাছত ২৬ জানুৱাৰীত আমি গুৱাহাটীলৈ আহিছিলো। দিছপুৰত এটা পেৰেড অনুষ্ঠান, প্ৰথম পেৰেড অনুষ্ঠান হৈছিল, ৰিপাব্লিক ডে পেৰেড, অসমৰ কাৰণে প্ৰথম অনুষ্ঠিত হৈছিল। প্ৰথম ৰাজ্য হিচাপে প্ৰথম পেৰেড অনুষ্ঠান আছিল। দিছপুৰত তেতিয়া ঘৰ-দুৱাৰ বেছি হোৱা নাছিলে। তেনেকুৱা সময়তে আমি লৈছিলো। বিজয় বৰঠাকুৰ ছাৰ। তেখেত কামাণ্ডেণ্ট আছিল, মোৰ জ্যেষ্ঠ দীপক দত্ত ছাৰ আৰু মোৰ সহকৰ্মী আছিলে চাইলু। তেখেতে মেঘালয়ৰ পৰা ডিজিপি হৈ ৰিটায়াৰ কৰিলে। আমি চাৰিজনে পেৰেডত লীড কৰিছিলো। ঘোঁৰাত আছিলো। বিজয় বৰঠাকুৰ ছাৰ আছিলে কামাণ্ডেণ্ট। আন তিনিজন আছিলে টুপ লিডাৰ হিচাপে পেৰেডত এইটোক গাইড বুলি কোৱা হয়। এইটো এতিয়াও মনত আছে। কাৰণ এইটো এটা ঐতিহাসিক পেৰেড অনুষ্ঠান আছিল। অসম ৰাজ্য হোৱাৰ পাছত এইটো প্ৰথম ৰিপাব্লিক ডে পেৰেড আছিল।

**বৰগোহাঞি :** স্বাভাৱিক, এইটো পাহৰিব নোৱাৰি। ১৯৭৪ চনৰ পৰা ২০০৮ চনলৈ এই সুদীৰ্ঘ কালৰ ভিতৰত আপুনিটো মাজে সময়ে অসমৰ বাহিৰলৈকো যাব লগা হৈছিল। কেইবছৰমান আপুনি অসমৰ পৰা আঁতৰি আছিল।

**শ্ৰীবাস্তৱ :** মই বৰ ইচ্ছা কৰি যোৱা নাছিলো।

**বৰগোহাঞি :** যেনেকৈয়ে নহওক...

**শ্ৰীবাস্তৱ :** মই কওঁ, ১৯৭৩ চনত যেতিয়া আহি প্ৰথম যোগদান কৰোঁ তাৰ পাছত একাদিক্ৰমে ১৯ বছৰ মই অসমতে থাকিলো।

**বৰগোহাঞি :** কিমান চন মানলৈকে হ'ব?

**শ্ৰীবাস্তৱ ঃ** মই ১৯৮৯-৯০ চনতহে গৈছো। মোৰ অলপ ব্যক্তিগত অসুবিধাও আছিলে। আৰু তাহানিৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াই অলপ মৰমো কৰিলে। তেখেতে মোক এটা সুযোগ দিলে এইবুলি যে যদি আপুনি বিচাৰে তেতিয়া হ'লে গভমেণ্ট অব্ ইণ্ডিয়াৰ অধীনত এটা চাকৰি কৰি আহিব পাৰে। অনুভৱৰ কাৰণে, শিকিবৰ কাৰণে, যাতে অপেনিংটো পাওঁ। চাকৰি জীৱনত মাজত এবাৰ ঘৰুৱা আৰু পৰিয়ালৰ মানুহখিনিৰ মাজত, মা-দেউতা বুঢ়া হৈছে, এবাৰ থাকি আহিব পৰা যায়। সেই বুলিয়েই মোক এটা সুযোগ দিলে। এইটো নহয় যে মোক বাধ্য কৰোৱা হৈছিল। মোৰ ক্ষেত্ৰত তেনেকুৱা পৰিস্থিতি জীৱনত হোৱা নাই। মই যেতিয়া গৈছো তেতিয়া তাৰ এটা কাৰণ আছে। সেইকাৰণে মই মেন লাইন পুলিচৰ কোনো বিভাগত নগৈ ডেপুটেছনত গৈছিলো পাব্লিক চেক্টৰত। মোক মিনিষ্ট্ৰি অব্ পেট্ৰ'লিয়ামৰ ডেপুটেছনত দিছিলে। তাৰ পৰাও মোক অ' এন জি চিত দিলে। মোক দিছিলে জেনেৰেল মেনেজাৰ ভিজিলেন্স এণ্ড ছিকিউৰিটিত। তাতেই মোৰ পদোন্নতিও হ'ল। সেই কাৰণে এটা বছৰ অতিৰিক্ত হিচাপে থাকিব লগা হ'ল। মই কৈছোৱেই পাঁচবছৰীয়া সময়। অ' এন জি চিয়ে এৰা নাই। ৰাজ্য চৰকাৰে বিচাৰে শেষত গৈ ভাৰত চৰকাৰে হস্তক্ষেপ কৰিলে। তাৰ পাছত মোক তাৰ পৰা আহিবলৈ দিলে। মই তাত চাৰে ছয় বছৰ থাকিলো। তাৰ পাছত দুহেজাৰ চনত গ'লো তিনিবছৰৰ কাৰণে। মই গ'লো চি আৰ পিত। তাত মই আই জি অপাৰেছন আছিলো, শ্ৰীনগৰত। তাত মই অপাৰেছন ডিউটিত আছিলো। তাৰ পৰাই মোক মাতি কোৱা হ'ল যে এতিয়া ত্ৰিপুৰাত দৰকাৰ হৈছে। তেতিয়া মই Due হৈ আছিলো প্ৰমোছনৰ কাৰণে। আমাৰ ৰাজ্যতো ১৯৭১-ৰ বিষয়াখিনিক প্ৰমোচন দিয়াৰ কথা আছিল। ভাৰত চৰকাৰে মোক নিৰ্বাচিত কৰি ত্ৰিপুৰাত দিলে আৰু ত্ৰিপুৰা চৰকাৰেও মোক গ্ৰহণ কৰিলে। Whatever reason, তেতিয়া ২০০৩-ত ত্ৰিপুৰাত গৈ যোগদান কৰিলো আৰু চাৰে তিনিবছৰ তাত থাকিলো।

**বৰগোহাঞি ঃ** দুহেজাৰ ছয় চনৰ শেহলৈকে থাকিলে?

**শ্ৰীবাস্তৱ ঃ** হয়। প্ৰকৃততে অসমলৈ পুনৰ উভতি আহিছো শেহৰ ফালে। ২০০৭ চনৰ মাৰ্চ মাহত যোগদান কৰিছো।

**বৰগোহাঞি ঃ** এতিয়া আমি খন্তেক বাণিজ্যিক বিৰতি লৈছো।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ শেষত আমি আকৌ কথা বাৰ্তালৈ ঘূৰি আহিছো। ১৯৭৪ চনৰ পৰা ১৯৮৯-৯০ চনলৈ সুদীৰ্ঘ ১৯ বছৰ আপুনি ইয়াত আছে। তাৰ

পাছতো আপুনি দ্বিতীয় বাৰ, এই যে চাৰে পাঁচ বছৰ বাহিৰত থাকিলে। ত্ৰিপুৰাত থাকিলে চাৰে তিনি বছৰ। ২০০৬-০৭ চনৰ পৰা যোৱা দুবছৰ আপুনি ইয়াতে আছে। মই এই কথাখিনি জানিবলগীয়া হ'ল এই কাৰণে যে, মোৰ ধাৰণা অসমত যোৱা প্ৰায় ১৯৭৫ চনত, আপুনি অহাৰ পাছতেই জৰুৰী অৱস্থা হ'ল। তাৰ কিছুদিন পাছতেই প্ৰথমবাৰৰ বাবে অসমত অকংগ্ৰেছী চৰকাৰ হ'ল আৰু তাৰপাছত ১৯৭৯ চনৰ পৰা অসমত ছবছৰ ধৰি আন্দোলন হ'ল। একে সময়তে আলফাৰ উত্থান হ'ল আৰু অগপৰ শাসনৰ শেষৰফালে আলফাই তাণ্ডৱ মূৰ্তি ধাৰণ কৰিলে। ৰাইন' অপাৰেছন হ'ল আৰু তাৰ সমান্তৰালভাৱে অসমত বড়ো বিদ্ৰোহ হ'ল। মই এইটোৱেই ক'ব বিচাৰিছো যে আপোনাৰ সমস্ত কাৰ্যকাল জুৰি অসমৰ ইতিহাসত এনেকুৱা যুগান্তকাৰী ঘটনাই খলকনি লগাই ৰাখিছিলে যে আড্ৰে মালৰুৰ ভাষাত You are a witness to history. কিন্তু they can not be witness to history'. Witness to history হ'বলৈ অলপ বেলেগ ধৰণৰ ব্ৰেইন লাগিব। একাডেমিক বেকগ্ৰাউণ্ড লাগিব, দৃষ্টিভংগী লাগিব। মই এতিয়া আপোনাক এইটো ক'ব খুজিছো যে আপুনি ১৯, বছৰ ধৰি ১৯৭৪ চনৰ পৰা ১৯৯০ চনলৈ অসমত যিবোৰ নাটকীয় ঘটনা দেখিলে, পৰিবৰ্তন দেখিলে, সেইবোৰৰ মূলতে কোনবোৰ সামাজিক শক্তি, কোনবোৰ ৰাজনৈতিক শক্তিয়ে কাম কৰা বুলি আপুনি ভাবে?

**শ্ৰীবাস্তৱ ঃ** মুঠতে এইটো দেখা যায় যে এক ৰাজনৈতিক শক্তি লাভ কৰাৰ কাৰণে বহুতেই সদায় ৰাজি হৈ থাকে, আগবাঢ়ি আহিবৰ বাবে যদি কোনোৱে উৎসাহ নিদিয়ে, Core group.... কিন্তু যদি গ্ৰহণযোগ্যভাৱে দেখা যায় আৰু contempory history হিচাপে যদি ইয়াক অধ্যয়ন কৰিবলৈ লোৱা হয় বা ৰেকৰ্ড কৰিব বিচাৰে, যদি কাৰণ বিচাৰি যাওঁ, আমাৰ আভ্যন্তৰীণ শক্তি যে সক্ৰিয় আছিল সেইটো নহয়। ঘাইকৈ ভাৰতীয় উপমহাদেশৰ কথাটো যদি আমি লওঁ, দেশৰ কথাটো যদি লওঁ, আপুনি দেখা পাব যে নেছনেল ব'ৰ্ডাৰ যেতিয়া শান্ত হৈ থাকে, আমাৰ ইষ্টাৰ্ণ ছাইডত বা নৰ্থ ইষ্টাৰ্ণত সদায় কিবা এটা ঘটি থাকিব....

**বৰগোহাঞিঃ** অশান্তি চলি থাকিব...

**শ্ৰীবাস্তৱ ঃ** অশান্তি হ'ব। এখন ৰাজ্য হওক, দুখন ৰাজ্যই হওক। আৰম্ভণিতে নাগালেণ্ড আৰু মিজোৰামত অশান্তি আছিলে। বাকী ৰাজ্যবোৰ শান্তিপূৰ্ণভাৱে চলি আছিলে। তেতিয়া বাহিৰা শক্তিয়ে ভাবিলে এই অঞ্চলটোত কেনেদৰে তেনেকুৱা একোটা পৰিস্থিতিৰ সৃষ্টি কৰিব পৰা যায়, তেতিয়া কেইজনমান স্থানীয় rebel leader চিনাক্ত কৰিলে। মই যদি আপোনাক ক'বলৈ যাওঁ, শুনি আপুনি আচৰিত

হ'ব— মোৰ এটা Study আৰু তাত মই যিটো কৈছিলো, বহুখিনি আমেৰিকান ইউনিভাৰছিটি আৰু অষ্ট্ৰেলিয়ান ইউনিভাৰছিটি আছে, কিছুমান ফেল'শ্বিপ আগবঢ়ায় ঘাইকৈ সমাজতাত্ত্বিক বা সাংস্কৃতিক অধ্যয়নৰ বাবে, আনকি মোৰো বিষয় আছিল 'ভাৰত বুৰঞ্জী-সাংস্কৃতিক অধ্যয়ন আৰু প্ৰত্নতত্ত্ব'। I am archaeologist by training.

মইও তেনে এটা নিৰ্বাচন বাদ দি অসমলৈ আহিলো। আই পি এছত যোগ দিলো। তেতিয়াৰ পৰা আমি এটা কথা জানো যে যিখিনি মানুহ তালৈ গৈছে very Curiously তেওঁলোকক ব্যৱহাৰ কৰি অহা হৈছে। তেওঁলোকক যিবোৰ বিষয় দিয়া হয় সেইবোৰ হ'ল গোষ্ঠীগত পৰিচয়, সংস্কৃতি আদি। এইবিলাক অধ্যয়ন কৰি যেতিয়া থেছিছটো জমা দিয়া হয় তেতিয়া, আমি জনামতে, এইক্ষেত্ৰত চি. আই এৰ এটা Asia desk maintain কৰে। Asia desk-ৰ ভিতৰত দুটা গুৰুত্বপূৰ্ণ বিষয় আছিল ইণ্ডিয়া আৰু চাইনা। ইণ্ডিয়া আৰু চাইনা দুটা গুৰুত্বপূৰ্ণ চেট। যিমানখিনি ৰিচাৰ্চ পেপাৰ থেছিচটোত দিয়া হৈছে, এইখিনি থেছিচৰ এক কপি অংতিয়াকৈ চি আই এৰ desk-ত গৈ পায়। এতিয়াও যদি access-টো থাকে, কেইজনমান মানুহৰ যি লেখা আছে, দেখিব most of the things তাৰ পৰাই ওলায়। এইবিলাক আমাৰ local scholar. তেওঁলোকে তাৰপৰা স্কলাৰশ্বিপৰ পইচা পায় আৰু ইয়ালৈ আহি চাই যায়। তাৰ পাছত যি গ্ৰন্থ বা থেছিচ সাজু কৰিছে। সেইখিনি তাত বহা agent-ৰ কেনেকৈ brief কৰা হ'ব। যাক ইয়াৰ দায়িত্ব দিয়া হৈছে। কাৰণ আমাৰ সদায় এটা আন্তঃৰাষ্ট্ৰীয় ভাৱমূৰ্তি থকা বাবে, আমি neutral হৈ থকা বাবে, আমাক কোনেও তেনেদৰে গ্ৰহণ কৰা নাই। দুয়োটা গোটেই সদায় চেষ্টা কৰি আছে— হয় আমি এইফালে থাকোঁ, নহয় সিফালে থাকোঁ। আপুনি চাব যেতিয়া defence part হৈ গ'ল আমাৰ অৱস্থা কাহিল হ'ল, কিয়নো আমি pro-russian। Treat as a pro-russian, কিন্তু আমি maintain কৰিলো যে আমি নিৰপেক্ষ। তাৰ পাছত আমাৰ সম্পৰ্ক হ'ল আমেৰিকাৰ ফালে। এইদৰে যিখিনি খেলা চলি থাকিল।...

যিকোনো কাৰণতে বাংলাদেশৰ সৃষ্টি ক্ষেত্ৰত আমি সক্ৰিয় ভূমিকা গ্ৰহণ কৰিলো। ইয়াৰ পাছত এইবুলি ভাবিলো যে আমি এখন বাফাৰ ষ্টেট সৃষ্টি কৰিলো। আমাৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰত সহায়ক হ'ব। কিন্তু এইটো ওলোটা হৈ গৈছে। বৰ্তমান বাংলাদেশ পাকিস্তানতকৈও বিপদজনক। বিশেষকৈ উত্তৰ-পূৰ্বাঞ্চলৰ বাবে। এনেকুৱা এটা পৰিস্থিতিত যদি চি আই এ আৰু আই এছ আইৰ যিটো মিলিত শক্তি,

লগতে আন যিটো শক্তি হ'ব পাৰে— আৰ্থিক স্বাৰ্থত, ভৌগোলিক স্বাৰ্থত, ভূ-খণ্ডৰ স্বাৰ্থত— এই দুয়ো শক্তিয়ে আমাক আমনি কৰি থাকিব পাৰে।

**বৰগোহাঞি ঃ** আপুনি এইটো ক'ব খোজে নেকি যে, আপোনাৰ কথাৰপৰা মোৰ যিটো ধাৰণা হৈছে যে অসমত যিটো বিচ্ছিন্নতাবাদী বিদ্ৰোহ হ'ল, এইটো এটা স্বতঃস্ফুট জাগৰণ নহয় যে বাহিৰা শক্তিয়ে এই বস্তুটোক কৃত্ৰিমভাৱেও তৈয়াৰ কৰিছে, এনেকুৱা ধাৰণা ল'ব পাৰি নেকি?

**শ্ৰীবাস্তৱ ঃ** মই অসমলৈ অহাই নাই। নৰ্থ-ইষ্টৰ কথা কৈছোঁ, অসমলৈ পৰিস্থিতিটো পিছত আহিব। আমাৰ ৰাজ্যখন যদি আৰম্ভণিৰ পৰা চায় আমাৰ সমস্যা ইমান নাছিলে। আমাৰ পৰা মাত্ৰ কেইখনমান সৰু সৰু ৰাজ্যহে সৃষ্টি হৈছে। তাৰমানে আমি এখন ডাঙৰ ৰাজ্য হিচাপে আছিলো আৰু যিহেতু নিয়ন্ত্ৰণটো এলিট গ্ৰুপ— যিটো আছিলে তেওঁলোকে দেশৰ লগত জড়িত হৈহে কাম কৰিবলৈ লৈছিল, আমাৰ নেতাসকলৰ কাৰোৰেই মনত অলপো বিচ্ছিন্নতাৰ ভাব নাছিল। ইয়াততো একেই আৰু কৃষ্ণ মাধৱ গোৱিন্দ বৃন্দাৱনৰ পৰা আহি চলি আছে। Cultural affinity ইমান বেছি আছিলে আৰু binding যে কোনেও ভাবিবই নোৱাৰে। আগৰ কথা ক'লো, কিন্তু...

**বৰগোহাঞি ঃ** শংকৰদেৱেতো লিখিছিলে— ধন্য ধন্য কলি কাল, ধন্য নৰ তনু ভাল, ধন্য ধন্য ভাৰত বৰিষ— সেই যুগতেই, ছশ বছৰৰ আগতে তেওঁ অসমৰ কথা কোৱা নাছিলে, ভাৰতবৰ্ষৰ কথাহে কৈছিল।

**শ্ৰীবাস্তৱ ঃ** ভাৰতবৰ্ষৰ কথাহে কৈছিল। আৰু সেইটো সদায় মই maintain কৰোঁ যে কৃষ্ণ মাধৱৰ অনুগামী একেলগে থাকিলে দুই ভাগ হোৱাৰ কোনো কথাই নাই। বিচ্ছিন্নতাৰ কোনো কথা আহিবই নোৱাৰে। কিন্তু আহিল ক'ৰ পৰা? যদি ক'বলৈ যোৱা যায় তেতিয়া কোনোৱে, ধৰ্মৰ মানুহে বেয়া পাব পাৰে। কিন্তু নৰ্থ ইষ্টৰ ইতিহাস চালে দেখিব য'তেই ধৰ্ম পৰিৱৰ্তনৰ কথাটো বেছি হয় বা particular য'ত এটা ধৰ্ম অনুগামী হ'ব, তাতে এটা identity-ৰ প্ৰশ্নৰ উদ্ভৱ হয়। ইমানদিন তাতেই আছে, একেলগেই, হঠাৎ মই এজন বেলেগ— এই ভাবটো আনিবলৈ কোনোবা এটা শক্তি... এইখিনি কাৰ মাধ্যমেৰে আহিলে সেইটো আপুনি বুজিলে। আপুনি বিজ্ঞ মানুহ, মোতকৈ ভালকৈ জানে, সংকট নিশ্চয়...

**বৰগোহাঞি ঃ** নাই নাই অকল মইয়েই নহয়, যিসকল আমাৰ বুদ্ধিমান শ্ৰোতা...

**শ্ৰীবাস্তৱ ঃ** সংকেত আপুনি বুজিব। তাৰ পৰা আপুনি দেখিব যে আমাৰ এখন

ডাঙৰ ৰাজ্য আছিলে। বেলেগ বেলেগ কৰি এখন এখন ৰাজ্য হৈ গ'ল। অৰুণাচল হৈ গ'ল, মেঘালয় হ'ল, ইফালে মিজোৰামো হ'ল। আকাৰো সৰু হৈ পৰিল।

**বৰগোহাঞিঃ** আমি এটা বাণিজ্যিক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞিঃ** বিৰতি শেষত আমি আকৌ আমাৰ কথা-বাৰ্তালৈ ঘূৰি আহিছো। অসমখন যে পৰিকল্পিতভাৱে ক্ষুদ্ৰ কৰি নি থকা হ'ল তাৰ মূলতো কাৰবাৰ পৰিকল্পিত ৰাজনৈতিক ষড়যন্ত্ৰও থাকিব পাৰে নেকি?

**শ্ৰীবাস্তৱঃ** সেইটো হ'বই লাগিব।

**বৰগোহাঞিঃ** হ'বই লাগিব।

**শ্ৰীবাস্তৱঃ** হ'বই লাগিব। কাৰণ এই দেশখনত স্বাধীনতাৰ সময়ত সকলো Princely states মিলাই পেলাই, যিমান ৰজা আছে সকলো মিলাই পেলাই এখন ডাঙৰ দেশৰ কল্পনা কৰিলো। কৰি কেইখনমান ৰাজ্য আমি পাতিলে, তাকে লৈ চলিবলৈ লৈছিলো, তাত ভাঙোনৰ যি চেষ্টা চলিছে সেইটো কোনে কৰিছে? আমাক সৰু কৰিবৰ বাবে যাৰ interest আছে তেওঁলোকেহে কৰিব। কাৰণ গোটেই অসম এক হৈ থাকিলে leadership-ক influence কৰি— আজি যিটো পৰিস্থিতি আহি পৰিছে সমগ্ৰ নৰ্থ-ইষ্টত, সেইটো কৰিব নোৱাৰিলেহেঁতেন। শ্ৰদ্ধেয় বিমলা চলিহা বা তেনেকুৱা যিখিনি leader আছিলে, গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ নিচিনা মানুহৰ যিটো ব্যক্তিত্ব, তেওঁলোকে এইখিনি কথা কেতিয়াও permit নকৰিলেহেঁতেন। তেওঁলোক থকা হ'লে মানুহে এইটো প্ৰেৰণাই নাপালেহেঁতেন।

**বৰগোহাঞিঃ** মই মাজতে আৰু এটা কথা কওঁ। আপুনি খুউব এটা গুৰুত্বপূৰ্ণ কথা কৈছিলে। আমিতো কিছু খবৰ পাইছিলো আমেৰিকান বিশ্ববিদ্যালয় বিলাকত, এই আপুনি যিটো ঘটনা কৈ গ'ল, আপোনাৰ মনত আছেনে যে অসম আন্দোলনৰ সময়ত অমিয় কুমাৰ দাস নামৰ, দেশনায়ক অমিয় কুমাৰ দাস নহয়, তেওঁ আমেৰিকাৰ এখন বিশ্ববিদ্যালয়ত অধ্যয়ন-অধ্যাপনা কৰি আছিলে। আৰু অসম আন্দোলনৰ যিমান বিলাক theoritical ৰচদ-পাতি তেওঁ যোগান ধৰি আছিলে। তেওঁ কিতাপ-পত্ৰ লেখিছিলে। আপোনালোকে সেই নামটো নিশ্চয় শুনিছিল বা জানিছিল।

**শ্ৰীবাস্তৱঃ** হয়, এইটো আছে।

**বৰগোহাঞিঃ** আৰু তেনেকুৱা অসমীয়া পণ্ডিত, মই নামটো নোসোধোঁ,

তেনেকুৱা অন্যান্য অসমীয়া পণ্ডিত আপুনি যিটো ক'লে যে আমেৰিকান বিশ্ববিদ্যালয়ক কেন্দ্ৰ কৰি Asia desk নিৰ্মাণ কৰি এটা বৌদ্ধিক ষড়যন্ত্ৰ চলিছিল, সেইটোত অমিয় কুমাৰ দাসৰ নামটো মই ভালকৈ জানো, কাৰণ মই তেওঁৰ বিষয়ে কিছু লেখিবও লগা হৈছিল। আপুনি আৰু নাম নক'লেও অসমীয়া তেনেকুৱা পণ্ডিত, scholar জড়িত আছে বুলি সন্দেহ কৰে নেকি?

**শ্ৰীবাস্তৱ ঃ** আছে, মই নাম নোকোৱাই উচিত। তাৰ ভিতৰত দুই এজন মানুহ আছে, বাচিও আছে।

**বৰগোহাঞি ঃ** এইটো জানিলেই হ'ব যে, অমিয় কুমাৰ দাসেই নহয় আৰু অন্যান্য কেইবাজনো অসমীয়া পণ্ডিত...... তেওঁলোক এতিয়া অসমতেই আছেনে বাহিৰত আছে? সেইটো জনা খুউব দৰকাৰ। যদি তেওঁলোক এতিয়াও আছে, তেতিয়া তেওঁলোকেতো...।

**শ্ৰীবাস্তৱ ঃ** মই আপোনাক এটা কথা কওঁ, কাৰণ যিটো উঠিছিলে, যিটো আমি সকলোৱে অনুভৱ কৰিছিলো যে ইমিগ্ৰেছনটো বৰ বেছিকৈ হৈ আছে, for whatever, পলিটিকেলেই হওক বা ইয়াত মাটি আছে, ভাত খাবলৈ পাব, সেই কাৰণে চুবুৰীয়া দেশৰ পৰা মানুহ আহিছে। তাৰ পাছত '৭১ যুদ্ধৰ সময়ত মানুহ আহি চাই গ'লহি যে শৰণাৰ্থী শিবিৰ হ'লেও তাত আমি যেনেদৰে ভাত খাবলৈ দিছো, ৰাখিছো আৰু মেডিকেল চেক-আপ কৰা হৈছে, যিখিনি মানুহ আহিল সিহঁতে ভাবিলে যে আমাৰ ফালে যোৱাতকৈ ইয়াত থাকি যাব পাৰিলে আমি এটা ভাল পৰিস্থিতিত থাকিব পাৰিম আৰু গ্ৰ' কৰিব পাৰিম। আৰু অলপমান linguistic and anthropologial stock-টো থকা বাবে cover-টো পালে। কিন্তু সেই পৰিস্থিতিত যেতিয়া আমি যিখিনি থলুৱা মানুহ, খিলঞ্জীয়া মানুহ, আমাৰ যেতিয়া basic interest খিনি এফেক্ট হ'বলৈ আৰম্ভ কৰিলে তেতিয়াহে আমি অলপ সচেতন হ'বলৈ লৈছো। তাৰ আগলৈকেতো আমি সহ্য কৰি গৈছো, গ্ৰহণ কৰিয়েই লৈছো। সদায়, ঠিক আছে দুখীয়া মানুহ আহিছে দুদিন আছে, আমাৰ কি হৈছে? খাবলৈ দিছো, আমিহে ইচ্ছা কৰি দিছো, আমাৰ নিজৰ ঘৰতে কাম কৰিবলৈ দিছো। তেতিয়ালৈকে আমি ভবা নাই যে সিহঁতবিলাক আমাৰ কাৰণে ইমান এটা ডাঙৰ চেলেঞ্জ হ'ব। কিন্তু এইটো organised way-ত আৰম্ভ হ'ল late কৰি। দুই নম্বৰ, আপোনাৰ মনত থাকিব, চাৰ আমি এইটো discussionও কৰিছো, এতিয়া 56 point চাৰ্টাৰ of demand টো আছিলে, আপোনাৰ মনত আছে তাৰ 52 points we were copied from the books?

**বৰগোহাঞি ঃ** yes yes মইতো লিখিছোৱেই।

**শ্ৰীবাস্তৱ ঃ** এই কিতাপৰ কাৰণে বস্তু যোগাৰ কৰা— এই মানুহজন, যিটো generalise কৰি কোৱা হৈছে তাততো বহুখিনি কথা আমাৰ local, north-east ত reflect হৈ আছে, সেইটোতো খালি আমাৰ নহয়, আমাৰ ধৰক নগালেণ্ডত কাম কৰা তেখেতৰ contribution negative, আপুনি জানে, সেইদৰে আৰু নাম আছে, যিজন father আছিল।

**বৰগোহাঞি ঃ** মানে জৱহৰলাল নেহেৰুৱে যি কেইটা ভুল কৰি গ'ল... বাৰু মই আপোনাৰ লগত এনেকুৱা programme আকৌ কৰিম। আজি আমি শেষ কৰিব নোৱাৰিলো। অহাবাৰ আকৌ লগ পাম। ধন্যবাদ।

**শ্ৰীবাস্তৱ ঃ** ধন্যবাদ।

*(৩১ অক্টোবৰ, ২০০৮-ত প্ৰচাৰিত)*

# জি. এম. শ্ৰীবাস্তৱৰ সৈতে হোমেন বৰগোহাঞি



*"আলফাৰ ভিতৰতো মোৰ এটা কনট্ৰেক্ট আছে। ক'বলৈ গ'লে মই আজি আপোনাৰ আগত এইটো স্বীকাৰ কৰিব পাৰোঁ যে প্ৰায় চাৰি বছৰ almost weekly basis-ত মই পৰেশ বৰুৱাৰ লগতো মোৰ কথা হৈ আছিল আৰু প্ৰত্যেক বাৰেই ৩০-৪০ মিনিট, এঘণ্টা পৰ্যন্ত কথা হৈছে। তেখেতে মোৰ ল'ৰা-ছোৱালীৰ কথা জানে। মই জানো। এতিয়া মই ভাবো যে তেওঁৰ ডাঙৰ ল'ৰা এতিয়া ওঠৰ-ঊনৈশ বছৰ হ'ল।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ আৰু স্বাগতম। বহুতো উচ্চ পদস্থ পুলিচ বিষয়া, সামৰিক বিষয়া আদিয়ে, অৱসৰৰ পাছত memoirs লিখে, স্মৃতিকথা লিখে। মই ভাবোঁ যে আপোনাৰ নিচিনা পণ্ডিত বিষয়াই লিখিলে নিজৰ কিবা লাভ হওক নহওক, দেশৰ বহুত লাভ হ'ব। উত্তৰ-পূৰ্বাঞ্চলৰ আটাইতকৈ যুগান্তকাৰী পৰিৱৰ্তনৰ সময়খিনিত আপুনি পুলিচ বিষয়া হৈ আছিলে। কোনকেইটা ঘটনাই অকল অসম বা উত্তৰ-পূৰ্বাঞ্চলেই নহয় সমগ্ৰ দেশৰে ৰাজনীতিৰ দিশ সলনি কৰি দিব পৰা পৰিৱৰ্তন আনিছে বা এই ঘটনাবোৰ নিয়ন্ত্ৰণ কৰোঁতে বা পৰিচালনা কৰোঁতে শাসকসকলৰ, নেতাসকলৰ ক'ত ভুল হৈছে, পুলিচৰ কি ভুল হৈছে, ব্যুৰক্ৰেচীৰ কি ভুল হৈছে সেই বিষয়েতো নিশ্চয় আপুনি কিছু আলোকপাত কৰিব। আপোনাক মই প্ৰথম বোধহয় লগ পাইছিলো ৮৩ চনত।

**জি. এম. শ্ৰীবাস্তৱ ঃ** আমি ৮১-ত।

**বৰগোহাঞি ঃ** মোৰ মনত আছে, সেই সময়ত মই অসমীয়া সমাজত সম্পূৰ্ণ এঘৰীয়া হৈ আছিলো। গতিকে আমি ৰাতি ৰাতি— সেই সময়ত কামৰূপৰ কমিছনাৰ আছিল শৈলেন্দ্ৰ কুমাৰ অগ্নিহোত্ৰী, মোৰ বন্ধু আছিল ত্ৰিপাঠী, হোম কমিছনাৰ, আপুনি কামৰূপৰ এছ পি, আমি প্ৰায় অগ্নিহোত্ৰীৰ ঘৰত ৰাতিৰ আহাৰ খাইছিলো আৰু আমি দেশৰ পৰিস্থিতি— সকলোৰে অসমৰ পৰিস্থিতি আলোচনা কৰিছিলো। গতিকে আপুনিও সেই আলোচনাৰ সমান অংশীদাৰ আছিলে। গতিকে মই আন বহু মানুহতকৈ আপোনাক অলপ বেছিকৈ জানো বুলি দাবী কৰিব পাৰো গতিকে এতিয়া অসম আন্দোলনৰ যিটো মূল্যায়ন (postmortem) সেইটো আপুনি

কিভাৱে কৰিব? আপোনাক এইটোৰ মাজতে কৈ লওঁ, যেতিয়া ১৯৮৪ চনত ৰাজীৱ গান্ধী ভাৰতীয় কংগ্ৰেছৰ সাধাৰণ সম্পাদক আছিলে, তেতিয়া হিতেশ্বৰ শইকীয়াৰ অনুৰোধত ৰাজীৱ গান্ধীৰ লগত বেছিকৈ কথা পাতিবলৈ বাধ্য হৈছিলো। মই ৰাজীৱ গান্ধীক সোধা প্ৰথম প্ৰশ্নটো আছিল যে আপুনি অসম চুক্তি কৰি খুউব ডাঙৰ ৰাজনৈতিক ভুল কৰা বুলি নাভাৱেনে? তেতিয়া তেওঁ ৰৈ গ'ল। 'মই ভুল কৰিলো নেকি? কিয়, কিয় কওঁকচোন।' তেতিয়া মই মোৰ কথাখিনি ক'লো যে আপুনি এইটো ভুল নকৰা হ'লে অসমৰ ইতিহাসতো সম্পূৰ্ণ সলনি হৈ গ'লহেঁতেন... আপুনি ধৰি লওক ভৱিষ্যতৰ আপোনাৰ যিখন memoir তাত অসম আন্দোলনৰ বিষয়ে খুউব খোলাখুলিকৈ কিখিনি কথা লিখিব? আৰু লগতে আন্দোলনৰ নেতাসকলৰ, ৰাজনৈতিক নেতাসকলৰো যিটো ব্যক্তিত্ব আপুনি মূল্যায়ন কৰি গৈছে সেই বিষয়েও কিছু আভাস...

**শ্ৰীবাস্তৱ ঃ** মই এতিয়া memoir লেখাৰ বাবে চিন্তা কৰা নাই, কিন্তু Pressure টো আছে, সেইটো আপুনি ঠিকেই কৈছে...

**বৰগোহাঞি ঃ** মইতো খুউব জোৰকৈ দাবী কৰো যে আপুনি লেখা উচিত।

**শ্ৰীবাস্তৱ ঃ** মোৰ কলেজীয়া জীৱন, বিশ্ববিদ্যালয়ত বা পিছতো মই লিখা-পঢ়াৰ লগত জড়িত আছিলো। আমাৰ যিটো progressive writers group আছে...

**বৰগোহাঞি ঃ** মই সেইটো জানো বাবেই কৈছো।

**শ্ৰীবাস্তৱ ঃ** তেখেতসকলেও কৈছে। কিন্তু মই ক'লো যে চাকৰি জীৱন থাকোঁতে এটা বন্ধন আছে, সেইটো মানি চলিব লাগে। মই স্বইচ্ছাই চাকৰিলৈ আহিছোঁ। মোক কোনেও টানি অনা নাই।

অসম আন্দোলনৰ পৰাই যি এটা পৰিস্থিতি জন্ম ল'লে, আৰু সম্পূৰ্ণ ভাৰতবৰ্ষৰ ওপৰত ইয়াৰ impact পৰিল। পিছত গৈ ইমিগ্ৰেছনৰ যি ভয়াবহ পৰিস্থিতি এটা আহি পৰিল, যিটো হয়তো সেই সময়ত প্ৰেডিক্ট কৰোঁতে ভুল হ'ল বা কিবা হ'ল ক'ব নোৱাৰো, কিন্তু তেতিয়া realise কৰা নাই, তাক এটা আইন-শৃংখলাৰ সমস্যা হিচাপে চম্ভালি ল'বলৈ গ'ল। বস্তুটো অলপ ভুল হ'ল। তাত সোমাব লাগিছিল।

দুই নম্বৰতে, বড়োসকল, আন্দোলনৰ সময়ত একেলগে থকাৰ পাছত কেনেকৈ বড়ো সম্প্ৰদায়ে, বেলেগ হৈ কথা পাতিবলৈ ললে আৰু বেলেগ দাবী আহিল— এইখিনি আহিল। তিনি নম্বৰত উলফাক লৈ আৰু অপাৰেছনেল ষ্ট্ৰেটেজী, সফলতা, কত ভুল হৈ গ'ল... মাজে মাজে আমি Almost গৈ পাইছিলো

যে সমাধান এটা পাম। তেনেকুৱা পৰিস্থিতি আহিছে, এইখিনি বাহিৰলৈ ওলাই যোৱা নাই, কিন্তু আপুনি যিহেতু বহুতখিনি বস্তু জানে, preview হৈ আছে, আপুনি নিজেও চেষ্টা কৰি আছে, কৈ আছে।

সেই কাৰণে আজি এই মুহূৰ্তত যিটো পৰা যায়, পাব্লিকৰ লগত কোনো বস্তু লুকাবলৈ নাই। I donot believe it.

**বৰগোহাঞিঃ** পাব্লিকক সদায় confidence-ত ল'ব লাগে।

**শ্ৰীবাস্তৱঃ** মই সদায়, আজিলৈকে মই কোনো কাম লুকাই কৰা নাই। মই আৰম্ভণিতে আপোনালোকৰ লগত কথা পাতি থাকোঁতে ক'লো যে ইচ্ছাটো এটা বৰ genuine ইচ্ছা আছিলে কিন্তু জেনেৰেট কৰাৰ শক্তি যিবোৰ আছিলে, motivate কৰা শক্তি যিখিনি আছিল, ইয়াক utilise কৰি এটা প্ৰতিষ্ঠিত ৰাজনৈতিক দলক অস্থিৰ কৰিবৰ কাৰণে... So motivation টো বেলেগ আহি গ'ল। পাব্লিকৰ cause-টো গৈ পেলাই Political cause লৈ ৰূপান্তৰিত হোৱা বাবে, বস্তুটো বেলেগ হ'ল। তাৰ পাছত আন্দোলন কৰা মানুহখিনি সকলো এক হৈ উঠিছিলে। গোটেই অসমত, আপোনাৰ নিচিনা, আঙুলিৰ মূৰত লিখিব পৰা মানুহ আছিলে যে intellectual ক্ষেত্ৰত rational thinking টো আছিল যে এইটো এটা মানুহৰ জোৱাৰ উঠিছে, উদ্বেগ উঠিছে, বেছি দিন নাথাকে, realise কৰিব আৰু আজি আমি যিটো কৈছো এক বছৰৰ পাছত হয়তো সকলোৱে দহ বছৰৰ পিছত ক'ব। সকলোৱে realise কৰিলে যে নাই এনেকৈ যাব নালাগিছিল। বহিৰাগত বুলি ক'লে বিদেশীৰ কথা হ'ব লাগিছিল। বিদেশী অসমীয়াত, যোৱা ত্ৰিশ বছৰত মই যিমানটো শিকিবলৈ পাইছো, মই জানো বিদেশী শব্দ Synonijm হিচাপে বাহিৰাগত নহয়।

**বৰগোহাঞিঃ** নহয়, outsider আৰু ফৰেনাৰ দুটা বেলেগ বস্তু।

**শ্ৰীবাস্তৱঃ** ইংৰাজীত নক'লেও, অসমীয়াতে যিটো সৰু সৰু ল'ৰা-ছোৱালীক বুনিয়াদী পাঠ পঢ়াওঁ, মোৰ ছোৱালী পঢ়িছে ইয়াতে, মই জানো এইখিনি শব্দ— তাতো এইটো নাই। কিন্তু আপোনাৰ মনত আছে, আমি বহি থাকোঁতে আমি চাই আছো, এইখিনি যদি এই পইণ্টত থাকি গ'ল হয় আমাৰ, বিদেশী— তেতিয়াহ'লে history বেলেগ হ'ল হয়। আৰু এই আন্দোলনৰ পৰিণতিও বেলেগ হ'ল হয়। কিন্তু যেতিয়াই ইয়াত এটা element– বহিৰাগতৰ কথাটো আহিলে, বহিৰাগতৰ definition-টো কোনেও নকৰি পেলাই ইয়াতে আহি এশ বছৰ ধৰি থকা মানুহখিনিও যেতিয়া বহিৰাগতৰ শ্ৰেণীতে পৰিল, তাৰপাছত বেলেগ এটা nationalityৰ মানুহ, যিখিনি মানুহ ধৰ্মীয় হ'ব পাৰে, যিকোনো কাৰণত ইয়াত

দুশবছৰ ডেৰশ বছৰ ধৰি আছে, ঘৰৰ এটা পৰিয়ালৰ সদস্য হৈ আছে। এইখিনি মানুহ একে শ্ৰেণীতেই গ'ল। যিটো বিদেশীৰ বিৰুদ্ধে উঠিছিলে।

৯৫-৯৮ শতাংশ মানুহতো ৰাষ্ট্ৰলৈ ওলাই আহিছিল, আমি নিজে দেখিছো যে curfew শব্দটো কিতাপতে থাকিল, আইন বুকুতে থাকিল... ইমান পাব্লিক চাপোৰ্ট থকাৰ পাছতো, নেতৃত্বই যে সেইটো ৰাজনৈতিক উদ্দেশ্যৰে (ধাৰণাৰে) লৈ গৈ আছিলে। কেইবাজনো পিছত বেলেগ মানুহ আছিলে...

**বৰগোহাঞিঃ** এইখিনিতে আমি এটা বাণিজ্যিক বিৰতি লৈ লওঁ, বিৰতিৰ পিছত আমি এটা গুৰুত্বপূৰ্ণ প্ৰশ্নলৈ আহিম।

* * *

**বৰগোহাঞিঃ** বিৰতিৰ পিছত আমি আকৌ আমাৰ কথা বাৰ্তালৈ ঘূৰি আহিছো। এই যে বিৰাট গণ জাগৰণ হ'ল, এইটো ইচ্যু আছিল, That was very genuine issue, তথাপিতো এই শক্তিটোক, জাগৰণটোক যিভাবে, পৰিচালিত কৰি বেলেগ উদ্দেশ্যলৈ লৈ গ'ল সেইটো আন্দোলনৰ নেতাসকলে স্বেচ্ছাই কৰিলে নে বাহিৰৰ পৰা তেওঁলোকে নজনাকৈ বা তেওঁলোকক প্ৰৰোচিত কৰা হ'ল বা misguide কৰা হ'ল? যিটো উদ্দেশ্যে আন্দোলন কৰিছিলে, সেই উদ্দেশ্যটো ক'ৰবাত লাগি সম্পূৰ্ণ বেলেগ ফালে পৰিচালিত কৰি লৈ গ'ল। সেইটো বাহিৰা শক্তিয়ে কৰিলে নে এওঁলোকৰ মূৰ্খামিৰ কাৰণে হ'ল?

**শ্ৰীবাস্তৱঃ** বাহিৰৰ শক্তিও আছে আৰু আমাৰ মানুহো আছিল। আপুনি ক'বলৈ গ'লে, আপুনি চাব যে এই সময়ত আন্দোলনক guide কৰা দিশ নিৰ্দেশনা দিয়া মানুহ, যিখিনি ৰাষ্ট্ৰৰ মানুহ, ছাত্ৰ হিচাপে আহিছে তেওঁলোকৰ ওপৰতো দুজনমান মানুহ আছিলে। গুৰু শ্ৰেণীৰ মানুহ। তেখেতসকল জ্ঞানী মানুহ।

**বৰগোহাঞিঃ** তাৰ ভিতৰত আপোনালোকৰ চাকৰি কৰি থকা ছিনিয়ৰ ব্যুৰক্ৰেটো আছিল।

**শ্ৰীবাস্তৱঃ** হয়, সেই কথাই কৈছো। সেই পাঁচ-ছয়জন যদি ক'বলৈ যাওঁ, খুউব চমুৱাই ক'লে সাতজনৰ নাম এতিয়াও মনত পৰিব। কিন্তু নামটো কোৱাটো উচিত নহ'ব। কাৰণ দুই এজন নাই, কিন্তু বাকীখিনি মানুহ এতিয়াও আছে।

**বৰগোহাঞিঃ** আপুনিও জানে মইও জানো...

**শ্ৰীবাস্তৱঃ** তেওঁলোকে এতিয়াও বৰ শান্তিত বহি থকা নাই। যিমানটো পাৰে কিবা এটা... নাজানো কি interest আছে। কিন্তু তেখেতসকলে যে বিপথে লৈ গ'ল

গোটেই আন্দোলনটো। তেতিয়া কি হ'ল যে কিবা এটা লাভত আমাৰ গোটেই ৰাইজ একেলগ হৈ follow কৰিবলৈ গৈছিল যে আমাৰ মাটি, আমাৰ ল'ৰা-ছোৱালীৰ কাৰণে চাকৰি, ব্যৱসায় গোটেইখিনি protect কৰিব পৰা এটা পৰিস্থিতিৰ কাৰণে। কাৰণ আমি যদি outnumber হৈ যাওঁ, সংখ্যাটো যদি আমাতকৈ বেছি হৈ যায়, বিদেশৰ পৰা অহা মানুহ, তেতিয়া আমি আমাৰ ঘৰতেই আমি বাহিৰা হৈ যাম। বৰ genuine এটা কথা, বৰ...

**বৰগোহাঞি ঃ** বৰ genuine, বিৰোধিতা কৰোঁতেই মই কোনোদিন অস্বীকাৰ কৰা নাই যে...

**শ্ৰীবাস্তৱ ঃ** সকলোৰে মানে আমি লাঠি লৈ পুলিচ লৈ থিয় হৈছো। আমাৰ আগতে মানুহ থিয় হৈছে আন্দোলন কৰিবলৈ আহিছে তাৰ ভিতৰত আশী শতাংশ মানুহ চিনাজনা মানুহ। কাৰোবাৰ ঘৰত ভাত খাইছো, কাৰোবাৰ ল'ৰা-ছোৱালীক মৰম কৰিছো, স্কুললৈ লৈ গৈছো, এডমিশ্বন দিছো— এইখিনিহে মানুহ। অসমীয়া সংস্কৃতিৰ এটা কথা আছে যে যাক আপোন কৰি লয়, আপোন কৰি লয় আৰু তাক নেৰে সহজে। লাঠি চাৰ্জ কৰিছো, কন্দুৱা গেছ দিছো, খেদিছো, খেদি খেদি গৈছো, আৰু গৈ থাকোঁতে Last point-ত কৈছে ৰাতি ভাত খাবলৈ আহিবানে? সেইটোও প্ৰশ্ন কৰিছে। কৈছে। আপুনি চাওকচোন, দিন হ'লে একেবাৰে enemy হে, ইফালে মোৰ মানুহ লাঠি লৈ, উপায় নাই, মোৰতো কাম মই কৰিবই লাগিব। তেনেকুৱা পৰিস্থিতিটো, পলাই যাওঁতে ঘৰৰ ওচৰত যেতিয়া পাইছে, আন্দোলনকাৰী সকল ঘৰাঘৰি গৈছে, তাৰ ভিতৰতে কোনোবা এটাই মাত দিছে বোলে দাদা ভাত খাবলৈ আহিব নহয় ৰাতি? তাৰমানে এইটো ইয়াতে শেষ। এইক্ষেত্ৰত আমাৰ এটা feeling আছে, এটা support আছে, তাক কৰিলো। আপুনি আপোনাৰ দায়িত্ব কৰি আছে, সেই ক্ষেত্ৰত কোনো কথা নাই। কিন্তু মই ঘৰত থাকিলে আপুনি ঘৰলৈ আহিলে দাদাৰ নিচিনাহে। সেইটো এটা পৰিস্থিতিতে আমি কাৰণটো দুষিব নোৱাৰিলো তেতিয়াও। আৰু এতিয়াও বোধহয় Contemporary history-ত যদি বিষয়টো হাতত লয়। এনেকৈয়ে Population-ৰ মাইগ্ৰেছন হৈ পেলায় Swarming কৰি বা এটা culture– total eclipse কৰিবলৈ ল'ব সেইটোতো কোনেও সহ্য নকৰে। It had never happened also.

কিন্তু এই যে guide কৰা মানুহ— দেখিলে যে এইটো এটা পাব্লিক মোভমেণ্ট হৈ পেলায় আৰু যদি এই বস্তুবোৰ officially accept কৰি লোৱা হয়, interest আছিলে যে destablise কৰি ৰাখোঁ, Politically এটা অস্থিৰতা আহি

যাওঁক আৰু যিটো এতিয়া এটা ব্যৱস্থা চলি আছে, ৰাজ্যখন শান্তিপূৰ্ণ হৈ আছে, উন্নয়নৰ পথত গৈ আছে, boarder ষ্টেট হোৱা বাবে যদি আমি strong হৈ থাকোঁ বহুতৰ interest-টো serve নহ'ব। আৰু আশ্চৰ্যত কৰা হৈছে যিখিনিমানুহ, যিটো apex body আছিলো আন্দোলনকাৰী সকলৰ তাতেই বহি আছে মানুহ যি সকলে misguide কৰি আছে।

**ৰৰগোহাঞি ঃ** আপোনালোকেতো জানে কোন সেই মানুহ?

**শ্ৰীবাস্তৱ ঃ** মই ইমানো জানো যে যেতিয়া ভালকৈ এটা Understanding আহি গৈছিলে, বুজাবুজি হৈছেলে যে আমাৰ Student leader বিলাকে বুজিবলৈ লৈছিলে, কাৰণ আমাৰ নিজকে লোকচান হ'বলৈ আৰম্ভ কৰিছে .এনেকুৰা মতক এটা ভুল পথত লৈ যোৱা কাৰণে...

**ৰৰগোহাঞি ঃ** সেই মানুহবোৰো অসমৰেই মানুহ আছিল, অসমীয়া মানুহ

**শ্ৰীবাস্তৱ ঃ** অসমীয়া মানুহ, intellectual বুলিয়ে নিজক...। বাহিৰৰ ইউনিভাৰচিটিত...

**ৰৰগোহাঞি ঃ** আচলতে কি... কিবা প্ৰলোভনত পৰি কৰিলে নে.. আজিলৈকে মই সেই উদ্দেশ্যটোৰেই বুজি নাপালো।

**শ্ৰীবাস্তৱ ঃ** বেক গ্ৰাউণ্ডটো অলপ চাব লাগিব। coming from..., এটা class conscious society-ৰ পৰা অহা মানুহ আৰু এটা in built superiority লৈ ডাঙৰ হোৱা মানুহ?

**ৰৰগোহাঞি ঃ** বাৰু আপুনি বহুতখিনি বুজাই দিলে?

**শ্ৰীবাস্তৱ ঃ** পিছত ইয়াৰ পৰা ওলাই গৈ, য'ত পঢ়িছে বা পঢ়াবলৈ লৈছে। বহুখিনি narrow-down কৰি দিলো এতিয়া আপুনি...

**ৰৰগোহাঞি ঃ** এইটো বুজি পালো।

**শ্ৰীবাস্তৱ ঃ** আপুনি ব্যক্তিজন identity কৰি ল'ব পাৰিব

**ৰৰগোহাঞি ঃ** মই মোৰ কাৰণে প্ৰশ্নটো সুধি থকা নাই। আমাৰে যিবিলাক মানুহে চাইছে, তেওঁলোকও যাতে বুজি পায়, বুজিবলৈ এটা ক্লু পায়, মই সেইটো কাৰণে আপোনাক

**শ্ৰীবাস্তৱ ঃ** এইখিনি মানুহৰ, দুই এজনৰ link হৈ গৈছিলে আজি যিখিনি শক্তি বৰ বেছি strong হৈ আছে, যাক আমি fundamentalist বুলি কওঁ। হিন্দু হওক, মুছলিম হওক আৰু এতিয়া এটা third ওলাব, যেনেকৈ উৰিষ্যাত এনেকুৰা ঘটনা হৈ আছে।

**বৰগোহাঞি ঃ** ইয়াতো অলপ আৰম্ভ হৈছেই...

**শ্ৰীবাস্তৱ ঃ** হ'বই। এইখিনি শক্তিৰ লগত সম্পৰ্ক থকা মানুহ, এইখিনিৰ পৰা প্ৰেৰণা লোৱা মানুহ। ইয়াতকৈ বেছি ক'লে অসুবিধা।

**বৰগোহাঞি ঃ** হ'ব আৰু আপুনি নক'বই। মোৰ অভিজ্ঞতাত আপুনিয়েই প্ৰথম মানুহ, প্ৰথম উচ্চপদস্থ পুলিচ বিষয়া বা প্ৰথম intellectual যি ইমানখিনি সাহসেৰে আৰু ইমানখিনি প্ৰাঞ্জল ভাষাৰে গোটেই বস্তুটোৰ ওপৰত নতুন আলোকপাত কৰিছে। মই এটা কথা আকৌ শেষত কওঁ যে ৰাজীৱ গান্ধীয়ে যে অসম চুক্তি কৰি ভুল কৰা বুলি মই যিটো কৈছিলো তেওঁ কিন্তু পিছত মোৰ যুক্তি মানি লৈছিলে। আপুনি সেইটো ভুল কৰা বুলি ভাবেনে ঠিকেই কৰা বুলি ভাবে?

**শ্ৰীবাস্তৱ ঃ** মই personal অভিজ্ঞতাৰ পৰা আৰু..

**বৰগোহাঞি ঃ** একদম personal

**শ্ৰীবাস্তৱ ঃ** আৰু চুক্তিৰ আগতে আৰু পাছতে দহ বছৰ বিশ বছৰ পাছত মই এইটো কথা ক'ব পাৰো যে ইয়াক ইমান হাৰিড়লি কৰাৰ দৰ্কাৰ নাছিল। It was likely pre-matured.

**বৰগোহাঞি ঃ** আপুনি মোৰ লগত সম্পূৰ্ণ agree কৰিছে আৰু তেওঁ যদি কিছু দেৰি কৰিলেহেঁতেন তাৰ পৰিণাম কি হ'লহেঁতেন মই সেইটোও কৈছো। তেতিয়া তেওঁ কিন্তু মোক তৰ্ক কৰা নাই। তেওঁ সেইটো মানি লৈছিলে।

বাৰু যি নহওক, মই এনেকুৱা অনুষ্ঠান আজিয়েই প্ৰথম কৰিছো ভালো লাগিছে। আশা কৰো আমাৰ ৰাইজেও শুনি ভাল পাইছে... আমি এতিয়া আৰু কিছু বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আকৌ আমাৰ কথা বাৰ্তালৈ ঘূৰি আহিছো। মই যিহেতু খবৰৰ বেপাৰী গতিকে it is my business to know, so I have to know many things, I know many things. যেতিয়া অসমত ডিজিপিৰ পদটো খালী হৈছিল, তেতিয়া আপুনি ত্ৰিপুৰাত ডিজিপি হৈ আছিল। মই খুউব ভালকৈ জানো যে অসমৰ শাসক মহলতো আপোনাকেই ডিজিপি কৰি অনাৰ খুউব চিন্তা-চৰ্চা হৈছিল। With your vast knowledge and experience of this region অসমৰ বৰ্তমান পৰিস্থিতিৰ মোকাবিলা কৰিবলৈ আপোনাতকৈ যোগ্যতৰ পুলিচ বিষয়া দ্বিতীয় এজন নাই। গতিকে আমি আশা কৰিছিলো যে আপুনি সেই

দায়িত্বটো পাব আৰু আপোনাৰ শেষ কৰ্তব্য সমাপ্ত কৰি আপুনিও আপোনাৰ কৰ্ম জীৱনৰ সামৰণি মাৰিব পাৰিব। নহ'ল। সেইটো কি কাৰণে নহ'ল মই সঠিককৈ ক'ব নোৱাৰোঁ, বহু কথা অনুমান কৰিব পাৰো যাক কয় informed guess. কিন্তু মই আপোনাৰ নিজৰ মুখৰ পৰাই জানিব খুজিছো, আপুনি যিহেতু সংশ্লিষ্ট বিষয়া— বিষয়াজনৰ প্ৰাপ্য, পদমৰ্যাদা নাপালে অলপতো আঘাত লাগেই, বিশেষকৈ ইমানখিনি কৰাৰ পাছতো। গতিকে আপুনি কিয় সেইটো নহ'ল বুলি ভাবে?

**শ্ৰীবাস্তৱ ঃ** মই ত্ৰিপুৰাৰ যে চাৰে তিনি বছৰ আছিলো as DG আৰু তাত যিটো task দিয়া হৈছিল মোটামুটি ৯০ শতাংশ মই কৰিব পাৰিছিলো। মই তাত থাকোঁতে চাৰিটা election হ'ল আৰু it have been absolutely violence free. ভোটদানৰ শতাংশ ৬০ ৰ পৰা গৈ ৮৫ হৈছিলগৈ। মই ভাবোঁ যে যিটো দায়িত্ব দিছিলে যেতিয়া total কামানডেণ্ট আছিলে decesion makingটো আছিলে মোৰ আৰু দৰকাৰতকৈ বেছি পলিটিকেল....

**বৰগোহাঞি ঃ** আপোনাক ফ্ৰি হেণ্ড দিয়া হৈছিল।

**শ্ৰীবাস্তৱ ঃ** Political set up-ৰ এটা task আছিলে যে we want peace আৰু আমাৰ election-টো হ'ব লাগে কিন্তু daily policing-ৰ ভিতৰত, যদি আপোনালোকৰ দখল থাকে, মোৰ অসুবিধা হ'ব কাৰণ মই তেনেকৈ অভ্যস্ত নহওঁ। আৰু যেতিয়া মই এটা সিদ্ধান্ত ল'ব পৰা পৰিস্থিতি আহিছে, মই এটা পজিছনত আছো তেতিয়া I would like to do and I would come forward. যদি মোৰ ভুল হৈছে তেতিয়া মই মানিবলৈ ৰাজি যিটো শাস্তি হ'ব মই সেইটোও ল'ম।

ৰাইজৰ অসুবিধা নকৰাকৈ, গভৰ্ণমেণ্টক letdown নকৰাকৈ পুলিচৰ যিটো professional angle-ত কাম কৰিবলৈ দিব লাগে। তেওঁলোকে মোক এইটো সুযোগ দিছিলে। ত্ৰিপুৰা, মই থাকোঁতে among the peaceful states, সেই list-ত সুমুৱাই দিয়া হৈছিল নৰ্থ ইষ্টৰ পৰা। তাৰ পাছত জে. এন. কে-ত দায়িত্ব দিয়া হৈছে যে take over from the BSF, CRPF ক BSF- ৰ পৰা take over কৰিব লাগে, operational area-ত। চি আৰ পি পঞ্জাবৰ পৰা ঘূৰি অহাৰ পাছত শ্ৰীনগৰত বেলেগ ধৰণৰ হৈছিল। মোক ৪০-টা কোম্পানী দি কাম দিয়া হৈছিল, অমৰনাথ যাত্ৰাৰ বন্দোবস্ত কৰিবলৈ দিয়া হৈ আছিল। তাৰ কাৰণে মোৰ ত্ৰিপুৰা যোৱাটো দেৰি হ'ল তিনিমাহ। যাৰ ফলত বাৰ বছৰৰ পাছত অমৰনাথ বন্দোবস্তৰ কোনো ধৰণৰ ঘটনা হোৱা নাই। এটা সামান্য আহত হোৱাৰ ঘটনাও। যাত্ৰীৰ সংখ্যাটো বাঢ়ি দুই লাখৰ পৰা তিনি লাখ পঞ্চাছ হাজাৰ হৈছিল। আমি কেইটামান নতুন ঠাইও

খুলিলো। এইখিনি চাই পেলাই মোৰ বিশ্বাসটো আছিল যে যেতিয়া মই মোৰ নিজৰ ৰাজ্যতো যাম, অসমটো মোৰ কাৰণে নিজৰ ৰাজ্য।

**বৰগোহাঞি ঃ** নিজৰ নিজৰ, নিশ্চয়।

**শ্ৰীবাস্তৱ ঃ** মই নিজৰ ৰাজ্যলৈ গ'লে ইমান দিনে যিটো কাম কৰিছো ভাল কৰিছো, বেয়া কৰিছো তাত মোৰ নিজৰ যোগদান আছে। কাৰণ মই এজন soldier মোৰ ওপৰত যি অধিকাৰী, যি কামাণ্ডেন্ট তেওঁৰ কথাটো মই মানি চলিবই লাগিব। তাৰ ভিতৰত যিমান মোৰ discretion আছে তাক মই use কৰিব পাৰো। কিন্তু তেওঁৰ আদেশৰ বিৰুদ্ধে যাব নোৱাৰো। মই ভাবিলো যে এতিয়া মোৰ এটা time হ'ব মোৰ পুৰণা অভিজ্ঞতা, পুৰণা কনট্ৰেক্ট, আলফাৰ ভিতৰতো মোৰ এটা কনট্ৰেক্ট আছে। ক'বলৈ গ'লে মই আজি আপোনাৰ আগত এইটো স্বীকাৰ কৰিব পাৰোঁ যে প্ৰায় চাৰি বছৰ almost weekly basis-ত মই পৰেশ বৰুৱাৰ লগতো মোৰ কথা হৈ আছিল আৰু প্ৰত্যেক বাৰেই ৩০-৪০ মিনিট, এঘণ্টা পৰ্যন্ত কৰা হৈছে। তেখেতে মোৰ ল'ৰা-ছোৱালীৰ কথা জানে। মই জানো। এতিয়া মই ভাবো যে তেওঁৰ ডাঙৰ ল'ৰা এতিয়া ওঠৰ-ঊনৈশ বছৰ হ'ল, অৰিন্দম নাম, নিজেই কৈছে। সিমান আমাৰ relation আৰু বহুখিনি কথা পাতিছিলো solution-ৰ কাৰণে যে what is there in the mind? সেইটো জনা দৰকাৰ যে এজন militant leader বা revoulinary leader তাৰ thinkingটো কি আছে, whatever, ultimately desire টো কি? Where he sattle down? মই সদায় এটা প্ৰশ্ন কৰোঁ— যিয়েই নিগ'চিয়েট কৰিবলৈ বিচাৰে যে আমি কি অফাৰ কৰিম? আজিৰ যিটো পজিচন সিসকল leader-ৰ এটা personal status, তাৰ পৰিৱৰ্তে, কাৰণ তেওঁলোকৰ সম্পত্তি বেছি হৈ গ'ল, এটা মান বহি গৈছে, চাৰিখনমান দেশলৈ গ'লে চালাম দিয়ে, কোনোবাই গভৰ্মেণ্ট গেষ্ট হাউছত ৰাখে, Number-2, Number-3 of the government— এইবিলাক দেশত তেওঁলোকক মাতে, কথা পাতে, ভাত খাবলৈ দিয়ে। এইখিনি ষ্টেটাছৰ পৰা নামি আহি যেতিয়া solution-ত বহিব, আমি কি অফাৰ কৰিম? এটাটো model লাগিব। তাহানি কথা পাতি থাকোঁতে we have commit something। দৰকাৰ হ'লে আমি ক'ব পাৰিম, আমি জনাই দিছিলো, য'ত জনাব লাগে।

**বৰগোহাঞি ঃ** আপুনিতো memoir লিখিবই লাগিব। I am more than convinced...

**শ্ৰীবাস্তৱ ঃ** মই state-ত লিখিত offer এইকাৰণে দিলো যে যেতিয়া

ইয়াৰপৰা pressure টো হৈছিলে তাহানিৰ Chief Secretary, তাত থকা Chief Secretaryয়ে সুধিলে মিষ্টাৰ দীপক দত্তই ৰিটায়াৰ কৰিলে... সেই হিচাপে তেওঁলোকে কোবাৰ পাছত দেখিলো যে তাত গভৰ্ণমেণ্ট বৰ keen আছিলে realise কৰিবৰ কাৰণে,

**বৰগোহাঞি ঃ** সেইটো খবৰ পাইছো...

**শ্ৰীবাস্তৱ ঃ** দুবছৰ আছিলে deputation. টানি টানি চাৰে তিনি বছৰ হ'ল। শেষত মই লিখিত দিবলগীয়া হ'ল। মই লিখিত দিলো যে এতিয়া মোৰ time আহিছে তাত। গতিকে তাত গৈ পেলায় last stage-ত যিবোৰ activity চলি আছে, যদি মই পাৰোঁ...

**বৰগোহাঞি ঃ** কিন্তু নিদিলে কিয় ?

**শ্ৰীবাস্তৱ ঃ** এইটো ভাবি আহোঁতে মোৰ দুমাহ দেৰি হ'ল, ৰিলিজ লওঁতে। তাৰ পাছত গভৰ্ণমেণ্টে প'ষ্টটো খালী ৰাখিব নোৱাৰে। সৰু-ডাঙৰ যিয়েই নহওক, ডিজি এজনক officiate কৰিবলৈ দিলে... তাৰ পাছত মই আহিলো। অহাৰ আগৰ পৰা আৰম্ভ হৈ গৈছিল এইটোৰ অনুসন্ধান, কমিচন এটা চলি আছিলে। এজিপি চৰকাৰৰ দিনত যিটো কিছুমান ঘটনা ঘটাইছিল, তাত গুপ্তহত্যা নাম দি পেলাই, প্ৰেছৰ এটা ক্ৰিয়েশ্বন। তাতে same of us are identified কি কাৰণ, কি ইভিডেন্স, মইও নাজানো। কাৰণ আমি এইবিলাক কৰা নাই। আৰু as it is মোৰ decision-making নাই তেতিয়া। Daily policing political decisionও নহয়। Daily policing-ৰ যিটো সিদ্ধান্ত হয়, সেইটো আৰক্ষীৰ নেতৃত্ব বা ইউনিফাইড কমাণ্ড, যিয়েই নহওক...তাহানি চাৰেগুৰৰ প্ৰক্ৰিয়া এটাও চলি আছিল। আপুনি ছাৰ, এটা বিশেষ সময়ত যিটো কাৰণে আমাক ব্লেম দিয়া হয় আৰু যিটোৰ কাৰণে এটা নহয়, দুটা নহয়, তিনিটা এনকুৱেৰী হ'ল, চুপ্ৰিমকৰ্ট লেভেল, কিন্তু truth prevails, I am still before you and I am still with my head high, I never believe it. এইখিনি কৰিলে যে কিবা হ'ব। হয় কেতিয়াবা pressure-টো pressure ৰে মেনেজ কৰিব লাগে; কিন্তু তাৰ কাৰণে নিৰীহ মানুহৰ ওপৰত নহয়। ঘটনাটো তেনেকৈ হৈছে যে আৰু আজি মই ক'ব লাগে যে বহুতখিনি ওলাই আহিবলৈ প্ৰস্তুত হোৱা যিখিনি ল'ৰা আছিলে, তেওঁলোক যিটো কাৰণত ওলাই আহিব লগা হৈছিলে, সংগঠনত থাকোঁতে, যাৰ লগত বাগা-বাগি হৈছিলে, তেওঁলোকে অহাৰ আগতে নিজৰ এটা account settle কৰাৰ নিচিনা যিটো হয়, সেই ঘটনাটো কৰি বা কিবা এটা কৰি আহিছে, দুই-এটা ঘটনা হয়তো ক'ৰবাত by mistake, অপাৰেছনত...

**বৰগোহাঞি ঃ** সেইটো সকলো দেশতে হয়।

**শ্ৰীবাস্তৱ ঃ** আৰু মোৰতো এটা identification হৈ গ'ল, মইতো নমিনেছনত আছিলো আই জি অপাৰেছন আৰু এডিজি অপাৰেছন। অপাৰেছন শব্দটো ডাক্তৰৰ ক্ষেত্ৰত যিটো হয়, ইয়াতো বোধহয় surgical operation-ৰ লগত মিলাই দিলে নেকি যে... মানুহক মৰণ বা হত্যা কৰা এইটো নহয়। যিহেতু I could speak four language ইউনিফাইড কামাণ্ডৰ পৰা মোক মুখপাত্ৰ কৰি দিলে, প্ৰেছৰ লগত মই কথা পাতি থাকোঁ। বহু বন্ধু-বান্ধৱ প্ৰেছত আছে। তাহানি ৭৮-৭৯ ৰ পৰা চিনি পোৱা মানুহ। তেওঁলোকে এটা comfortable feel কৰে। মইও কথা পাতোঁ, কৈ থাকো, কিন্তু মই জনা নাই যে এই process-ত কেতিয়া মই identity হৈ গ'লো। যিখিনি ঘটনা মই কৈ থাকোঁ, যিখিনি knowledge দি আছোঁ, সেইটো জেনেৰেট কৰাৰ কাৰণটোৱেই মই হৈ যাম সেইটো মই ভবা নাই। কিন্তু আপুনি ৰিপ'ৰ্টটো চাব পাৰে আৰু শইকীয়া ছাৰৰ যিটো অভিজ্ঞতা, তেখেতৰ যিটো লিগেল knowledge, তেখেত আমাৰ বাবে role model আছিলে যে, আমাৰ নিচিনা মধ্যবিত্ত পৰিয়ালৰ পৰা ওলাই অহা মানুহ, তাত গৈ পাইছে নিজৰ মেণ্টেল কেপাচিটি, ইডুকেশ্বন কেপাচিটিৰ দৰে। আমি জানিছিলো আমি ন্যায় পাম বোধহয় government of the day অলপমান embrass feel কৰিলেহেঁতেন... মোৰ বিৰুদ্ধে এটা এনকুৱেৰী চলি থাকোঁতে আকৌ যদি মোক ডিজি বনাই তাত বহুৱায়, তেতিয়া এটা শঙ্কা মানুহৰ মনত আহিব...

**বৰগোহাঞি ঃ** বাৰু সেইটো বুজিলো। সেইটো বাৰু পালিটিকেল মাষ্টাৰসকলে... তেওঁলোকে সদায়...

**শ্ৰীবাস্তৱ ঃ** ছাৰ আৰু এটা কথা কওঁ। claim-টো নহয়। আমি চাকৰিয়াল মানুহ। এটা লেভেলত আহি পেলাই, অহাৰ প্ৰাপ্য হয় পদ আৰু বেতন। আৰু মোক সেইটো দি থৈছে মোৰ rank যিটো আছে মই সেইটো পাইছো। মোৰ ছিনিয়ৰিটি এফেক্ট হোৱা নাই। ডি জি হৈ আছোঁ, দৰমহা পাই আছোঁ, সমান এটা পদো দিছে...

**বৰগোহাঞি ঃ** মই যিটো জানো। বৰ্তমান ডি জি জন যোৱা ডেৰ বছৰ কি দুবছৰ ধৰি অস্থায়ী ডি জি হৈ আছে। অসমৰ নিচিনা সমস্যা জৰ্জৰিত এখন ৰাজ্যত এজন অস্থায়ী ডি জি দুমাহ বা তিনিমাহ বা ছমাহৰ কাৰণে নহয় ডেৰ বছৰ দুবছৰৰ বাবে... অস্থায়ী ডি জি, এনেকুৱা কথা সম্ভৱ হ'ব পাৰে নেকি?

**শ্ৰীবাস্তৱ ঃ** যিহেতু মই, interested party বুলি মোক ধৰিব পাৰে...

**বৰগোহাঞি ঃ** নহয়, নহয়...

**শ্ৰীবাস্তৱ ঃ** এজন বুদ্ধিজীৱী হিচাপে, সাধাৰণ মানুহ হিচাপে বা চিষ্টেমটোৰ এজন হিতাধিকাৰী হিচাপে, যিটো হয় আৰু নাগৰিক হিচাপে বিচাৰি পেলায় posting লোৱা নহয়তো।

**বৰগোহাঞি ঃ** যোৱা ২০ বছৰ ধৰি যিখিনি ঘটনা ঘটিছে, miss leading-ৰ দোষত গৈ হৈছে এইটোও এটা প্ৰমাণ। বাৰু আমি সেইবোৰ কথালৈ আৰু বেছিকৈ নাযাওঁ।

**শ্ৰীবাস্তৱ ঃ** আপুনি কথা ঠিকেই ক'লে। এনেকুৱা নজিৰ আপুনি ক'তো নাপাব।

**বৰগোহাঞি ঃ** তদুপৰি অসমৰ নিচিনা এখন ৰাজ্য, য'ত বিচ্ছিন্নতাবাদ, উগ্ৰবাদ, সন্ত্ৰাসবাদ daily-ৰ ঘটনাত পৰিণত হৈছে সেইখন ৰাজ্যৰ এজন ডি জি, ডেৰ বছৰতকৈ— য'ত তেওঁ কেৰিয়াৰ সম্পৰ্কে নিশ্চিন্ত নহয়, নিৰাপদ অনুভৱ নকৰে, তেওঁ major policy decision কেনেকৈ ল'ব?

*(৭ নৱেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# জি. এম. শ্ৰীবাস্তৱৰ সৈতে হোমেন বৰগোহাঞি



*"আপুনি পৰেশ বৰুৱাৰ লগত চাৰি বছৰ যোগাযোগ কৰিছে, আপুনি হিতেশ্বৰ শইকীয়াক খুউব ঘনিষ্ঠভাৱে পাইছে, কে পি এছ গীলৰ লগতো আপুনি কাম কৰাৰ সুযোগ পাইছে। এই তিনিজন মানুহৰ, Without any reference to what has been happening in Assam., এই তিনিজন মানুহৰ বিষয়ে যদি মই আপোনাক এটা এছেছমেণ্ট কৰিবলৈ কওঁ আপুনি হিতেশ্বৰ শইকীয়াৰে আৰম্ভ কৰি কওক যে আপোনাৰ চকুত তেওঁ কেনেকুৱা ধৰণৰ মানুহ আছিলে, কি ভাল কৰিলে, কি ভুল কৰিলে?"*

---



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ আৰু স্বাগতম। অসমত যোৱা ত্ৰিশ বছৰত ঘটা যুগান্তকাৰী ঘটনা জনজাতীয় বিদ্ৰোহ বা ঘাইকৈ বড়ো বিদ্ৰোহ। আজি বড়োবিলাকে এইটো পৰ্যায় পাইছে, আজিও সমস্যাৰ সমাধান হোৱা নাই। এতিয়াও একাংশ বড়োৱে বিদ্ৰোহ কৰিয়ে আছে। এই বড়ো বিদ্ৰোহটো, এইটো তেওঁলোকৰ, যিহেতু অসম আন্দোলনটো Genuine issue-ত হৈছিলে, তেওঁলোকে genuine issue বুলিয়ে ভাৱে নে পৰিস্থিতিয়ে বা বাহিৰৰ শক্তিয়ে গোটেই ঘটনাটো কৰিলে— আপোনাৰ মতে কি হ'ব পাৰে?

**জি. এম. শ্ৰীবাস্তৱ ঃ** মই genuine issue লৈ বিদ্ৰোহ কৰা বুলি ইয়াক নামানো।

**বৰগোহাঞি ঃ** নামানে।

**শ্ৰীবাস্তৱ ঃ** কাৰণ, except এবাৰ যিটো বহুত আৰম্ভণিৰ অৱস্থাতে এইটো language right-ৰ কথা যদি কোৱা যায়।

**বৰগোহাঞি ঃ** সেইটো 74-75 ৰ কথা।

**শ্ৰীবাস্তৱ ঃ** অ' সেইটো, মই যেতিয়া আহিছোঁ এই State-ত এইটো Last stage-ত আছিলে, মানে প্ৰায় শেষেই হৈ আছিলে, উপেন ব্ৰহ্ম, locally তেতিয়া হেৰি নাই, আৰু উত্তম ব্ৰহ্ম বুলি leader আছিলে, ৰনেন বসুমতাৰী ডাঙৰীয়া আছিলে, মুক্তা নাথ, সীতানাথ ব্ৰহ্ম চৌধুৰী আছিলে MP, তেখেতসকলোতো visionary leader তাহানিৰ type-ৰ, তেওঁলোকেতো কেতিয়াও এইটো feel কৰা

নাই... language-ৰ কথা, script-ৰ কথা। মই recently এটা seminar-ত গৈছিলো। তাতে এজন জনজাতীয় নেতাক লগ পালো। তেখেতৰ যথেষ্ট influence চাৰিওফালে আছে। ভাল এটা Projection আছে, চেহেৰা আছে...

**বৰগোহাঞিঃ** বুজিলোঁ।

**শ্ৰীবাস্তৱঃ** মোক ক'লে, এইটো আপুনি পুলিচে অত্যাচাৰ কৰা বুলি ক'লে। আপুনি এইটো নোসোধে নে কাৰণটো কোনে generate কৰিলে? আইন-শৃংখলাৰ কথাৰ কাৰণে আইনগত এটা প্ৰতিষ্ঠান আছে। তাৰ অন্তৰালত extreme অৱস্থা আহিলে আমি firing কৰিবও পাৰোঁ। দহজনক বচাবৰ কাৰণে এজনক যদি মাৰিব লগা হয় তেতিয়া সেইটো নীতিগত হয়। কিন্তু আৰু ঘৰৰ মানুহ হ'লে হয়তো ক'ব পাৰে নে... নকৰিবা বুলি, কিন্তু ধৰ্মত কয় এইটো যে দহজনক ধৰা পেলাবৰ কাৰণে এজনক মাৰিব পৰা যায়। সংস্কৃতত কৈছে নহয়... ...

এইটোতো আছে। চাণক্য নীতিয়ে নহয়তো। নীতিৰ কথা আছে এইটো। কিন্তু ঠিক আছে, এইটো আইনগত কথা আছিল নে যদি কাৰণটো Assamese script যিটো আছে আমাৰ অসমীয়া script-ত এই language কি লিখিব নোৱাৰিব? Particular script-ত নিদিলে এই language-ৰ যে development নহ'ব কাৰণটো কি? Indigenous language-ৰ কাৰণে Indigenous script, সেইটোতো সহজ। আৰু যিহেতু অসমৰ geographical, geo-political boundary-ৰ ভিতৰতে আছে, তেতিয়া একেখন script থাকিলে দুয়ো ভাষাতে...।

**বৰগোহাঞিঃ** কিন্তু সেইটো issue কোনে কৰিলে?

**শ্ৰীবাস্তৱঃ** মই জানো এইটো। মানে I can pin point and identify কিন্তু আকৌ এইটো অপৰাধ হ'ব এই মুহূৰ্তত কৰাৰ...।

**বৰগোহাঞিঃ** বেংতলত যিটো church আছিলে, তেওঁলোক পৰোক্ষভাৱে জড়িত হয় নে নহয়?

**শ্ৰীবাস্তৱঃ** তেখেতসকল আছিল। এইটো language-ৰ কথা লৈ চলি আছিলে। কিন্তু এটা particular time-ত এনেকুৱা হ'ল যে regionalism had to be hit with the regionalism.

**বৰগোহাঞিঃ** আচ্ছা, এসময়ত এজন কেন্দ্ৰীয় মন্ত্ৰী— Boro outfit-টো জন্ম দিয়াত তেওঁৰো প্ৰত্যক্ষ হাত আছিলে— এনেকুৱা বুলি মোৰ খবৰ আছিলে।

**শ্ৰীবাস্তৱঃ** আপুনি কথা যিটো কৈছে, সেইটো সত্য হ'ব পাৰে, কাৰণ তেতিয়া বহুতখিনি মানুহে Home work কৰিছিলে, মই আপোনাক পৰোক্ষভাৱে কলোৱে কথাটো।

**বৰগোহাঞি :** আশা কৰোঁ বুদ্ধিমান দৰ্শক-শ্ৰোতাই এফালে সেইটো আপোনাৰ পৰা বুজি পাব। Terrorism-ৰ বিষয়ে যিটো মোৰ সীমাবদ্ধ জ্ঞান, গোটেই পৃথিৱীৰ, মোৰ সাধ্য অনুসৰি যিখিনি মই পঢ়া-শুনা কৰিছোঁ, যে তাৰ দুটাই সমাধান আছে বুলি বিশ্বাস কৰা হয়। এটা হ'ল Negotiated political settlement – আলোচনাৰ যোগেদি ৰাজনৈতিক সমাধান, আৰু আনটো হ'ল physical anihilation–তেওঁলোকক সামৰিকভাৱে সম্পূৰ্ণ নিৰ্মূল কৰি দিব লাগিব। এতিয়া আপুনি মোক without naming any particular out fit নে অসমত যিটো চলি আছিল, সেইটোৰ কাৰণে আপুনি ৰাজনৈতিক মীমাংসা বেছি সম্ভৱ বুলি ভাবে নে একেবাৰে শেষ পৰ্যন্ত যিটো physical anihilation– সেইটোৰ পন্থা ল'ব লাগিব বুলি ভাবে?

**শ্ৰীবাস্তৱ :** Physical anihilation-ৰে সম্পূৰ্ণ সমাধান হ'লো হয়, তেতিয়া বহুত আগতে বহুতে কৰিব পাৰিলেহেঁতেন। এইটো কেতিয়াও নহ'ব। কিন্তু দুটা বস্তু থাকে— the fear has to be matched with the fear and fear of the God সেইটো instinct টো কৰিব লাগিব। এইটো এটা হয়। কিন্তু solution-টো সদায় negotiate চেটল্‌মেণ্ট হে হ'ব লাগিব, তেতিয়া peace lasting হ'ব।

**বৰগোহাঞি :** মই কোৱা নাই যে অসমৰ ক্ষেত্ৰত এইটো হ'ব লাগে— এইটো হ'ব নালাগে। আজি ধৰক ফিলিপিনছত অত বছৰ ধৰি চলি আছে তাততো তেওঁলোক negotiation টেবুলত আহিব নোখোজে, মালয়েছিয়াতো মই কলো যে তাত সেইটো তেনেকৈয়ে হৈ গ'ল। পৃথিৱীৰ বিভিন্ন দেশত এইটো হৈছে। Political চেটল্‌মেণ্ট ও হৈছে। আইৰিছ প্ৰব্লেমটো প্ৰায় after 56 years... কিন্তু মই এইটোৱেই জানিব খুজিছো— মই অসমত Physical anihilation কৰিব লাগে, সেইটো কৰিবলৈ গ'লে মইয়েই প্ৰথমে প্ৰতিবাদ কৰিম, কিন্তু মই এতিয়া ঐতিহাসিক পৰিপ্ৰেক্ষিতত কৈছো আপুনি কোনটো পথেৰে এইটো সমাধান সম্ভৱ হ'ব বুলি ভাবে আৰু সেইটো হ'বলৈ কিমান দিন লাগিব?

**শ্ৰীবাস্তৱ :** মই ছাৰ ক'বলৈ গ'লে, মইটো integrate কৰিব বিচাৰিব ৪০-৬০ ratio. Guns have to be matched with the guns– এইটোতো they must know.

**বৰগোহাঞি :** এইটো ৬০ শতাংশনে ৪০ শতাংশ?

**শ্ৰীবাস্তৱ :** ৪০ শতাংশ। ৬০ শতাংশ বা তাতকৈ বেছি...। আমাৰ approach কৰাৰ এটা সামৰ্থ্য আছে। আমি এতিয়াও delink হৈ যোৱা নাই। এশ শতাংশই,

যিকোনো সংগঠনৰ ক্ষেত্ৰতে দুই বা তিনিজনৰ বাহিৰে বাকীসকলে এটা-এটা সুযোগ হ'লে সন্মানজনক কথা-বতৰাৰ বাবে অপেক্ষা কৰি থাকে।

**বৰগোহাঞি ঃ** এইটো কোনোবাই ভুল কৰি আছে নেকি যিটো কাৰণে তেওঁলোকে ইচ্ছুক হৈ থকা সত্ত্বেও আনিব পৰা হোৱা নাই।

**শ্ৰীবাস্তৱ ঃ** ছাৰ মই ভাবোঁ, মোৰ যিটো অভিজ্ঞতা। আমি যেতিয়া কৰিবলৈ লওঁ আমি এটাতে গুৰুত্ব দি নম্বৰ দুইটো ingnore কৰি দিওঁ। যেতিয়া এক নম্বৰটো fail হ'বলৈ হয় তেতিয়া দুই নম্বৰটোত যাওঁ। দুই নম্বৰটো বেছি হ'লে যেতিয়া প্ৰতিবাদ হাল্লা বেছি হ'বলৈ ধৰে, তেতিয়া loss of face হ'বলৈ আমাৰ আৰম্ভ হয়, তেতিয়া আমি আকৌ অন্যফালে যাওঁ, সেইটোতো নহ'ব। মানে নৌকাৰ নিচিনা দোলায়মান হৈ থাকিলে নহ'ব। যিকোনো সংগঠনৰ ক্ষেত্ৰতে যিসকলে control কৰি আছে বা decision maker হৈ আছে সিহঁতৰ percentage টো ২০ বা ২৫ শতাংশ।

**বৰগোহাঞি ঃ** আপুনি নিজ মুখে নক'লেও মই এইটো বুজি লৈছোঁ যে এটা ৰাজনৈতিক ভুল বিচাৰৰ কাৰণে বা ভুল হিচাপৰ কাৰণে এই সমস্যাটোৰ সমাধানৰ পথ থকা সত্ত্বেও ল'ব পৰা নাই।

**শ্ৰীবাস্তৱ ঃ** যিটো ছাৰ গুৰুত্ব হয় যি appex body বনায় কথাটো ক'ব পৰা হয়। এই মুহূৰ্তত যিটো বস্তু important হৈ আছে, আকৌ তাত politics টো আহি পৰিব, Delhi-state, centre-state relation, political equation বহুত খিনি কথা আহি পৰিলে এই বস্তুটো secondary হৈ পৰে।

**বৰগোহাঞি ঃ** আমি এটা বাণিজ্যিক বিৰতি লৈ লওঁ। ইয়াৰ পিছত ইয়াতকৈও এটা গুৰুত্বপূৰ্ণ প্ৰশ্নলৈ আহিম।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ শেষত আমি আকৌ আমাৰ কথা-বাৰ্তালৈ ঘূৰি আহিছো। আপুনি পৰেশ বৰুৱাৰ লগত চাৰি বছৰ যোগাযোগ কৰিছে, আপুনি হিতেশ্বৰ শইকীয়াক খুউব ঘনিষ্ঠভাৱে পাইছে, কে পি এছ গীলৰ লগতো আপুনি কাম কৰাৰ সুযোগ পাইছে। এই তিনিজন মানুহৰ, Without any reference to what has been happening in Assam., এই তিনিজন মানুহৰ বিষয়ে যদি মই আপোনাক এটা এছেছমেণ্ট কৰিবলৈ কওঁ আপুনি হিতেশ্বৰ শইকীয়াৰে আৰম্ভ

কৰি কওক যে আপোনাৰ চকুত তেওঁ কেনেকুৱা ধৰণৰ মানুহ আছিলে, কি ভাল কৰিলে, কি ভুল কৰিলে? কে পি এছ্ গীলে তেওঁতো এক প্ৰকাৰে কৃতকাৰ্য হ'ল পঞ্জাবৰ বিদ্ৰোহ দমন কৰাত, কিন্তু তাৰ কাৰণে বহুত সমালোচনাৰো পাত্ৰ হৈছে এই কাৰণে যে means and end-ৰ লগত এটা সংঘৰ্ষ হোৱাত, আৰু পৰেশ বৰুৱাৰ... আপুনি ঠিকেই কৈছে যে তেওঁৰ mind-টো নুবুজাকৈ, বাহিৰৰ পৰা ক'লেতো নহ'ব, try to understand his mind. গতিকে তিনিজন মানুহৰ ব্যক্তিত্বৰ বিষয়ে আপুনি দুই-তিনিটা বাক্যত আপোনাৰ মূল্যায়নটো কৰক।

**শ্ৰীবাস্তৱ :** হিতেশ্বৰ শইকীয়া ছাৰৰ পৰা মই বহুত শিকিছো। তেখেতে এনেকুৱা এটা পৰিস্থিতিত ৰাজনীতি কৰি আছিলে যেতিয়া বিৰোধিতা খুব বেছি বা regionalism বা এই সকলো সক্ৰিয় তেনেকুৱা এটা সময়তটো এটা national character. তেখেতৰ যিটো আছিলে তাক কেতিয়াও হেৰুৱাই দিয়া নাই। কিন্তু এটা কথা আছিলে, এটা stage-ত আহি পেলায়, হয়তো শাৰীৰিক অসুস্থতাৰ বাবেই হওক বা কেইজনমান মানুহক বিশ্বাস কৰাৰ বাবেই হওক, দুই এজন মানুহে তেওঁক এক ফলীয়া কৰি দিলে যে তেওঁ এক ফালেই যাব লাগে। তেওঁ আৰু যি কিছুমান বিবেকশীল মানুহ আৰু আছিল, intellectuals of the state এশ শতাংশ সকলোকে লগত লৈ চলিব নোখোজা হ'ল এটা সময়ত আহি। আৰু তেখেতে কেইটামান old methodology আছিলে— divide and rule pattern-ত এইখিনিও তেখেতে চেষ্টা কৰিলে, এইটো তেখেতৰ adviser বিলাকে অলপ ভুল বুজালে আৰু বুজালেও যদি immediate আছিল, যিখিনি step তেখেতে ল'লে, সেইখিনি short time হ'ব লাগিছিলে।

**বৰগোহাঞি :** আচ্ছা। মই আপোনাক...

**শ্ৰীবাস্তৱ :** সকলো মিলাই আপোনাক এক লাইনত ক'বলৈ গলে you will never have a second such good leader.

**বৰগোহাঞি :** মই এসময়ত... কিন্তু মই আৰু এটা কথা যোগ... যিহেতু মই আপোনাক intellectual হিচাপে খুউব বেছি শ্ৰদ্ধা কৰো। মই যদি আজি হিতেশ্বৰ শইকীয়াৰ চাইক'বায়গ্ৰাফী লিখোঁ... তেওঁৰ জীৱনৰ turning point হ'ল তেওঁৰ জীৱনৰ বেমাৰটো, ৰোগটো। সেইটোৰেই তেওঁৰ সমস্ত মানসিকতাক বদলি কৰিলে। বেমাৰটো হোৱাৰ আগৰ হিতেশ্বৰ শইকীয়া আৰু পাছৰ হিতেশ্বৰ শইকীয়াৰ মাজত আকাশ-পাতাল পাৰ্থক্য।

**শ্ৰীবাস্তৱ :** দুটা ব্যক্তিত্ব আছিলে।

**বৰগোহাঞি ঃ** আপুনি মোৰ লগত একমত?

**শ্রীবাস্তৱ ঃ** মানো ছাৰ। মই ক'লোৱেই।

**বৰগোহাঞি ঃ** এতিয়া আপুনি কে পি এছ গীললৈ আহক যে পাঞ্জাবৰ নিচিনা ষ্টেটত যিটো পদ্ধতিৰে বিদ্রোহটো crush কৰিলে আনে তেওঁৰ পৰা শিক্ষা লবলগীয়া আছে নে নাই? তেওঁৰ বিষয়ে আপোনাৰ কি ধাৰণা?

**শ্রীবাস্তৱ ঃ** তেখেত আমাৰ এজন গুৰু। তেখেতৰ সকলোতকৈ ডাঙৰ গুণ যিটো— তেখেতৰ লগত কাম কৰাৰ আৰু তেখেতৰ তলত কাম কৰা ফ'র্চে ইমান protected feel কৰে যে He was like a big umbrella cover.

**বৰগোহাঞি ঃ** মোক চিপাহী এজনেও কৈছে— He was father figure to all of them.

**শ্রীবাস্তৱ ঃ** আজিও ছাৰ বহুতখিনি মানুহৰ ঘৰত যিখিনি মানুহক তেখেতে ভুল পথৰ পৰা আনি ভাল ৰাস্তা দিলে, ব্যৱস্থাপাতি কৰি দিলে, তেওঁলোকৰ ঘৰত এতিয়াও গীলৰ ফটো আছে, ৰাতিপুৱা তাত ফুলৰ মালা এটা দিয়ে।

**বৰগোহাঞি ঃ** সেইবিলাক তেওঁৰ ব্যক্তিগত গুণ কিন্তু as police officer...

**শ্রীবাস্তৱ ঃ** এজন পুলিচ অফিচাৰ হিচাপে, উগ্রবাদ বিৰোধী মানুহ হিচাপে... There is no parallel. তেখেত এনেকুৱা এজন মানুহ আমেৰিকান গভৰ্মেণ্ট আৰু ইণ্টাৰনেচনেল যি ফ'ৰাম আছে তেনেকুৱা চাৰিখন ব'ৰ্ডৰ তেখেত উপদেষ্টা হৈ আছে। তেখেতে স্থান চাই, পৰিস্থিতি চাই, he can take a quick... লগে লগে এটা সিদ্ধান্ত লব পাৰে। Obviously আমি সকলোৱে কওঁ যে হিতেশ্বৰ শইকীয়াই কিন্তু মানুহৰ চাইক' জানিছিল, the behavioural pattern of the people...

**বৰগোহাঞি ঃ** অৱস্থা বুজি ব্যৱস্থা...

**শ্রীবাস্তৱ ঃ** আৰু অসমত আহি তেখেতৰ এইটো নাছিলে...

**বৰগোহাঞি ঃ** পাঞ্জাবৰ পৰা তেওঁৰ যেতিয়া চাকৰিৰ ম্যাদ শেষ হ'ল অসমলৈ আহিবলৈ খুউব ইচ্ছা কৰিছিল। উপদেষ্টা হিচাপে আপুনি ভাবে নেকি যে তেওঁ অসমলৈ আহিলে তেওঁ কিবা এটা কৰিব পাৰিলেহেঁতেন?

**শ্রীবাস্তৱ ঃ** তেখেতৰ যিটো অভিজ্ঞতা, অসমৰ মানুহৰ মাটি-পানীৰ প্রতি যিটো প্রেম, আপুনি ভালকৈ জানে মিঃ গীলে খাৰঘুলিত এটুকুৰা মাটি লৈ ঘৰ বান্ধিবলৈ লৈছিলে। অৱসৰৰ পাছত ছমাহ অসমত আৰু ছমাহহে অসমৰ বাহিৰত

থাকিম বুলি যি এটা ভাবনা লৈছিলে, পিছত অৱস্থা যি হ'ল এটা বেলেগ পৰিস্থিতিৰ বাবে তাত আছে, তেনেকুৱা এজন মানুহ ইয়ালৈ আহিলে ৰাইজৰ কাৰণে যিটো ভাল হয় তাৰ এটা উপদেশ দিলেহেঁতেন।

**বৰগোহাঞি ঃ** গতিকে তেওঁক নানিও বা এটা সুযোগো নিদিও এটা ডাঙৰ ভুল কৰা হ'ল নেকি?

**শ্ৰীবাস্তৱ ঃ** এটা চেষ্টা কৰিব লাগিছিল। আমি ইমান provoke কৰিছো, সকলো ধৰণৰ provoke কৰিছো leadership-ক লৈ, adviser-ক লৈ professional adviser-ক লৈ...

**বৰগোহাঞি ঃ** এটা opportunity দিব পাৰিলেহেঁতেন।

**শ্ৰীবাস্তৱ ঃ** দিব পাৰিলেহেঁতেন।

**বৰগোহাঞি ঃ** আমি এটা বাণিজ্যিক বিৰতি লৈ লওঁ। ইয়াৰ পিছত আমি ইয়াতকৈও গুৰুত্বপূৰ্ণ প্ৰশ্নলৈ আহিম।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আমি আকৌ আমাৰ কথা-বাৰ্তালৈ ঘূৰি আহিছো। তৃতীয়তে পৰেশ বৰুৱাৰ কথালৈ আহোঁ। মই মাজে মাজে তেওঁৰ লগত কথা পাতিবলৈ সুযোগ পাইছিলো। কিন্তু চাৰিবছৰ আপোনাৰ নিচিনা নহয় বছৰত এবাৰ-দুবাৰ নিজেই ফোন কৰিছিলে। মোৰ লগত যুদ্ধও হৈছে, হত্যাৰ ভাবুকিও দিছে। কিন্তু তাৰ পাছত মোৰ লগত খুউব বন্ধুও হৈছে। কিন্তু তেওঁৰ বিষয়ে জানো বুলি মই দাবী নকৰো। আপুনি বহুত জানে। তেওঁৰ assesment কি?

**শ্ৰীবাস্তৱ ঃ** মই এটা প্ৰসংগ কৈ পেলাই কওঁ। আৰম্ভণি পৰ্যায়ত কিবা এটা ঘটনাৰ পাছত ফোন কৰিলে জানিবৰ বাবে। মোৰ যোগাযোগকাৰী মানুহ আহি পেলাই মোক ক'লে যে আজি ফোন আপোনাৰ তাত কৰিব আৰু request কৰিছে যে আপুনি নিজে থাকিলে ভাল হয়... ঠিক আছে মই কথা পাতিম বাৰু। কথা পাতি থাকোঁতে, issue-টো যি আছিলে তাৰ কথাও। তাৰ পাছত কৈছে— আপুনিও জেনেৰেল, মইও জেনেৰেল। মই মোৰ কাম কৰি আছো। আপুনি আপোনাৰ কাম কৰি আছে। মই আপোনাৰ পৰা বহুখিনি শিকিবলৈ পাইছো। মোৰ কোনো আপত্তিয়েই নাই। আপোনাৰ যিটো আদেশ বা যিটো কাম কৰিছে জেনেৰেল হিচাপে কৰিছে আৰু ময়ো কৰিলোহেঁতেন। দ্বিতীয়তে, বহুতখিনি কথাৰ অন্তত মই ক'লো যে যিটো হ'ল ঘূৰিতো আহিব লাগে যি অসমৰ কাৰণে ইমানদিন যুদ্ধ কৰি

আছে, সেই অসমৰ মাটিলৈ আহিবতো লাগে। বাইজৰ মাজত নাহিলে... কাৰণে স্বাধীনতা বিচাৰিছে। ক'লে, মোক যদি সুযোগ দিয়ে মই আহিম। সুযোগ মানে কি? মই ক'লো যে মিজোৰাম মডেলটো কৰিবলৈ মই চৰকাৰৰ লগত কনট্ৰেক্ট কৰিব পাৰো, মোৰ দিল্লীৰ লগত যোগাযোগ আছে, ৰাজ্য চৰকাৰকো মনাই ল'ব পাৰিম। মিজোৰামৰ নিচিনা আপুনি আহি যাওক। Ruling party of the day, they will ... in your favour...। মই ক'লো তুমি Chief minister হ'লে তোমাৰো ডিজি হ'বলৈ ৰাজী আছোঁ। মোৰ কোনো আপত্তি নাই। মই চাকৰি কৰা মানুহ। তুমি ৰাজনৈতিক পথ ল'ব পাৰা। তেতিয়া ক'লে সেইটো মই জানো। আমি যি request কৰিম, কৰিবৰ বাবে বা আদেশ দিম... very tactful.

**বৰগোহাঞিঃ** অ' অ' বুজিছো।

**শ্ৰীবাস্তৱঃ** মই যি request কৰিম আপুনিতো সেইটো কৰিবই। গভৰ্মেণ্টৰ স্বাৰ্থত। মোৰ এটা কথা আছে মোক ভূটান মডেল লাগে। I will not explain. বহুত detail কথা পাতিলো। কিন্তু ভূটান মডেল বুলি ক'লে, আপুনি বুজিব পাৰিছে...। মই তাৰ পাছত ইমান এটা বাক্য ক'লো I will take it up য'ত লাগে, I will send this note and I will try to negotiate. কিন্তু এটা কথা নহয়, ৰজা কোন হ'ব? সেই নামটো মোক কৈ দিয়া। তেতিয়াহে মই প্ৰস্তাৱ কৰিব পাৰিম। He also knew my mind. মই কি ক'ব বিচাৰিছো আৰু তুমি কি বিচাৰি আছা? Ofcourse, তাৰ পিছৰ পৰা আমাৰ relation টো অলপ formal কৰিলো। আপোনা আপুনি বুলি-সম্বোধন কৰিলো। মই কৰ্ণেল বৰুৱা বুলি ক'লে ভাল পাইছিলে। I am sorry. এতিয়া হয়তো বেয়াও পাব পাৰে যে মই ইমানদিন secret ৰখা বস্তু। কিন্তু মই কৈছো ৰাইজে জানিব লাগে।

**বৰগোহাঞিঃ** তেওঁৰ ক্ষতি হ'বলগীয়া কোনো কথা কোৱা নাই।

**শ্ৰীবাস্তৱঃ** But one thing. মই ভাবো যে ইমানদিন যে চলিলে তাৰ কাৰণ হ'ল He is a sports person and know him as sports person. মই যেতিয়া অতিৰিক্ত আৰক্ষী অধীক্ষক তেতিয়া মানুজনে ফুটবল খেলিছিলে। ক্লাবৰ মাটি আছিলে তাতে খেলা হয়। তাত Add. S.P. হিচাপে team-ক পৰিচয় কৰাই দিবলৈ যাওঁতেহে মোৰ প্ৰথম...

**বৰগোহাঞিঃ** আপুনি তেওঁৰ তালৈ যোৱাৰ আগতেই ভালকৈ জানে।

**শ্ৰীবাস্তৱঃ** অলপ জানো আৰু এইটো জনাৰ কাৰণেহে আমাৰ এটা সুবিধা হ'ল কথা পাতিবৰ কাৰণে। মই politically বা professionally কি কৰিলেহেঁতেন

*নকৰিলেহেঁতেন সেইটো বেলেগ কথা। কিন্তু উদ্দেশ্য এইটো আছিলে যে If I can* know him আৰু তেওঁ যদি মোক বুজি পায়, আমি হয়তো এটা শান্তিৰ ব্যৱস্থা কৰিবৰ বাবে, মইতো ready আছিলো। ইয়াৰ পৰা বাহিৰত লগ কৰিবৰ বাবেও আহি যাম। মোৰ তো ভয় নাই যে তুমি মোক বন্দী কৰি থৈ দিবা। কথা পাতিম। I want to know what you want. তেতিয়া এইখিনি কথা ওলাইছিলে। কিন্তু এটা কথা..... sports person হ'লে he knows how to lead his men... the dedication, the devotion, the determination he had all the thing... যিটো প্ৰচণ্ড ধৈৰ্য ধৰিছে, যিটো বাংলাদেশত property হৈছে, investment হৈছে, বাহিৰত আছে, এইখিনি এৰি পেলাই মানুহে...

**বৰগোহাঞিঃ** আপুনি ভাবে নেকি যে তেওঁৰ settlement-ত আগ্ৰহ থাকিব এইটো হোৱাৰ পাছত... বাৰু সেইটো আৰু এতিয়া কোৱাটো টান। মই এবাৰ লিখিতভাৱে প্ৰস্তাৱ দিছিলো যে তোমালোক আহাঁ, এটা আঞ্চলিক দল কৰা, যি সময়ত মই লেখিছিলো, তোমালোকে sweep কৰিলাহেঁতেন আৰু তেতিয়া চাগে মিজোৰাম মডেলটো ইয়াতো হৈ গ'লহেঁতেন।

কিন্তু যিহেতু আপুনি চাৰি বছৰ ধৰি dialogue কৰিছে, তেওঁ এজন ভাল মুখ্যমন্ত্ৰী হ'ব পাৰিলেহেঁতেন নে? কাৰণ মুখ্যমন্ত্ৰীৰ ভূমিকাতো ল'লে মানুহটো অলপ সলনি হৈ যায়। এতিয়া লালডেংগা, মই ভাবো যে জোৰাম থাংগাই যিটো কৰিছে, মই লালডেংগাকো বহুত... তেতিয়া শইকীয়া ৰাজ্যপাল আছিলে, তেওঁৰ ঘৰতে মই চাৰি ঘণ্টা লালডেংগাৰ লগত কটাইছো। কিন্তু লালডেংগাই মোক ইমপ্ৰেছ কৰিব নোৱাৰিলে। নোৱাৰিলে এই কাৰণে যে মুখ্যমন্ত্ৰী হোৱাৰ আগতেই যিটো মানুহ, মুখ্যমন্ত্ৰী হোৱাৰ পাছত সি became number one psycho. আগৰ লালডেংগাৰ কোনো অস্তিত্বই নাই। কিন্তু জোৰাম থাংগা, তেওঁতো... He was number two. কিন্তু মই ভাবো তেওঁ এজন ভাল মুখ্যমন্ত্ৰী। কিন্তু পৰেশ বৰুৱাৰ বিষয়ে আপোনাৰ কি ধাৰণা? তেওঁ Political leader হ'ব পাৰিবনে? প্ৰশাসক হ'ব পাৰিবনে?

**শ্ৰীবাস্তৱঃ** এডমিনিষ্ট্ৰেটিভ কেপাচিটিটো এতিয়াও আছে ছাৰ। যদি আপুনি চাই দেখিব তেওঁ যিটো সংগঠন মেনেজ কৰি আছে, ইয়াৰ আকাৰ বা ধৰণ যিয়েই নহওক, এটা Strictness, এতিয়া ধৰক crack আহিবলৈ ধৰিছে... বহু দিনতো নচলে।

**বৰগোহাঞিঃ** কিন্তু সেইটো তেওঁৰ পৰিপক্কতা বা বুদ্ধিৰ পৰিচায়ক হৈছে জানো?

**শ্ৰীবাস্তৱ ঃ** মই কৈছো যে আহিবলৈ বিচাৰে। সকলো মানুহেই আহিব বিচাৰে। Negotiation-ক না কৰা হোৱা নাই। কিন্তু কথা হৈছে face save টো।

**বৰগোহাঞি ঃ** Face save-টো দিবই লাগিব।

**শ্ৰীবাস্তৱ ঃ** মই এটা কথা কৈছো আপুনি advance কৈ কেনেকৈ কৈ থ'ব? এইটোতো negotiation-ত আহিলেহে হ'ব। এইটো আমি সকলোৱে realise কৰিলো। পৰেশ বৰুৱাই হওক বা অৰবিন্দ ৰাজখোৱাই হওক relaise কৰিব লাগিব যে মই যদি আগতীয়াকৈ সকলো কথা কৈ দিওঁ আৰু যদি তোমাৰ back-ত বেলেগ আছে— আই এছ আইৰ grip-ৰ পৰা ওলালেহে। মই কি দিম? ভাল পাবা ল'বানে নাই? সেইটো কোৱাৰ আগতে মালিকৰ হাতৰ পৰা ওলাই আহিব লাগিব। কঁকালত যে বেল্টটো বান্ধি থৈ দিছে এইটো কি হ'ব?

**বৰগোহাঞি ঃ** মাজে মাজে তেওঁৰ বুলি দাবী কৰা মানুহ মোৰ ওচৰলৈকো আহে। আজি এবছৰৰ আগতে, তাতকৈও কম সময়ৰ আগতে, যেতিয়া এই পি চি জি নে কি যে আছিলে, সেইবোৰ যেতিয়া fail কৰিলে, তেতিয়া মোৰ ওচৰলৈ এজন মানুহ আহিলে, সেইজন মানুহ হয়তো আপোনাৰ ওচৰলৈও যায়, বহুতৰ ওচৰলৈও যায়। এটা face saving formula লৈ আহিছিলে যে আপুনি এইটো accept কৰাই দিয়ক, তেতিয়াহ'লে বাকীখিনি শেষ হৈ যাব। যিটো প্ৰস্তাৱ দিছিলে সেইটো কিন্তু কৰাব পৰা গ'লহেঁতেন। সেই দিশত মই অগ্ৰসৰ নহ'লো। মই ক'লো যে মই আৰু আগ নাবাঢ়ো, কাৰণ মই দুই-তিনিবাৰ কৰিবলৈ গৈ মই ঠগ খাইছো। বাৰে বাৰে যে আপুনি কৈছে, সেইটো মইও জানো; সেইটো নিদিয়ালৈকে তেওঁক অনাটো সম্ভৱ নহ'ব।

**শ্ৰীবাস্তৱ ঃ** কাকো সম্ভৱ নহয়.....

**বৰগোহাঞি ঃ** কিন্তু face saving formula বিচাৰিছে, সেইটো এনেকুৱা এটা বস্তু নহয় যে যিটো দিবলৈ গ'লে অসমৰ বা ভাৰতৰ বিশেষ ক্ষতি হ'ব। মই যিমানখিনি জানো সেইটো কৰিব পৰা গ'লহেঁতেন। কিন্তু কোনে কৰা নাই আপুনি মোতকৈ বেছি ভালকৈ জানিব।

**শ্ৰীবাস্তৱ ঃ** ইমান ভিতৰলৈ নগৈ মই আপোনাক দুটা কওঁ যে face savingৰ formula যেতিয়া কৰিবলৈ ল'লো, তেতিয়া কি হ'ল মই আপোনাক ক'লো, পিছতো আমি বহুত কথা পাতিলো। তাক প্লাছ-মাইনেছ কৰি, স্কেলত আনিছো, ছিক্সটি-চেভেনটি-ফৰ্টি— এইবিলাক কৰা হৈছে। এটা particular point-ত he agre to speak to press– এন ডি টি ভি আৰু জি টি ভি। Voice-টো ৰেকৰ্ডেড

voice। টেলিফোনত কথা পতা ৰেকৰ্ডেড voice-টো দিয়া হৈছিল— য'ত মানুহজনে কথাটো ক'লে, negotiation-ৰ বাবে সাধাৰণতে যিটো আহে। কাৰণ বহু দিন ধৰি মানুহে মাতেই শুনা নাছিলে, আৰু এটা কথা ওলাইছিলে, পৰেশ বৰুৱা আছেনে নাই? সেইটো চলি আছিলে।

**বৰগোহাঞি ঃ** অ' মাজতে সেইটো ওলাইছিলে...

**শ্ৰীবাস্তৱ ঃ** তাক disprove কৰিবৰ কাৰণে যে মানুহ আছে ৰাইজে জানক, তাৰ পাছত যিটো কথা পাতিম, সেইটো হ'ব Bureaucracy প্লাছ-মাইনাছ, বোধহয় দিল্লীতে দুই-তিনিজনৰ মাজত বুজাবুজিত ভুল হ'ল। দুটামান statement আহি গ'ল slightly contradictory. মানুহজনৰ, তেওঁলোকৰ system-ৰ বাবে watch system-টো খুউব ভাল processing, scanning, screening– খুউব fast, কাৰণ আমাৰ মানুহেও কৈ আছে, আপুনিওতো জানে। এই যে contradiction-টো পায়, মোক ফোন কৰি ক'লে যে মোক next day নকৰিব। দুই নম্বৰ কথা হ'ল, interesting মই কওঁ, আপুনি কৈছে ঠিক আছে। আমিতো কোৱা নাই কথা নাপাতো আৰু solution নিবিচাৰো, মই ঘূৰি যাবলৈ নিবিচাৰো। Traffic jam-ত পৰিবলৈ খোজা নাই। মই ক'লো কিহৰ traffic jam? কৈছে আপুনি বুজি পাব লাগে... I am just repeating... মই ক'লো কৈ দিয়া, নিজে কৈ দিয়া। তেতিয়া কৈছে চাওক ভাৰত চৰকাৰে কাশ্মীৰৰ পৰা আৰম্ভ কৰি নাগালেণ্ডলৈকে কিমানখিনি পাৰ্টিৰ লগত কথা আছে? মই এনেকুৱা এটা ভিৰৰ মাজত আমাৰ outfit-ক লৈ কথা পাতিবলৈ সোমালো, traffic jam হৈ গ'ল। মই ক'লো group বেলেগ হ'ব, team বেলেগ হ'ব। কিন্তু নাই— ডিছিচন লোৱা মানুহ কিন্তু একেই হ'ব... চোকা মানুহ।

**বৰগোহাঞি ঃ** চোকা মানুহ। এটা কথাই প্ৰমাণ কৰে...

**শ্ৰীবাস্তৱ ঃ** Obstinacy... আৰু ইমানদিনে কামাণ্ড কৰাৰ যি এটা অভ্যাস হৈ গ'ল যে মোৰ মুখৰ পৰা শব্দ ওলালে, মৃত্যুদণ্ড দিব পৰা যায়... যিজন মানুহে নিজৰ Presidentকো প্ৰাণদণ্ড দিবলৈ খুজিছিলে—৯২-ত যদি আপোনাৰ মনত আছে। তেতিয়া আমি এটা first বীটটো কৰিছিলো এটা negotiation-ৰ বাবে। তেওঁলোকৰ President-ক লৈ গৈছিলো, এইবিলাক হ'ল, তাৰ পিছত যে failure হ'ল তাৰ পৰিবৰ্তে দণ্ড বিহাটো কোনে কৰিছিলে অৰবিন্দ ৰাজখোৱাক— সকলোৱেই জানে। হাঠিয়াৰ থকা মানুহ। দুই নম্বৰ বা তিনি নম্বৰত থকা মানুহৰ যদি সংগঠনত ইমান নিয়ন্ত্ৰণ আছে— সকলোৱে জানে যে এই মানুহজনৰ

মনোভাৱ পৰিৱৰ্তন নোহোৱালৈকে, তেখেতক negotiation-ত ননালৈকে সমাধান বুলি নহয়, আমি temporary peace টো পাব পাৰো। দুটা গ্ৰুপ আহি গৈছে এইটো ভাল হৈছে...

**বৰগোহাঞি ঃ** স্থায়ী সমাধান নহ'বগৈ।

**শ্ৰীবাস্তৱ ঃ** স্থায়ী সমাধান তেতিয়ালৈকে নহ'ব যেতিয়ালৈকে outfit represent কৰা মানুহ আহি পেলাই, না বুলি ক'লে outfit নাইকিয়া হ'ব, যি হাত দি থাকিলে outfit থাকিব। Outfit থকালৈকে এইটো সমাধানৰ কথা নহয়, এইটো শান্তি আমি আনিব পাৰিম, উন্নতিৰ পথত আগুৱাব পাৰিম কিন্তু এটা ভয় আমাৰ থাকি যাব।

**বৰগোহাঞি ঃ** আজি যিটো আলোচনা হ'ল অকল মইহে নহয়, দৰ্শক-শ্ৰোতাৰো বোধহয় হেঁপাহ নপলালে। মই আপোনাক আকৌ লগ পাবলৈ আশা কৰোঁ। আজি আপুনি যিখিনি কথা ক'লে সেইখিনিৰ প্ৰত্যেকটো শব্দই অসমৰ মানুহৰ কাৰণে খুউব নতুন কথা হ'ব, ইমান বেছি চিন্তাৰ খোৰাক পাব। মই ভাবোঁ যে এই কাৰ্যসূচী সঁচাকৈয়ে সাৰ্থক হৈছে। ইমানখিনি সময় দিয়া বাবে ধন্যবাদ দিলোঁ। আপোনাক আকৌ দুটা কথা কওঁ— প্ৰথম আমি আপোনাক আকৌ লগ পাব খোজোঁ। দ্বিতীয়তে আপুনি আপোনাৰ memoir, স্মৃতিকথা লিখিব লাগিব দেশৰ স্বাৰ্থত। আজিলৈকে অনুষ্ঠান সামৰণি মাৰিলো।

**শ্ৰীবাস্তৱ ঃ** ধন্যবাদ। মই আপোনাৰ আদেশ সদায় মানি আহিছো। আপোনাৰ পৰা শিকিছো, আপুনি সময় দিব লাগিব। আপুনি যেতিয়া মাতিব, আমি আহিম।

*(১৪ নৱেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# কামাখ্যা প্ৰসাদ তাছাৰ সৈতে হোমেন বৰগোহাঞি



*"নিজৰ নেতাসকলো নপুংসক হৈ আছে ছাৰ। কাৰণ ছোৱালী এজনীক নাঙঠ কৰি দিয়াৰ পিছতো এনেকুৱা এজন নেতা নোলাল যি নেকি তাৰ প্ৰতিবাদ কৰিছে। তেওঁলোকে ইয়াক লৈ ৰাজনীতিহে কৰিলে।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। আজি আকৌ এবাৰ আপোনালোকৰ লগত মুখামুখি হৈছোহি। লগতে মুখামুখি হ'ম মোৰ এজন নতুন অতিথি শ্ৰীকামাখ্যা প্ৰসাদ তাছাৰ লগত। কামাখ্যা প্ৰসাদ তাছা— মই অকল চাহ জনগোষ্ঠীৰ বুলি নকওঁ, গোটেই অসমৰ নতুন প্ৰজন্মৰ উদীয়মান যিকেইজন নেতা, যিসকলে অসমৰ ভৱিষ্যৎ নিৰ্মাণ কৰিব তেওঁলোকৰ ভিতৰত এজন বুলি মই নিজে ভাবোঁ। অসমৰ মুঠ জনসংখ্যাৰ ৭০ লাখ মানুহেই চাহ জনগোষ্ঠীৰ মানুহ। আমি সকলোৱে এই কথা জানো যে অসমৰ ৰাজনীতি, অৰ্থনীতি, সমাজ সকলো ক্ষেত্ৰতে চাহ জনগোষ্ঠীয়ে এটা খুব গুৰুত্বপূৰ্ণ নিৰ্ণায়ক ভূমিকা লৈ আহিছে। সেই ফালৰ পৰা চাহ জনগোষ্ঠীৰ পৰা অসমৰ যিসকল নেতা ওলাই আহে, তেওঁলোকে অসমৰ ৰাজনীতিত অতি গুৰুত্বপূৰ্ণ ভূমিকা লয়।

বাৰু কামাখ্যা, আপোনাৰ জন্ম হৈছিল কোন চনত?

**কামাখ্যা প্ৰসাদ তাছা ঃ** ১৯৭৫ চনৰ ১৫ অক্টোবৰত।

**বৰগোহাঞি ঃ** জন্ম ক'ত হৈছিল?

**তাছা ঃ** যোৰহাটৰ হাতীগড় চাহ বাগিচাত।

**বৰগোহাঞি ঃ** আপোনাৰ জন্ম বাগিচাতেই হৈছিলনে?

**তাছা ঃ** ঘৰ বাগিচাত; কিন্তু জন্মতো মোৰ চিভিল হাস্পতালত হৈছিল।

**বৰগোহাঞি ঃ** সুধিলো এই কাৰণেই যে আপোনাৰ দেউতা স্বৰ্গীয় দেউৰাম তাছা— তেখেত এজন চিন্তাশীল সাহিত্যিক আছিল আৰু তেখেতৰ ৰচনা-সম্ভাৰ অসম সাহিত্য সভাই 'দেউৰাম তাছা ৰচনাৱলী' নাম দি প্ৰকাশো কৰিছে। গতিকে

মোৰ অনুমান হৈছিল যে যদিও তেখেত চাহ জনগোষ্ঠীৰ মানুহ তেখেতে বোধহয় চাহ বাগিচাত জন্মগ্ৰহণ কৰা নাছিল।

**তাছা ঃ** তেওঁ সম্পূৰ্ণৰূপে, বিশুদ্ধৰূপে চাহ শ্ৰমিক পৰিয়ালৰপৰা আহিছিল। অতি দুখীয়া পৰিয়ালৰ পৰা।

**বৰগোহাঞি ঃ** ১৯৬৮ চনৰ ২৭ জুলাইত লণ্ডনত জেমছ ফিনলে কোম্পানী, ব্ৰিটেইনৰ সৰ্ববৃহৎ চাহ কোম্পানী অন্যতম, তেওঁলোকৰ অসমতো চাহ বাগিচা আছিল। এতিয়া আছেনে নাই নাজানো, ১৯৮০ চনলৈকে আছিল— তেওঁলোকৰ যিখন গভৰ্নিং বডিৰ মিটিং তাত হৈছিল, সেই মিটিঙত তাৰ চেয়াৰমেনে ঘোষণা কৰিছিল যে সেই বছৰত জেমছ ফিনলে কোম্পানীয়ে কেৱল অসমৰ পৰাই বিশ কোটি পাউণ্ড লাভ অৰ্জন কৰিছিল। কিন্তু ইমান ভাল খবৰ পোৱা সত্ত্বেও সেই অংশীদাৰসকলৰ এটা অংশই জেমছ ফিনলে কোম্পানীৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল আৰু বিদ্ৰোহৰ নেতৃত্ব লৈছিল কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ সমাজ বিজ্ঞানৰ অধ্যাপক ৰুজাৰ জেফৰিয়ে। তেওঁৰ আপত্তি আছিল এইটো যে এই কোম্পানীটোৱে ইমান বৃহৎ পৰিমাণৰ লাভ অৰ্জন কৰিছে; কিন্তু যিসকল শ্ৰমিকক শোষণ কৰি এই বিপুল পৰিমাণৰ অৰ্থ আদায় কৰা হৈছে তেওঁলোকৰ অৱস্থা ইমানেই শোচনীয় যে তেওঁলোকৰ বাগানত শিশুৰ মৃত্যু সংখ্যা ভাৰতৰ ভিতৰত সৰ্বাধিক। তেওঁলোকক যিটো অমানৱীয়, অস্বাস্থ্যকৰ পৰিৱেশত কাম কৰিবলৈ বাধ্য কৰোৱা হয়, মানুহবোৰ অকালতে বেমাৰত পোক-পৰুৱাৰ দৰে মৰে। সেইটো আছিল ১৯৬৮ চনৰ কথা। এতিয়া সেইটোৰ ৩৫ বছৰ হৈছে। সেই অৱস্থাৰ পৰিবৰ্তন এতিয়া হৈছেনে?

**তাছা ঃ** সেই অৱস্থাৰ কোনো পৰিবৰ্তন ঘটা নাই। এই অৱস্থাত, এতিয়াও মানুহে গেষ্ট্ৰো-এণ্টাইটিছৰ নিচিনা সামান্য বেমাৰত শ শ মানুহ আক্ৰান্ত হৈ আছে। আজি কিছুদিনৰ আগতে আমগুৰিৰ নিচিনা কোম্পানীত মানুহ মৰিছে।

**বৰগোহাঞি ঃ** এই ৭০ লাখ মানুহৰ জনগোষ্ঠীটোক শাসক দলে প্ৰায় কেপটিভ ভোট বেংক হিচাপেই ব্যৱহাৰ কৰি আহিছে। তাৰ অৰ্থ চাহ জনগোষ্ঠীৰ বিধায়ক আৰু মন্ত্ৰীসকলৰ দৰ-দাম কৰাৰ ক্ষমতা প্ৰচুৰ আছে। তেনে স্থলতো তেওঁলোকে এই নিজৰ জাতি-ভাইসকলৰ ভাগ্যৰ কিয় পৰিবৰ্তন কৰিব পৰা নাই?

**তাছা ঃ** প্ৰথম কথা মানুহৰ যিটো অৱস্থা চৰকাৰ— প্ৰথমতে চৰকাৰ, কল্যাণকামী ৰাষ্ট্ৰ, চৰকাৰে গুৰুত্ব দিব লাগিব। ব্যৱসায়ী গোষ্ঠী, তেওঁলোকে ব্যৱসায় কৰিবলৈ আহিছে ইয়াত তেওঁলোকে সমাজ সেৱা কৰিবলৈ অহা নাই।

কিন্তু আমি বাধ্য কৰাব পাৰোঁ চৰকাৰে বাগিচা কৰ্তৃপক্ষক। কাৰণ কল্যাণকামী ৰাষ্ট্ৰত বাগিচা কৰ্তৃপক্ষই নিজৰ শ্ৰমিকৰ উন্নয়নৰ কাৰণে ৰেছপনচিবল্ হৈ থাকে।

**বৰগোহাঞিঃ** তেওঁলোকে লাভৰ কাৰণে আহিছে। মই যে ক'লো জেমছ ফিনলে কোম্পানীৰ চেয়াৰমেনে বিদ্ৰোহৰ উত্তৰত কৈছিলে, আমি অসমলৈ গৈছোঁ— তাৰ শ্ৰমিকৰ কল্যাণ কৰিবলৈ নহয়, আমি গৈছো ধন ঘটিবলৈ। শ্ৰমিক বিৰোধী নীতিয়েই পালন কৰি আহিছে।

**তাছা ঃ** শ্ৰমিক বিৰোধী নীতি পালন কৰা কাৰণে আজি ২০০৮ চনতো মানুহৰ জীৱনৰ কোনো পৰিৱৰ্তন হোৱা নাই।

**বৰগোহাঞিঃ** মোৰ প্ৰশ্নটোৰ আপুনি উত্তৰ দিয়া নাই। সেই শ্ৰমিক বিৰোধী নীতিৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ অসমৰ ৰাজনৈতিক নিৰ্ণয়কাৰী শক্তি হিচাপে থিয় হোৱা চাহ জনগোষ্ঠীয়ে বা তেওঁলোকৰ নেতাই বা আপোনাৰ নিচিনা যুৱছাত্ৰই কিয় বাধ্য কৰাব পৰা নাই?

**তাছা ঃ** প্ৰথম কথা হৈছে যে চাহ জনগোষ্ঠীৰ মানুহখিনিয়ে অসমৰ অৰ্থনীতিলৈ অভূতপূৰ্ব অৱদান আগবঢ়াইছে। সেই হিচাপে মই যদি চাহ জনগোষ্ঠীৰ হওঁ, অকল ময়ে যে কাম কৰিব লাগিব তেনেকুৱা নহয়। আমি এটা কথা কৈছোঁ যে, চাহ জনগোষ্ঠী অধ্যুষিত অঞ্চলৰ পৰা অহা যিসকল— জাতি বৰ্ণ নিৰ্বিশেষে সকলোৱে চাহ বাগিচাৰ মানুহৰ কাৰণে কাম কৰিব লাগে আৰু ভোটবেংক হিচাপে গ্ৰহণ কৰি থকাৰ কাৰণেই এওঁলোকে, মানুহে বিনিময়ত একো নিবিচৰা কাৰণেই তেওঁলোকৰ তেনে অৱস্থা ৰাখিলে।

**বৰগোহাঞিঃ** চাহ জনগোষ্ঠীৰ মানুহৰ হাতত প্ৰচুৰ ৰাজনৈতিক ক্ষমতা থকা সত্ত্বেও, বাকীবিলাক মানুহক কিয় কাম কৰিবলৈ বাধ্য কৰাব পৰা নাই?

**তাছা ঃ** মই ভাবোঁ চাহ জনগোষ্ঠীৰ যিসকল নেতা আহিছে এওঁলোক নিজেই ইমান ক্ষমতা পিপাসু, ক্ষমতাৰ কাৰণে ইমান লালায়িত, এওঁলোকে জাতিদ্ৰোহী কাম কৰিবৰ কাৰণে পিছ হোহকা নাই। সেই কাৰণেই ২০০৮ চনলৈকে আজিও মানুহ গেষ্ট্ৰো-এন্টাইটিছত মৰিছে।

**বৰগোহাঞিঃ** কিন্তু সেই নেতাবোৰেই বাৰম্বাৰ কেনেকৈ মন্ত্ৰী-বিধায়ক হৈ আহে?

**তাছা ঃ** এইবিলাক মানুহে মানুহবিলাকক হোজা কৰি ৰাখিছে আৰু তেওঁলোকে তাৰ পৰা এটা অৰগেনাইজড্ ভোট তাৰ পৰা লৈ জিকি আহিছে। তাৰ বিপৰীতে আমি যথেষ্ট কাম কৰিছো।

**বৰগোহাঞিঃ** কোনে কৰিছে?

**তাছা ঃ** যিটো নতুন চাম, চাহ জনগোষ্ঠীৰ যিটো নতুন চাম...

**বৰগোহাঞিঃ ঃ** আপোনালোকে ব্যক্তিগতভাৱে কৰিব নে কিবা এটা অনুষ্ঠানৰ জৰিয়তে, ছাত্ৰ সংগঠনৰ জৰিয়তে...

**তাছা ঃ** হয়, চাহ জনগোষ্ঠীৰ ছাত্ৰ সন্থাৰ জৰিয়তে মই মানুহৰ মাজত ছাৰ, কণা মানুহ, ধৰি লওক দহজন কণা মানুহ আছে, সকলোৰে পিছে পিছে আপুনি ঘূৰিব নোৱাৰে। তেওঁলোকক এটা ৰাস্তা দেখুৱাই দিব লাগিব। সেই ৰাস্তা দেখুওৱাৰ ক্ষেত্ৰত চাহ জনগোষ্ঠীৰ ছাত্ৰ সন্থাৰ হৈ আমি এই ক্ষেত্ৰত প্ৰচেষ্টা আগবঢ়াইছো।

**বৰগোহাঞিঃ ঃ** মই এটা অভিযোগ কৰিব খুজিছো যে চাহ জনগোষ্ঠীয়ে কেৱল নেতা তৈয়াৰ কৰে। চাহ জনগোষ্ঠীৰ কাৰণে কাম কৰিব পৰা মানুহ তৈয়াৰ কৰিব পৰা নাই। আপোনালোকৰ যিখিনি যুৱ ছাত্ৰ সংগঠন, মই তেওঁলোকৰ বিৰুদ্ধেও ক'ব খোজোঁ যে আজি প্ৰতি বছৰে যে গেষ্ট্ৰ-এণ্টাইটিছত মানুহ মৰে, আপোনালোকৰ যিটো ছাত্ৰ সংগঠন, যুৱ সংগঠন আছে— সেইবিলাকৰ মাজলৈ গৈ আজিলৈকে এটোপা খোৱাপানীৰ ব্যৱস্থা কিয় কৰিব পৰা নাই?

**তাছা ঃ** যেতিয়া গণতান্ত্ৰিক দেশ এখনত অগণতান্ত্ৰিক নেতাই শাসন কৰিব তেতিয়া এনেকুৱা ফল আপুনি দেখিবলৈ পাব।

**বৰগোহাঞিঃ ঃ** মই এটা উদাহৰণ হিচাপে কওঁ, যেতিয়া মহাত্মা গান্ধীৰ নেতৃত্বত মুক্তি আন্দোলন চলিছিল, সেইটো কেৱল ৰাজনৈতিক আন্দোলন নাছিলে। তাৰ লগে লগে অস্পৃশ্যতা বৰ্জন, নাৰীমুক্তি, নিৰক্ষৰতা দূৰীকৰণ এই আটাইবোৰ বস্তু, সামাজিক যিটো সংস্কাৰৰ কাম— সেইটো সামৰি লৈছিল। ঠিক তেনেকৈ ৰাছিয়াত যেতিয়া কমিউনিষ্ট বিপ্লৱ চলি আছিল তাৰ বহুদিন আগৰেপৰা তাৰ যিখিনি নতুন চামৰ ডেকামানুহ তেওঁলোকে ভাবিছিল যে আমি যদি ৰাছিয়াৰ মানুহখিনিক এটা পৰিৱৰ্তন আনিবৰ কাৰণে প্ৰস্তুত কৰিব লাগে তেনেহ'লে তেওঁলোকৰ প্ৰথমতেই শিক্ষা বিস্তাৰ কৰিব লাগিব। ৰাছিয়াৰ জাৰ তন্ত্ৰই সেইটো নকৰিছিলে। গতিকে তাৰ আটাইখিনি ডেকা মানুহে, যুৱক বিপ্লৱীসকলে গাঁৱে-গাঁৱে গৈ তেওঁলোকৰ প্ৰথম কাম হৈছিলে সেই মানুহবোৰক শিক্ষিত কৰা। মই ভাবোঁ যে আপোনালোকৰ যিখিনি ছাত্ৰ সংগঠন, যুৱ ছাত্ৰ সংগঠন আছে, তেওঁলোকে এই যে সমাজ সংস্কাৰৰ কামটো, তেওঁলোকৰ মাজত শিক্ষাবিস্তাৰৰ কামটো— আপোনালোকে অকণো গুৰুত্ব দিয়া নাই। সকলো সংগঠনৰ নিচিনাকৈ আপোনালোকৰো শেষ লক্ষ্য ৰাজনৈতিক ক্ষমতা দখল কৰা।

**তাছা ঃ** ছাৰ নহয়, মই অন্ততঃ নহয়। মই যেতিয়া চাহ জনজাতি ছাত্ৰ সন্থাৰ

সাধাৰণ সম্পাদক আছিলো আৰু অন্যান্য কাৰ্যনিৰ্বাহকখনে কিন্তু সেই সময়ত সৰ্বশিক্ষাৰ যিটো সৰ্বব্যাপি শিক্ষা সেই শিক্ষাটো চাহ বাগিচাৰ বস্তি অঞ্চলত লৈ যোৱাৰ কাৰণে যিমান পাৰোঁ আমি চেষ্টা কৰিলো। কিন্তু ইয়াৰ দুখন জিলাহে এতিয়া চৰকাৰে নিয়ন্ত্ৰণ কৰে। এটা অবিভক্ত যোৰহাট জিলা আৰু এতিয়া শিৱসাগৰ-গোলাঘাট, যোৰহাট আৰু শিলচৰ জিলা। বাকী গোটেইবিলাকত শিক্ষা ব্যৱস্থাটো চাহ বাগিচাৰ, বিশেষকৈ চাহ বাগিচাৰ শিক্ষা ব্যৱস্থাটো নিয়ন্ত্ৰিত হৈ আছে মালিকৰ দ্বাৰা।

**বৰগোহাঞিঃ** সেইটো ব্যৱস্থাৰ কিয় পৰিৱৰ্তন কৰিব পৰা নাই? আজি সৰ্বশিক্ষা অভিযানৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে কোটি কোটি টকা ঢালিছে। মই খবৰ পোৱা মতে সৰ্বশিক্ষাৰ অভিযানে আজিলৈকে চাহ বাগিচাক স্পৰ্শই কৰা নাই। এইটো ইমান ডাঙৰ বৈষম্য, সেইটোতো ৰাজ্য চৰকাৰৰো দায়িত্ব। আপোনালোকৰ দায়িত্ব। কেন্দ্ৰীয় চৰকাৰৰ দায়িত্ব। চাহ জনগোষ্ঠীৰ সকলো মানুহৰে ভাগ্য কেইটামান লাভখোৰ মালিকৰ হাতত অৰ্পণ কৰি আপোনালোক নিশ্চিন্ত আছে।

**তাছাঃ** নহয়, এই সম্পৰ্কে যথেষ্ট কোৱা হৈছিল। কিন্তু এই নেতা, যিসকলে বিধান সভাত সোমাই এওঁলোকৰ ইমানেই তিনি নম্বৰ চিন্তাধাৰা আছে, এওঁলোকে সেই সময়ত সেই চিন্তাটো কেৱল শিক্ষক নিযুক্তি আৰু অন্যান্য যিবিলাক সৰ্বশিক্ষাৰ আনুষংগিক নিযুক্তি লৈয়ে তেওঁলোক ব্যস্ত থাকিল।

**বৰগোহাঞিঃ** আপুনি এই কথাটো আজি স্পষ্টভাৱে ঘোষণা কৰিব পাৰিব নে যে এতিয়ালৈকে চাহ জনগোষ্ঠীৰ যিমানবিলাক নেতা ওলাইছে, বিধায়ক ওলাইছে, মন্ত্ৰী ওলাইছে সকলোৱেই নিজৰ জনগোষ্ঠীটোৰ প্ৰতি কৰ্তব্য পালনত সমূলি ব্যৰ্থ হৈছে।

**তাছাঃ** সম্পূৰ্ণৰূপে ব্যৰ্থ হৈছে আৰু তেওঁলোকে চাহ জনগোষ্ঠীক ঠগাই পেলাই যিটো ক্ষমতা লৈ আছে সেই ক্ষমতাত থকাৰ নৈতিক অধিকাৰ তেওঁলোকৰ হাতত নাই।

**বৰগোহাঞিঃ** ১৯৫৩ চনতে প্লেন্টেশ্বন লেবাৰ এক্ট হৈছিলে।

**তাছাঃ** নহয়, ১৯৫১ চনত।

**বৰগোহাঞিঃ** ১৯৫১ চনত। তাৰপৰা আজি প্ৰায় ৬০টা বছৰো বেছি পাৰ হৈ গ'ল; কিন্তু আজিলৈকে সেই আইনখন কাৰ্যকৰী নহ'ল। কিয় নহ'ল?

**তাছাঃ** যেতিয়া চাহ মালিকে ৰাজনীতি নিয়ন্ত্ৰণ কৰিব, যেনেকৈ এটা সময়ত মদে চৰকাৰ নিয়ন্ত্ৰণ কৰিছিল, এতিয়া চাহ মালিকে চৰকাৰ নিয়ন্ত্ৰণ কৰে। টাটা,

বিৰলা, খৈতানৰ নিচিনা মালিকে চৰকাৰ নিয়ন্ত্ৰণ কৰিব তেতিয়া আপুনি প্লেনটেশ্বন এক্ট কেনেকৈ ইমপ্লিমেণ্ট কৰিব? প্লেনটেশ্বন লেবাৰ এক্ট অকল চাহ বাগিচাৰ কাৰণে নহয়, প্লেনটেশ্বন লেবাৰ এক্ট সকলো বাগিচাৰ কাৰণে। গতিকে চাহ বাগিচাৰ প্লেনটেশ্বন এক্ট মানে সমবিকাশ। সমবিকাশত আইন লাগে নেকি?

**বৰগোহাঞি ঃ** আইন নালাগিব পাৰে কিন্তু এখন আইন যেতিয়া প্ৰণয়ন কৰি কাৰ্যকৰী নকৰে তাৰতো এটা গভীৰ ষড়যন্ত্ৰ আছে।

**তাছা ঃ** কিছুমান বাগিচাই কৰিছে। কিন্তু বেছিভাগ সময়ত কিন্তু চাহ বাগিচাৰ মানুহক বিশেষ একো কৰা নাই। এইটো বেৰত আঁৰি থোৱা এটুকুৰা কাগজৰ বাহিৰে একো নহয়।

**বৰগোহাঞি ঃ** আপুনি প্ৰথমতে এটা ঘোষণা কৰিলে যে চাহ জনগোষ্ঠীৰ নেতাসকল সমূলি ব্যৰ্থ হৈছে। দ্বিতীয়তে এইটো ক'লে যে আমাৰ ৰাজ্য চৰকাৰেও বৃহৎ চাহ কোম্পানীবিলাকৰ বহতীয়াৰ নিচিনা কাম কৰিছে।

**তাছা ঃ** ডেফিনেট্‌লি। আজি মুখ্যমন্ত্ৰীয়ে দুদিনৰ আগতে উইলিয়ামচন মেগৰৰ পৰা বিশ লাখ টকা লৈছে। মই এইটো নাই কোৱা, কিন্তু বাকী কোম্পানী বিলাকে... এইটো চৰকাৰে নিজে গাৰ্ডেন চলায়। ভাৰত চৰকাৰেও গাৰ্ডেন চলাই আছে, অসম চৰকাৰেও গাৰ্ডেন চলাই আছে। আপুনি তাত তেওঁলোকৰ অৱস্থা দেখিলে আচৰিত হ'ব।

**বৰগোহাঞি ঃ** সেই প্ৰসংগতে এটা প্ৰাসংগিক কথালৈ আহোঁ। পূজাৰ সময়ত চাহ বাগিচাত ব'নাচ লৈ যোৱা বহু বছৰ ধৰি এনেকুৱা সংঘৰ্ষ চলি আছে যে বহুত সংঘৰ্ষত চাহ শ্ৰমিক, বাগান কৰ্তৃপক্ষই প্ৰাণো হেৰুৱাব লগা হৈছে। এই সংঘৰ্ষৰ এটা প্ৰধান কাৰণ যে শ্ৰমিকৰ যিটো প্ৰাপ্য ব'নাচ সেইটো দিয়া নহয়। আৰু নিদিয়াৰ যুক্তি হিচাপে চাহ বাগিচাৰ কৰ্তৃপক্ষই কয় যে তেওঁলোকৰ লাভ হোৱা নাই। কিন্তু ১৯৭৯ চনতে মই এখন পুস্তিকা লিখি তথ্য সহকাৰে প্ৰমাণ কৰিছিলো যে সকলো চাহ বাগিচাই দুই নম্বৰ খাটা ৰাখে আৰু দুই নম্বৰি খাটাৰ যোগেদি তেওঁলোকে লাভৰ পৰিমাণ খুব কম কৰি দেখুৱায় আৰু সেই দুই নম্বৰি খাটা ৰক্ষা কৰাত চৰকাৰৰ কৰ বিভাগে বা বহুতো এজেন্সিয়ে আনকি মোৰ খবৰ মতে চাহ মজদুৰ সংঘৰ নেতা বা অন্যান্য নেতাসকলেও পৰোক্ষভাৱে সহায় কৰে।

**তাছা ঃ** এনেকুৱা এজন নেতা নাই, এজন শ্ৰমমন্ত্ৰী নাই, মুখ্যমন্ত্ৰী নাই যিনেকি মই জনামতে তেওঁলোকৰ বেলেঞ্চছিট— কিমান লাভ হৈছে, কিমান লোকচান হৈছে— কোনোদিন কোনো হিচাপ চোৱা মই দেখা নাই। গতিকে ডেফিনেটলি,

আজি আন্দোলন হ'ল— ১৪ শতাংশ ঘোষণা কৰিলে, কাইলৈ যেতিয়া আন্দোলন কৰিব ১৫ শতাংশ ঘোষণা কৰিব, আকৌ আন্দোলন কৰিলে ১৬ শতাংশ ঘোষণা কৰিব। ব'নাচ এনেকুৱা বস্তু নেকি যে বানপানীৰ নিচিনা বাঢ়িব?

**বৰগোহাঞি ঃ** আমি এইটো কথা ক'ব পাৰো নেকি যে আপোনাৰ কথাৰ ওপৰত ভিত্তি কৰি যে চাহ জনগোষ্ঠীৰ যিসকল শ্ৰমিক নেতা তেওঁলোকেও পৰোক্ষভাৱে বা আনকি বহুতে প্ৰত্যক্ষভাৱে চাহ কোম্পানী বিলাকৰেই সেৱা কৰে?

**তাছা ঃ** ছাৰ, তলৰ পৰ্যায়ৰ চাহ মজদুৰৰ নেতাসকল বা শ্ৰমিক সংগঠনসমূহৰ নেতাসকলে এইবোৰ কথা নকৰে।

**বৰগোহাঞি ঃ** সকলোৱেতো নকৰে। শীৰ্ষ নেতা—

**তাছা ঃ** মই ভাবোঁ ছাৰ শীৰ্ষনেতাই বুজাবুজি কৰে।

**বৰগোহাঞি ঃ** আপোনালোকৰ সমাজত কোন কোন শীৰ্ষ নেতাই এনেকুৱা বিশ্বাসঘাতকতা কৰিছে?

**তাছা ঃ** এতিয়া মানুহে পৱন ঘাটোৱাৰক আঙুলিয়াই দিয়ে। কোনোবই মধুসিং খাগুাৰকাৰক আঙুলিয়াই দিয়ে, কোনোবাই দিনেশ গোৱালাক আঙুলিয়াই দিয়ে, মানুহৰ মুখে মুখে এইবিলাক কথা...

**বৰগোহাঞি ঃ** গতিকে, আপুনি বাৰু প্ৰকাশ্যে একো ক'ব নোৱাৰে কিন্তু মানুহে, তেওঁলোকৰ মাজত আলোচনা হয়, কোনে তেওঁলোকক বিশ্বাসঘাতকতা কৰিছে?

**তাছা ঃ** তেওঁলোকে বেলেঞ্চছিট কিয় ৰাজহুৱা কৰিব নোৱাৰে। চৰকাৰৰ ক্ষমতা নাই। চৰকাৰ নিয়ন্ত্ৰণ হৈছে চাহ মালিকৰ দ্বাৰা।

**বৰগোহাঞি ঃ** কিন্তু আপোনালোকৰ নিজৰ নেতাসকলে?

**তাছা ঃ** নিজৰ নেতাসকলো নপুংসক হৈ আছে ছাৰ। কাৰণ ছোৱালী এজনীক নাঙঠ কৰি দিয়াৰ পিছতো এনেকুৱা এজন নেতা নোলাল যি নেকি তাৰ প্ৰতিবাদ কৰিছে। তেওঁলোকে ইয়াক লৈ ৰাজনীতিহে কৰিলে। বেলতলা ঘটনাৰ পিছত, তেওঁলোকে যি নাঙঠ শৰীৰটো লৈ লাজ নাপায়, তেওঁলোকে শ্ৰমিকৰ ব্যৱস্থা লৈ কিয় চিন্তিত হ'ব।

**বৰগোহাঞি ঃ** আপুনি যিটো ক'ব লাগে খুব স্পষ্ট ভাষাৰে কৈছে। কামাখ্যা, আপুনি কথাৰ প্ৰসংগত চাহ বাগিচাত বেদখল হোৱাৰ কথা কৈছে। অৰ্থাৎ চাহ বাগিচাৰ কৰ্তৃপক্ষই বেদখল কৰি মাটি অধিকাৰ কৰি আছে। সেই মাটিবোৰ যদি

চৰকাৰে উদ্ধাৰ কৰিব পাৰিলেহেঁতেন, সেই মাটিখিনি প্ৰাক্তন চাহ শ্ৰমিকৰ মাজত বিতৰণ কৰিব পাৰিলেহেঁতেন।

**তাছা ঃ** দখল যদি কৰিছে, তাত যদি উৎপাদন কৰিছে তাৰপৰা উদ্ধাৰ কৰাতকৈ তাৰপৰা টেক্সটো উদ্ধাৰ কৰিব পাৰে। যদি কৰা নাই তেওঁলোকে সেইখিনি প্ৰাক্তন চাহ শ্ৰমিকৰ যিখিনি ভূমিহীন মানুহ আছে সেইখিনি তেওঁলোকক দিব লাগিছিল। হিতেশ্বৰ শইকীয়া ডাঙৰীয়া, প্ৰফুল্ল মহন্ত ডাঙৰীয়া, তৰুণ গগৈ ডাঙৰীয়া এই তিনিওজন মুখ্যমন্ত্ৰীক মই অনুৰোধ কৰিছিলো যে ভূমিহীন মানুহবিলাকক একঠাকৈ মাটি দিয়ক, যাতে পট্টা থাকে, অসমৰ ভূমিপুত্ৰ বুলি তেওঁলোকে যিটো ভাবিছে সেইটো ক'বলৈ পাৰে; কিন্তু তেওঁলোকৰ কোনো আগ্ৰহ নাই।

**বৰগোহাঞি ঃ** ১৯৯১ চনৰ যিটো ৰেভিনিউ ডিপাৰ্টমেণ্টৰ বাৰ্ষিক প্ৰতিবেদন, তাত স্পষ্টভাৱে উল্লেখ আছিলে যে ২৩ হেজাৰ হেক্টৰ মাটি চাহ বাগিচাই বেদখল কৰি আছে। সেইটো অকল চিলিঙৰ মাটি নহয়, বাহিৰৰ মাটি। নিশ্চয়তে সেই প্ৰতিবেদন চৰকাৰে পঢ়ি তাৰ ওপৰত ব্যৱস্থা ল'ব লাগে। মোৰ হাতত সেই প্ৰতিবেদন আহি পৰিল ১৯৯৬ চনত। তেতিয়া প্ৰফুল্ল মহন্ত চৰকাৰ। তেতিয়া মই নিজে উদ্যোগ লৈ... বাই ডেট টাইম বেদখলৰ মাটি বহুত বাঢ়ি গ'ল। বিৰোধী দলপতি আছিলে ছিলভিয়াচ কন্দপান। কন্দপানক ক'লো যে এনেকুৱা এটা ডাঙৰ বিষয়, আপুনি এইটো বিধান সভাত উত্থাপন কৰাব লাগে। তেতিয়া মোক ক'লে যে মোক প্ৰশ্নকেইটা দিয়ক। তেওঁ প্ৰণতি ফুকনক— এতিয়াৰ উপাধ্যক্ষক দায়িত্ব দিলে। সিদিনা মই নিজে বিধানসভাত উপস্থিত আছোঁ। তেনে অৱস্থাতে প্ৰণতি ফুকনে প্ৰশ্নটো কৰিলে— কিন্তু সেই সময়ত আমাৰ কন্দপান চাহাব তাত নাছিলে। তেওঁ উঠি গ'ল ক'ৰবালৈ। কিয় উঠি গ'ল— তেওঁ সেই প্ৰশ্নটো শুনা উচিত আছিলে। তাৰ পাছতে প্ৰশ্নটো কৰিলে চৰকাৰৰ পক্ষই— তেতিয়া প্ৰফুল্ল মহন্ত অগপৰ চৰকাৰ। কিন্তু কিবাকিবি উত্তৰ দিলে। তাৰ যে চাপপ্লিমেণ্টৰি কৰিব লাগে তাৰ কাৰণে প্ৰণতি ফুকন প্ৰস্তুত হৈ যোৱা নাছিল। তাৰ পিছত মই নিজে জয়নাথ শৰ্মা ৰেভিনিউ মন্ত্ৰী— তেওঁক মই নিজে যোগাযোগ কৰিলো। তেওঁ তেতিয়া ক'লে যে জিলাৰ আয়ুক্ত বিলাকলৈ চিঠি লিখিছো, তেওঁলোকৰ খবৰটো আনিবলৈ। মই ক'লো যে উপায়ুক্তই দিয়া প্ৰতিবেদনৰ ভিত্তিতহে এইখিনি বেদখল দেখুওৱা হৈছে। কিন্তু ১৯৯১ চনৰ প্ৰতিবেদন— আজিলৈকে এক হেক্টৰ মাটিও

বেদখলমুক্ত নহ'ল। আপোনালোকৰ আটছাই বা বিভিন্ন সংগঠনে এইটো কিয় প্ৰতিবাদ কৰা নাই?

**তাছা ঃ** ছাৰ, আপুনি কন্দপান চাহাবৰ কথা কৈছে, জয়নাথ শৰ্মাইতো লীজত লৈছে।

**বৰগোহাঞি ঃ** নহয় মই আৰু এটা যুক্তি দিছো যে কংগ্ৰেছ চৰকাৰ, অগপ চৰকাৰ, আপোনাৰ কথাটোৱেই সমৰ্থন কৰিছো। চৰকাৰ আহিব যাব কিন্তু এটা কথাত দুয়োটা চৰকাৰেই একমত যে চাহ বাগিচাৰ গাত হাত নিদিয়ে।

**তাছা ঃ** চাহ বাগিচাৰ গাত হাত নিদিয়ে আৰু আগতে কি তেওঁলোকে নজনাকৈ আছিল নেকি?

**বৰগোহাঞি ঃ** নহয়, এইটো চৰকাৰী প্ৰতিবেদন।

**তাছা ঃ** চৰকাৰী প্ৰতিবেদনটো বাতৰি কাকতত ওলাইছে। আৰু সেই কাৰণেই মই আপোনাক কৈছো ইয়াৰ পৰা কিমান কোটি টকা, হেজাৰ কোটি টেক্স ফাকি হৈছে আপুনি ভাবকচোন? আপুনি যিটো কৈছে প্ৰণতি ফুকনে নাজানে নহয়, ইচ্ছাকৃতভাৱে চাপলিমেণ্টৰি কুৱেশ্চন কৰা নাই।

**বৰগোহাঞি ঃ** সেইটো আপুনি ক'ব পাৰিব, মইতো ক'ব নোৱাৰোঁ।

**তাছা ঃ** আপুনি ক'ব নোৱাৰে। এগৰাকী শিক্ষিতা ব্যক্তিয়ে চাপলিমেণ্টৰি কুৱেশ্চন কি আহিব পাৰে বিধানসভাৰ মজিয়াত...

**বৰগোহাঞি ঃ** মইতো কন্দপানৰ আগতেই কৈছিলো।

**তাছা ঃ** তেওঁতো এডভোকেট হয়, নাজানিব নেকি?

**বৰগোহাঞি ঃ** সেই কাৰণেই কৈছিলো যে এইবোৰ প্ৰশ্ন পাল মাৰি কৰে—

**তাছা ঃ** চাহ শ্ৰমিকসকল অসমৰ সন্তান। গতিকে অসমৰ প্ৰতি অন্যায় কৰা হৈছে নহয়।

**বৰগোহাঞি ঃ** নিশ্চয়, মই সেইটোকেই কৈছো।

**তাছা ঃ** পইচাবিলাক ইয়াৰ পৰা কলিকতাত ইনভেষ্ট কৰিছে।

**বৰগোহাঞি ঃ** মই চাহ শ্ৰমিক শব্দটো কৈছোঁ এই কাৰণেই যে চাহ বাগিচাৰ অন্তৰ্ভুক্ত মাটিত তেওঁলোকৰে প্ৰথম অধিকাৰ। মই কৈছো তেতিয়াৰ ২৩ হেজাৰ হেক্টৰ এতিয়া হয়তো ৫০ হেজাৰ হেক্টৰ হৈছেগৈ। কাৰণ বেদখল চলিয়ে আছে।

**তাছা ঃ** মই ভাবোঁ আমি যিসকল নতুন চাম মানুহ আছোঁ, কেইটামান আমি ছিলেকশ্চন কৰিছো, এওঁলোকে ইয়াৰ প্ৰতিবাদ কৰিব।

**বৰগোহাঞি ঃ** আশা সেইটোৱেই কৰো কিন্তু এতিয়ালৈকে তাৰ লক্ষণটো

দেখা নাই। মোৰ আৰু দুটা গুৰুত্বপূৰ্ণ প্ৰশ্ন আছে। প্ৰথম প্ৰশ্নটো হ'ল আপোনাক লৈ অকল চাহ জনগোষ্ঠীৰ নহয় অসমৰো বহুত আশা-ভাৰসা। আপুনি চাহ জনগোষ্ঠীৰ এনে এজন উদীয়মান নেতা যিজনে কংগ্ৰেছৰ পৰিবৰ্তে ভাৰতীয় জনতা পাৰ্টীক বাছি লৈছে। আপুনি কি কাৰণে ভাৰতীয় জনতা দলৰ প্ৰতি আকৃষ্ট হ'ল?

**তাছা :** ভাৰতীয় জনতা পাৰ্টীয়ে চাহ মালিকৰ পৰা পইচা লোৱাৰ কথা প্ৰথমতে মই নাজানো। তেওঁলোকে নলয়। তেওঁলোকে মালিক চিনি নাপায়। দ্বিতীয় কথা হ'ল অসমত দেই— চাহ বাগিচাৰ মানুহৰ উন্নতি হ'লে ভাৰতীয় জনতা পাৰ্টীৰ নেতাসকলৰ মতে তেওঁলোক সুখী হ'ব। এই কাৰণেই যে তেওঁলোকে সৰ্বব্যাপকভাৱে মানুহখিনিক ওপৰলৈ অহাটো বিচাৰিছে। গতিকে ভাৰতীয় জনতা পাৰ্টীৰ সেই সময়তে সেই কথাবিলাক শুনাৰ পিছত মই আকৃষ্ট হৈছো।

**বৰগোহাঞি :** ভাৰতীয় জনতা পাৰ্টীৰ সন্মুখততো অকল অসমৰ চাহ জনগোষ্ঠীয়েই নাই, সমগ্ৰ ভাৰতবৰ্ষ। তেওঁলোকৰ যিটো গোটেই সামগ্ৰিকভাৱে নীতি, সেই নীতিটোও আপুনি সমৰ্থন কৰেনে?

**তাছা :** ছাৰ, তেনেকৈ সুকীয়া সুকীয়াকৈ নীতি আছে বুলিতো মই নাজানো; কিন্তু দুখীয়া মানুহৰ কাৰণে— বিলো প্ৰভাৰটি লাইনৰ কৃষকৰ কাৰণে যিটো পলিচি এড্‌পট কৰিছে অল ইণ্ডিয়া লেভেলত, এইটোৱে কোনো কাৰণতে মানুহখিনিক বঞ্চিত কৰিছে বুলি মই ভবা নাই।

**বৰগোহাঞি :** আমাৰ মনত এনেকুৱা এটা ধাৰণা হয় যে ভাৰতীয় জনতা পাৰ্টি— এইটো ৰাজনৈতিক প্ৰশ্ন হ'বগৈ। মই এইটোত নিজৰ মতামতো দিয়া নাই, এটা আলোচনাৰ কাৰণেহে কৈছো। আপুনি দিল্লীত দেখিছে প্ৰতি শনিবাৰে শনিবাৰে কি অবিৰাম বোমা বিস্ফোৰণ হৈছে। গোটেই দেশতে। সিদিনা আমাৰ ধুবুৰীতো ভোজপুৰী মানুহ মৰিছে। এটা বৃহৎ সম্প্ৰদায়ৰ মানুহ কিবা এটা ব্যৱস্থাৰ বিৰুদ্ধে এনেকুৱা বিদ্ৰোহী হৈছে যে এটা চৰম উগ্ৰপন্থা ল'বলৈ সিহঁত কুণ্ঠিত হোৱা নাই। তাৰ মূলতে আমি বহুতে এনেকৈও ভাবোঁ যে বিজেপিৰ উত্থানে, প্ৰথম বাবৰি মছজিদৰ ধ্বংস লীলা... সেইটো ভাৰতবৰ্ষৰ সাম্প্ৰতিক ৰাজনীতিত এটা ডাঙৰ সন্ধিক্ষণ আছিলে। তাৰ পিছৰে পৰা এতিয়ালৈকে যিবোৰ ঘটনা হৈছে, গোধৰা হত্যাকাণ্ড— এই গোটেইবোৰ মিলি আৰু প্ৰত্যেক ক্ষেত্ৰতে মুছলমানৰ প্ৰতি যে তেওঁলোকৰ এটা আতংকৰ ভাব বিয়পাই দিয়াৰ চেষ্টা, এই সামগ্ৰিক নীতিটো মই

আপোনাক সোধাৰ অৰ্থ এইটো যে আপোনাক মই কেৱল চাহ জনগোষ্ঠীৰ নেতা বুলি ভবা নাই। অচিৰেই এনে এটা দিন আহিব আপুনি সৰ্বভাৰতীয় নেতা এজন হ'ব। সেই যোগ্যতা আপোনাৰ আছে। সেই প্ৰেক্ষাপটত মই সুধিছো?

**তাছা ঃ ছাৰ, প্ৰথম কথা হৈছে সমবিকাশ। সমবিকাশ যেতিয়া হ'ব, ইকুৱেল** ডেভলপমেণ্ট যেতিয়া হ'ব তেতিয়া কোনোবা আহোম, কোনোবা চুতীয়া, কোনোবা চাওতাল এনেকুৱা শব্দটো নাথাকে।

**বৰগোহাঞি ঃ** সেইটো থাকিবই নালাগে।

**তাছা ঃ** প্ৰথম কথা ডেভলপমেণ্টৰ ক্ষেত্ৰত জাতিগত চেণ্টিমেণ্টটো আহিব নালাগে। চাহ জনগোষ্ঠী বুলি এই কাৰণেই কোৱা হৈছে যে ইকনমিকেলি বেকওৱাৰ্ড। প্ৰথম কথা তেওঁলোকক কমিউনিটি ওৱাইজ আপুনি ভাগ কৰিলে নহ'ব। অসমীয়া জাতিৰ এটা বেক ওৱাৰ্ড শ্বেকচন। আৰু দ্বিতীয় কথা হৈছে এই যে বিশেষ সম্প্ৰদায় মানে এইটো পোনপটীয়া কথা যে মুছলিম সম্প্ৰদায় এই কথা কৈছে। আপুনি চাওক বিজেপি শাসিত অঞ্চলত সৰ্বাধিকভাৱে সুৰক্ষিত হৈ আছে মুছলিমসকল। গুজৰাটত চাওক আপুনি। উৰিষ্যাত কুটাঘাত নহয়, কিন্তু বিজেপি মহাৰাষ্ট্ৰত থকা অৱস্থাতো কুটাঘাতমূলক কাম, মুছলমানৰ ওপৰত কিন্তু আক্ৰমণ হোৱা নাছিল আৰু ভাৰতীয় জনতা পাৰ্টিৰ যি দুগৰাকী ব্যক্তিক মই জানো নক্‌ভি ডাঙৰীয়া আৰু ছাহনাৱাজ হুছেইন। এওঁলোক দুয়োজনেই গুৰুত্বপূৰ্ণ বাব লৈ আছে। যি নেকি আমাৰ নীতি— কাগজ বিলাক মই দেখো তেওঁলোকে চহী কৰে।

**বৰগোহাঞি ঃ** মুঠৰ ওপৰত মই এইটো লৈ কোনো তাত্ত্বিক তৰ্ক নকৰো। মতটোও মই কোৱা বুলি নাভাবিব। এইখিনিতে আৰু এটা প্ৰশ্ন সুধিম। এইটো মোৰ শেষ প্ৰশ্ন— প্ৰশ্নটো— আপুনিয়েই ক'লে যে চাহ জনগোষ্ঠী অসমৰ এটা বিছিন্ন সম্প্ৰদায় নহয়। এটা বৃহত্তৰ অসমীয়া জাতিৰ অংগ। আমি আজি যোৱা ডেৰশ বছৰ— যিমানদিন ধৰি মানুহখিনি অসমত আহিলে— আমি তেওঁলোকক চাহ জনগোষ্ঠী বুলিয়েই ভাবি আছিলো। কিন্তু যোৱা কিছু বছৰত এটা আদিবাসী সংগঠন বুলি বেলেগ সংগঠন হৈছে সেইখিনিও চাহ জনগোষ্ঠীৰেই মানুহ। এই যে আদিবাসী বুলি এটা বেলেগ চিনাকি ল'বলৈ আৰম্ভ কৰিছে, এই বস্তুটোক আমি কিছুমান মানুহে অলপ ভয়ৰ চকুৰে চাইছো। চাহ জনগোষ্ঠীটোৰ মাজত আকৌ আদিবাসীটো হ'ল— চাহ জনগোষ্ঠীটো অসমীয়া বৃহত্তৰ জাতিটোৰ এটা অবিচ্ছেদ্য অংগ, কিন্তু আদিবাসীসকলে আকৌ ঝাৰখণ্ডৰ পৰা আশীৰ্বাদ বিচাৰে। ঝাৰখণ্ডৰ নেতাসকল দৌৰি আহিব লগা হয়। এই ঘটনাটোৱে আমাৰ মনত অলপ দুশ্চিন্তাৰ উদ্ৰেক কৰিছে।

**তাছা ঃ** মই ভাবো চাহ বাগিচাৰ মানুহবিলাক অসমৰ মানুহ। এওঁলোকে... ঝাৰখণ্ডৰ পৰা নেতা আহিব পাৰে, একে জাতৰ হৈ পেলাই ঝাৰখণ্ডৰ নেতা আহিব পাৰে কিন্তু ঝাৰখণ্ডৰ সহায় লোৱাটো অনুচিত কথা। ইয়াৰ ক্ষেত্ৰত চাহ জনগোষ্ঠীৰ যিটো ধাৰণা আমি কৰিছো, আমি জাতি গঠন প্ৰক্ৰিয়াটো কৰবাত বন্ধ কৰি দিছো যেন লাগে। যাৰ কাৰণে তেওঁলোকে অকণমান বেলেগ বেলেগ কথা ভাবিবলৈ লৈছে। আমি এইবিলাক নাইকিয়া কৰিবৰ কাৰণে সমূহীয়াভাৱে এই মানুহখিনিক একত্ৰিত কৰি পেলাই আগবঢ়াটো উচিত হ'ব আৰু আদিবাসীক লৈ দুশ্চিন্তাৰ কোনো কাৰণ নাই। এই ক্ষেত্ৰত আমাৰ যিসকল নেতা, মানুহে কয় নেতা বুলি বা আগফালে আছে— এই মানুহ বিলাকেই কাম কৰিব লাগিব। অকল গামোচা লৈ থাকিলেই জাতি গঠন প্ৰক্ৰিয়াটো সম্পূৰ্ণ নহ'ব। চাহ জনগোষ্ঠীক অসমীয়া জাতিৰ কাৰণ এই মানুহবিলাকে অসমৰ ৭০ লাখ মানুহৰ ভাষা ব্যৱহাৰ কৰি আছে। এই মানুহখিনিক বিচ্ছিন্ন হ'বলৈ দিব নোৱাৰি। আমি দিব নোৱাৰো। গতিকে আদিবাসী শব্দটোৱে কোনো বিচ্ছিন্নতাবাদক প্ৰতিনিধিত্ব কৰে বুলি মই নাভাবোঁ।

**বৰগোহাঞি ঃ** কিন্তু আদিবাসী শব্দটোনো... তেওঁলোকে ইমানদিনে, ডেৰশ বছৰ ধৰি চাহ জনগোষ্ঠীয়েই আছিলে...

**তাছা ঃ** এই ঘটনাটো ছাৰ, যেতিয়া বড়ো আৰু চাওতালৰ মাজত কাজিয়া হ'ল, গোসাঁই গাঁৱত, তাৰ পৰাই এই গোটেই ঘটনাটোৰ উদ্ভৱ হ'ল।

**বৰগোহাঞি ঃ** আপুনি আমাক এইটো ভৰসা দিব পাৰে নে যে চাহ জনগোষ্ঠীত যিহেতু আপোনাৰ নিচিনা নতুন নেতা উঠি অহিছে, তেওঁলোকৰ হাতত চাহ জনগোষ্ঠীৰ মানুহৰ অসমত ভৱিষ্যৎ এতিয়াতকৈ বহু গুণে বেছি নিৰাপদ হ'ব?

**তাছা ঃ** ডেফিনেটলি। মই আপোনাক এইষাৰ কথা দিছো— মই যিমানদিন নেতৃত্ব দিছো, নেতৃত্বত আছো আৰু নেতৃত্বত থাকিম, মই কাৰো গ্লানি সহ্য কৰিবলৈ নাই। মই মানুহক নিৰাপত্তা দিবলৈ সম্পূৰ্ণৰূপে বদ্ধপৰিকৰ। আৰু যদি নোৱাৰো মই নিজে সেই নেতৃত্বৰ পৰা আঁতৰিব লাগিব।

**বৰগোহাঞি ঃ** আৰু বৃহত্তৰ অসমীয়া জাতি গঠনৰ যিটো প্ৰক্ৰিয়া চলি আছে, যিটো প্ৰক্ৰিয়াত চাহ জনগোষ্ঠীয়ে এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈছে, এই আদিবাসী শব্দটোৰ আৰ্বিভাৱে তাত কোনো সমস্যাৰ সৃষ্টি নকৰে?

**তাছা ঃ** মই ভাবোঁ কোনো সমস্যাৰ সৃষ্টি নকৰে। কাৰণ এইখন অসমত আমি জন্ম হৈছো। এইখন অসমক বিশ্বাসঘাতকতা কৰাৰ প্ৰশ্ন উঠিব নোৱাৰে। আৰু

যিসকলে কৰিব তেওঁলোকে এই মূলসুঁতিৰ অসমীয়া সত্তাটো গ্ৰহণ কৰাৰ পৰা নিজে নিজে আঁতৰি যাব। কাৰণ ইয়াত বিচ্ছিন্নতাবাদে অসমত স্থান নাই পোৱা। জাতিগত বিচ্ছিন্নতা বাদে। চুকাফাৰ সময়ৰ পৰা আপুনি চাই যদি, জাতি গঠন প্ৰক্ৰিয়াক মানুহে আঁকোৱালি লৈছে। আমি কিমানদূৰ যাম সেইটো আমাৰ কথা। আমাক স্বীকৃতি নালাগে নহয়। আপুনি মোক অসমীয়া বুলি ক'লে মই অসমীয়া হ'ম— এইটো কেনেধৰণৰ কথা হ'ব পাৰে? মই অসমীয়া ভাষা, অসমীয়া সাহিত্য চৰ্চা কৰি মই নিজে নিজে অসমীয়া।

**বৰগোহাঞিঃ** আজি আপোনাৰ কথাখিনি শুনি আমাৰ শ্ৰোতাদৰ্শকে কেনেকুৱা পালে ক'ব নোৱাৰো, মই ব্যক্তিগতভাৱে আপোনাৰ খুব স্পষ্ট ঘোষণা, স্পষ্ট চিন্তাখিনি শুনি খুব মুগ্ধ হৈছো আৰু আশা কৰিছো যে আপুনি কেৱল অসমৰ নহয়, সৰ্বভাৰতৰ এজন নেতাৰূপে অচিৰেই উত্থান কৰিব। আপোনাৰ উজ্জ্বল ৰাজনৈতিক ভৱিষ্যৎ কামনা কৰি আজিলৈ আমি ইমানতে আলোচনা সামৰিছো।

*(২১ নৱেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# বদৰুদ্দিন আজমলৰ সৈতে হোমেন বৰগোহাঞি

*"বৰগোহাঞি চাহাব, এই যে বিদেশী খেদাৰ নামত এইটো কৰিছে, যদি আন্দোলনৰ নেতাসকলে আমাক এইটো কয় যে আমি মুছলিম সংখ্যালঘুৰ সমৰ্থন বিচাৰো বিদেশী খেদাৰ বাবে, যদি আমাক আন্দোলনটোত সমৰ্থক হিচাপে বিচাৰে, মই ছাব্বিশজন শীৰ্ষস্থানীয় নেতাৰ চহী লৈ এখন কাগজ লৈ আহিছো যে বিদেশী চিনাক্ত কৰাত আমি প্ৰত্যক্ষভাৱে সহায় কৰিম। সেই প্ৰস্তাৱটো, সেই সময়ৰ গুৰুত্ব বুজি মই চিঠিখন জনক্ৰান্তিত প্ৰথম পৃষ্ঠাত প্ৰকাশ কৰিলোঁ। কিন্তু তাৰ কোনো Response কোনোফালৰ পৰা পোৱা নগ'ল।"*





**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। আজি মুখামুখি অনুষ্ঠানত মোৰ অতিথি অসমৰ এজন বহুচৰ্চিত শীৰ্ষস্থানীয় ৰাজনৈতিক নেতা বদৰুদ্দিন আজমল চাহাব। Assam United Democratic Front-ৰ তেখেত সভাপতি আৰু অসমৰ সাম্প্ৰতিক ৰাজনীতিত যিকেইজন নেতাই এটা নিৰ্ণায়কৰ ভূমিকা লৈছে বা ল'ব তাৰ ভিতৰত আজমল চাহাবো এজন।

আজমল চাহাব, নমস্কাৰ আৰু ছালাম আলেইকুম...

**বদৰুদ্দিন আজমল ঃ** ওৱাআলায়কুম আছ-ছালাম।

**বৰগোহাঞি ঃ** মই প্ৰথমতে এইটোৰেই আৰম্ভ কৰিব খুজিছো, যদিও আপুনি যোৱা কেবাবছৰো ধৰি অসমৰ সৰ্বত্ৰ এজন পৰিচিত নেতা হৈছে তথাপিতো আপোনাৰ পটভূমি— backgrownটোৰ বিষয়ে আমি খুব বেছি নাজানো। আপোনালোকে হোজাইত বাস কৰা কিমান বছৰ হৈছে?

**আজমল ঃ** হোজাইত ছাৰ মোৰ জন্মটো হ'ল Twelve February 1955 আৰু মোৰ দেউতাৰ জন্মটো হোজাইৰ ভিতৰতে three kilometers এটা আলিনগৰ গাঁও আছে। Grand father, তেখেতৰ জন্ম হৈছিল আজিকালি আপোনালোকে যিটোক চিলেট district কয়, তেখেতৰ জন্ম তাত হৈছিল।

**বৰগোহাঞি ঃ** মোৰ প্ৰথম প্ৰশ্নটো হ'ল যে অসমত আপোনাৰ দলটোৱেই প্ৰথম Minority সংগঠন নহয়, সংখ্যালঘু ৰাজনৈতিক সংগঠন নহয়। ইয়াৰ আগতো ১৯৮৪ চনত United Minorities Front– সংযুক্ত সংখ্যালঘু মৰ্চা হৈছিলে আৰু গোলাম ওছমানিৰ নিচিনা নেতাও আছিলে। কিন্তু সেই সংগঠনটো এটা সময়ত ভাগি-ছিগি ছিন্ন হৈ যোৱাৰ কাৰণটো কি?

**আজমল ঃ** ছাৰ সেই টাইমৰ সঁচা history ক'বলৈ হ'লে মই বহুত বেছি নাজানো,

কাৰণ তেতিয়া মোৰ age টো বহু সৰু আছিল। মই যিটো গম পাইছো, শুনি পাইছো যে সেইটো সেই টাইমত কংগ্ৰেছ পাৰ্টী হিতেশ্বৰ শইকীয়া চাহাবে এটা Well Plan Programme কৰি যিমান এম্ এল এ বিলাক আহিছিলে চবকে পাৰ্চেজ কৰিছে আৰু কৰি সেই পাৰ্টীটো সমূলে শেষ কৰি দিছে।

**বৰগোহাঞি ঃ** তেতিয়াৰ মুখ্যমন্ত্ৰী মানে... এনেকুৱা ক্ৰয় কৰি?

**আজমল ঃ** কংগ্ৰেছে মানে ক্ৰয় কৰি শেষ কৰি দিছে।

**বৰগোহাঞি ঃ** সেইটো ক'লে আৰু আন কাৰণ নক'লেও হৈ যায়। আপুনি যিটো সংগঠনৰ জন্ম দিলে, কোন চনত জন্ম দিলে?

**আজমল ঃ** 3rd October, 2006-ত আমি জন্ম দিছো।

**বৰগোহাঞি ঃ** ঠিক নিৰ্বাচনৰ আগে আগে?

**আজমল ঃ** নিৰ্বাচনৰ আগে আগে।

**বৰগোহাঞি ঃ** যোৱা নিৰ্বাচনৰ আগে আগে। আপোনালোকৰ এই সংগঠনটোৰ মূল উদ্দেশ্যটো কি?

**আজমল ঃ** আমি, এইটো আমাৰ নাম ৰাখিছো United Democratic Front, that means there is vast difference between United Minorities Front and United Democratic Front. আমি জানি-শুনি intentionally নামটো Minorities Front দিয়া নাই, যদিও আমাৰ এইটো intention-ৰ ভিতৰত যিমান অসমৰ Minorities আছে, যিমান মানুহ আছে লাঞ্ছিত-বঞ্চিত আমি চবকে কৈছো this is your party.

**বৰগোহাঞি ঃ** আপোনাৰ সেইটো উদ্দেশ্য, কিন্তু সেইটো উদ্দেশ্যই অসমৰ বিভিন্ন যিবোৰ আপোনাৰ মতে দলিত বঞ্চিত জনগোষ্ঠী, তেওঁলোকক আকৰ্ষণ কৰিব পাৰিছে নে নাই?

**আজমল ঃ** পাৰিছে, আজি আপোনালোকে দেখক আমি বিশ শতাংশ আমাৰ যে Within 73 candidates, we have given more than thirty three candidates non-Muslim brothers from all communities. আজি আমাৰ দহজন Candidate elected হৈ আহিছে MLA, আপুনি দেখিবলৈ পাব ৰিজাল্টৰ পৰা এইটো হৈছে, ৰিফ্লেক্ট" হৈছে যে বিশ শতাংশ মতলব two MLAs are from non-Muslim Communities.

**বৰগোহাঞি ঃ** আপোনালোকৰ দলটোক শক্তিশালী কৰিবলৈ কি কি কাৰ্যপন্থা লৈছে বা নতুনকৈ কিমান মানুহক আকৰ্ষণ কৰিব পাৰিছে?

**আজমল ঃ** ছাৰ, নতুনকৈ আমি As a proof– আমি ক'ব পাৰোঁ যে আমি ফাৰ্ষ্ট ইলেক্চনত More than nine point something আমি ভোট পাইছিলো

আপোনালোকে জানে। তাৰ পিছত এটা যমুনা মুখত by-election হৈছে। যমুনামুখৰ by-election-ত আমি আগত যিমান ভোট... Specially মই ক'ম non-Muslim ভাইৰ পৰা আমি পাইছিলো More than 18% something. যমুনামুখৰ by-election যদি আপুনি চায়, Within 6 months আমাৰ ভোটটো সেই non-Muslim ভাইসকলৰ পৰা more than 30% হৈছে। Assembly election-ত পাইছিলো Nine point something, আৰু পঞ্চায়ত Election-ত আহি আমি More than 18 percent পাইছো, যিটো facts and figure-ত আছে।

**বৰগোহাঞি ঃ** লোকসভাৰ নিৰ্বাচনতো আহি আছে দুমাহ তিনিমাহৰ পিছত। আপুনি কেইটা সমষ্টিত প্ৰাৰ্থী দিম বুলি ভাবিছে?

**আজমল ঃ** আমি এতিয়ালৈকে decision লৈছো যে আমি কমচেকম আঠটা।

**বৰগোহাঞি ঃ** চৈধ্যটাৰ ভিতৰত আঠটাত দিব?

**আজমল ঃ** আঠটাত দিম।

**বৰগোহাঞি ঃ** আপোনালোকে ইতিমধ্যে কাগজত পোৱা মতে সমাজবাদী প্ৰাৰ্থীৰ লগত নিৰ্বাচনী মিত্ৰতা কৰিছে। সমাজবাদী পাৰ্টীৰ অসমত বিশেষ প্ৰভাৱ বা অস্তিত্ব আমি অনুভৱ নকৰোঁ। সেই পাৰ্টীৰ লগত মিত্ৰতা কৰি আপোনালোকৰ কিবা লাভ হ'বনে?

**আজমল ঃ** আমি ভাবোঁ আমাৰ লাভ হ'ব আৰু আমি বহুত চিন্তা-চৰ্চা কৰি কৰিছো।

**বৰগোহাঞি ঃ** আপোনাৰ চিন্তা-চৰ্চাটো কেনেধৰণৰ?

**আজমল ঃ** ইয়াত কোনো existence নাই আমি জানো। আজি আমি খালি অসমত শক্তিমান হ'লে নহ'ব। আমাৰ As well as parliament-ত Representation থাকিব লাগিব। সেইটো কাৰণে আমি election কৰিম। আমি চেষ্টা কৰিম। আমি যিমান বেছি পাৰো MP পঠাবলৈ চেষ্টা কৰিম। আমাৰ Secondly হ'ল যে কোনো এটা সমস্যা হ'লে Central-ত আমাৰ কোনো নহয় কোনো এটা Group-ৰ ছত্ৰছায়া লাগে আৰু আমি জানো সমাজবাদী পাৰ্টীয়ে ৰাজ্যসভা আৰু লোকসভা মিলাই 56 MP আছে। সেইটো এটা ডাঙৰ শক্তি। সেইটোৱে আমাক Support দিব, সেইটো নহ'লে...

**বৰগোহাঞি ঃ** আপুনি খুব এটা সুদূৰপ্ৰসাৰী পৰিকল্পনা কৰিছে। কিন্তু কেন্দ্ৰত বা এতিয়া উত্তৰ প্ৰদেশতো কংগ্ৰেছৰ লগত সমাজবাদী পাৰ্টীৰ এটা মিত্ৰতা হৈছে। নিৰ্বাচনী মিত্ৰতা। আৰু ইয়াত কিন্তু আপোনালোকে কংগ্ৰেছ বিৰোধী মৰ্চা কৰিব খুজিছে। এই দুটাৰ লগত কথাটো কেনেকৈ মিলাব?

**আজমল ঃ** নাই। সেইটো খোলাখুলি হৈছে। আমাৰ সিং চাহাবৰ লগত, আপোনাৰ মোলায়েম সিংজীৰ লগত মই কথা পাতিছো। তেখেতে খোলাখুলিভাৱে কৈছে চাওক

mis-understanding হ'ব নালাগে, আমি কংগ্ৰেছৰ ভিতৰত সোমোৱা নাই, সাম্প্ৰদায়িক শক্তি যে Power-ত নাযায়, Ministry-টো নেভাগে, সেইটোৰ কাৰণে secular force-ক আমি বাহিৰৰ পৰা Support দিছো। অসমত আপোনালোকে anti-congress-ৰ strategy লৈছে, আমি আপোনালোকৰ লগত থাকিম। আপুনি আমি একেলগে মিলি, আমাৰ সমাজবাদী পাৰ্টীৰ নতুনকৈ গঠন হ'ব আৰু আমি anti-congress stand-লৈ গোটেই... ভাৰতবৰ্ষৰ কাৰণে এইটো কোনো agreement নাই। তেখেতে কৈছে আমাৰ দিল্লীত agreement হোৱা নাই।

**বৰগোহাঞিঃ** মানে আপোনালোকৰ এটা বুজাবুজি হৈছে। আমি আৰু বেছি গুৰুত্বপূৰ্ণ প্ৰশ্নলৈ যাম। তাৰ আগতে এটা বিৰতি লৈ লওঁ।

*   *   *

**বৰগোহাঞিঃ** বিৰতিৰ পিছত আমি আকৌ ঘূৰি আহিছো মুখামুখি অনুষ্ঠানলৈ। এতিয়া মোৰ দ্বিতীয় গুৰুত্বপূৰ্ণ প্ৰশ্নটো হ'ল আপোনালোকে ইতিমধ্যে সমাজবাদী পাৰ্টীৰ লগত মিত্ৰতা কৰিছে, নিৰ্বাচনী মিত্ৰতা। আৰু অগপক জনাই দিছে যে যিহেতু তেওঁলোক বিজেপিৰ লগত গ'ল, আপোনালোকৰ লগত কোনো আনকি Seat sharing-ও নকৰে, আপোনালোকৰ লগত কোনো সম্পৰ্ক নাই। কিন্তু এনেকুৱা এটা পৰিস্থিতিৰ উদ্ভৱ হ'ব পাৰে, কাৰণ কংগ্ৰেছৰ কেন্দ্ৰীয় নেতৃত্বৰ বহুতে, আমি যিটো জানো খুব শক্তিশালী অংশ এটাই বিচাৰে যে অসমত আমাৰ Natural ally বে আমাৰ খুব স্বাভাৱিক মিত্ৰদল হৈছে ADF। গতিকে যদি আপোনালোকক আহ্বান কৰে যে আপোনালোকৰ লগত আমি মিত্ৰতা কৰিব খোজোঁ, সেই ক্ষেত্ৰত আপোনাৰ প্ৰতিক্ৰিয়া কি হ'ব বা আপুনি কি ধৰণে তেওঁলোকক সঁহাৰি দিব?

**আজমলঃ** ছাৰ, বৰ আফ্‌চোচতে ক'ব লগা হয়, যেতিয়া লাষ্ট ইলেকচন হৈছে, ইলেকচনৰ ৰিজাল্ট হোৱাৰ দিনাই মই নিজে এটা News চেনেলত গৈ মই direct অফাৰ কৰিছিলো। তেতিয়া BPF এটা সংস্থা আছিলে আপোনালোকে জানে যে আজি কোকৰাঝাৰৰ যে ঘটনাবোৰ হৈছিল, সেই ঘটনাবোৰত তেখেত জড়িত আছিল। কংগ্ৰেছৰ এটা Clear image আছে, Secular image আছে, কংগ্ৰেছে কম্‌চেকম এই পাৰ্টী লগত লৈ মিনিষ্ট্ৰী বনাব নালাগে।

**বৰগোহাঞিঃ** আপুনি কৈছে?

**আজমলঃ** মই একদম খোলাখুলি কৈছো। তথাপিও মই কৈছো যদি আমাৰ কোনো Support লাগে unconditionally we are ready to give the support, any need we are ready to go. But আমাক কোনো কুৰ্চী নালাগে, কোনো পদো নালাগে...

**বৰগোহাঞিঃ** এই অফাৰটো এতিয়াও আছে নে নাই?

**আজমলঃ** সেইটো মই সেই টাইমত কৈছিলো। সেই টাইমত কোৱাৰ ওপৰত যে এইটো আমি Result পাইছো যে...

**বৰগোহাঞিঃ** কি পালে?

**আজমলঃ** Chief minister চাহাবে যিটো কৈছে, Criticize কৰিছো। চন্দন বাগ্চী Gn. Secretary হ'ল ইণ্ডিয়াৰ, তেখেতে Criticize কৰিছে...

**বৰগোহাঞিঃ** কি বুলি Criticize কৰিছে?

**আজমলঃ** এ ইউ ডি এফ, ব-ব-ব-ব... এনেকুৱা অৱহেলা কৰিছে যে গোটেই পাৰ্টীয়ে আমাৰ insult feel কৰিছে। মোৰ লজ্জা লাগিছে, মই ইমান ভাল এটা approach লৈছিলো...

**বৰগোহাঞিঃ** মই hypothetical কথা কৈছো, স্বয়ং ছোনিয়া গান্ধীয়ে যদি আপোনাক পাৰ্চনেলী কয় যে আজমল চাহাব, অতীতৰ কথা পাহৰক, এতিয়া আমি দুয়োটা দল লগ লাগি এই Secularism, Democracy ৰক্ষা কৰিব লাগে। তেতিয়া আপুনি কি কৰিব?

**আজমলঃ** পলিটিকচত চাওক ছাৰ, আপোনালোকে নিজেই কৈছে, মই শুনিছো যে সদায় কোনো মানুহ পাৰ্মানেণ্ট এনিমিও নহয়, ফ্ৰেইণ্ডশ্বিপো নহয়। এতিয়া যেতিয়া AGP-BJP এক হৈ গৈছে, ইয়াত যদি এনেকুৱা কোনো অফাৰ আহে... অফাৰ এতিয়ালৈকে অহা নাই...

**বৰগোহাঞিঃ** নাই, মই সেই hypothetical কৈছো...

**আজমলঃ** আমাৰ ষ্টেণ্ডটো আমাৰ জেগাত 100% আছে। আমি আমাৰ জেগাত আছোঁ আৰু এতিয়ালৈকে আমি এটাই ষ্টেণ্ড লৈছো। অকলে আমি চেষ্টা কৰি আছো সমাজবাদী, এন চি পি, চি পি আই চব মিলি এটা Third Front গঠনৰ চেষ্টা কৰি আছো। এইটো আমাৰ প্ৰচেষ্টা চালু আছে। আমি first প্ৰিভেলেইজ third ফ্ৰণ্টক দি আছো।

**বৰগোহাঞিঃ** যদি কংগ্ৰেছ সভানেত্ৰী ছোনিয়া গান্ধীয়ে বা দলৰ উৰ্দ্ধতন কৰ্তৃপক্ষই আপোনাক আহ্বান কৰে তেতিয়া আপুনি সেই ৰাস্তাটো খোলা ৰাখিছে?

**আজমলঃ** আমাৰ পাৰ্টী আছে। Party will decide.

**বৰগোহাঞিঃ** বুজিছো, আপোনাৰ পাৰ্টী আছে, কিন্তু আপোনাৰ ব্যক্তিগত মতামতটো কি?

**আজমলঃ** তথাপিও আমাৰ পাৰ্টীৰ decision...

**বৰগোহাঞিঃ** নহয়, নহয়। আপোনাৰ পাৰ্টীয়ে যদি আপোনাক কৰ্তৃত্ব দিয়ে, যেনেকৈ বহুতে ছোনিয়া গান্ধীক দি দিয়ে।

**আজমল ঃ** এটা কথা চাওক যে এইটো একদম clear। আজি যি গ্ৰুপটো আছে ইয়াত, তৰুণ গগৈ চাহাবৰ নেতৃত্বত। তেখেত আজি politician হ'ব পাৰে ছাৰ, মোৰ বৰ দুখ লাগে— মই, I am not a politician. We came from businessman family. মই ইয়াত আহিছো অসমৰ মানুহৰ স্বাৰ্থৰ কাৰণে। All India লেভেলত যদি আমি চাওঁ, আপুনি মহাৰাষ্ট্ৰ যাওক, দিল্লীত যাওক আদৱানি চাহাব-ছোনিয়া গান্ধী একেলগে ভাত খায়, birth-day পাৰ্টীত একলগে যায়... তাত একো নাই। আমাৰ ইয়াত Political পাৰ্টী হ'লে দুচমন হৈ যায়, একদম...

**বৰগোহাঞি ঃ** মই বুজিলো... মই আপোনাৰ ছেণ্টিমেণ্টটো বুজিলো।

**আজমল ঃ** এই দুচমনিটো last from 3 years কংগ্ৰেছে maintain কৰি আছে পাৰ্চনেল দুচমনি।

**বৰগোহাঞি ঃ** মই তৃতীয় গুৰুত্বপূৰ্ণ প্ৰশ্নটোলৈ যোৱাৰ আগতে খন্তেক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আকৌ আজমল চাহাবৰ মুখামুখি হ'বলৈ ঘূৰি আহিছো। মই যিটো তৃতীয় প্ৰশ্ন কৰিব খুজিছো অসমৰ সন্মুখত এটা ডাঙৰ প্ৰশ্ন হৈ দেখা দিছে, সেইটো হৈছে যিটো অনুপ্ৰৱেশৰ সমস্যা, যিটো সমস্যাই যোৱা ত্ৰিশ বছৰ ধৰি অসমৰ সমাজ-জীৱন, ৰাজনৈতিক জীৱন অস্থিৰ কৰি ৰাখিছে। এই অনুপ্ৰৱেশৰ সম্পৰ্কে আপোনাৰ নিজৰ ক'বলগীয়া কি আছে?

**আজমল ঃ** কোনো এজন বিদেশীও ইয়াত থাকিব নালাগে। 1971-ৰ 25 March-ৰ পিছত যদি, একদিন পিছতো যদি কোনো এজন মানুহ আহি থাকে, সেই মানুহজন যাব লাগে।

**বৰগোহাঞি ঃ** নাই, সেইটো আপুনি বহুবাৰ কৈছে। মোৰ প্ৰশ্ন যে তাৰ পিছত বিদেশী আছিল...

**আজমল ঃ** কিমান আছে-নাছে এইটো গভৰ্মেণ্টে আজিলৈকে, আপোনালোকেতো পেপাৰে-পত্ৰিকাই পাই আছে, কেতিয়াবা এটা কথা কয় কেতিয়াবা আন এটা কথা কয়। আজি আমাৰ এজন গৱৰ্ণৰ আছিল এ.কে. সিন্‌হা, সিন্‌হা চাহাবে কৈ দিলে বোলে daily ছহেজাৰ মানুহ আহি আছে, অজয় সিং চাহাবে কৈ দিলে। আগত সিন্‌হা চাহাব আছিল, তেখেতে কৈ দিলে পঞ্চাছ লাখ বাংলাদেশী ইয়াত আহি পাইছে। আমি এটা হিচাপ কৰিছিলো যদি daily ছহেজাৰ কৰি বাংলাদেশী আহি থাকে, ই কোনফালৰ পৰা আহি আছে। daily যদি আহি থাকে বিশ বছৰ পাছততো বাংলাদেশ শেষ হৈ যাব। বাংলাদেশটো আমাৰ অসমত সোমাই গ'লে সমস্যাই শেষ হৈ যাব। আমিতো কেতিয়াও

কোৱা নাই বোলে এইটো Condition নাই, এইটো Condition আছে। মই আজি ৰাতি আঢ়েটা বজাত আপোনাৰ এটা article পঢ়িছো ছাৰ, "আমাৰ অসম"ত ওলাইছে...

**বৰগোহাঞি ঃ** ৰাতি আঢ়ে বজাত, কিয় ?

**আজমল ঃ** আঢ়ে বজাত, মিটিঙত আছিলো। মিটিঙৰ পিছত... সেইটোত আপুনি দেখুৱাইছে যে AGP পাৰাৰত অহাৰ পিছতো more than four hundred something identify কৰিছে। আমাৰ কথাটো হ'ল তেতিয়াহ'লে এই সমস্যাটো সমাধান নহ'ব, যেতিয়ালৈ আমি প্ৰত্যেক Political পাৰ্টী Sincerely এক হৈ এই সমস্যাটোৰ সমাধান আমি নিবিচাৰো। সেইটোৰ কাৰণে মই ক'ম খোলাকৈ I am very very sorry to say যে কংগ্ৰেছ পাৰ্টীয়ে 100% দায়িত্ব ল'ব লাগিব। কেনেকৈ কংগ্ৰেছ পাৰ্টীয়ে 60 years-ৰ ভিতৰত 50 years they are hold the state. তেখেতৰ যদি সদিচ্ছা আছিল এইটো বন্ধ কৰিব লাগে তেতিয়া বন্ধ কৰিব পাৰিলেহেঁতেন। আজি ভাৰতবৰ্ষৰ কাৰণে এই condition-টো এটা চেলেঞ্জ হৈ গৈছে। নেশ্বনেল security-ৰ কাৰণে এইটো চেলেঞ্জ হৈ গৈছে।

**বৰগোহাঞি ঃ** আপুনি পৰোক্ষ বা প্ৰায় প্ৰত্যক্ষভাৱে এইটোৱেই কৈছে— যদি অনুপ্ৰৱেশ হৈছে তাৰ কাৰণে ঘাইকৈ কংগ্ৰেছেই দায়ী।

**আজমল ঃ** 100% কংগ্ৰেছ পাৰ্টী দায়ী।

**বৰগোহাঞি ঃ** চৰকাৰে কৈছে ইমান আছে ইমান নাই, বাতৰি কাগজে কৈছে, অগপই কৈছে। কিন্তু আপোনাৰ দলৰ চকুত অনুপ্ৰৱেশৰ ভয়াবহতা বা তাৰ গুৰুত্ব কিমান ?

**আজমল ঃ** মইতো কৈছো More than dangerous, anything any danger যদি কোনো বস্তু হ'ব পাৰে, চবচে ডাঙৰ যদি কোনো বস্তু থাকে, কোনো চেলেঞ্জ যদি আমাৰ ভাৰতবৰ্ষৰ কাৰণে থাকে, অসমৰ কাৰণে থাকে— এইটো চবচে ডাঙৰ চেলেঞ্জ।

**বৰগোহাঞি ঃ** গোটেই অসমত ১৯৭৯ চনৰ পৰা '৮৫ চনলৈ বিদেশী খেদা আন্দোলন হ'ল। তেতিয়া ১৯৮১ চনত আন্দোলনটো তুঙ্গত উঠিছিল। অসমত জনক্ৰান্তি এখন সৰু কাগজ, মই তেতিয়া তাৰ অবৈতনিক সম্পাদক আছিলো। হৈছিলো এই কাৰণেই যে যিহেতু আপোনালোকে জানে বোধহয় যে বিদেশী খেদা আন্দোলনৰ বহুত কাৰ্যসূচীৰ মই বিৰোধিতা কৰিছিলো। আৰু সেই বিৰোধিতাখিনি প্ৰকাশ কৰিবলৈ মই জনক্ৰান্তিৰ আশ্ৰয় ল'ব লগা হৈছিল। তাৰ আগতে নাগৰিক কৰিছিলো। জনক্ৰান্তিৰ মই সম্পাদক হৈ থাকোঁতে তেতিয়া আতাউৰ ৰহমান, তেখেততো এতিয়া নাই, তেখেত সেই সম্প্ৰদায়ৰ এজন শীৰ্ষস্থানীয় নেতা আছিল। আপুনি ক'ব পাৰে নে নোৱাৰে মই ক'ব নোৱাৰো অসমীয়াত তেওঁ সৰ্বোচ্চ নম্বৰ পাই Gold medal পাইছিল। কটনত তেওঁ অসমীয়াৰ অধ্যাপক আছিলে, তাৰ পিছতহে তেওঁ ৰাজনীতিলৈ আহিছিলে।

এদিন তেওঁ কেইবাজনো সংগী লগত লৈ মোৰ অফিচলৈ আহিলে, আহি ক'লে বৰগোহাঞিঃ চাহাব, এই যে বিদেশী খেদাৰ নামত এইটো কৰিছে, যদি আন্দোলনৰ নেতাসকলে আমাক এইটো কয় যে আমি মুছলিম সংখ্যালঘুৰ সমৰ্থন বিচাৰো বিদেশী খেদাৰ বাবে, যদি আমাক আন্দোলনটোত সমৰ্থক হিচাপে বিচাৰে, মই ছাব্বিশজন শীৰ্ষস্থানীয় নেতাৰ চহী লৈ এখন কাগজ লৈ আহিছো যে বিদেশী চিনাক্ত কৰাত আমি প্ৰত্যক্ষভাৱে সহায় কৰিম। সেই প্ৰস্তাৱটো, মই সাধাৰণতে জনক্ৰান্তিত এনেকুৱা চিঠি প্ৰথম পৃষ্ঠাত প্ৰকাশ নকৰোঁ, সেই সময়ৰ গুৰুত্ব বুজি মই চিঠিখন প্ৰথম পৃষ্ঠাত প্ৰকাশ কৰিলোঁ। কিন্তু তাৰ কোনো Response কোনোফালৰ পৰা পোৱা নগ'ল। আজি যদি মই আপোনাক কওঁ, ঠিক আতাউৰ ৰহমানে যিটো কৰিছিলে, আপোনালোকে তেনেকুৱা কথা দিব পাৰেনে যে আপোনালোকৰ যদি সমৰ্থন বিচাৰে, বিদেশী চিনাক্ত কৰাত আপোনালোকে প্ৰত্যক্ষভাৱে জড়িত হৈ সহায় কৰি দিব?

**আজমল ঃ** মই খোলাখুলি কৈছো যে আমি গোটেই মুছলিম সমাজটোক আপোনালোকে আগতে Confidence-ত ল'ব লাগিব। এজন বাংলাদেশী যদি আছে, কোনো নহয় কোনো মুছলিম ঘৰত প্ৰশ্ৰয় ল'ব লাগিব। আমাক আপোনালোকে Confidence-ত ল'ব লাগিব। আমি খোলাখুলি অফাৰ কৰি আছো যে dead-line যিটো গভৰ্মেণ্টে বনাইছে, আমি আপোনাৰ লগত আছো। আচাম একৰ্ড লাগু হ'ব লাগে। First time কোনো মুছলিম সংগঠনে কৈছে as a জমিয়ত President আমি হাজাৰ হাজাৰ মানুহৰ মাজত announce কৰিছো। আছুৰ প্ৰেছিডেণ্ট সমুজ্জ্বল ভট্টাচাৰ্যক direct আমি invite কৰিছো, বোলে আপুনি আহক, আমি একেলগে মিলি, Why আপুনি খালি আন্দোলন চলাব লাগে? আমি শত্ৰু নেকি? আপুনি আমাক Confidence-অত লওক, আমি আপোনাৰ লগত একেলগে ৰাস্তাত যাম।

**বৰগোহাঞিঃ ঃ** আপুনি বিদেশী চিনাক্ত কৰাত আপোনালোকে সক্ৰিয় ভূমিকা ল'ম বুলি...

**আজমল ঃ** 100% আমি ল'ম।

**বৰগোহাঞিঃ ঃ** পৰিষ্কাৰ হৈ গ'ল, ইয়াতকৈ আৰু বেছি কথা ক'বলগীয়া নাই। ২০১১ চনত যিটো নিৰ্বাচন হ'ব, তাত যদি এনেকুৱা পৰিস্থিতি হয়, এই আজি যিটো হৈছে যে কংগ্ৰেছে অকলে চৰকাৰ কৰিব নোৱাৰি তেওঁলোকে প্ৰায় সংযুক্ত— Coalition চৰকাৰ কৰিবলগীয়া হৈছে। যদি ২০১১ চনৰ নিৰ্বাচনৰ পিছত আপোনালোকক এই কংগ্ৰেছৰ লগত সংযুক্ত চৰকাৰত যোগ দিবলৈ আহ্বান কৰে, তেতিয়া আপুনি তেওঁলোকৰ সেই আহ্বানৰ প্ৰতি সঁহাৰি দিবনে?

**আজমল ঃ** সেইটো এতিয়ালৈ ক'ব নোৱাৰোঁ। আমি না ও কৰিব নোৱাৰোঁ হা ও ক'ব নোৱাৰোঁ।

**বৰগোহাঞিঃ** মানে আপুনি মনটো খোলা ৰাখিছে?

**আজমল ঃ** We are open.

**বৰগোহাঞিঃ** মোৰ শেষ প্ৰশ্ন এটা আছে যে, অসমত যিটো জাতীয়তাবাদ, সেইটো ঘাইকৈ ভাষিক জাতীয়তাবাদ। আজি আমাৰ অসমখন বৃটিছৰ শাসনৰ অধীনলৈ অহাৰ পিছৰে পৰা বাঙালীসকলৰ লগত অসমীয়া মানুহৰ প্ৰায় ডেৰশ বছৰ ধৰি মনোমালিন্য চলি আছিলে এই ভাষাৰ প্ৰশ্নত। কাৰণ যেই বৃটিছ শাসনৰ প্ৰথম ৩৫টা বছৰ অসমীয়াৰ পৰিবৰ্তে বাংলাক ইয়াত চৰকাৰী ভাষা কৰিছিল; তেতিয়াৰ পৰা যি তিক্ততাৰ সূচনা হ'ল, তাৰ পিছত যিমানবোৰ আন্দোলন হৈছিলে, আনকি এইটোও কোৱা হয় যে প্ৰত্যেকটো লোক-পিয়লৰ ঠিক আগে আগে এটা বাঙালী-বিৰোধী এটা আন্দোলন হয় বুলি কোৱা হয়। এতিয়া তাৰ মূল কথা হৈছে অসমীয়াসকলে তেওঁলোকে উচ্চস্তৰৰ সাহিত্য সৃষ্টি কৰিব পাৰক-নোৱাৰক; কিন্তু তেওঁলোকে নিজৰ ভাষাৰ নামত ইমানেই আৱেগপ্ৰৱণ হৈ যায়, এইটো যদি কোনোবাই স্পৰ্শ কৰে বা অসমত অসমীয়া ভাষাৰ অস্তিত্ব বিপন্ন হয় বুলি ভাবিলে তেওঁলোকে খুব হিংস্ৰ হৈ উঠে। এতিয়া অসমত অসমীয়াভাষী মানুহৰ সংখ্যা শতকৰা ৪৮ দশমিক হৈছেগৈ। ৪৮ ভাগ হৈছেগৈ। হৈছে মানে বড়োবিলাকে নিজৰ ভাষা কৰিলে। তাত অসমীয়াবিলাকৰো বহুত ভুল আছে, মানুহক কেনেকৈ আপোন কৰিব লাগে নাজানে। কিন্তু অহা লোক-পিয়লত যদি ৪৮-ৰ পৰা ৪০ শতাংশ হয়, মই এইটো ভৱিষ্যৎবাণী কৰিছোঁ, অসমত এটা বিৰাট অশান্তিৰ জুই জ্বলিব। এইক্ষেত্ৰত যিখিনি পূৰ্ববঙ্গ মূলৰ মুছলমান বা আপোনালোক, যদিও আপোনালোক দেশ বিভাজনৰ আগতে আহিছে তথাপিও আপোনালোকৰ মূল ভাষা বাংলা, এতিয়া আপুনি সম্পূৰ্ণ অসমীয়া হৈছে, কথাটো আপুনি ঘোষণা কৰিব পাৰিবনে যে অসমীয়া ভাষী মানুহৰ বৰ্তমানৰ যিটো সংখ্যা আছে, সেইটো আমি কেতিয়াও কোনো অৱস্থাতে তললৈ যাব নিদিওঁ। আমি অসমীয়া ভাষাৰ অস্তিত্ব ৰক্ষা কৰিম— এইটো প্ৰতিশ্ৰুতি আপুনি দিব পাৰেনে?

**আজমল ঃ** ১৯৬৮ চনত আমাৰ ডাঙৰ ডাঙৰ যিমান জমিয়ত উলেমাৰ আছিল, তেওঁলোকে এটাই কথা ঘোষণা কৰিছিল যে আমি অসমীয়া, আজিলৈ আমি অসমীয়া ভাষাটো আমাৰ অসমীয়া যিসকল সেইসময়ত বেংগলৰ পৰা আহিছিল, undivided India-ত চব মানুহ আজি সেইটোৰ ওপৰতে আছে। যদি আপুনি Proof বিচাৰে আজি চৰত যাওক, চবচে বেছি মানুহ বাংলাভাষী Language-টো কিন্তু অসমীয়া।

**বৰগোহাঞিঃ** সেইটোতো জানো, মোৰ নিচিনাকৈ চৰলৈ যোৱা মানুহ মোতকৈ দ্বিতীয় এজন নাই। মই more than hundred times গৈছো, আপুনি জানে কলগাছিয়াত মই প্ৰথমবাৰৰ বাবে অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন পাতিছো। এইটোতো আগতে কোনেও কৰা নাছিল। কিন্তু মোৰ প্ৰশ্নটো হৈছে আপোনালোকৰ ছেন্টিমেণ্ট্টো

ভালকৈ জানো যে ২০১১ চনত যিটো লোক-পিয়ল হ'ব, সেইটো অসমৰ কাৰণে, অসমৰ বিচিত্ৰ জনগোষ্ঠীৰ বাবে ডাঙৰ প্ৰশ্ন হ'ব। তাত যদি অসমীয়া ভাষী মানুহৰ সংখ্যা এতিয়াতকৈয়ো কমি যায় আৰু সেই প্ৰশ্নটো উঠিছে এই কাৰণেই যে আজি বাংলা মূলৰ, পূৰ্ববঙ্গ মূলৰ মুছলমানসকলৰ বিৰুদ্ধে বাতৰি-কাগজত সদায় যে এটা বিষোদ্‌গাৰ হৈ থাকে, আজি এশ বছৰ আগতে অহাজনো বাংলাদেশী, আজি অহা জনো বাংলাদেশী— ইয়াৰ ফলত— তেওঁলোকোতো তেজ-মাংসৰ মানুহ, তেওঁলোকৰ এটা প্ৰতিক্ৰিয়া হয়, হে যদি কয় যে আমিতো এশ বছৰ থাকিও অসমীয়া হ'ব নোৱাৰিলো, ঠিক আছে আমি আকৌ বাঙালীয়েই হৈ যাম। এইবুলি যদি অহা লোক-পিয়লত মাত্ৰ কেইলাখমান মানুহেও বাংলাভাষী বুলি নিজকে ঘোষণা কৰে, লোক-পিয়লত তাৰ প্ৰতিফলন হ'ব, হ'লে কিন্তু মোৰ ধাৰণা যে অসমত বহু বছৰলৈকে শান্তি বিৰাজ নকৰিব। আপোনালোকে আপোনালোকৰ দলৰ ফালৰ পৰা এইটো আশ্বাস দিব পাৰেনে অসমবাসীক যে যিকোনো পৰিস্থিতিতে অসমীয়া ভাষা বিপন্ন হোৱা কোনো কাম নকৰো, বৰঞ্চ আমি অহা লোক-পিয়লতো অসমীয়াভাষী লোকৰ সংখ্যা যাতে কেতিয়াও নকমে তাৰ কাৰণে চেষ্টা কৰিম।

**আজমল ঃ** এইটো ছাৰ, আমাৰতো আজিলৈকে Policy-টো Clear যে We are Assamese. We want to be Assamese. আজি আমাৰ মুছলমান চব মানুহ অসমীয়া অসমীয়া কৈ আছে, আমি আপোনালোকৰ লগত 100% আছোঁ, Because we are Assamese. কিন্তু এইটোৰ কাৰণে আপোনালোকৰ সাহয্য লাগিব। যদি ৰাজপথত উঠি ল'ৰা-ছোৱালীবিলাকৰ Mind-টো বেয়া কৰি কয় যে এইচব বাংলাদেশী আহিছে, বাংলাদেশী আহিছে। একদিন হ'ব পাৰে, কোনো এটা Section-এ হয়তো কৈ দিব পাৰে— অসমীয়া অসমীয়া আমি কৈ আছো। হিন্দীত এটা কথা আছে— হাম আপ আপ কৰ্‌তে হেঁ, আপ চেটাপ্‌ চেটাপ্‌ কৰ্‌তে হেঁ। কিমানদিন মানুহে চেটাপ্‌ বৰদাস্ত কৰিব? আৰু সেইটোৰ কাৰণে আজিৰ পৰা আমাৰ যিমান ইণ্টেলেকচুৱেল লোক আছে মই তেখেতসকলক আহ্বান জনাওঁ যে যিমান অৰ্গেনাইজেশ্বন আছে বাধ্য কৰক যে আমাৰ অসমীয়া সমাজক আমি বচাব লাগিব, চেপ্তাছ আমাৰ সমুখত আছে সেইটোত আমি Proof কৰিব লাগিব যে We are majority.

**বৰগোহাঞি ঃ** আজমল চাহাব, আপোনাৰ বক্তব্য অতি পৰিষ্কাৰভাৱে কৈছে। আপুনি কৈছে আৰু মই আশা কৰোঁ দৰ্শক-শ্ৰোতাসকলেও আপোনাৰ ছেণ্টিমেণ্টটো বুজি পাব। আজিলৈ আমাৰ সময় হৈ আহিছে, ধন্যবাদ।

*(২৮ নৱেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# ডাঃ অতিন্দ্ৰ কুমাৰ অধিকাৰীৰ সৈতে হোমেন বৰগোহাঞি

*"মই এজন ৰোগী। আপোনাৰ ওচৰলৈ গলো। এনেকুৱা অৱস্থাত গৈছো যে মোৰ জীৱন-মৰণৰ কথা। সেই সময়ত আপুনিয়েই মোৰ ভগৱান। গতিকে মোৰ সমস্ত জীৱন আপোনাৰ ওচৰত নিৰ্ভৰ কৰিছে বুলি ভাবি আপোনাৰ সম্মুখত বহিলো। কিন্তু আপোনাৰ কাৰণে এইটো daily routine, daily work। আপুনি সদায়েই সেইটো কৰিয়েই আছে। মোৰ কাৰণে আপোনাৰ বিশেষভাৱে মনোযোগ দিয়াৰ কোনো প্ৰয়োজন নাই, সময়ো নাই।"*





**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ আৰু স্বাগতম্। আজি মোৰ অতিথি ডাঃ অতিন্দ্ৰ অধিকাৰী। তেখেত গুৱাহাটী মেডিকেল কলেজৰ মেডিচিন বিভাগৰ অধ্যাপক। বাৰু অধিকাৰী, আপোনাৰ স্বাস্থ্য খুউব সুন্দৰ। ডাক্তৰ মানুহ, হ'বই। আমি কিতাপে-পত্ৰে পঢ়িবলৈ পাওঁ you are, what you eat, অৰ্থাৎ আপুনি যি খায় সিয়েই আপোনাক গঢ়ি তোলে। ডাক্তৰ হিচাপে আপোনাৰ দৈনন্দিন খাদ্য তালিকা কি?

**ডাঃ অতিন্দ্ৰ কুমাৰ অধিকাৰী ঃ** হাত-মুখ ধোৱাৰ পাছত পুৱা আৰম্ভ কৰো পানী এগিলাচেৰে। তাৰ পাছত মই ৰাতিপুৱা আঠটাতেই ভাত খাওঁ। ৮ বজাত ভাত খাই হস্পিটেললৈ ওলাই যাওঁ।

**বৰগোহাঞি ঃ** ভাতৰ লগত কি খায়?

**অধিকাৰী ঃ** ভাতৰ লগত দাইল-চব্জি। আমি সাধাৰণতে যিবোৰ খাওঁ এজন সাধাৰণ অসমীয়াই যি খায়। হস্পিটেলৰ পৰা মই দুই-আঢ়ৈ বজাত ঘূৰি আহোঁ। তেতিয়া অকণমান জলপান খাওঁ। ৰুটি-তৰকাৰী বা ফলমূল থাকিলে ফলাহাৰ কৰো আৰু ৰাতি ভাত খাওঁ। সেইখিনিয়েই আৰু...

**বৰগোহাঞি ঃ** সকলো ডাক্তৰে বা স্বাস্থ্য বিশেষজ্ঞই কয় প্ৰচুৰ ফলমূল বা সেউজীয়া শাক-পাচলি খোৱাটো বৰ দৰকাৰী বা বহুতো বেমাৰ-আজাৰৰ প্ৰতিৰোধক এইটোৱেই। মোৰ দ্বিতীয় প্ৰশ্নটো হ'ল, আপুনি কিয় ডাক্তৰ হ'ব খুজিলে?

**অধিকাৰী ঃ** চিকিৎসক বা ডাক্তৰ হোৱাটো বোধকৰো সমাজৰ এনেকুৱা এটা দায়িত্ব বা এনেকুৱা এক দায়বদ্ধতা যিটো অন্য কোনো প্ৰফেছনৰ লগত তুলনা নহয়। ৰোগীক ৰোগৰ নিৰাময় দিয়াটো, চাৰ্ভিছ দিয়াটো; যিটো ভয়-সন্ত্ৰাস এইটো

যদি আপুনি নাইকিয়া কৰি relief দিব পাৰে তেতিয়া তাৰ নিচিনা আনন্দ বা তাৰ নিচিনা দায়িত্ব হয়তো আপুনি আন ক'তো নাপাব।

**বৰগোহাঞিঃ** আপুনি ৰোগীক ৰোগমুক্ত আৰু যন্ত্ৰণামুক্ত কৰি আনন্দ পায় আৰু সিয়েই আপোনাৰ ডাক্তৰ হোৱাৰ প্ৰধান আকৰ্ষণ। আপোনাৰ মতে এজন আদৰ্শ ডাক্তৰৰ কি কি গুণ থকা উচিত?

**অধিকাৰীঃ** এজন আদৰ্শ ডাক্তৰ হ'বলৈ হ'লে তেওঁৰ প্ৰফেছনেল জ্ঞান সম্পূৰ্ণভাৱেই থাকিব লাগিব। নতুন নতুন চিকিৎসা পদ্ধতি, বা শেহতীয়া গৱেষণা কৰ্মৰ দ্বাৰা উদ্ভৱ হোৱা নানা আৱিষ্কাৰৰ তথ্য-পাতিৰ জ্ঞানো তেওঁৰ থাকিব লাগিব। সেই বিষয়ে তেওঁ জ্ঞাত হৈ থাকিব লাগিব। একে সময়তে তেওঁৰ মানৱীয়তা থকাটো খুউব দৰকাৰ।

**বৰগোহাঞিঃ** তাৰ মানে মানৱীয়তা অবিহনে অগাধ জ্ঞান থাকিলেও এজন মানুহ ভাল ডাক্তৰ হ'ব নোৱাৰে।

ছাৰ উইলিয়াম ওচলাৰৰ এখন বিশ্ববিখ্যাত চিকিৎসা বিজ্ঞানৰ পাঠ্যপুথি বহুবছৰ ধৰি চলিছিল আৰু এতিয়াও তাৰ আদৰ আছেই। মই তেওঁৰ যিটো জীৱনী পঢ়িছো তাৰ পৰাই জানিছো— তেওঁক কোৱা হয় Greatest Physician in history। তেওঁ তেওঁৰ কিতাপত লিখিছে— "If you listen carefully to your patient they will feel you the diagnosis"। কিন্তু আমাৰ সকলো ৰোগীৰে এটা প্ৰধান আপত্তি ডাক্তৰে ৰোগীজনৰ মুখলৈ নোচোৱাকৈ বা তেওঁক যিখিনি কথা সুধিব লাগে সেইখিনি নোসোধাকৈ খচখচকৈ এখন প্ৰেছক্ৰিপচন লেখি দিয়ে। বেছিভাগ ডাক্তৰেই ৰোগীক কেৱল ৰোগী হিচাপে ব্যৱহাৰ কৰে। তেওঁ যে এজন মানুহ, তেজ-মঙহৰ মানুহ, তেওঁৰ অনুভূতি আছে সেইটো নাচায়। সেই বিষয়ে আপোনাৰ অভিজ্ঞতা কি? বা অসমৰ ডাক্তৰৰ বিষয়ে অভিজ্ঞতা কি?

**অধিকাৰীঃ** আপুনি যিটো কথা কৈছে সি সঁচাকৈয়ে চিকিৎসা সেৱাৰ পৰিপন্থী। চিকিৎসা শাস্ত্ৰত আমি ল'ৰা পঢ়ুৱাওঁতে বা ডাক্তৰী পঢ়ুৱাওঁতে ছাত্ৰ সকলক প্ৰথমেই উপদেশ দিওঁ এইবুলিহে যে Listen to the patient প্ৰথম আৰম্ভণি হয় পেচেন্টৰ অৰ্থাৎ ৰোগীৰ কথাখিনি শুনাত। এই বিষয়ে আমি যথেষ্ট আলোচনা কৰো।

**বৰগোহাঞিঃ** উপদেশটো নিশ্চয় দিয়ে কিন্তু ...

**অধিকাৰীঃ** ৰোগীৰ কথা কেনেকৈ শুনিব লাগিব, তেওঁলোকক কেনেকৈ সময় দিব লাগে, সেই বিষয়েও আমি যথেষ্ট চৰ্চা কৰো। ৰোগীৰ লগত যদি

সঁচাকৈয়ে কেইমিনিটমান সময় আমি ভালকৈ আলোচনা কৰো, তেতিয়া আমি ৯০ শতাংশ diagnosis তেওঁৰ পৰাই উলিয়াই ল'ব পাৰিম।

**বৰগোহাঞি ঃ** মই এটা খুউব সৰু উদাহৰণ দিওঁ। মোৰ এজন অতি নিকটতম প্ৰতিবেশী, তেওঁৰ ল'ৰাটোৰ তিনি-চাৰি বছৰ হৈছে, গোটেই গাতে বয়ল মানে বিহ ফোহা হৈছিল। মই চাই দেখিলো যে এইটো অৱস্থাত ডাক্তৰৰ ওচৰলৈ নিয়াটো খুউব জৰুৰী আৰু উচিত। ডাক্তৰৰ ওচৰলৈ লৈ গ'ল। দৰব খোৱাৰ পাছত তৃতীয়দিনা মোক হাঁহি মাৰি ক'লেহি— আপুনি ডাক্তৰৰ ওচৰলৈ পঠিয়াই খুউব ভালেই কৰিলে। তাৰ এদিনতে ঘাবোৰ শুকাই গৈছে। মই ক'লো কি দৰব দিছে? ক'লে এণ্টিবায়টিক দিছে। এণ্টিবায়টিকৰ আপোনাক কেবাটাও ঔষধ দিছে, আপুনি বাকীবোৰ খুৱালেনে নাই? মাত্ৰ এদিনহে হৈছে— মই ক'লো। ক'লে— নাই মই পেলাই দিলো। ভালেই হৈ গ'ল আৰু কিয় ৰাখোঁ। মই তেতিয়া তেওঁক বুজালো যে ডাক্তৰে আপোনাক কোৱা নাইনেকি যে এণ্টিবায়টিকৰ এটা Full Course থাকে। সেইটো যদি সম্পূৰ্ণকৈ খোৱা নহয়, উপকাৰতকৈ অপকাৰহে বেছি হয়। তেওঁ ক'লে ডাক্তৰে মোক একো কোৱা নাই। লিখি দিছে আৰু মই লৈ আহিছো। এনেকুৱা ঘটনা দুই এটা নহয় হাজাৰ-বিজাৰটা ঘটি আছে। এই বিষয়ে আপোনাৰ ধাৰণা কি?

**অধিকাৰী ঃ** আমি যদি সময় খৰচ কৰি তেওঁক বুজাই দিলোহেঁতেন যে এইখিনি দৰব এনেকৈ খাব লাগিব বা চাৰিদিনৰ কাৰণে বা পাঁচ দিনৰ কাৰণে দৰবখিনি খাব। কিন্তু এইক্ষেত্ৰত আমাৰ Communication gap হৈছে। মানুহজনৰ লগত যোগসূত্ৰ ভালকৈ হোৱা নাই।

**বৰগোহাঞি ঃ** তাৰ কাৰণ কি?

**অধিকাৰী ঃ** এইটো মানে... আমি সময়ৰ ক্ষেত্ৰত কৃপণালি কৰিছো আৰু।

**বৰগোহাঞি ঃ** এজন ৰোগীক চিকিৎসক এজনে ন্যুনতম ১৫ মিনিট সময় দিব লাগে। কিন্তু যদি তেওঁ ভাবে ১৫ মিনিটত তিনিজন ৰোগী চালে মই তিনিগুণ ধন ঘটিব পাৰিম— এইটো এটা ডাঙৰ ব্যাধি আৰু সেইটো কাৰণতে বেছিভাগ ডাক্তৰে ৰোগীক স্থায়ীভাৱে আৰোগ্য কৰিব নোৱাৰে। এই সমস্যাটোৰ ক্ষেত্ৰত আপোনালোকে কি কৰিব পাৰে?

**অধিকাৰী ঃ** এই কথাটো সম্পূৰ্ণ মানুহজনৰ ওপৰত নিৰ্ভৰ কৰে। তেওঁ নিজকে কেনেধৰণে লৈছে, তেওঁ প্ৰফেছনটো কিমান honestly ল'ব পাৰিছে, কিমান Sincerly লৈছে সেইটো কিন্তু বহু সময়ত ব্যক্তি হিচাপে বেলেগ বেলেগ হয়।

আপুনি যিটো কৈছে সেয়া হয়তো সকলো ডাক্তৰৰ ক্ষেত্ৰত নাপায়।

**বৰগোহাঞি ঃ** নিশ্চয়। ব্যতিক্ৰম সকলো ক্ষেত্ৰতেই থাকিব। আমি পৃথিৱীৰ সকলো দেশৰ বিষয়ে বেছি নাজানো। আমেৰিকাৰ বিষয়ে অলপ বেছিকৈ জানো এই কাৰণেই যে তেওঁলোকৰ কিতাপ-পত্ৰ খুউব বেছিকৈ আছে। তেওঁলোকে নিজৰটো প্ৰচাৰো কৰে। মই জানো যে আমেৰিকাৰ, যেনেকৈ আপোনালোকৰ Medical Association আছে, তাতো আছে। তেওঁলোকে এইবোৰ কামৰ বিৰুদ্ধে সজাগতা সৃষ্টি কৰিবলৈ এটা সৰু-সুৰা আন্দোলনেই কৰিছে। মই এজন ডাক্তৰৰ কথা কওঁ। ডাঃ লিউনাৰ্ড শ্লেইন, তেওঁ কৈছে যে মই এইটো নীতি হিচাপেই লৈছো যে এটা দিনত মই সাতজনতকৈ অধিক ৰোগী নাচাওঁ। তাতকৈ যদি মই বেছি ৰোগী চাওঁ তেতিয়া ধন ঘটিব পাৰিম কিন্তু কাৰো প্ৰতি সুবিচাৰ কৰিব নোৱাৰিম। আপুনি নিজকে তেনেকুৱা এজন ডাক্তৰ বুলি ভাবেনে? আপুনি প্ৰত্যেকদিনে কেইজন ৰোগী চায়?

**অধিকাৰী ঃ** ১৫ৰ পৰা ২০ জন ৰোগী চাওঁ। নতুন পুৰণি মিলাই। ৰোগী চাওঁতে এনেকুৱাও হয় যে আগদিনা চোৱা এজন ৰোগীৰ লগতো পিছদিনা কথা পাতিব লগীয়া হয় অৰ্থাৎ পিছদিনা আকৌ চাব লগা হয়।

**বৰগোহাঞি ঃ** সকলোকে সন্তুষ্ট কৰিবলগীয়া হয়।

**অধিকাৰী ঃ** এজন ৰোগীৰ কাৰণে মই সময় নিৰ্দিষ্ট কৰি লওঁ ১৫ মিনিট।

**বৰগোহাঞি ঃ** এইটো বাৰু হয়। আপুনি ব্যতিক্ৰম হ'বই লাগিব। মই নিজে পৰিচয় নিদিয়াকৈ ডাক্তৰৰ কোঠাত সোমাই চাইছো। একেই, ৰোগীৰ মুখলৈ নাচায়। অলপ সোধা-সুধিৰ পাছতে খচখচকৈ প্ৰেছক্ৰিপচন এখন লিখি দিয়ে। ৰোগীয়ে মন মাৰি ওলাই আহে। তেওঁ যদি কথাখিনি খুলি ক'ব পাৰিলেহেঁতেন বহুখিনি আৰোগ্য লাভ কৰিলেহেঁতেন। আমি ক্ষন্তেক বিৰতি লৈ লওঁ। তাৰ পিছত আকৌ কথা পাতিম।

* * *

**বৰগোহাঞি ঃ** ডাঃ আধিকাৰী, বিৰতিৰ পিছত আকৌ আলোচনালৈ ঘূৰি আহিছো। অলপ আগতে যিখিনি কথা পাতিছিলো তাৰে সূত্ৰ ধৰি মই আৰু এটা কথা কৈ ল'ব বিচাৰিছো। ডাক্তৰে ৰোগীক সময় দিয়াটো কিমান গুৰুত্বপূৰ্ণ কথা, সেইটো আমাৰ দেশত সকলো ডাক্তৰেই যে উপলব্ধি নকৰে সেইটো নহয়। মোৰ বহু বন্ধুৱেই ডাক্তৰ। তেওঁলোকে মোক নিজেই কয় যে আমি এটা বৰ অপৰাধবোধত

ভুগি থাকে। কিয়নো এজন ৰোগীক তেওঁলোকে যিমান সময় দিব লাগে সিমান সময় দিব নোৱাৰে। এজন ভাল ডাক্তৰ, তেওঁ নিজেই কৈছে দহজন ৰোগী চালেই মই সন্তুষ্ট হ'ব পাৰো। কিন্তু মোৰ ঘৰত ১০০ জন ৰোগীয়ে যেতিয়া ভিৰ কৰেহি তেতিয়া মোৰ উপায় নোহোৱা হয়। ডাক্তৰৰ সংখ্যা কম, ৰোগী বেছি। উপায় নাই। গতিকে এই দুটাৰ মাজত সামঞ্জস্য ৰক্ষা কৰিব লাগিব। মই অলপ আগতে ডাঃ লিউনাৰ্ড শ্লেইনৰ কথা কৈছো। এখন ৰচনাত তেওঁ এনেদৰে লিখিছিল— The patients come into my life at a moment which is the most frightering moment in their life. For them our interaction is the singlemost important thing that is happening to them, whereas for me it is my daily work. মই এজন ৰোগী। আপোনাৰ ওচৰলৈ গলো। এনেকুৱা অৱস্থাত গৈছো যে মোৰ জীৱন-মৰণৰ কথা। সেই সময়ত আপুনিয়েই মোৰ ভগৱান। গতিকে মোৰ সমস্ত জীৱন আপোনাৰ ওচৰত নিৰ্ভৰ কৰিছে বুলি ভাবি আপোনাৰ সন্মুখত বহিলো। কিন্তু আপোনাৰ কাৰণে এইটো daily routine, daily work। আপুনি সদায়েই সেইটো কৰিয়েই আছে। মোৰ কাৰণে আপোনাৰ বিশেষভাবে মনোযোগ দিয়াৰ কোনো প্ৰয়োজন নাই, সময়ো নাই। এইটো এটা বৰ দৰকাৰী কথা বুলি নাভাবেনে? ৰোগীজনৰ কাৰণে আটাইতকৈ যিটো সংকটপূৰ্ণ মুহূৰ্ত সেইটো মুহূৰ্ত কিন্তু আপোনাৰ কাৰণে একো নহয়, এটা মামুলি অভিজ্ঞতা, daily routine।

**অধিকাৰী ঃ** সেইটো তেওঁলোকৰ বৃত্তিয়েই। ৰোগী চোৱা বা ৰোগীক সকাহ দিয়া। সেয়ে এইটো তেওঁলোকে হৃদয়ংগম কৰা উচিত যে এনেকুৱা মুহূৰ্তৰ ৰোগী আতুৰত আছে, চিন্তিত হৈ আছে, সন্ত্ৰাসত আছে, সেইখিনি সময়ত আমি যদি ভালকৈ কথাই নাপাতো, তেওঁলোকৰ কথাই নুশুনো তেতিয়াহ'লে আমি আগবাঢ়িম কোন ফালে?

**বৰগোহাঞিঃ** আপুনি ঔচিত্যবোধৰ কথা কৈছে। মই কৈছো যে কাৰ্যক্ষেত্ৰত সেইটো নহয়। সেইটো কৰিবৰ বাবে আপোনালোকৰ মাজে মাজে ডাক্তৰসকলৰ যে সভা-সমিতি হয়, মিটিং হয় তাত এই কথাটো হেমাৰিং কৰি থাকিব নোৱাৰেনে যে ডাক্তৰসকলৰ ওচৰলৈ অহা ৰোগীৰ মনস্তত্ত্ব আৰু ডাক্তৰৰ মনস্তত্ত্বৰ যদি অলপ মিল নহয় তেতিয়াহ'লে ৰোগীক সম্পূৰ্ণ আৰোগ্য কৰিব নোৱাৰি।

**অধিকাৰী ঃ** নিশ্চয় পাৰি। সেই ক্ষেত্ৰত আমি কৰো। কিন্তু এইখিনিতে এটা কথা হয় যে কোনোবাই যদি কৰিব পৰা নাই বা কোনোবাই যে কৰা নাই তাৰ মানে তেওঁ ইয়াৰ গুৰুত্বটো উপলব্ধি কৰিব পৰা নাই। আমাৰ next doctor's meet

আদিত এই বিষয়টোৰ ওপৰত বিশেষ চৰ্চা কৰিব পাৰোঁ। লিখা-মেলা কৰিব পাৰোঁ।

**বৰগোহাঞিঃ খুউব দৰকাৰী।** ডাঃ লিউনাৰ্ডে লিখাৰ কাৰণেই মই জানিলো। আমাৰ ইয়াত ডাক্তৰসকলে নিলিখে। কাৰণ তেওঁলোকৰ টকা ঘটোতেই সময় ...।

আৰু এটা কথা। পৃথিৱীৰ সকলো ডাক্তৰৰ বিৰুদ্ধেই এটা অভিযোগ আছে যে এজন ৰোগীক যিমান ঔষধ দিয়াটো উচিত তাতোকৈ বহুগুণে বেছি ঔষধ দিয়া হয়। তাৰ কাৰণ হ'ল যে ফাৰ্মাচিউটিকেল কোম্পানীবোৰে যিমান ঔষধ এজন ডাক্তৰৰ দ্বাৰা বিক্ৰী কৰাব পাৰে বা জনপ্ৰিয় কৰিব পাৰে, সেই ডাক্তৰৰ দাম তেওঁলোকৰ ওচৰত বাঢ়ি যায়।

দ্বিতীয়তে আজিকালি যিটো মেডিকেল প্ৰযুক্তিবিদ্যা আহিছে। ডাঃ কেনেথ ব্লাকাৰ, তেওঁ খুউব বিখ্যাত ইংৰাজ ডাক্তৰ। তেওঁ এখন কিতাপেই লিখিছে এ ডক্তৰ ডাইগ্ৰেছেছ্। তাত তেওঁ স্পষ্ট লিখিছে যে আধুনিক প্ৰযুক্তিবিদ্যা এনেকুৱা এটা বস্তু যে যন্ত্ৰপাতিৰ আঁৰত ডাক্তৰজনেই হেৰাই যায় আৰু যন্ত্ৰপাতিৰ প্ৰয়োগটোৰ য'ত প্ৰয়োজন নাই তাতো খুউব বেছিকৈ প্ৰয়োগ কৰা হয় কেৱল বেছিকৈ টকা ঘটাৰ প্ৰয়োজনত। এবাৰ এটা মোৰ সৰু অসুখত এজন ডাক্তৰক দেখুৱালো। ডাক্তৰে মোক এম. আৰ. আই কৰিবলৈ দিলে। য'ত পৰীক্ষা কৰিবলৈ গলো তাত মোক চাই-চিতি ক'লে যে মোৰ আচলতে এই পৰীক্ষা কৰাৰ কোনো প্ৰয়োজন নাই। এনেকুৱা বহু উদাহৰণ আছে। আমেৰিকাত যে পুলিৎঝাৰ প্ৰাইজ আছে, তাত সাংবাদিকতাৰ ক্ষেত্ৰতো পুলিৎঝাৰ প্ৰাইজ দিয়া হয়। এবাৰ এজন সাংবাদিকে যিখন ৰচনা লিখি, যিটো report লিখি পুলিৎঝাৰ বঁটা পাইছিল— তেওঁৰ বিষয়টো আছিল, তাত social security system এটা আছেঃ তেওঁ এখন ডাঙৰ হস্পিটেললৈ গ'ল। বেমাৰীৰ ভাও জুৰি তালৈ গ'ল। গৈ তেওঁ অসুখ হোৱা বুলি কৈ চিকিৎসা ল'ব বিচাৰিলে। ডাক্তৰে লিখি দিলে আপুনি এইখিনি এইখিনি test কৰি আনক। তেওঁ গোটেই দিন ধৰি লেবৰেটৰী ঘূৰি ঘূৰি নানা test কৰালে। খৰচ হ'ল দুহেজাৰ ডলাৰ। যেতিয়া তেওঁ গোটেইবোৰ report লৈ সেই ডাক্তৰজনৰ ওচৰলৈ ঘূৰি আহিল। তেওঁ তেওঁক ঔষধ দিলে এক ডলাৰৰ। তেতিয়া সেই সাংবাদিকজনে ডাক্তৰক ক'লে আপুনি এক ডলাৰৰ ঔষধ দিবৰ বাবে দুহেজাৰ ডলাৰ মোক খৰচ কৰালে আৰু দিনটো খৰচ কৰালে। তেতিয়া তেওঁ নিজৰ পৰিচয় দিলে যে তেওঁ প্ৰকৃততে ৰোগী নহয়, এজন সাংবাদিকহে— এইখিনি কথা মই লিখিম। সেইখন ৰচনাই পুলিৎঝাৰ এৱাৰ্ড পাইছিল। মই মোৰ নিজৰ অভিজ্ঞতাৰে ক'ব পাৰো অসমত আপোনালোকে, সকলো ডাক্তৰ বুলি নকওঁ, বহু ডাক্তৰে কেৱল ধন ঘটাৰ বাবে এই

কামটো কৰে। লগতে এই কথাটোও কওঁ যে ইয়াত চিজাৰিয়ান অপাৰেছন কৰাৰ প্ৰৱণতা ইমানেই বেছি যে আমেৰিকাত যিমানখিনি হয় তাতকৈ ভাৰতবৰ্ষত ৪০ শতাংশ বেছি হয়। এদিন দুজন ডাক্তৰে কথা পাতি আছে। এজনে চিজাৰিয়ান অপাৰেছন কৰি আহিছে। সিজনে তেওঁক ক'লে— এইটো চিজাৰিয়ান কৰাৰ কোনো দৰকাৰ নাছিল। বৰ লৰালৰি কৰি দিলা। চিজাৰিয়ান কৰা ডাক্তৰজনৰ উত্তৰ হ'ল— 'এ কৰি দিলো আৰু'— চাওকচোন কিমান কেজুৱেলী কথাটো ক'লে। এইবিলাক একোটা ডাঙৰ সমস্যা নহয়নে?

**অধিকাৰী** ঃ আপুনি কৈছে দৰব বেছিকৈ লিখাটো। দৰব বেছিকৈ লিখা হয়... নিশ্চয়...

**বৰগোহাঞি** ঃ লিখে বুলি আপুনি স্বীকাৰ কৰে নে নকৰে?

**অধিকাৰী** ঃ কিছুমানে হয়তো লিখে। লিখাৰ কাৰণটো হয়তো এনেকুৱাও হ'ব পাৰে যে তেওঁৰ confidence নাই— বেমাৰটো ধৰিবলৈ, বা diagnosis কৰিবলৈ। যেতিয়া তেওঁৰ পূৰা confidence নাহে তেতিয়াই বেছি দৰব ব্যৱহাৰ কৰিবলগীয়া হয়। কিন্তু...

**বৰগোহাঞি** ঃ কিন্তু আমাৰ দেশত এইবিলাক বিষয়ত তদন্ত বা গৱেষণা বহু কম হয়। আমেৰিকাৰ কেনেথ ষ্ট নামৰ মেডিকেল ঐতিহাসিকজনে আমেৰিকাৰ গোটেই system টো অধ্যয়ন কৰি এইটো প্ৰমাণ কৰি দিলে যে শতকৰা ৯৯ জন ডাক্তৰে প্ৰয়োজনতকৈ বেছি ঔষধ দিয়ে কেৱল ফাৰ্মাচিউটিকেল কোম্পানীবোৰৰ প্ৰত্যক্ষ বা পৰোক্ষ হেঁচাত। আপুনি নিজে আজিৰ পৰা এমাহ তদন্ত কৰি চালে বুজিব য'ত দুটকাৰ ঔষধে কাম কৰে তাত দুশ টকাৰ ঔষধ দিবই— ৰোগীৰ মংগল চিন্তা কৰি নহয়, ঔষধ বেছিকৈ বিক্ৰী কৰিবলৈহে।

**অধিকাৰী** ঃ মাজে মাজে এইটো কথা আমাৰো চকুত পৰে। যেতিয়া ডাক্তৰৰ ওচৰৰ পৰা কোনো ৰোগী আহি প্ৰেছক্ৰিপছন দেখুৱায় তেতিয়া ভাবো ইমানখিনি দৰব নিদিয়াহেঁতেন এয়া...

**বৰগোহাঞি** ঃ তাৰ মানে আপুনি এইটো পৰোক্ষভাৱে স্বীকাৰ কৰিলে যে বহু ডাক্তৰে সেই কামটো কৰে। আৰু এটা কথা, এজন আদৰ্শ ডাক্তৰ হ'বলৈ তেওঁৰ মানৱীয়তাও থাকিব লাগিব। ডাক্তৰে যেতিয়া ৰোগীক দৰব দিয়ে, মই ভাবোঁ আপুনি যদি এজন ভাল ডাক্তৰ হয় চাব লাগে যে তেওঁৰ (ৰোগীজনৰ) আৰ্থিক অৱস্থা কেনেকুৱা। সেইটো বিবেচনা কৰিহে দিব লাগে। তেওঁৰ মাহেকীয়া আয় পাঁচ হাজাৰ টকা অথচ তেওঁক দহ হাজাৰ টকাৰ দৰব দিয়ে। সেইটোতো বৰ অমানৱীয় কাম হ'ব। সেইটো হয়নে নহয়?

**অধিকাৰী ঃ** সেইটো হয়। এই ক্ষেত্ৰত ৰোগীৰ সৈতে কথা পতাটো বা তেওঁক সময় দিয়াটো জৰুৰী। ৰোগীজনৰ সৈতে কথা পাতোঁতেই তেওঁ ক'ৰপৰা আহিছে, কেনেকুৱা আৰ্থিক অৱস্থা এই আটাইবোৰৰে জ্ঞান এটা লৈ লওঁ।

**বৰগোহাঞি ঃ** আপুনি লোৱা বুলি কৈছে। মই সকলোবোৰ ডাক্তৰৰ কথা কৈছো।

**অধিকাৰী ঃ** প্ৰথমতে আমি ৰোগীজন চোৱাৰ আগতে, বিভিন্ন test বোৰ কৰাৰ আগতে তেওঁৰ লগত পতা কথা-বাৰ্তাবোৰৰ গুৰুত্ব ইমান বেছি যে সেই কথাৰ পৰাই বেমাৰৰ বিষয়েও বহুখিনি কথা জানিব পৰা যায়।

**বৰগোহাঞি ঃ** সেইটো কাম কৰা ডাক্তৰ শতকৰা কেইজন হ'ব?

**অধিকাৰী ঃ** সেইটো তথ্য দিবলৈ অলপমান অসুবিধা হ'ব।

**বৰগোহাঞি ঃ** আপুনি নিশ্চয় মাজে মাজে কাগজত পঢ়িবলৈ পাইছে যে অমুক এখন হস্পিটেলত এজন ৰোগী মৰিছে আৰু তেতিয়া ৰোগীৰ আত্মীয়-স্বজনে আহি তাত হাংগামা কৰে। এনে বহু ঘটনা ঘটি আছে যদিও আমাৰ অসমত বা ভাৰতবৰ্ষত কোনো ডাক্তৰে বা হস্পিটেল কৰ্তৃপক্ষই ডাক্তৰৰ ভুলত যে ৰোগী মৰে এই কথাটো স্বীকাৰ নকৰে। কিন্তু আপুনি এইটো স্বীকাৰ কৰেনে যে ডাক্তৰেও কেতিয়াবা ভুল কৰিব পাৰে বা ডাক্তৰৰ ভুল চিকিৎসাত বহু মানুহ মৰে।

**অধিকাৰী ঃ** ভুল চিকিৎসা নহয় বুলিতো মই ক'ব নোৱাৰিম। কেতিয়াবা আমাৰ ভুল হোৱাটো স্বাভাৱিক। মানুহৰ ভুল হয়েই। কিন্তু কথাটো হ'ল ধৰক ৰোগীৰ মানুহে আহি নাৰ্চিংহোমত উৎপাত কৰিলে, হস্পিটেলত উৎপাত কৰিলে। ইয়াৰ মূল কাৰণটো হৈছে— ৰোগী এজন যেতিয়া খুউব চিৰিয়াছ অৱস্থাত হস্পিটেললৈ/নাৰ্চিংহোমলৈ আহে তেতিয়া ৰোগীৰ সম্বন্ধীয় মানুহ, ঘৰৰ মানুহ জাকপাতি থাকেহি। অথচ কিমানখিনি কথা আমি ৰোগীৰ সম্বন্ধীয় মানুহৰ লগত পাতিছো বা বেমাৰৰ চিৰিয়াছনেছৰ বিষয়ে তেওঁলোকক জনাইছো, এইখিনি Communication gap-ৰ বাবেই এনে পৰিস্থিতিৰ সৃষ্টি হয়, conflicts হয়।

**বৰগোহাঞি ঃ** আমাৰ ভুল চিকিৎসাৰ বাবে বছৰি কিমান মানুহ মৰে বুলি আপোনাৰ ধাৰণা হয়?

**অধিকাৰী ঃ** মই সেইটো ক'ব নোৱাৰিম।

**বৰগোহাঞি ঃ** আমাৰ দেশত ইণ্ডিয়ান মেডিকেল এছ'চিয়েচন আছে, আছাম মেডিকেল এছ'চিয়েচন আছে, চৰকাৰ আছে। কোনেও কিন্তু এইবোৰ সমস্যাৰ বিষয়ে তদন্ত কৰাত নাই। মই আপোনাক এটা খবৰ দিওঁ। আমেৰিকাত প্ৰত্যেক

বছৰে ডাক্তৰৰ ভুল চিকিৎসাৰ কাৰণে ৯৮ হাজাৰ মানুহ মৰে। আপুনি আমাৰ দেশত কল্পনা কৰকচোন। আমাৰ দেশত বেছিভাগ হস্পিটেলৰে নাৰকীয় অৱস্থা, ডাক্তৰৰ ৰোগীৰ লগত কথা পাতিবলৈ সময় নাই— ইয়াততো সংখ্যাটো নিশ্চয় বহুত হ'ব। নহ'ব?

**অধিকাৰী ঃ** আজিকালি এটা ব্যাখ্যা হৈছে যিটোক মেডিকেল অডিট বুলি কয়। প্ৰত্যেকখন হস্পিটেলত চৰকাৰী হস্পিটেলতে এটা ছিষ্টেম থাকিব লাগে। তেওঁলোকে নিজক...

**বৰগোহাঞি ঃ** থাকিব লাগে।

**অধিকাৰী ঃ** হয় থাকিব লাগে। তেওঁলোকে নিজে কৰা কামখিনি চাব লাগে। কিমানখিনি কাম কৰিলে, ক'ত কি ভুল হ'ল...

**বৰগোহাঞি ঃ** আপুনি কৈছে যে থাকিব লাগে। কিন্তু নাই।

**অধিকাৰী ঃ** সেইটো থকাটো দৰকাৰী, নহ'লে আমি...

**বৰগোহাঞি ঃ** সেইটো প্ৰশ্নলৈকে মই আহিছো। আমেৰিকাত তেওঁলোকৰ এটা Regulatory authority আছে যাতে এই বিলাক ঘটনা নহয়। প্ৰত্যেক হস্পিটেলত একোটা Deptt.-এই কৰিছে। ভুল চিকিৎসা যদি হয় লগে লগে সেই ভুলটো স্বীকাৰ কৰা হয়— ভৱিষ্যতে যাতে ভুলটো কৰা নহয় এইটো কৰিবৰ বাবে তেওঁলোকে ব্যৱস্থা কৰিছে। অসম দূৰৰ কথা সমগ্ৰ ভাৰতবৰ্ষতে এটা Regulatory authority আছে, তেনেকুৱা কোনো প্ৰমাণ পোৱা নাই।

মই যে অলপ আগতে ক'লো প্ৰয়োজনতকৈ বেছি দৰব দিয়া হয়, ৰোগীৰ সামৰ্থ্যৰ বাহিৰেও বহু দামী ঔষধ দিয়া হয়, মই আপোনাক এটা উদাহৰণ দিওঁ। ভাৰতবৰ্ষৰে এখন বিখ্যাত হস্পিটেলত নিজৰ উদ্যোগত এটা agency মাতি আনি তেওঁলোকে হস্পিটেলখনত কাম-কাজসমূহ খুউব ভালকৈ পৰিশ্ৰম কৰি ক'ত কি ভুল-ভ্ৰান্তি আছে পৰামৰ্শ দিবলৈ দিহা দিলে। তেওঁলোকে পৰিদৰ্শনৰ অন্তত দেখিলে যে হস্পিটেলখনত, আপুনি মোতকৈ ভালকৈ জানিব, এটা বিশেষ এণ্টিবায়টিক প্ৰয়োজনাধিক ব্যৱহাৰ কৰা হয় যিটো অত্যন্ত খৰচীও। কথাটো হ'ল ডাক্তৰে ৰোগীৰ অৱস্থালৈ নাচায় বা এণ্টিবায়টিক খোৱাটো উচিত অনুচিত দৰকাৰ নাই, সেই দামী ঔষধটো খালে যিহেতু বেমাৰটো সোনকালে ভাল হ'ব, ডাক্তৰৰ নাম হ'ব, হস্পিটেলৰ নাম হ'ব। এজেঞ্চিটোৱে সেইটো ধৰা পেলাই ক'লে যে আমেৰিকাৰ দৰে পৃথিৱীৰ ধনী দেশত সেই ঔষধটো যিমান ব্যৱহাৰ কৰা হয়, ভাৰতত তাতকৈ সাতশ গুণ বেছি ব্যৱহাৰ হয়।

অসমত নতুন স্বাস্থ্য মন্ত্ৰী ডাঃ শৰ্মাই বহুত কিবাকিবি কৰিবলৈ চেষ্টা কৰিছে। আপোনালোকে তেওঁক কৈ তেনেকুৱা এটা পৰামৰ্শ দিব নোৱাৰে নেকি যে আমাৰ অসমতো, আপুনি যিটো মেডিকেল অডিটৰ কথা ক'লে, ঔষধৰ প্ৰয়োগ আদি ৰোধ কৰিবলৈ এটা Regulatory অডিট গঠন কৰিব লাগে। আমাৰ ইয়াত মেডিকেল এছ'চিয়েচন আছেনে নে নাই? আপুনি তাৰ সদস্য নহয় জানো? আপোনালোকেতো সেইবিলাকৰ জৰিয়তে এনে ক্ষেত্ৰত কিছু চেষ্টা কৰিব পাৰে।

**অধিকাৰী** ঃ হয়, পাৰি।

**বৰগোহাঞি** ঃ কিন্তু আজিলৈকেতো আছাম মেডিকেল এছ'চিয়েচনে এইবোৰ বিষয়ত মূৰ ঘমাইছে তাৰ কোনো প্ৰমাণ আমি পোৱা নাই। আৰু বহুত কথা আছে। পুনৰ এটা বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি** ঃ বিৰতিৰ পিছত আকৌ ঘূৰি আহিছো। অতিমাত্ৰা ঔষধ সেৱনৰ ফলত এটা অতি জটিল ৰোগ হয়। লেকট্ৰজনিক ইলনেছ বুলি কয়। সেই বেমাৰটোৰ বিষয়ে অসম বা ভাৰতৰ ডাক্তৰসকলে জানেনে? সেই বিষয়ে আপোনালোক কেতিয়াবা কিবা চিন্তা-চৰ্চা হৈছেনে?

**অধিকাৰী** ঃ চিন্তা-চৰ্চা হৈছে। অতিপাত ঔষধ সেৱন কৰা লেকট্ৰজনিক ইলনেছেই নহয়, বিভিন্ন ধৰণৰ Problem face কৰিব লাগে। Normally আমি বেছিকৈ ঔষধ খাওঁতে ধৰক ইনটেচটাইনেল ফ্ল'ৰাটো damage হয় এণ্টিবায়টিক ব্যৱহাৰ কৰাৰ কাৰণে। কিছুমান বীজাণু মাৰি পেলালেও কিন্তু সি ঢুকি নোপোৱা অন্য কিমান বীজাণু বেছিকৈ গ্ৰ' কৰাৰ সুযোগহে পায়। সেইবোৰে আমাৰ বাবে জটিল সমস্যাৰ সৃষ্টি কৰে।

**বৰগোহাঞি** ঃ এইটোযে এটা ডাঙৰ সমস্যা সেই কথাটো আপুনিও স্বীকাৰ কৰিছে।

**অধিকাৰী** ঃ হয়।

**বৰগোহাঞি** ঃ শেষ প্ৰশ্ন এটা কৰো। আমাৰ অসমত হস্পিটেলসমূহ খুউব লেতেৰা আছিল। এতিয়া দুই এখন চাফা হোৱা বুলি শুনিছো। আমেৰিকাৰ দৰে উন্নত দেশতো অস্বাস্থ্যকৰ পৰিবেশৰ কাৰণে বছৰি ৮৮ হাজাৰ মানুহ মৰে। গতিকে অসমৰ সেই সংখ্যাটো কিমান ভয়াবহ আপুনি কল্পনা কৰক। বাৰু ধৰি ল'লো হস্পিটেল বিলাক খুউব পৰিষ্কাৰ হ'ল। আপুনি এজন ডাক্তৰ হিচাপে কথাটো ক'ব।

গোটেই গুৱাহাটীখনেই আৱৰ্জনাময় হৈ পৰিছে। যিবোৰ আৱৰ্জনা উৎপত্তিৰ থল, সেইখন গুৱাহাটী পৰিষ্কাৰ নকৰাকৈ— কেৱল হস্পিটেলখন চাফা কৰি মানুহক ৰোগমুক্ত কৰিব পৰা যাবনে?

**অধিকাৰী ঃ** পৰিষ্কাৰ-পৰিচ্ছন্নতাটো আমাৰ নিজৰ লেভেলৰ পৰাই আৰম্ভ হ'ব লাগিব। আমি নিজে ঘৰত বা দিনটো যিমান পাৰি পৰিষ্কাৰ-পৰিচ্ছন্ন আছো....হয়, সজাগতাটো যেতিয়া আমাৰ আহি যায় তেতিয়া আমি অনুভৱ কৰিম আমাৰ চৌপাশটো কিমান বেয়া। চৌপাশটো ভাল কৰিবলৈ আমি কি কৰিব লাগিব। সেই ভাবটো হ'ব যেতিয়া আমি নিজে চাফা হৈ থাকিম।

**ৰৰগোহাঞি ঃ** সেইটো অসম্ভৱ ডাঃ অধিকাৰী, আমাৰ দেশৰ বেছিভাগ মানুহেই ইমান দৰিদ্ৰ-নিৰক্ষৰ যে তেওঁলোকে সেইটো কৰাত...। চৰকাৰৰ ফালৰ বা ডাক্তৰসকলৰ ফালৰ পৰা এটা আন্দোলনেই হ'ব লাগে। চহৰখন যদি পৰিষ্কাৰ-পৰিচ্ছন্ন নহয় আমি যিমানেই চেষ্টা নকৰো, এফালে ৰোগী আৰোগ্য হৈ থাকিব ইফালে নতুন নতুন বেমাৰ হৈ থাকিব।

**অধিকাৰী ঃ** লগতে নাগৰিক সকলৰো সমানেই দায়িত্ব আছে।

**ৰৰগোহাঞি ঃ** সেইটো মই বুজোঁ। আমাৰ নাগৰিকসকলৰ উদয়াস্ত পৰিশ্ৰম কৰি তেওঁলোকে চাফ-চিকুণৰ কথা ভাবিবলৈ সময়েই নাপায়। গতিকে চহৰখন পৰিষ্কাৰ কৰি ৰখাৰ প্ৰাথমিক দায়িত্ব চৰকাৰেই লব লাগিব। বাৰু যিহওক, আপোনাক সুধিবলৈ মোৰ আৰু এশ এটা প্ৰশ্ন বাকী থাকিল। আমি কেতিয়াবা আকৌ লগ হ'ম। ধন্যবাদ।

*(৫ ডিচেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# প্ৰদ্যুৎ বৰদলৈৰ সৈতে হোমেন বৰগোহাঞি



*"এতিয়া ৰাজ সাহায্য লাভ কৰিবৰ কাৰণে নতুন ইক'নমিক পলিচিৰ কাৰণে যিবিলাক উদ্যোগপতি বা প্ৰচ্পেকটিভ ইনভেষ্টৰ, সেইবিলাক আগবাঢ়ি আহিছে আমাৰ মাথোঁ এটাই পূৰ্ব চৰ্ত, অসমৰ মাটিত উদ্যোগ স্থাপন কৰিবৰ কাৰণে আমি সকলো ধৰণৰ কথা সুচল কৰি দিম কিন্তু! তেওঁলোকে বাণিজ্যিক ক্ষেত্ৰত এশ শতাংশই থলুৱা যুৱক-যুৱতীক কৰ্ম-সংস্থান দিব লাগিব। কাৰণ কৰ্ম-সংস্থান সৃষ্টি কৰাটোৱে হ'ল অসম চৰকাৰৰ এটা ডাঙৰ উদ্দেশ্য।"*



**হোমেন বৰগোহাঞি ঃ** মুখামুখিৰ আৰু এটা অনুষ্ঠানলৈ আপোনালোকক স্বাগতম আৰু নমস্কাৰ। আজি মোৰ অতিথি অসম চৰকাৰৰ উদ্যোগ আৰু শক্তি বিভাগৰ মন্ত্ৰী শ্ৰীপ্ৰদ্যুৎ বৰদলৈ। মই আজি কেৱল উদ্যোগৰ ওপৰত বেছি মনোনিৱেশ কৰিম। আশা কৰিম আৰু এদিন তেওঁক মাতি আনি শক্তি বিভাগৰ বিষয়ে বহলাই আলোচনা কৰিব পাৰিম। শ্ৰীবৰদলৈ, চাৰি বছৰৰ মূৰে মূৰে ঔদ্যোগিক নীতি প্ৰণয়ন কৰা হয়। ২০০৮ চনৰ ৩০ ছেপ্তেম্বৰত আগৰ ঔদ্যোগিক নীতিৰ ম্যাদ শেষ হৈছে। গতিকে ১ অক্টোবৰৰ পৰা নতুন নীতি ... মই জনাত আপোনালোকে নতুন নীতি ঘোষণাও কৰা নাই বা কাৰ্যকৰীও কৰা নাই।

**প্ৰদ্যুৎ বৰদলৈ ঃ** দেৰী হৈছে এই কাৰণেই যে আমি বিশেষকৈ North-East Industrial Investment Promotion Policy যিখন কেন্দ্ৰীয় চৰকাৰৰ, তাৰ লগত ৰজিতা খুৱাই নতুনকৈ সজাই-পৰাই লোৱা হৈছে। আৰু ইয়াত আমি কিছুমান বিশেষ নতুন দিশৰ সংযোজন কৰিছো, বিশেষকৈ Environment-ৰ ওপৰত।

**বৰগোহাঞি ঃ** নতুন নতুন কথা বহুত কৈছে। কিন্তু কেন্দ্ৰীয় চৰকাৰৰ যিবোৰ দহ বছৰীয়া নীতি সেইবোৰতো নতুন নহয়। কেন্দ্ৰীয় নীতিৰ লগত ৰজিতা খুৱাই আপোনালোকৰ নীতি প্ৰস্তুত কৰিবলৈ ইমান দেৰি কিয়?

**বৰদলৈ ঃ** আমাৰ এই নতুন পলিচিখন আমাৰ কেবিনেটত উপস্থিত হৈছেহি আৰু বিভিন্ন বিভাগৰ পৰা বিশেষকৈ বিত্ত বিভাগৰ পৰা বহু ধৰণৰ Incentive, ৰাজ সাহায্য দিবলগা হয়। বিত্ত বিভাগে কিছুমান— সাধাৰণতে এইটো এটি প্ৰক্ৰিয়া— অলপ দেৰি কৰে। নতুন নতুন হয়তো Question সোধে। Query কৰে। তেনেকুৱা ধৰণৰ প্ৰক্ৰিয়াৰ কাৰণে দেৰি হৈছে। কিন্তু সকলোকে মই আশ্বস্ত কৰিব খোজো এইটোৱেই যে যদিও

৩০ ছেপ্তেম্বৰত আগৰ নীতিখনৰ ম্যাদ উকলিলে এই নতুন নীতিখনৰ Retrospective Effect ১ অক্টোবৰৰ পৰাই প্ৰযোজ্য হ'ব। গতিকে এই এমাহৰ ভিতৰত কোনোবাই যদি Industry কৰিছেও সেই সকলক চৰকাৰে যেনেধৰণে ৰাজ সাহায্য দিব সেইবোৰো ২০০৮ চনৰ ১ অক্টোবৰৰ পৰাই প্ৰযোজ্য হ'ব।

**বৰগোহাঞিঃ** আপোনালোকৰ পলিচিখনৰ ভূমিকাতেই কৈছে দেশ স্বাধীন হোৱাৰ ঠিক পিছতেই অসম গোটেই দেশৰ আটাইতকৈ উন্নত ৰাজ্যবোৰৰ ভিতৰত এখন আছিলে। এতিয়া আটাইতকৈ অনুন্নত ৰাজ্যবোৰৰ তললৈ নামি আহিছে। গতিকে আমি আটাইতকৈ উন্নত ৰাজ্যৰ শাৰীলৈ যাব নোৱাৰিলেও। মজলীয়া শ্ৰেণীৰ ৰাজ্যৰ শাৰীলৈ যাবলৈ আমিতো আগতকৈয়ো আমাৰ গতিবেগ দ্ৰুত কৰিব লাগিব।

**বৰদলৈঃ** ২০০৩ চনৰ যিটো ঔদ্যোগিক নীতি আছিলে তাত কাগজে-কলমে বহু কথাই আছিলে। কিন্তু সেইবিষয়ে একো নহ'ল। যেনে ছিংগল Window System এটি আছিলে। ছিংগল Window ছিচটেমত আমাৰ যিবিলাক বিনিয়োগকাৰী আহিব তেওঁলোকক থিতাতে কিছুমান অনুমতি দিয়া হ'ব। তেনেকুৱা ব্যৱস্থাবিলাক আছিলে। যিটো কেতিয়াও প্ৰযোজ্য নহ'ল। আৰু আমি সেইবিলাক গোটেইবোৰ বিশ্লেষণ কৰি এই কেৰোণবিলাক আঁতৰাবলৈ চেষ্টা কৰিছো।

**বৰগোহাঞিঃ** যি কি নহওক মই সেইটোৱেই আপোনাক ক'ব খোজো যে আমি ইমান পিছ পৰি গ'লো যে যদি আমি আগতকৈ আমাৰ গতিবেগ বঢ়াই নিদিওঁ তেনেহ'লে আমি পিছ পৰিয়েই থাকিম।

**বৰদলৈঃ** মই সৰু এটা তথ্য আপোনাক দিব খুজিছো। ২০০০-২০০১ চনত অসমৰ অৰ্থনীতিৰ শ্ৰীবৃদ্ধিৰ হাৰ যি আছিল সি দুই শতাংশতকৈয়ো কম। ২০০৮ চনত শ্ৰীবৃদ্ধিৰ হাৰ আঠ শতাংশ। সৰ্বভাৰতীয় পৰ্যায়ত ৯ শতাংশ। এতিয়া আমি এই আঠ শতাংশ যদি পৰ্যালোচনা কৰো যে কোনবিলাক খণ্ডত আমাৰ অৰ্থনীতিৰ শ্ৰীবৃদ্ধি হৈছে। তিনিটা খণ্ডতে আচলতে শ্ৰীবৃদ্ধি হৈছে। এটা হ'ল আন্তঃগাঁথনি নিৰ্মাণত অসমত অভূতপূৰ্বভাৱে কাম হৈছে। ৰাস্তা, দলং এই বিলাকত। দুই নম্বৰতে নিৰ্মাণ কাৰ্য আৰু তিনি নম্বৰ হ'ল যাৰ এক অভূতপূৰ্ব অৰিহণা আছে এই শ্ৰীবৃদ্ধিত, সেইটো হ'ল Service Sector।

**বৰগোহাঞিঃ** এটা কথা এইটোও হয়। যিটো আপোনাৰ উন্নয়ন— ইনফ্ৰাষ্ট্ৰাকচাৰৰ কথাই কওক, Service Sector-ৰ কথাই কওক, ৰাজ্যখনৰ এতিয়াও বহু ঠাই অন্ধকাৰত পোত গৈ আছে। অনুন্নত ঠাই সেইবোৰ ঠাই এতিয়াও স্পৰ্শ কৰা নাই। আপোনাৰ মন্ত্ৰীসকলে, মুখ্যমন্ত্ৰীৰ পৰা মন্ত্ৰীসকলে দিল্লীত বহুবাৰ যায়। উন্নত ঠাইবোৰলৈ যায়। যিবোৰ আচলতে আটাইতকৈ অনগ্ৰসৰ ঠাই সেইবোৰলৈ আপোনালোকৰ কাৰো ভৰিৰ স্পৰ্শ নপৰে।

**বৰদলৈ ঃ** মই আপোনাক এটি প্ৰাসঙ্গিক কথা ক'ব খুজিছো। আমাৰ যিবোৰ ঠাইত শ্ৰীবৃদ্ধি হৈছে, সেই শ্ৰীবৃদ্ধিত গোটেই ক্ৰীমখিনি চহৰীয়া অঞ্চলতেই সীমাবদ্ধ হৈছে। আজি গুৱাহাটীত ডাঙৰ শ্বপিং মহল হৈছে, ডাঙৰ ডাঙৰ। গুৱাহাটীৰ জি.এছ. ৰোডত আহিলে আপুনি ভাবিব নোৱাৰে।

**বৰগোহাঞি ঃ** তাকেইতো, জি. এছ. ৰোডেইতো অসমৰ ছবিখন তুলি ধৰিব নোৱাৰে।

**বৰদলৈ ঃ** কিন্তু ছাৰ, আমাৰ যিটো শ্ৰীবৃদ্ধি হৈছে, সেই শ্ৰীবৃদ্ধিৰ Inclusive growth আমি আনিব খুজিছো। যাতে সমাজৰ প্ৰত্যেক স্তৰৰ মানুহক অৰ্থনৈতিক শ্ৰীবৃদ্ধিত সামৰি ল'ব পাৰো।

**বৰগোহাঞি ঃ** আমি এতিয়া আচল কথালৈ আহিব খুজিছো। তালৈ যোৱাৰ আগতে আমি খন্তেক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ শেষত আমি আকৌ ঘূৰি আহিছো আমাৰ মুখামুখি অনুষ্ঠানলৈ। উদ্যোগে যদি কৰ্ম-সংস্থানলৈ নতুন নতুন সুযোগ সৃষ্টি কৰিব নোৱাৰে, তেওঁলোকে এই উদ্যোগীকৰণৰ আচল উদ্দেশ্যতেই ব্যৰ্থ হয়। আপোনাক এইখিনিতে এটা কথা কৈ লওঁ ইয়াৰ আগতে আপুনি বন বিভাগৰ দায়িত্বত আছিলে। আপুনি বন বিভাগত বিশেষ কৃতিত্বৰ পৰিচয় দি আহিছে। যিটো কাৰণে আপোনাক ছিনিয়ৰ অফিছাৰসকলে কৃতজ্ঞতাৰে স্মৰণ কৰে বা ইংৰাজীত ক'বলৈ গলে তেওঁলোকে আপোনাক 'মিচ' কৰে। কিন্তু উদ্যোগ বিভাগত কি হৈছে আমি খুব বেছি খবৰ পোৱা নাই। মোৰ এইটোৱেই মনত পৰে যে এসময়ত উদ্যোগৰ নামত অসমত বহুত, প্ৰায় ২৩/২৪টা ৰাজহুৱা খণ্ডৰ উদ্যোগ গঢ় লৈ উঠিছিলে। মই নিজে প্ৰায় তেনেকুৱা উদ্যোগৰ মৰিশালী দেখি আহিছো। বৰুৱা বামুণ গাঁৱৰ চেনি কল, জাগীৰোডৰ পাটৰ কল ইত্যাদি বিভিন্ন। আপুনি ২০০৬ চনৰ পৰা উদ্যোগ মন্ত্ৰী হৈ ইয়াত কি নতুনত্ব আনিব পাৰিছে?

**বৰদলৈ ঃ** আমি পিছলৈ যেতিয়া ঘূৰি চাওঁ, আমি ক'ত ভুল কৰিলো, কিহৰ কাৰণে এনেকুৱা এটা অবস্থা হৈছে, বিশেষকৈ ৰাজহুৱা খণ্ডৰ উদ্যোগবিলাকত, সেইটো আমি বুজিবলৈ চেষ্টা কৰিছো।

**বৰগোহাঞি ঃ** বুজিবলৈতো আপোনাক তিনি বছৰতকৈ বেছি সময় দিয়া হৈছে।

**বৰদলৈ ঃ** মই কথাখিনি ক'বলৈ ধৰিছো। মই এতিয়া একাষাৰেই ক'ব পাৰো যে চৰকাৰৰ বিজনেছ, বিজনেছ কৰাটো নহয় আৰু সেইটো আমি কৰিবলৈ গৈ বহুত ভুল কাম কৰিছো।

**বৰগোহাঞিঃ** বস্তুত নহয়, প্ৰকাণ্ড ভুল আছিলে সেইটো। মই এইটো সিদিনাখনো কৈছো— It is not a crime but something more serious than they are it is a blunder. Blunder টোক crime তকৈ ডাঙৰ বুলি কৈছে। আৰু এটা আটাইতকৈ ডাঙৰ কথা যে বিফল হোৱা ৰাজনীতিকক সংস্থাপিত কৰিবলৈ গৈ সকলো উদ্যোগতে তেওঁলোকক যে চেয়াৰমেন পাতি দিলে সেইটোৱেই হ'ল আপোনালোকৰ আটাইতকৈ ডাঙৰ ভুল।

**বৰদলৈ ঃ** অকল সেইটোৱেই নহয় ছাৰ।

**বৰগোহাঞিঃ** নহয়, সেইটোতো একমাত্ৰ কাৰণ হ'বই নোৱাৰে।

**বৰদলৈ ঃ** ৪৮ টা ৰাজহুৱা খণ্ডৰ উদ্যোগ আমাৰ আছিলে এসময়ত। তাৰ ভিতৰত মাত্ৰ দুটা বা তিনিটাইহে লাভৰ মুখ দেখি আহিছে। আচাম গেছ কোম্পানী লিমিটেড্ যিটো আমাৰ ডুলীয়াজানত আছে।

**বৰগোহাঞিঃ** তাত আজিও থাকিব।

**বৰদলৈ ঃ** হয় ছাৰ, আচাম পেট্ৰ'কেমিকেল লিমিটেড্ আছে।

**বৰগোহাঞিঃ** নামৰূপৰ?

**বৰদলৈ ঃ** এইকেইটাই সদায় লাভৰ মুখ দেখি আহিছে।

**বৰগোহাঞিঃ** আপুনি ক'লে অতীতৰ ভুলৰ পৰা শিক্ষা লৈ নতুন ধৰণে কাম কৰিব খুজিছে। ভুলৰ পৰা যিটো শিক্ষা পালে আপুনি ইঙ্গিতটো দিছে। মই এইটো কৈছো যে ২০০৬ চনৰ পৰা ২০০৮ চনলৈকে এই তিনি বছৰত আপুনি বিভাগটোত কি নতুনত্ব আনিলে?

**বৰদলৈ ঃ** আমাৰ কথাটো হ'ল যে আজি ঔদ্যোগিক ক্ষেত্ৰটোত বিনিয়োগ কোনে কৰিব? অসমৰ বাহিৰৰ বিনিয়োগকাৰী কোনোবা আহিলেই আমাৰ শক্তি নাই যে ইয়াত আহি কোনোবা আহিব লাগিব আৰু বাহিৰৰ পৰা আহিবৰ কাৰণে এটা পৰিবেশ সৃষ্টি কৰিব লাগিব। সেই পৰিবেশটো সৃষ্টি কৰাৰ উদ্দেশ্যৰে ১৯৯৭ চনত ইয়াত উত্তৰ পূৰ্বাঞ্চলৰ কাৰণে এটি বিশেষ পেকেজ দিয়া হৈছিল। কিন্তু দুৰ্ভাগ্যবশত সেইসময়ৰ এন. ডি. এ. চৰকাৰে সেই একেটা পেকেজ উত্তৰাঞ্চলত দিলে। হিমাচল প্ৰদেশত দিলে বা অইন কেইবাখনো ৰাজ্যক দিলে। ফলত ঔদ্যোগিক ক্ষেত্ৰত আহিব পৰা যিবিলাক Prospective Investor আছে তেওঁলোকে আৰৌ ইমান দূৰলৈ, অসমলৈ, উত্তৰ পূৰ্বাঞ্চললৈ নাহিব।

**বৰগোহাঞিঃ** সেইটো বাস্তৱতা মানি লৈও আমি কাম কৰিব লাগিব।

**বৰদলৈ ঃ** আমাৰ প্ৰধান উদ্দেশ্য আছিলে— সৰ্ব ভাৰতৰ লগত যদি উত্তৰ পূৰ্বাঞ্চলৰ লেভেল প্লেনিঙৰ কথা কওঁ সেইটো যুক্তিসংগত নহয়। কেন্দ্ৰীয় চৰকাৰৰ

পৰা ভিক্ষা বিচৰা নাই। কিন্তু! এটা পৰিবেশ সৃষ্টি কৰিবৰ কাৰণে কেন্দ্ৰীয় চৰকাৰক এটা বিশেষ পেকেজ বিচাৰিছিলো যাতে আজি এই গোলকীকৰণৰ সময়ত মুকলি অৰ্থনীতিৰ লগত ৰজিতা খোৱাকৈ... বাকীবিলাক ঔদ্যোগিক ক্ষেত্ৰত, বাণিজ্যিক ক্ষেত্ৰত বিনিয়োগ হৈছে। আমাৰ ইয়াত হোৱা নাছিলে।

**বৰগোহাঞি ঃ** এইটো কৰাবৰ কাৰণে আপুনি কি কৰিছে?

**বৰদলৈ ঃ** মই তাকেই ক'ব খুজিছো ছাৰ, উত্তৰ-পূৰ্বাঞ্চলৰ আটাইকেইখন ৰাজ্যৰ উদ্যোগ মন্ত্ৰীসকলৰ আমি এখন ফ'ৰাম তৈয়াৰ কৰিলো আৰু গৈ পেলাই কেন্দ্ৰীয় চৰকাৰৰ আগত যুক্তি সহকাৰে দাঙি ধৰিছিলো যে আগৰ যিটো পেকেজ আছে সেইটো আচলতে নামতহে পেকেজ আছে। সেই পেকেজটো, গোটেইটো একেবাৰে Dilute কৰি পেলালে। ২০০৭ চনৰ পৰা আমি এটা নতুন পেকেজ বিচাৰিলো। আমাৰ যিটো প্ৰেজেনটেচন— এই প্ৰেজেনটেচনৰ ওপৰত ভিত্তি কৰিয়েই আমাৰ ভাৰতৰ প্ৰধান মন্ত্ৰী ডাঙৰীয়াৰ সদভাৱৰ কাৰণে আমাক যিটো নতুন পেকেজ দিলে, যিটো পলিচি দিলে— ২০০৭ চনৰ ১ এপ্ৰিলৰ পৰা প্ৰযোজ্য হোৱাকৈ। আৰু নতুন পলিচিটোৱে আচলতে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলকে এক বৃহৎ স্পেচিয়েল ইক'নমিলৈ পৰিৱৰ্তন কৰিলে।

**বৰগোহাঞি ঃ** তাৰ সুফলটো অসমে কেতিয়াৰ পৰা ভোগ কৰিবলৈ পাব?

**বৰদলৈ ঃ** ছাৰ, তাৰ সুফলটো ইতিমধ্যে পাবলৈ আৰম্ভ কৰিছে।

**বৰগোহাঞি ঃ** উদাহৰণটো দিয়ক।

**বৰদলৈ ঃ** যে যোৱা দুবছৰত আমি ঔদ্যোগিক-বাণিজ্যিক ক্ষেত্ৰত বিনিয়োগ কৰিবৰ কাৰণে একৈশ হাজাৰ পাঁচশ কোটি টকাৰ আমি প্ৰস্তাৱ পাইছো। বিভিন্ন ধৰণৰ প্ৰস্তাৱ। তাৰ ভিতৰত গেছ ক্ৰেকাৰ আছে। GTPS-ৰ থাৰ্মেল পাৱাৰটো

**বৰগোহাঞি ঃ** গেছ ক্ৰেকাৰ প্ৰস্তাৱটো আগৰে পৰাই আছে।

**বৰদলৈ ঃ** আছে। কিন্তু হাতে-কামে কাম আৰম্ভ হ'বলৈ ধৰিছে যোৱা দুবছৰৰ ভিতৰত। সেইবিলাকৰ উপৰিও চিমেণ্ট উদ্যোগ, নতুন পাৱাৰ ট্ৰেনছ্মিচন; ৰে'লৱে কম্পোনেণ্টচ্... মই আপোনাক সৰু উদাহৰণ এটা দিওঁ। আজি গুৱাহাটীৰ আশে-পাশে যিমানবিলাক ঔদ্যোগিক ক্ষেত্ৰ গঢ় লৈ উঠিছে; এই ঔদ্যোগিক ক্ষেত্ৰত বাণিজ্যিক ক্ষেত্ৰত বিনিয়োগ কৰাৰ কাৰণে বহুতো ফাৰ্ম আগবাঢ়ি আহিছে। আৰু একৈশ হাজাৰ কোটি টকাৰ যিটো প্ৰস্তাৱ, আমি সামূহিক প্ৰস্তাৱৰ কথা কৈছো। তাৰ দুহেজাৰ কোটিমানৰ কাম-কাজৰ বিনিয়োগ হাতে-কামে হ'বলৈ আৰম্ভ কৰিছে।

**বৰগোহাঞি ঃ** কিমান দিনৰ ভিতৰত?

**বৰদলৈ ঃ** যোৱা এবছৰৰ ভিতৰত।

**বৰগোহাঞিঃ** কোন কোন উদ্যোগত হৈছে?

**বৰদলৈ ঃ** আমাৰ চিমেণ্ট উদ্যোগ এটা ডাঙৰ...। চিমেণ্ট উদ্যোগটো হোৱাৰ এটি ডাঙৰ কাৰণ আছে। সেই নতুন ঔদ্যোগিক নীতিত কৈছো— আমাৰ সম্পত্তিবিলাক, সম্পদৰ ওপৰত ভিত্তি কৰি আমাৰ অৰ্থনীতিটো গঢ়ি তুলিব লাগিব। কাৰণ বাহিৰৰ পৰা আমি কেঁচা মাল আনি পেলাই ইয়াত লাভজনক উদ্যোগ আমি গঢ়ি তুলিব নোৱাৰো।

**বৰগোহাঞিঃ** তাৰ লগতে এইটো প্ৰশ্ন আহে যে, এতিয়া ৰাজ্যখনলৈ উদ্যোগ আহিছে, বিনিয়োগ আহিছে, তাৰ সুফলটো পাবলৈ আমাৰ মানুহৰ দুটা উপায় আছে। এটা, এক শ্ৰেণী মানুহৰ উপাৰ্জন আগতকৈ অলপ হ'লেও বাঢ়িব লাগিব। দ্বিতীয়তে কৰ্ম-সংস্থানৰ নতুন সুযোগ কিছু সৃষ্টি হ'ব লাগিব। আপুনি আপোনাৰ কাৰ্যকালত বা কেন্দ্ৰীয় চৰকাৰৰ নতুন নীতিৰ ফলত কৰ্ম-সংস্থানৰ নতুন সুযোগ সৃষ্টি হোৱা বুলি আপুনি দাবী কৰিব পাৰেনে?

**বৰদলৈ ঃ** উদ্যোগ, বাণিজ্য, বিনিয়োগ আৰু কৰ্ম-সংস্থানৰ ক্ষেত্ৰত আজিৰ যুগত মাৰ্কেট প্ৰছেচেই মুল চালিকা শক্তি। চৰকাৰৰ Roleটো আচলতে গৌণ। আমি এটি পৰিবেশ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছো।

**বৰগোহাঞিঃ** চৰকাৰৰ ভূমিকাটো গৌণ হোৱাটো উচিত বুলি আমি বিশ্বাস কৰি আছিলো। আৰু এইটোও জানিছিলো যে যোৱা বহু বছৰ ধৰি ৰাজনীতিতকৈ অৰ্থনীতিয়ে যে সমগ্ৰ পৃথিৱীতে শাসন কৰি আছে আৰু ৰাষ্ট্ৰ শক্তিৰ ক্ষমতা সংকুচিত হৈ হৈ, এটা Multi National Company বা অৰ্থনৈতিক শক্তিবোৰক ঠাই এৰি দিবলগীয়া হৈছে। তাৰ পৰিণাম,— আজি গোটেই বিশ্বজুৰি বিত্তীয় সংকট। গতিকে আপোনাৰ ৰাষ্ট্ৰৰ যিটো ভূমিকা, অধিকাৰ সেইটো আপুনি সম্পূৰ্ণ গৌণ কৰি ৰাখিলেতো নচলিব। এই ৰাইজক প্ৰটেকচন দিব কোনে? আপুনি যদি বাহিৰৰ পুঁজিপতি বা বিনিয়োগকাৰী— তেওঁলোকৰ লাভৰ কাৰণে সমগ্ৰ ৰাজ্যখন এৰি দিয়ে, তেতিয়া আপোনাৰ কৰ্তব্য কি হ'ব। তেওঁলোকে বিনিয়োগ কৰিলে, লাভখিনি লৈ তেওঁলোক গুচি গ'ল, স্থানীয় মানুহৰ কাৰো উপকাৰ নহ'ল। গতিকে আপোনালোকে এইটো চাব লাগিব যে স্থানীয় মানুহৰ উপাৰ্জন বাঢ়িব লাগিব, স্থানীয় মানুহৰ কৰ্ম-সংস্থানৰ সুযোগ বাঢ়িব লাগিব। এইটো ঠিক নোহোৱালৈকে আপোনালোকে ঔদ্যোগিক নীতি কওক বিনিয়োগ নীতি কওক এইটো ফুটুকাৰ ফেন।

**বৰদলৈ ঃ** ছাৰ, আমাৰ চৰকাৰে কৰিবলৈ চেষ্টা কৰিছে। এতিয়া যোৱা দুবছৰত যিবিলাক বিনিয়োগ হৈছে, গুৱাহাটীৰ আশে-পাশে, উত্তৰ গুৱাহাটীত, আমিনগাঁৱত, ছয়গাঁৱত, দলগাঁৱত, ৰঙিয়াত এই অঞ্চলসমূহত প্ৰায় দহ হাজাৰ যুৱক-যুৱতীয়ে নতুন নতুন কৰ্ম-সংস্থান পাইছে।

**বৰগোহাঞি ঃ** কিন্তু এই বিষয়ে মোৰ আৰু প্ৰশ্ন আছে। তাৰ আগতে খন্তেক বিৰতি লৈ লওঁ।

*  *  *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আমি আকৌ আমাৰ অনুষ্ঠানলৈ ঘূৰি আহিছো। বিৰতিৰ আগতে যিখিনি কথা আপুনি কৈ আছিলে মাজতে বাধা দিলো। আগতে সেই কথাখিনি শেষ কৰি লওক।

**বৰদলৈ ঃ** এতিয়া ৰাজ সাহায্য লাভ কৰিবৰ কাৰণে নতুন ইক'নমিক পলিচিৰ কাৰণে যিবিলাক উদ্যোগপতি বা প্ৰচ্‌প্ৰেকটিভ ইনভেষ্টৰ, সেইবিলাক আগবাঢ়ি আহিছে আমাৰ মাথোঁ এটাই পূৰ্ব চৰ্ত, অসমৰ মাটিত উদ্যোগ স্থাপন কৰিবৰ কাৰণে আমি সকলো ধৰণৰ কথা সুচল কৰি দিম কিন্তু! তেওঁলোকে বাণিজ্যিক ক্ষেত্ৰত এশ শতাংশই থলুৱা যুৱক-যুৱতীক কৰ্ম-সংস্থান দিব লাগিব। কাৰণ কৰ্ম-সংস্থান সৃষ্টি কৰাটোৱে হ'ল অসম চৰকাৰৰ এটা ডাঙৰ উদ্দেশ্য।

বৰগোহাঞি ঃ সেইটো আপোনালোকে মৌখিক দাবী কৰিছেনে?

**বৰদলৈ ঃ** মৌখিক নহয়। এইটো লিখিত কথা। মই আপোনাক উদাহৰণ এটি দিব খুজিছো। যিবোৰ নতুন উদ্যোগ ইয়ালৈ আহিছে, প্ৰত্যেক উদ্যোগে— এতিয়া মই এটা কথা ন-দি ক'ব পাৰো যে তেওঁলোকে এশ শতাংশ নহ'লেও নব্বৈ-পঞ্চান্নবৈ শতাংশলৈকে থলুৱা যুৱক-যুৱতীৰ, অসমৰ যুৱক-যুৱতীৰ কৰ্ম-সংস্থানৰ প্ৰতি দায়বদ্ধ। সেই দায়বদ্ধতাক আমি আটাইতকৈ বেছিকৈ গুৰুত্ব দিছো। কিন্তু তাৰ ক্ষেত্ৰত আমাৰ সীমাবদ্ধতাও আছে। সীমাবদ্ধতা এইটোৱেই যে কিছুমান উদ্যোগৰ বাণিজ্যিক ক্ষেত্ৰত বা নিৰ্মাণ কাৰ্যত আমাৰ যুৱক-যুৱতীৰ যিখিনি অৰ্হতা থাকিব লাগে সেই অৰ্হতাখিনি নাই। সেইকাৰণে চৰকাৰে এতিয়া একেলগে স্কিল বিল্ডিঙৰ কাৰণে— যাতে আমাৰ যুৱক-যুৱতীসকলক তৈয়াৰ কৰিব পাৰো— এনেকুৱা ধৰণৰ বিভিন্ন ক্ষেত্ৰত যাতে তেওঁলোকে অংশগ্ৰহণ কৰিব পাৰে তাৰ কাৰণে, স্কিল বিল্ডিঙৰ কাৰণে আমি আটাইতকৈ বেছি গুৰুত্ব দিছো— টেক্‌নিকেলি।

**বৰগোহাঞি ঃ** সেইটো বৰ গুৰুত্বপূৰ্ণ কথা।

**বৰদলৈ ঃ** আৰু লগতে ছাৰ অসমত এটা চেণ্টাৰ কৰিব খুজিছো। যাতে এতিয়া যিমানবিলাক নিৰ্মাণ কাৰ্য হৈছে, প্ৰাইভেইট হওক, দলঙেই হওক বিভিন্ন ধৰণে নিৰ্মাণৰ ক্ষেত্ৰত আমাৰ যুৱক-যুৱতীয়ে যাতে অৰ্হতা লাভ কৰে সেই কাৰণে আমি তেনেধৰণে ব্যৱস্থা কৰিছো।

**বৰগোহাঞি ঃ** ব্যৱস্থা কৰিছো মানে? তাৰ সুফল পাইছেনে নাই? সেই দক্ষতা বঢ়াবলৈ আপোনালোকে কংক্ৰিট কি ব্যৱস্থা কৰিছে?

**বৰদলৈ ঃ** কংক্ৰিট। মই উদাহৰণ দিব খুজিছো। গেছ ক্ৰেকাৰ প্ৰকল্পৰ মূল যিটো তাৰ উদ্যোগ তাত প্ৰত্যক্ষভাৱে মাথোঁ সাতশ জন লোকৰ হে নিয়োগ হ'ব। ছয় হেজাৰ কোটি টকা বিনিয়োগ হ'ব। তাৰ পৰিৱৰ্তে তাৰ সাতশজন লোকৰহে কৰ্ম-সংস্থান হ'ব। কিন্তু! কৰ্ম-সংস্থান ক'ত? এই গেছ ক্ৰেকাৰ প্ৰজেক্টৰ পৰা যিবিলাক সা-সামগ্ৰী ওলাব, সেই সা-সামগ্ৰীৰ দ্বাৰা আমি যদি তাতে সৰু সৰু কিছুমান উদ্যোগ কৰিব পাৰো। বিশেষকৈ প্লাষ্টিক আৰু পলিমাৰবেছড় যদি আমি কৰিব পাৰো... সেই কাৰণে অসম চৰকাৰে প্লাষ্টিক পাৰ্ক ইয়াত নিৰ্মাণ কৰিবলৈ চেষ্টা কৰিছে। লগতে আমাৰ যুৱক-যুৱতীক তৈয়াৰ কৰিবৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ চিপেট বুলি যিটো অনুষ্ঠান আছে, চিপেটৰ জৰিয়তে আমাৰ যুৱক-যুৱতীক এই কৰ্ম-সংস্থান দিয়াৰ ব্যৱস্থা কৰা হৈছে।

**বৰগোহাঞি ঃ** চাংচাৰিৰ ওচৰতে যে এটা আছে?ভ

**বৰদলৈ ঃ** অকল চাংচাৰিতেই নহয়। উজনি অসমৰ নামৰূপতো এই চিপেটৰ দ্বাৰা আমি বেলেগ এটা চেণ্টাৰ স্থাপন কৰিবলৈ চেষ্টা কৰিছো।

**বৰগোহাঞি ঃ** তাত প্ৰশিক্ষণপ্ৰাপ্ত ডেকা-গাভৰুৰ সংখ্যা কিমান হ'ব?

**বৰদলৈ ঃ** ক'ৰবাত হয়তো বিশজন। ক'ৰবাত হয়তো পঞ্চাশজন। ক'ৰবাত তিনিমহীয়া কোৰ্চ, ক'ৰবাত এমহীয়া কোৰ্চ। তেনেকে আমি আৰম্ভ কৰিছো।

**বৰগোহাঞি ঃ** লগতে এটা প্ৰশ্ন আহে যে এই প্লাষ্টিক পাৰ্ক যে হ'ব বা এনচিলিয়েৰী উদ্যোগ, এই উদ্যোগত কিমান মানুহৰ কৰ্ম-সংস্থান আপুনি হ'ব বুলি ভাবে?

**বৰদলৈ ঃ** এক লাখ— কেৱল গেছ ক্ৰেকাৰৰ পৰা।

**বৰগোহাঞি ঃ** উদ্যোগ, দোকান-বজাৰ ইত্যাদি সামৰি?

**বৰদলৈ ঃ** পাঁচশটা বেলেগ উদ্যোগ তাত গঢ় লৈ উঠিব পাৰিব।

**বৰগোহাঞি ঃ** এই পাঁচশটা উদ্যোগৰ কাৰণে আপোনালোকক Skilled মানুহ লাগিব। এই Skill টো অকল প্লাষ্টিকতেই সীমাবদ্ধ নহয়, বিভিন্ন ক্ষেত্ৰত হ'ব। এইবিলাকৰ কাৰণে মানুহৰ প্ৰস্তুতি হৈছে?

**বৰদলৈ ঃ** ইতিমধ্যে অসম চৰকাৰে প্ৰস্তুতি আৰম্ভ কৰিছে।

**বৰগোহাঞি ঃ** কেনেকুৱা?

**বৰদলৈ ঃ** আমাৰ যিবিলাক আই.টি.আই. আছে, পলিটেকনিক আছে সেইবিলাকত এতিয়া নতুন কিছুমান কোৰ্চৰ সংযোজন কৰা হৈছে। তাৰ লগতে মই যিটো চিপেটৰ কথা কৈছো— নেচনেল একাডেমি অৱ কনষ্ট্ৰাকচনৰ কথা কোৱা হৈছে হায়দৰাবাদৰ, তেওঁলোকে ইয়াত আহি এটি কেন্দ্ৰ স্থাপন কৰাৰ কথা ভাবিছে। আমি যোগাযোগ কৰি আছো। তেওঁলোকে মানিও লৈছে।

**বৰগোহাঞি ঃ** মই বুজিলো। উদ্যোগৰ লগত কৰ্ম-সংস্থাপনৰ, উপাৰ্জনৰ প্ৰশ্নটো সাঙুৰি পেলাইছে। এইটোও ঠিক যে যদি সমান্তৰালভাৱে কৃষি অৰ্থনীতি উন্নত নহয়,

কৃষিক্ষেত্ৰত এটি নতুন গতিশীলতা নাহে। অকল উদ্যোগে একো এটা কৰিব নোৱাৰিব। আপোনাৰ দৃষ্টিত উদ্যোগ আৰু কৃষিৰ কি ধৰণৰ সম্পৰ্ক আছে সেইবিষয়ে অলপ কওক।

**বৰদলৈ ঃ** কৃষিক আমি বাদ দি উদ্যোগ কৰিব নোৱাৰো। পাঞ্জাৱতেই হওক নতুবা তামিলনাডুতেই হওক, হাৰিয়ানাতেই হওক তাৰ খেতিয়কসকলে বছৰেকত কমেও তিনিটা খেতি কৰে। আমাৰ ইয়াত কিছুমান প্ৰগতিশীল খেতিয়ক আছে, বিশেষকৈ নামনি অসমৰ ধুবুৰী, দৰঙৰ ক'ৰবাত ক'ৰবাত প্ৰগতিশীল খেতিয়ক আছে। তেওঁলোকে বছৰেকত দুটা-তিনিটা খেতি কৰে। কিন্তু বিশেষকৈ উজনি অসমত গোটেই বছৰটোত ছমাহ ধৰি পেলাই শালি খেতি কৰে।

**বৰগোহাঞিঃ** আপুনি সমস্যাবোৰৰ কথা কৈছে। তাত সমাধান... কৃষিক্ষেত্ৰত গতিশীলতা কোনে আনে?

**বৰদলৈ ঃ** আজি এজন খেতিয়কে যদি খেতি কৰিবলৈ— ভিতৰুৱা অঞ্চলত কিবা এটা তেওঁলোকে উৎপাদন কৰিছে, সেই উৎপাদন জাতীয় সামগ্ৰী বজাৰত বিক্ৰী কৰিবৰ কাৰণে তেওঁক ভাল কানেক্টিভিটি লাগিব। ৰাস্তা লাগিব, দলং লাগিব, সুবিধা লাগিব, ওৱেৰ হাউছ লাগিব। আপুনি নিশ্চয় মন কৰিছে যে যোৱা পাঁচ বছৰত আমাৰ চৰকাৰৰ দিনত কানেক্টিভিটি— একেবাৰে ভিতৰুৱা অঞ্চলৰ খেতিয়কৰ পৰা একেবাৰে গ্ৰাম্য অঞ্চলৰ পৰা নগৰীয়া অঞ্চলৰ বজাৰলৈ কানেক্টিভিটি বহুত আহিছে।

**বৰগোহাঞিঃ** বজাৰখন লৈ কি কৰিব যদি আপোনাৰ উৎপাদনেই বৃদ্ধি নহয়?

**বৰদলৈ ঃ** উৎপাদন বৃদ্ধিৰ কাৰণে কৰিব খুজিছো। আজিকালি ধানখেতি তিনি মাহৰ ভিতৰতে প্ৰচুৰ উৎপাদন কৰিব পাৰে। আজি পৰম্পৰাগতভাৱে শালিখেতি উৎপাদন কৰি পেলাই এটা খেতিয়কৰ পৰিয়ালে যদি বছৰত ২০ হাজাৰ টকা আয় কৰিছে, যদি তিনিটা খেতি কৰে, তেওঁৰ পৰিয়ালৰ ৬০ হাজাৰ টকাৰ আয় হ'ব। আয় বৃদ্ধি হ'লে, তেওঁৰ প্ৰথমতে যিবোৰ মূল অভাৱ— তেওঁৰ কাপোৰযোৰ, তেওঁৰ ঘৰৰ, তেওঁৰ খোৱা-বোৱা সেইবিলাক অভাৱ পূৰণ হোৱাৰ পিছত কোনোবাই ৰেফ্ৰিজাৰেটৰ এটা কিনিব, কোনোবাই টেলিভিশ্বন এটা কিনিব, মটৰ চাইকেল কিনিব। ছাৰ, এইবিলাকে কি কৰিব গাঁও অঞ্চলতো নতুন নতুন চাহিদাৰ সৃষ্টি কৰিব।

**বৰগোহাঞিঃ** নাই, প্ৰথমতে... কথাটো ভালকৈ বুজি পালো, ৰাইজেও বুজি পালে। কিন্তু আমি অনুভৱ কৰিছো যে কৃষিক্ষেত্ৰত এটা ডাঙৰ স্থবিৰতা আহিছে। সেইটো ৰাজনৈতিক বা আন কাৰণে হওক, সেইটোৰ গতিশীলতা আনিবলৈ কোনো বিশেষ চেষ্টা হোৱাৰ সম্ভাৱনা...

**বৰদলৈ ঃ** প্ৰচুৰ সম্ভাৱনা।

**বৰগোহাঞিঃ** সম্ভাৱনা; বিৰাট বিশাল সম্ভাৱনা আছে। কিন্তু এই সম্ভাৱনাখিনি

বাস্তৱায়িত কৰিবৰ কাৰণে যিটো ৰাজনৈতিক ইচ্ছা শক্তি লাগে, সেইটোৰ অভাৱ হোৱাটো ৰাইজে লক্ষ্য কৰি আছে।

**বৰদলৈ ঃ** আচলতে ছাৰ, কথাটো হ'ল যে অসম চৰকাৰে যিটো নতুন Agriculture Policy খুলিছে সেইবিলাক কথা কোৱা হৈছে আৰু এইবিলাক আমি কৰিব লাগিব, এইটো কথা ঠিক।

**বৰগোহাঞি ঃ** নাই, কৰিবতো লগিব। এইটো মানুহেই কৰিব লাগিব। কাগজখনেতো গৈ নিজে নিজে নকৰে। সেয়ে আপোনালোকে যিবোৰ নীতি লৈছে সেইবোৰ কাৰ্যকৰী কৰিবলৈ দায়িত্ব যিসকলৰ হাতত আছে, তেওঁলোক যদি যোগ্য মানুহ নহয়, তেওঁলোকৰ যদি এটা ভিছন নাথাকে, কাগজখনেতো আৰু মানুহৰ কাম নকৰে।

**বৰদলৈ ঃ** ঠিক আছে ছাৰ, মই উদ্যোগৰ মানুহ হিচাপে এইটো কথা ক'ব খুজিছো যে আমাৰ ঔদ্যোগিক ক্ষেত্ৰৰ যোগেদি, আমাৰ জীৱিকা নিৰ্বাহৰ যিটো উপায়, উপাৰ্জনৰ যিটো উপায় বা কৰ্মসংস্থানৰ যিটো উপায়, আচলতে কৃষিক্ষেত্ৰত গাঁও অঞ্চলত কৃষিৰ লগত বৰ ওতপ্ৰোতভাৱে জড়িত হৈ আছে আৰু সেইবিলাকৰ ক্ষেত্ৰ আমি বিচাৰি উলিয়াই আমি এই ঔদ্যোগিক ক্ষেত্ৰখন অকল এই গুৱাহাটীৰ আশে-পাশে নহয়, গাঁৱে-ভূঁৱে যাতে আমাৰ স্থানীয় যিবোৰ সম্পদ আছে সেই স্থানীয় সম্পদবোৰ...

**বৰগোহাঞি ঃ** সেইটো আপোনালোকৰ এটা সৎ উদ্দেশ্য। তিনি বছৰ প্ৰায় গ'ল আপোনালোকৰ কাৰ্যকালৰ। অহা দুবছৰ আছে। দুবছৰৰ পিছত আপুনি উদ্যোগ মন্ত্ৰী হৈ নাথাকিবও পাৰে। এইটোও হ'ব পাৰে যে আপোনাৰ চৰকাৰ ক্ষমতাচ্যুতও হ'ব পাৰে। আপুনি নিজে আকৌ কংগ্ৰেছ চৰকাৰ আহিলে ভৱিষ্যতে উদ্যোগ নাপাই আন কিম্বা দপ্তৰ পাব পাৰে। গতিকে আপুনি যিটো মহৎ উদ্দেশ্যৰ কথা ক'লে, অহা দুবছৰত তাৰ কিমান শতাংশ ৰাইজক কৰি দেখুৱাব পাৰিম বুলি আপুনি আশা কৰে?

**বৰদলৈ ঃ** ছাৰ, বহুতো আনুষঙ্গিক ক্ষেত্ৰ ইয়াত জড়িত হৈ আছে। মই অকলশৰীয়াকৈ উদ্যোগত অমুকটো কৰিম, তমুকটো কৰিম বুলি ক'লে...

**বৰগোহাঞি ঃ** নাই, গোটেইখিনি সামৰি লৈ আপুনি ক'ব লাগিব।

**বৰদলৈ ঃ** কিন্তু এইটো কথা ঠিক যে ঔদ্যোগিক, বাণিজ্যিক আৰু বিনিয়োগৰ ক্ষেত্ৰত অসমত এক অভূতপূৰ্ব ধাৰা আহিবলৈ ধৰিছে। আৰু ই এটা অবিৰত প্ৰক্ৰিয়া, লগতে মই ছাৰ, আৰু এটা কথা ক'বলৈ খুজিছো যে বাণিজ্যিক ক্ষেত্ৰত, বিনিয়োগ ক্ষেত্ৰত আমি যিমানেই যি কথা নকওঁ কিয়, আমাৰ যিখন প্ৰতিচ্ছবি বাহিৰত, সেই প্ৰতিচ্ছবিখনো ইয়াৰ লগত বৰ জড়িত হৈ আছে। সৰু উদাহৰণ এটা মই আপোনাক দিব খুজিছো— ১৫-১৬ ছেপ্তেম্বৰৰ দিনাখন আমি ইয়াত বিজনেছ ছামিট আৰম্ভ কৰিলো। ১৪ খন দেশৰ পৰা প্ৰতিনিধি ইয়াত আহিলে, এম্বেছাদৰ আহিলে, বিভিন্ন বিভিন্ন বাণিজ্যিক প্ৰতিনিধিসকল আহিলে। এই বাণিজ্যিক প্ৰতিনিধি বা তেওঁলোকে

আচলতে অতি আন্তৰিকতাৰে সৈতে অসমত নতুন নতুন কিছুমান ক্ষেত্ৰত আমাৰ লগত লগ লাগি পেলাই জইণ্ট ভেঞ্চাৰে হওক বা গাইগুটিয়াভাৱে— বিনিয়োগ কৰিবৰ কাৰণে তেওঁলোকে তেওঁলোকৰ আন্তৰিকতা প্ৰকাশ কৰিছে। চেক ৰিপাব্লিক যিখন দেশ আছে তাৰ এম্বেছাদৰ আহিছিল। চেক ৰিপাব্লিকৰ যিজন বাণিজ্যিক মন্ত্ৰী তেওঁলোকৰ লগতো যোগাযোগ কৰিলে আজি ১ সপ্তাহৰ আগতে। তেওঁ ব্যক্তিগতভাৱে নিজৰ এটা স্পেচিয়াল প্লেন লৈ ৩৫ জনীয়া এক বাণিজ্যিক প্ৰতিনিধি দল অসমলৈ আহিব। হঠাতে গুৱাহাটীত এই যি ঘটনাবিলাক ঘটি গ'ল— চেক ৰিপাবলিকৰ এম্বেছাদৰৰ পৰা মোলৈ ফোন আহিলে যে এতিয়া অসমলৈ অহাটো যুগুতনে? আমাৰ সমস্যাটো হ'ল এইটোৱে যে আমি এখোজ আগুৱাই যাওঁ, কেতিয়াবা আকৌ দুখোজ পিছুৱাই আহিবলগা হয়। গতিকে এইবিলাক সকলোবিলাক....।

**বৰগোহাঞিঃ** বাৰু এইখিনি আপোনাৰ সাধ্যৰ অতীত। মই ব্যক্তিগতভাৱে স্বীকাৰ কৰো যে যোৱা কেইবছৰমানত এটা অনুকূল বাতাবৰণ— এই যে ১৪ খন দেশৰ প্ৰতিনিধি আহিছে, এইটোতো অসমত আগতে হোৱা নাছিলে। গতিকে আমি আশাৰ চকুৰে চাব পৰা বহুত ঘটনা আৰম্ভ হৈছে। কিন্তু আৰম্ভহে হয় শেষ যে নহয়গৈ। মই সেইকাৰণে কৈছো যে আপুনি বনমন্ত্ৰী হিচাপে আপোনাৰ কৃতিত্বৰ কথাটো কৈছিলো। কিন্তু আপোনাৰ তিনিটা বছৰতো পাৰ হৈ গ'ল। এই দুটা বছৰত আপুনি কিমানখিনি কৰিব পাৰিম বুলি আপুনি আশা কৰে, সেই বিষয়ে ক'লে শতকৰা হিচাপটো আপোনাৰ... এইকাৰণেই কওঁ যে আপুনি অমুক কৰিলো, তমুক কৰিলো সেইটোতো ক'ব নোৱাৰে। বোলে নহয় মই যিমানখিনি ভাবিছো তাৰ ভিতৰত মই অহা ২ বছৰত শতকৰা ২০ ভাগ কৰিব পাৰিম বুলি আশা কৰো। এনেকুৱা এটা কথা আপুনি ক'ব পাৰে?

**বৰদলৈ ঃ** ছাৰ, মই বীজ ৰোপণ কৰিবলৈ চেষ্টা কৰিছো আৰু ৰোপণ কৰিছো। গছপুলিটো মাটি ফালি ওলাই আহিবলৈ অলপতো সময় লাগিবই। আৰু এই সময়... মই ভাবিছো যে অহা দুবছৰৰ ভিতৰত অসমবাসীয়ে এইটো প্ৰত্যক্ষ কৰিব।

**বৰগোহাঞিঃ** উদ্যোগ বিভাগটো ইমানেই বেছি গুৰুত্বপূৰ্ণ আৰু ইমানেই বেছি বিশাল যে আমি আজি ৩০ মিনিটত গোটেইখিনি সামৰিব পৰা নাই। ইয়াৰ পিছৰ খণ্ডটোত আকৌ শ্ৰীবৰদলৈৰ মুখামুখি হ'ম। আৰু বাকী যিখিনি থাকিলে সেইখিনি কথা আমি পৰৱৰ্তী খণ্ডত আলোচনা কৰিম।

*(১২ ডিচেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# প্ৰদ্যুৎ বৰদলৈৰ
## সৈতে
# হোমেন বৰগোহাঞিঃ



**হোমেন বৰগোহাঞিঃ** মুখামুখিৰ আৰু এটা অনুষ্ঠানলৈ আপোনালোকক স্বাগতম আৰু নমস্কাৰ। আজি মোৰ অতিথি অসম চৰকাৰৰ উদ্যোগ আৰু শক্তি বিভাগৰ মন্ত্ৰী শ্ৰীপ্ৰদ্যুৎ বৰদলৈ। আপোনাৰ যিখন উদ্যোগনীতি ঘোষণা কৰিছে তাত বহুত বিষয়, কি কি বিষয়ৰ গুৰুত্ব দিব সেইটো আপোনালোকে ঘোষণা কৰিছে। তাৰ ভিতৰত মই কেইটামান মাত্ৰ বাছি লৈছো। এটা হ'ল চাহ, সেইটো এটা প্ৰধান কথা। অসমৰ অৰ্থনীতি বহুলাংশে চাহৰ ওপৰত নিৰ্ভৰশীল। এটা হৈছে প্লাইউড, এসময়ত প্লাইউডেই বহুত মানুহক কৰ্ম-সংস্থান দিছে।

**প্ৰদ্যুৎ বৰদলৈঃ** দেশৰ ভিতৰত আমি মাৰ্কেট লিডাৰ আছিলো।

**বৰগোহাঞিঃ** মাৰ্কেট লিডাৰ আছিলে, সেইটো যি কাৰণেই নহওক আমাৰ বনজ সম্পদ উঠি যোবা কাৰণে হওক... সেইটো বন্ধ হৈ গৈছে। কিন্তু আপোনালোকে নতুন কথা ঘোষণা কৰিছে যে আমি যিসকলক প্লাইউডত বিনিয়োগ কৰিবলৈ মাতি আনিম তেওঁলোকৰ নিজৰ ব্যক্তিগত চেষ্টাৰে গছ ৰোপণ কৰিব লাগিব। সেইটো এটা খুউব ভাল কথা। এতিয়া মই আপোনাক আৰু দুটা... আগৰ (আৰু) এঠাইত সীমাবদ্ধ হৈ আছে আৰু বিস্তৃত আঁচনি লোৱাৰ পৰিকল্পনা হাতত লৈছে। ফুড্ প্ৰচেছিং সেইটো এটা খুউব ইম্পোৰটেণ্ট কথা। আপুনি এইটো মোক প্ৰথমে কওক অসমৰ চাহৰ কাৰণে জিঅ'গ্ৰাফিকেল ইণ্ডিকেচন বিচাৰি চেষ্টা কৰি আছে। তেতিয়া হ'লে...

**বৰদলৈঃ** আচাম অৰ্থডক্স চাহৰ কাৰণে?

**বৰগোহাঞিঃ** আচাম অৰ্থডক্স চাহতো বজাৰত পৃথিৱীৰ ভিতৰতে অদ্বিতীয় বস্তু হ'ব। সেইটোৰ দ্বাৰা বহুতো লাভবান হ'ব। সেই চেষ্টাটোত আপোনালোকে কিমান শতাংশ

আগবাঢ়িছে? ধৰক আপুনি এশ শতাংশ হ'লে আমি জিঅ'গ্ৰাফিকেল ইণ্ডিকেচনটো পাম। তেতিয়াহ'লে কিমান শতাংশ আপুনি আগবাঢ়িছে?

**বৰদলৈ ঃ** চাহ উদ্যোগত আমাৰ এতিয়া অসমে দেশৰ ৫৫% শতাংশ চাহ উৎপাদন কৰে। কিন্তু ইয়াৰে আশী শতাংশই হ'ল— আমি যিটো চাহ কৰো, গুৰি চাহটো ক'লা ক'লা, চিটিচি চাহটো যিমান আমি উৎপাদন কৰো গোটেইবিলাক বিক্ৰী হয় দেশৰ বজাৰতে। আমাৰ খেতিয়কে যেনেকে দাম পাব লাগে তেনেকৈ নাপায়। কিন্তু উদাহৰণস্বৰূপে দাৰ্জিলিঙে, দাৰ্জিলিঙে তেওঁলোকৰ আশী শতাংশ চাহেই অৰ্থডক্স চাহ উৎপাদন কৰে। এতিয়া আন্তৰ্জাতিক বজাৰত, বিদেশৰ বজাৰত কেৱল অৰ্থডক্স চাহৰহে বেছি চাহিদা আছে। আমাৰ অসমত এটা নীৰৱ বিপ্লৱ হ'ল যোৱা বিশ-পঁচিশ বছৰৰ ভিতৰত, সেইটো হ'ল ক্ষুদ্ৰ চাহ খেতিয়কৰ যিটো— আজি ক্ষুদ্ৰ চাহ খেতিয়কে যিটো অৰিহণা আগবঢ়াইছে আমাৰ সমাজ জীৱনত, সেইটো সঁচাকৈয়ে অতি প্ৰশংসনীয়। আৰু এই ক্ষুদ্ৰ চাহ খেতিয়ক আৰু বটলিফ ফেক্টৰীবিলাক হৈ পেলাই চাৰিওফালে, যিবিলাক হৈছে সেইবিলাক ঘাইকৈ আন অৰ্‌গেনাইজ চেক্টৰ, অ-সংগঠিত চেক্টৰ। সমস্যাটো হৈছে এইটোৱেই যে আমাৰ ইয়াত চাহ খেতি বহুত হৈছে, উৎপাদন বহুত হৈছে কিন্তু বটলিফ ফেক্টৰীবিলাকে ঘাইকৈ কি কৰে, বিভিন্ন ধৰণৰ, তেওঁলোকে কোৱালিটিৰ ওপৰত...

**বৰগোহাঞিঃ** কোৱালিটিৰ কণ্ট্ৰলবোৰ নাই।

**বৰদলৈ ঃ** তেওঁলোকে যধে-মধে... আন কি এনেকুৱাও হয়, যে ধাহি-মুহি গছ-পাতবিলাক ছিঙি পেলাই তেওঁলোকে চাহ উৎপাদন কৰে।

**বৰগোহাঞিঃ** সেইটোতো নিয়ন্ত্ৰণ কৰিব লাগিব।

**বৰদলৈ ঃ** ছাৰ, সেইবোৰ অসংগঠিত উদ্যোগ নিয়ন্ত্ৰণ কৰাৰ কোনো উপায় নাছিল আগতে। তেওঁলোকে তেনেকুৱা ধৰণৰ চাহ উৎপাদন কৰি অসমৰ চাহ বুলি— তেওঁলোকে প্ৰত্যক্ষভাৱে, ডাইৰেক্টলি অসমৰ চাহ বুলি কয়।

**বৰগোহাঞিঃ** বজাৰখন ধ্বংস কৰি দিব।

**বৰদলৈ ঃ** অসমৰ চাহৰ যিটো ইমেজ, সেই ইমেজটো একেবাৰে নিম্নগামী হৈ পৰিছে।

**বৰগোহাঞিঃ** আপুনি কথাটো জানিছে, সমস্যাটো জানিছে। সমাধানটো কি কৰিছে?

**বৰদলৈ ঃ** সেইকাৰণেই মই ক'ব খুজিছো, এতিয়া আমি এই অসংগঠিত খণ্ডক সংগঠিত কৰিব খুজিছো। আৰু যিমানবিলাক চাহ ফেক্টৰী আছে অসমত, ডাঙৰ ডাঙৰ কোম্পানীবিলাকৰ বা বটলিফ ফেক্টৰীবিলাকেই হওক বা কো-অপাৰেটিভ ফেক্টৰীয়ে হওক তাৰ ছাৰ ইণ্ডিপেণ্ডেট ছাৰ্টিফিকেচনচ্ এজেন্সিৰ হতুৱাই আমি এ.বি.চি. ক্লাছিফিকেচন কৰিব বিচাৰিছো।

বৰগোহাঞিঃ সেইটোত কঠোৰ হ'বই লাগিব।

বৰদলৈ ঃ কঠোৰ হ'বই লাগিব, নহ'লে... কোনোবাই যদি উচ্চ মানদণ্ডৰ চাহ উৎপাদন কৰে তেওঁ স্বাভাৱিকতেই উচ্চ দাম পাব। নিম্ন মানদণ্ডৰ চাহ উৎপাদন কৰিলে নিম্ন দাম পাব।

বৰগোহাঞিঃ এতিয়া আপুনি সেই প্ৰশ্নৰ... কাৰণ মোৰ আন আন বিষয় আছেতো, মই সেইটো বুজিলো। সেইটো ডাঙৰ সমস্যা আৰু সেইটো আপোনালোকে কঠোৰ হাতেৰে দমন কৰিবই লাগিব। কাৰণ চাহৰ যদি বিশ্ববজাৰ আমি হেৰুৱাব লগা হয়, এইবোৰ কথাৰ কাৰণে...

বৰদলৈ ঃ ছাৰ, এই কাৰণে আমি অৰ্থডক্স যিটো চাহ, আমাৰ চিটিচি চাহো আমি উৎপন্ন কৰো। গতিকে অসমৰ যিটো অৰ্থডক্স দাৰ্জিলিঙৰ অৰ্থডক্সৰ লগত একে নহয়। তাত সুবাস এটা আছে যিটো অসমৰ অৰ্থডক্সত নাথাকিবও পাৰে। কিন্তু আমাৰ যিটো সম্পদ আছে সেইটো হ'ল লিকাৰটো। যিটো লিকাৰ দাৰ্জিলিঙৰ চাহত নাই। গতিকে আমি আমাৰ এই চৰকাৰৰ দিনত আমি কেন্দ্ৰীয় চৰকাৰৰ লগত আলোচনা কৰি পেলাই Geographical Indiguation Registration কৰিব খুজিছো অসম অৰ্থডক্সৰ ওপৰত।

বৰগোহাঞিঃ কৰিব খুজিছে। এইটো আগবাঢ়িছে কিমান?

বৰদলৈ ঃ নহয় ছাৰ, এই প্ৰক্ৰিয়াটো এটা দীঘলীয়া প্ৰক্ৰিয়া আৰু ইতিমধ্যে এইটো সম্পূৰ্ণ হৈছে।

বৰগোহাঞিঃ বুজিছো। মই কোৱা নাই যে এইটো আৰ্জি কৰিব আৰু কাইলৈ হৈ যাব। মই কৈছো কিমান শতাংশ আপোনাৰ দিনতে— অহা দুবছৰতে।

বৰদলৈ ঃ মই ভাবো যে অহা ৫/৬ মাহৰ ভিতৰতে আমি Geographical Indication...

বৰগোহাঞিঃ সেইটো আশাপ্ৰদ কথা। তাত আপোনালোকে আৰু এটা স্পেচিয়েল পাৰপাছ টি-ফাণ্ড কৰিব খুজিছিলে।

বৰদলৈঃ সেইটো ছাৰ কৰিব খোজাই নহয়, সেইটো ইতিমধ্যে— স্পেচিয়েল পাৰপাছ টি-ফাণ্ডটো হ'ল। উদ্দেশ্য আছিল ছাৰ আমাৰ এইটোৱেই যে আমাৰ চাহ উদ্যোগৰ যিবিলাক চাহ গছ আছে, অতি পুৰণি। এতিয়া অসম চাহ নিগমৰ যিবিলাক চাহ গছ আছে, ডেৰশ বছৰীয়া গছো আছে। ত্ৰিশ বছৰৰ পিছত তাৰ প্ৰডাক্টিভিটি কমি আহে। অসম চাহ নিগমৰ হাতত পইচা নাই বা আমাৰ যিবিলাক খেতিয়ক আছে, চাহ খেতিয়ক— ইয়াৰ আমাৰ থলুৱা চাহ খেতিয়ক এওঁলোকৰ হাতত বিনিয়োগ কৰিবৰ কাৰণে পইছা নাই, যে তেওঁ নতুন চাহ গছ লগাব, নতুনকৈ টেক্‌নোলজি লগাই পেলাই চাহৰ প্ৰডাক্টিভিটি বঢ়াব। সেই কাৰণে স্পেচিয়েল পাৰপাছ টি-ফাণ্ডটো...

**বৰগোহাঞি ঃ** তাৰমানে ইতিমধ্যে গঠন কৰা হ'ল।

**বৰদলৈ ঃ** হয় ছাৰ, গঠন কৰা হৈছে।

**বৰগোহাঞি ঃ** ইয়াৰ দ্বাৰা কিছু চাহ বাগিচা উপকৃতও হ'ল।

**বৰদলৈ ঃ** কিছু নহয় ছাৰ, বৃহৎ সংখ্যক চাহ বাগিচা উপকৃত হ'ব।

**বৰগোহাঞি ঃ** আমি সেইটোলৈ আকৌ আহিম। ইতিমধ্যে আমি এটি বাণিজ্যিক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** আমি বিৰতিৰ পিছত আকৌ কথা-বাৰ্তালৈ ঘূৰি আহিছো। মই আৰু এটা বিষয় লৈ সুধিব খুজিছো যে আগৰ (অগৰু) ইণ্ডাষ্ট্ৰী, আগৰ উদ্যোগ সেইটোৰ প্ৰচুৰ সম্ভাৱনা থকা বুলি আপোনালোকৰ যিখন ঔদ্যোগিক নীতি সেইখন পঢ়ি বুজিব পাৰিছো, বিশাল সম্ভাৱনা আছে। এইটোৰ ক্ষেত্ৰত আপোনালোকে কি কৰিম বুলি ভাবিছে?

**বৰদলৈ ঃ** আজি আন্তৰ্জাতিক বজাৰত অসম আগৰৰ প্ৰচুৰ চাহিদা আছে। যিহেতু ইয়াৰ পৰা আগৰৰ যিটো তেল, সেই আগৰৰ তেলটো আমি পঠিয়াব নোৱাৰো। গতিকে ভিয়েটনামত, থাইলেণ্ডত বা অন্যান্য ছাউথ ইষ্ট এছিয়ান কাউণ্ট্ৰিজ... তেল উৎপাদন কৰি সুগন্ধি উৎপাদন কৰি আচাম আগৰ বুলি ব্ৰেণ্ড দি পেলাই তেওঁলোকে মিডিল ইষ্টত বিশেষকৈ আৰব জগতত তেওঁলোকে বিক্ৰী কৰে।

**বৰগোহাঞি ঃ** সেইটো অপৰাধ নহয় নেকি, বাধা দিব নোৱাৰি নেকি?

**বৰদলৈ ঃ** অপৰাধ মানে এইটো ছাৰ মাৰ্কেটত তেনেকুৱা ধৰণে চলি আহিছে। আগতে আগৰ উদ্যোগৰ ওপৰত প্ৰতিবন্ধকতা কৰা হৈছিল এই কাৰণে যে আমাৰ যিবিলাক সংৰক্ষিত বনাঞ্চল আছে সেই বনাঞ্চলত আগৰ গছ আছিল। এতিয়া অফিচিয়েলি বন বিভাগে কৈছে যে মৰিয়নিৰ ওচৰত যিখন আমাৰ সংৰক্ষিত বনাঞ্চল আছে তাত কেইডালমান আগৰ গছৰ বাহিৰে আমাৰ সংৰক্ষিত বনাঞ্চলত আগৰ গছ নাই। কিন্তু আমাৰ যিবিলাক ব্যক্তিগত খেতিয়ক আছে, সেই খেতিয়কসকলে খেতিৰ মাটিত বা বাৰীৰ বালিত তেওঁলোকে আগৰ গছ ৰোপণ কৰিছিল। আৰু নাই নাই বুলি ক'লেও গোটেই অসমতে এক কোটিতকৈ বেছি আগৰ গছ আছে।

**বৰগোহাঞি ঃ** ব্যক্তিগত খণ্ডত...

**বৰদলৈ ঃ** আগতে সংৰক্ষিত বনাঞ্চল আছিলে কাৰণে বন বিভাগেই হওক আন্তৰ্জাতিক যিবিলাক নীতি আছে... তেওঁলোকে বহুতো প্ৰতিবন্ধকতা কৰিছিলে— যে আগৰ গছ যাতে বিলুপ্ত হৈ নাযায়। কিন্তু আমাৰ যিটো চইল কণ্ডিচন, আমাৰ যিটো জলবায়ু, ইমান অনুকূল যে আমি আগৰ গছ যিকোনো সময়তে লগাব পাৰো। আৰু লহ-পহকৈ বাঢ়ি আহিব পাৰে।

**বৰগোহাঞিঃ** সেইটো বুজিলো। কিন্তু সেই আগৰ উদ্যোগৰ পৰা সমগ্ৰ ৰাজ্যখনৰ বা ৰাজ্যখনৰ বৃহত অঞ্চলৰ মানুহ উপকৃত হ'ব পৰাকৈ আপোনালোকে নতুন কি ব্যৱস্থা হাতত লৈছে?

**বৰদলৈঃ** আমি কৰিছো। আগৰ উদ্যোগৰ আটাইতকৈ ডাঙৰ সম্ভাৱনীয়তা হ'ল যে আগৰ উদ্যোগৰ খুউব লেবাৰ ইনটেনছিভ ইণ্ডাষ্ট্ৰী। কাৰণ এটা আগৰ উদ্যোগত যদি এটা ৰিফেইনেৰী তাত বহুৱা হয় তেতিয়াহ'লে অইলটো তাতো প্ৰচেছিং হয় আৰু একেবাৰে গছ ৰোবাৰ পৰা আৰম্ভ কৰি প্ৰচেছিংলৈকে হাজাৰ হাজাৰ মানুহ তাত নিয়োজিত হোৱাৰ সম্ভাৱনা আছে। গতিকে আমি যদি এইবিলাক বস্তু হ'বলৈ নিদিওঁ তেতিয়াহ'লে আমাৰ কৰ্ম-সংস্থান সৃষ্টি কৰাৰ ক্ষেত্ৰত আমি এটা বৰ ডাঙৰ সম্ভাৱনা...

**বৰগোহাঞিঃ** হ'বলৈ নিদিওঁ বুলি বাৰে বাৰে কৈছে, কিছু বাধা আছে। এতিয়াও এইখিনি আপুনি...

**বৰদলৈঃ** আছে বাধা, কিছুমান পদ্ধতি তাত বাধা। কিছুমান আমাৰ হাতত আছে কিছুমান আমাৰ হাতত নাই। ব্যক্তিগত খেতিয়কৰ বাৰীৰ মাটিত আগৰ গছ পেলাই তাৰপৰাই যি আৰ্থিক উপাৰ্জন হয়, তাৰপৰা যদি কৰ্ম-সংস্থাপন হয় তেতিয়া সেই যিটো প্ৰতিবন্ধকতা আছে সেই প্ৰতিবন্ধকতা আমি আঁতৰাব লাগিব।

**বৰগোহাঞিঃ** মোৰ যিমান দূৰ মনত পৰে। উদ্যোগনীতিত এনেকুৱা এটা কথা আছে নেকি যে বন বিভাগৰ বাধাৰ কাৰণে আগৰ উদ্যোগৰ...

**বৰদলৈঃ** বন বিভাগৰ বাধা বুলি নহয়। এইটো পৰম্পৰাগতভাৱে চলি আহিছে। ষাঠীৰ দশকত আমি ভুল কৰিছিলো— সেইটো আমি পৰ্যালোচনা কৰি পেলাই, সেইটো আমি আঁতৰাব লাগিব। মই সেইটো কথাহে কৈছো আৰু আমি সেইকাৰণে আমাৰ নতুন ঔদ্যোগিক নীতিত আমি কৈছো যে ইণ্ডাষ্ট্ৰীয়েল ষ্টেটৰ ভিতৰত অতি বৈধভাৱে আমি আগৰ উদ্যোগটোৰ নিশ্চয় ৰক্ষণা-বেক্ষণ দিব লাগিব আৰু আগৰ উদ্যোগ বিকশিত হ'বলৈ সুবিধা দিব লাগিব।

**বৰগোহাঞিঃ** আপোনালোকে এইটো নতুন কথা কৈছে। নতুন কথা ভাবিছে, মই আকৌ একেটা প্ৰশ্ন বাৰে বাৰে কৰি থাকোঁ। এই নতুন উদ্যোগটো ক্ষেত্ৰৰ পৰা যিখিনি কাম কৰিম বুলি ভাবিছে...

**বৰদলৈঃ** ছাৰ আগৰ উদ্যোগটো নতুন নহয়।

**বৰগোহাঞিঃ** নহয় নহয়, মই সেইটো কোৱা নাই, উদ্যোগটোৰ ক্ষেত্ৰত নতুন কাম— উদ্যোগটো নতুন নহয়। তাৰপৰা গোটেই ৰাজ্যখন উপকৃত হোৱাকৈ বা আৰু কিছু মানুহক কৰ্ম-সংস্থান দিব পৰাকৈ আপুনি যিখিনি কথা কৈছে। সেইখিনি বৰ আশাপ্ৰদ কথা। এই গোটেই কথাখিনি কাৰ্যকৰী কৰিবলৈ আপোনাক কিমান দিন সময় লাগিব?

**বৰদলৈ ঃ** ছাৰ প্ৰথম কথা হ'ল, আমি ছিষ্টেমটো ডেভেলপ কৰিব লাগিব। এতিয়া আমি নতুন ইণ্ডাষ্ট্ৰিয়েল পলিচিৰ যোগেদি...

**বৰগোহাঞি ঃ** যি যি কৰিব লাগিব সেইবোৰ আপুনি ক'লে। এতিয়া গোটেইখিনি জানিবলৈ মোৰ হাতত সময় নাই। এইটোকেই কৈছো যিখিনি নতুন কাম কৰিব লাগিব সেইখিনি— আকৌ মোৰ একেটা প্ৰশ্ন অহা দুবছৰৰ ভিতৰত আপুনি তাৰ ভিতৰত...

**বৰদলৈ ঃ** ছাৰ, আপোনাক মই একেবাৰে ক'ব খুজিছো। মই যিটো বীজ ৰোপণ কৰিছো... মই সেইটো কথা ক'ব নোৱাৰো কাৰণ আমাৰ খেতিয়কসকলে আকৌ গছ ৰুব লাগিব।

**বৰগোহাঞি ঃ** আপুনি আকৌ বীজ ৰোপণ কৰিছে?

**বৰদলৈ ঃ** মই বীজ ৰোপণ কৰিছো... বিশেষকৈ

**বৰগোহাঞি ঃ** আগৰ উদ্যোগৰ ক্ষেত্ৰত আপুনি...

**বৰদলৈ ঃ** মই এটা বৈধতা প্ৰদান কৰিব খুজিছো যিটো অবৈধ হিচাপে, অবৈধ বুলি পেলাই মানুহৰ মনত এটা ভুল ধাৰণা দিয়া হৈছিলে। এই বৈধতা প্ৰদান কৰিলে অসমৰ প্ৰচুৰ লাভ হ'ব।

**বৰগোহাঞি ঃ** এই বৈধতা আপুনি অহা দুবছৰত কৰিব পাৰিবনে?

**বৰদলৈ ঃ** কৰিব পাৰিম।

**বৰগোহাঞি ঃ** পাৰিব?

**বৰদলৈ ঃ** কাৰণ আমাৰ ঔদ্যোগিক নীতি গ্ৰহণ কৰাৰ লগে লগে তাত বৈধতা আহিব।

**বৰগোহাঞি ঃ** সেইটো যদি কৰে বহু প্ৰকাৰে ৰাজ্যখন উপকৃত হ'ব। কৰ্ম-সংস্থাপনৰ সুযোগ ওলাব। কিছু নতুনকৈ ধন আহিব। লগতে আমাৰ যিটো ফৰেষ্ট কভাৰ বুলি কয়, সেইটোতো কিছু বৃদ্ধি পাব। গতিকে বহুমুখী উপকাৰ হ'ব। ১৯১৭ চনত ৰাছিয়ান বিপ্লৱ হোৱাৰ পিছত লেনিনে ঘোষণা কৰিছিলে। তেওঁতো আৰু ইংৰাজীত কোৱা নাছিলে, এতিয়া ইংৰাজীলৈ অনুবাদ কৰিছে—

By Communism I mean Electrification of Russia.

যিজন মানুহে শ্ৰেণী সংগ্ৰামৰ কথা কৈ কৈয়ে ইমান বিপ্লৱ কৰিলে তেওঁ কিন্তু ক্ষমতা পায়েই ক'লে বিদ্যুতীকৰণৰ অবিহনে ৰাছিয়াৰ উন্নতি কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। আজি আমি কিন্তু ২০০৮ চনতো বিদ্যুতৰ কাৰণে হাহাকাৰ কৰিব লগা হৈছে। এতিয়ালৈ মানুহৰ যিটো ধাৰণা আপুনি মানুহজন গতিশীল মন্ত্ৰী হ'ব পাৰে কিন্তু শক্তিখণ্ডত মানুহে আপোনাৰ ভাল কথা ক'ব পৰাকৈ বিশেষ একো চকুত পৰা নাই বুলি মানুহে...

**বৰদলৈ ঃ** মোৰেই দুৰ্ভাগ্য, কাৰণ মই উত্তৰাধিকাৰী সূত্ৰে এনেকুৱা এটাহে পাইছো।

**বৰগোহাঞিঃ ঃ** কাৰণ যিয়েই নহওক আপোনাৰ পিছৰজনো যদি আহি কয়, মোৰেই দুৰ্ভাগ্য উত্তৰাধিকাৰ সূত্ৰে মই এইখিনি, এই উত্তৰাধিকাৰটো কোনোবাই ভঙ্গ কৰি নতুনকৈ আপুনি যদি নতুন বীজ ৰোপণ কৰে।

**বৰদলৈ ঃ** ছাৰ, শক্তিখণ্ডত বহুতখিনি কাম হৈছে।

**বৰগোহাঞিঃ ঃ** সেইটো আপুনি পিছত ক'ব। কাৰণ আজিতো সময় নহ'ব। কিন্তু ইতিমধ্যে এতিয়া আমি আকৌ খন্তেক বাণিজ্যিক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞিঃ ঃ** আমি দেখিছো যে আজি বিত্ত বিভাগে বহু নীতি-নিয়ম কঠোৰভাৱে পালন কৰিবলৈ যায়। কিন্তু তাৰ ফলটো হয়তো নেতিবাচক, তেওঁলোকে অকল নীতিটো পালন কৰিবলৈ যায়। তাৰ ফলত যে উন্নয়নৰ প্ৰক্ৰিয়া স্তব্ধ হৈ যায়। একো একোটা প্ৰকল্প দুবছৰত হ'বলগীয়া প্ৰকল্প দহবছৰ লাগে। সেইবোৰ কথা তেওঁলোকে— দুইটাৰ মাজতে সামঞ্জস্য থাকিব লাগে। বিত্তীয় অনুশাসন কঠোৰভাৱে...

**বৰদলৈ ঃ** দৰকাৰো।

**বৰগোহাঞিঃ ঃ** লগতে এইটোও তেওঁলোকে চাব লাগিব। এই অনুশাসনটো উদ্দেশ্য নহয়, এইটোতো Aim নহয়, সেইটো Mean হে। গতিকে তেওঁলোকে যদি সেই উপায়টো অৱলম্বন কৰিবলৈ গৈ মূল উদ্দেশ্যটোকেই ব্যৰ্থ কৰে সেইটোতো ঠিক কথা নহয়। ঠিক তেনেকৈয়ে আমি দেখিছো কিছুমান আমোলাতান্ত্ৰিক দুৰ্বলতাৰ কাৰণে আপোনালোকৰ বহুত সদিচ্ছা সত্বেও কামবোৰ আশানুৰূপভাৱে আগনাবাঢ়ে। মই এটা উদাহৰণ দিওঁ— আপোনালোকৰ উদ্যোগ বিভাগতে সূতাৰকান্দি— কৰিমগঞ্জ জিলাত এটা বৰ্ডাৰ ট্ৰেড চেণ্টাৰ আছে। বোধহয় আপোনালোকে তাতে বহু কোটি টকা বিনিয়োগো কৰিছে। সেইটো, মোৰ যদি কিবা ভুল হৈছে আপুনি সেইটো শুধৰাই দিব, মই খবৰ পাইছো যে কামখিনি বহু আগবঢ়াৰ পিছতো তাৰ পিছৰ প্ৰক্ৰিয়াটো স্তব্ধ হৈ আছে। মই খবৰ লৈ গম পালো কিয় স্তব্ধ হৈ আছে। তাৰ যিখন কমিটি সেই কমিটিখন— আপোনালোকৰ গেজেটত আইন এখন গুলাইছিলে, সেই আইনখনত স্পষ্ট লিখা আছে সেই কমিটিখনৰ অধ্যক্ষ হ'ব Industres Commissioner, উদ্যোগ আয়ুক্ত। মই জনামতে মুখ্য সচিব এতিয়া তাৰ অধ্যক্ষ হৈ আছে। মুখ্য সচিবে গোটেই

ৰাজ্যখনৰ প্ৰশাসন চলাব লাগে। তেওঁ ইমানেই বেছি ব্যস্ত যে তেওঁ মিটিঙত উপস্থিত থাকিবলৈ সময় উলিয়াব পৰা নাই। বাৰম্বাৰ মিটিং পিছুৱাই আছে, যাৰ ফলত ছমাহত আগবাঢ়িব লগা কাম ছবছৰ লাগিছে। এই কথাবোৰ নিষ্পত্তি নোহোৱালৈকে আপোনাৰতো যিটো কাম এবছৰত হ'ব লাগে, দহ বছৰ লাগিব। আপুনি এইটো উদাহৰণ হিচাপে লওক। কিয় হৈ আছে?

**বৰদলৈ ঃ** ছাৰ সূতাৰকান্দিৰ ট্ৰেড চেন্টাৰটো— আচলতে গোটেইখিনি প্ৰতিফলন হোৱা নাই। বস্তুটো এইটোৱেই যে সূতাৰকান্দি ট্ৰেড চেণ্টাৰটো যিটো ৰাজহুৱা অনুষ্ঠানে নিৰ্মাণ কাৰ্যত ব্ৰতী হৈ আছে, সেই ৰাজহুৱা অনুষ্ঠানটোৰ নাম হ'ল— AIIDC- Assam Infrastructure Development Corporation

**বৰগোহাঞি ঃ** সেইটোৰ বিষয়ে মোৰ এটা প্ৰশ্ন আছে।

**বৰদলৈ ঃ** AIIDC ৰ অধ্যক্ষ হিচাপে বা চেয়াৰমেন হিচাপে চৰকাৰী এজন উচ্চ পৰ্যায়ৰ বিষয়া থাকিব লাগে। Commissioner and above. আচলতে অসমৰ মুখ্য সচিবগৰাকী তেওঁ ইণ্ডাষ্ট্ৰী বিভাগৰ কমিছনাৰ আছিলে, তাৰ পিছত এডিশ্বনাল চিফ ছেক্ৰেটাৰী হ'ল, এতিয়া চিফ ছেক্ৰেটাৰী হ'ল। তেওঁ এতিয়ালৈ অধ্যক্ষ হৈ আছে।

**বৰগোহাঞি ঃ** তেওঁ এজন যোগ্য মানুহ। গতিকে মই কৈছো যে আচলতে ব্যস্ততাৰ কাৰণে সময় দিব নোৱাৰে। সময় দিব নোৱৰাৰ কাৰণে য'ত কামটো ছমাহ লাগে তাত এবছৰ লাগি আছে।

**বৰদলৈ ঃ** ছাৰ, এইটো একেবাৰে সঁচা কথা নহয়। সূতাৰকান্দিত দুটা Phase আছে। First phase টো complete হ'ল। Infact, এই বছৰত ২০০৮ চনৰ মে' মাহত সূতাৰকান্দিক আনুষ্ঠানিকভাৱে উদঘাটন কৰোৱা হ'ল। তাত এতিয়া সৰু আনুষঙ্গিক দুই এটা বস্তু আছে। ওৱেৰ হাউছিং ব্যৱস্থাটো এতিয়াও ফলৱতীভাৱে ৰূপায়ণ হোৱা নাই। সেইটো হ'লেই....

**বৰগোহাঞি ঃ** মইতো এইটো আৰু নিজেইতো নাজানো। মই তথ্যবোৰ সংগ্ৰহ কৰিব লগা হৈছে। সংগ্ৰহ কৰোঁতে মোক জানিবলৈ দিয়া হৈছে যে কামটো বিলম্বিত হোৱাৰ এটা কাৰণ হৈছে মুখ্য সচিবে সময় দিব নোৱাৰে। লগতে মোক এইটোও কোৱা হৈছে যে সেই কমিটিখনৰ নিয়মমতে অধ্যক্ষ হ'ব লাগে উদ্যোগ বিভাগৰ আয়ুক্ত। কিন্তু সেইটো লংঘন কৰি মুখ্য সচিবক অধ্যক্ষ পতা হৈছে। এতিয়া আপুনি ক'ব খোজে নেকি যে সেইটোৰ কাৰণে আপোনাৰ কোনো অসুবিধা হোৱা নাই?

**বৰদলৈ ঃ** কেতিয়াবা আমাৰ নিজৰ ব্যক্তিগত স্বাৰ্থতে, উদ্যোগ বিভাগৰ ব্যক্তিগত স্বাৰ্থতে মুখ্য সচিবজন যদি জড়িত হৈ থাকে উদ্যোগ বিভাগৰ, আমাৰ লাভ হয়। কাৰণ যিকোনো প্ৰস্তাৱ হয়তো বিত্তয় বিভাগে কেতিয়াবা নাকচ কৰে, যদি আপুনি বিচাৰে ১ কোটি টকা, বিত্তয় বিভাগে দিলে ১০ লাখ টকা।

**বৰগোহাঞি ঃ** আপুনি তেতিয়াহ'লে এইটোৱেই ক'ব বিচাৰিছে— আপুনি উদ্যোগ মন্ত্ৰী হিচাপে যে মুখ্য সচিব জড়িত থকাৰ কাৰণে কামবিলাক...

**বৰদলৈ ঃ** কেতিয়াবা আমাৰ উদ্যোগবিলাকৰ কামবিলাক খৰতকীয়াকৈ হোৱাৰ কাৰণে যথেষ্ট সহায়ক হয়।

**বৰগোহাঞি ঃ** এতিয়ালৈকে সহায় হৈছেনে?

**বৰদলৈ ঃ** হৈছে। আজি গেছ ক্ৰেকাৰৰ পইচা আমি ইমানদিনে নাপালোহেঁতেন।

**বৰগোহাঞি ঃ** সেইটো যদি হৈছে তেতিয়াহ'লে ভাল কথা। মই তথ্য এটা পাইছো। মই তথ্য সংগ্ৰহহে কৰিছো, তথ্য আৱিষ্কাৰতো কৰা নাই। মই এটা পাহৰি যোৱা কথা আপুনি নিজে উলিয়ালে যে— Assam Infrastructure Development Corporation, তাৰ যিজন আপোনাৰ সঞ্চালক, সঞ্চালকজন খুব যোগ্য মানুহ হ'ব পাৰে, দক্ষ মানুহ হ'ব পাৰে মই নাজানো। মই যিবোৰ খবৰ পাওঁ— আকৌ মই ক'লো যে মোক খবৰবোৰ মানুহেহে দিয়ে, তেওঁলোকৰ সেইটো পক্ষপাতমূলক খবৰো হ'ব পাৰে। এজন সমালোচিত বিষয়া বুলি তেওঁৰ পৰিচয় আছে। মই আৰু একো নোসোধো, তেওঁ ভালনে বেয়া একো নোসোধো। তেওঁ আপোনাৰ সম্পূৰ্ণ আস্থাভাজন হয়নে?

**বৰদলৈ ঃ** সম্পূৰ্ণ আস্থাভাজন নহয়। সৌ সিদিনাখন আমাৰ পৰ্যালোচনা হৈছিলে। AIIDC-ৰ যিবিলাক কাম-কাজ আমি তীক্ষ্ণভাৱে সমালোচনা কৰিছিলো। মুঠতে AIIDC-ক পুনৰ বিন্যাস কৰাৰ প্ৰক্ৰিয়া আৰম্ভ হৈছে। গতিকে অলপ দিন অপেক্ষা কৰিবই লাগিব।

**বৰগোহাঞি ঃ** আপুনিতো এটা অতি অৰ্থপূৰ্ণ উত্তৰ দিলে। যে সেই বিষয়াজনৰ মই ভাল-বেয়া বিচাৰ কৰিব নোৱাৰো। যোগ্য অযোগ্যৰ বিচাৰ কৰিব মই নোৱাৰো। মোৰ জ্ঞানো নাই অধিকাৰো নাই।

**বৰদলৈ ঃ** কেতিয়াবা এনেকুৱা ক্ষেত্ৰত আমাৰো সীমাবদ্ধতা থাকে। যে বিভাগটোত এদিন উচ্চ পদস্থ বিষয়া— একেবাৰে শীৰ্ষ বিষয়াজনক আমি হঠাতে আঁতৰাই পেলাই তেওঁক আমি অইন কাম...

**বৰগোহাঞি ঃ** মই সেইটো কৰিবলৈ কোৱা নাই। কিন্তু মই সদায় এটা কথা

কওঁ— নীতি থাকে। প্ৰতিশ্ৰুতি থাকে, কিন্তু কাৰ্যকৰী ফাইলটোৱে বা আপোনাৰ পলিচিখনে গৈ নকৰে। সেইটো বাস্তৱায়িত কৰে একো একোজন বিশেষ মানুহে, গতিকে মানুহজনৰ ওপৰত বহু কথা নিৰ্ভৰ কৰে। সেইকাৰণে মই এজন... তেওঁ অনুপস্থিত, তেওঁ আত্ম সমৰ্থনৰ সুযোগ নাপাব গতিকে তেওঁৰ বিষয়ে সপক্ষে বা বিপক্ষে মই একো নকওঁ। কিন্তু মই এইটো বিচাৰো যে আপোনাৰ বিভাগীয় বিষয়াসকল আপোনাৰ আস্থাভাজন হ'ব লাগিব। তেওঁলোকৰ কামত তেওঁলোকৰ যোগ্যতাত আপুনি সন্তুষ্ট হ'ব লাগিব। তেতিয়াহে আপুনি বিভাগটো আগবঢ়াই নিব পাৰিব।

**বৰদলৈ ঃ** ছাৰ, চৰকাৰ ব্যৱস্থাত এটা... আপুনি বৰ ভালকৈয়ে জানে যে আমি যেনেকৈ ভাবো, যেনেকৈ কৰিব খোজো বহুত ক্ষেত্ৰত আমাৰ সম্ভৱ নহয়। কাৰণ আমি বহুতো সীমাবদ্ধতাৰ মাজেৰে কাম কৰিবলগীয়া হয় আৰু সেই ক্ষেত্ৰত সীমাবদ্ধতাবিলাক আঁতৰাবলৈ আমি চেষ্টা কৰো, কিন্তু কৰিব নোৱাৰো। তেনেকুৱা ধৰণৰ...

**বৰগোহাঞি ঃ** বুজিছো, আপুনি খুউব... বুজাই বুজিব, আপুনি বৰ তাৎপৰ্যপূৰ্ণ কথা কৈছে। সীমাবদ্ধতা যদি নাথাকিলেহেঁতেন পৃথিৱীখনতো বহুত আগবাঢ়ি গ'লহেঁতেন। মানুহ হোৱাৰ সমস্যা বা গৌৰৱ এইটোৱেই। সমস্যা থাকে কাৰণে মানুহ। যদি সমস্যা নাথাকে, মানুহে মানুহ হ'ব নোৱাৰে। গতিকে Man is a Problem Solving Animal, আপোনাৰ যোগ্যতা নিৰ্ভৰ কৰিব সমস্যাৰ সমাধানত সমস্যাৰ তালিকা দিয়া নহয়, আপুনি সমস্যা কিমান সমাধান কৰিব পাৰিছে। Ultimately Man is a Problem Solveing Animal. গতিকে আপোনাক ইয়ালৈ সমস্যাৰ বিষয়ে আলোচোনা কৰিবলৈ মতা নাই বা ৰাইজেও সমস্যাৰ তালিকা শুনিবলৈ ইচ্ছা কৰা নাই। সমস্যা আছে— সমস্যা চিৰকাল থাকিব। সেই সমস্যাবোৰ কোনে কিমান অতিক্ৰম কৰিব পাৰে সেইটোৰ ওপৰত তেওঁৰ যোগ্যতা নিৰ্ভৰ কৰিব। আপোনাক মন্ত্ৰী পাতিছে ৰাইজে, ৰাইজেতো আপোনাক কামৰ জবাবদিহি কৰিবই, আপুনি ক'ব এইটো সমস্যা, সেইটো সমস্যা। আছে, সমস্যা আছে, আপোনাক কিয় আমি মন্ত্ৰী কৰিছো। সমস্যাবোৰ সমাধান কৰি সেইবোৰ দূৰ কৰি আমাৰ ৰাজ্যখনক আগুৱাই নিব লাগিব। আজি গৰাখহনীয়া হৈ আছে; আপুনি গৈতো গৰাখহনীয়া কৰা নাই। আপোনাক যদি মন্ত্ৰী পাতি দিওঁ খহনীয়া বিভাগত, আপুনি যদি কয়, প্ৰকৃতিয়ে এইটো কৰিছে মই কি কৰিম, সেইটোতো নহ'ব। আপুনি তাৰ মাজতো কিবা এটা কৰিবৰ কাৰণেহে আপোনাক মন্ত্ৰী কৰা হৈছে।

গতিকে মই শেষত আপোনাৰ যোগেদি সকলোকেই কওঁ। সমস্যা আছে কাৰণেই আমি ইমান পিছ পৰি আছো। কিন্তু প্ৰতিখন চৰকাৰ প্ৰতিজন মন্ত্ৰীৰ যোগ্যতা তেতিয়াহে প্ৰমাণিত হ'ব— এতিয়া তেওঁ বোলে এশটা সমস্যা, যে মই বিশ লক্ষ সমাধান কৰিম। গতিকে আপুনি সামৰণিত অসমৰ ৰাইজক কিবা এটা আশাৰ বাণী শুনাব পাৰে নেকি? কাৰণ অসমৰ উদ্যোগীকৰণৰ ওপৰত এই দৰিদ্ৰ অনগ্ৰসৰ ৰাজ্যখনৰ ভৱিষ্যৎ, বিশ লক্ষ নিবনুৱা তথাকথিত শিক্ষিত নিবনুৱা মানুহ...। এতিয়া আমি আগ্নেয়গিৰিৰ ওপৰত বহি আছো। কৃষিখণ্ডত সিহঁতৰ স্থান নোহোৱা হৈ আহিছে। গতিকে একমাত্ৰ বিকল্প উদ্যোগ, আপুনি কওকচোন যে...

**বৰদলৈ ঃ** ছাৰ আপুনি ঠিকেই কৈছে, যে অসমৰ যিটো আমাৰ এতিয়া প্ৰত্যাহ্বান আছে যে নিবনুৱা সমস্যা সমাধান কৰিবৰ কাৰণে উদ্যোগ, বাণিজ্য এইক্ষেত্ৰৰ বাহিৰে কোনো গত্যন্তৰ নাই। ছাৰ এটা আশাপ্ৰদ কথা যিটো কথা মই আজি ক'ব খুজিছো যে অসমৰ সাধাৰণ মানুহে উদ্যোগ, বাণিজ্য এইবিলাক সকলোৱে বিচাৰিছে, যি বিনিয়োগ কৰিবৰ কাৰণে আগবাঢ়ি আহিছে, বিভিন্ন জাগাত উদ্যোগ স্থাপন কৰিবৰ কাৰণে। ক'তো মাটি এছিটা নাই। গোটেই কামৰূপ জিলাৰ আশে-পাশে তাৰ পৰা আৰম্ভ কৰি দৰঙৰ আশে-পাশে এতিয়া আমি যিমানবিলাক ঔদ্যোগিক ক্ষেত্ৰ— নতুন Growth Centre, আমি IID আদি স্থাপন কৰিছো ক'তো এচপৰা মাটি নাই।

**বৰগোহাঞি ঃ** এটা উজ্জ্বল ভৱিষ্যতৰ আগলি বতৰা।

**বৰদলৈ ঃ** আৰু আমি আন্তঃগাঁথনি নিৰ্মাণ কৰাৰ লগে লগে, এই গোটেই দিশবিলাকত আমি সুচল কৰিবলৈ চেষ্টা কৰিছো। মই ভাবো, আমি হতাশ হোৱাৰ কোনো কাৰণ নাই।

**বৰগোহাঞি ঃ** এইটো আশাৰ বাণীৰে আমি আজিৰ আলোচনা শেষ কৰিম। আপুনি ইয়ালৈ আহিল, আপুনি ইমানখিনি কোৱাৰ বাবে ধন্যবাদ।

*(১৯ ডিচেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# পীতাম্বৰ দেৱ গোস্বামীৰ সৈতে হোমেন বৰগোহাঞি



*"য'ত নৱধা ভক্তিৰ মাধ্যমেৰে সত্ৰস্থসকলে ধৰ্মৰ আচৰণ কৰি থাকে, সেই স্থানকেই সত্ৰ বুলি কোৱা হয় আৰু তাত থকা সকলোৱেই ভগৱন্তৰ প্ৰিয়ৰূপে বিবেচিত হয়। আৰু সেই স্থানখন আচলতে সুৰ অৰ্থাৎ দেৱতাসকলোৰো বোলে বন্দনীয়। কিন্তু যদিহে তাত এক বিশেষ কৰ্তব্য পালন নকৰে, তেতিয়াহ'লে অকল ধৰ্ম প্ৰসংগ কৰি থাকিলেই সত্ৰৰ পৰিচয় সম্পূৰ্ণ হ'ব নোৱাৰে।"*



**হোমেন বৰগোহাঞি ঃ** নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আপোনালোকক স্বাগতম। আজি মোৰ অতিথি আউনিআটী সত্ৰৰ সত্ৰাধিকাৰ ড' শ্ৰীশ্ৰীপীতাম্বৰ দেৱ গোস্বামী। প্ৰভু ঈশ্বৰ, আপোনাক প্ৰণাম জনাইছো। আজি আপোনাৰ পদধূলি পৰি আমাৰ ষ্টুডিঅ' ধন্য হ'ল। আমি নিউজ লাইভৰ পৰিয়ালৰ হৈ, আপুনি যে আমাৰ ওচৰলৈ আহিলে, তাৰ বাবে প্ৰথমতে ধন্যবাদ জনাইছো।

তেখেতৰ পৰিচয় দিয়াৰ ধৃষ্টতা মোৰ নাই। কাৰণ তেখেতৰ নামেই তেখেতৰ পৰিচয়। তথাপিতো বহুতো মানুহে দুই এটা কথা নাজানিব পাৰে। এখেতেই সত্ৰাধিকাৰসকলৰ মাজৰ প্ৰথম গৰাকী সত্ৰাধিকাৰ, যি আধুনিক শিক্ষাৰে শিক্ষিত হৈ বিশ্ববিদ্যালয়ৰ উচ্চতম উপাধি লাভ কৰিছে। মৌলিক গৱেষণা কৰি ডক্টৰেট উপাধি লাভ কৰিছে। সেইটোতকৈও ডাঙৰ পৰিচয় তেখেত একাধাৰে এজন কবি, নাট্যকাৰ, সু-বক্তা, শাস্ত্ৰ ব্যাখ্যাকাৰ আৰু প্ৰবন্ধকাৰ। একেলগে ইমানখিনি গুণৰ সমাৱেশ হোৱা ধৰ্মগুৰু আধুনিক যুগত খুব বিৰল বুলিয়েই ক'ব পাৰি। প্ৰভু ঈশ্বৰ, আগতে সত্ৰবিলাকৰ লগত জনসাধাৰণৰ সম্পৰ্কটো খুব গভীৰ আছিল। এটা নিৰ্দিষ্ট বয়সত সকলো মানুহেই সত্ৰত শৰণ ল'বলৈ যায়। এতিয়া সেইটো পৰম্পৰাৰ কিছু সলনি ঘটিছে। আৰু চহৰবাসী বহুতো শিক্ষিত মানুহে সত্ৰ-সংস্কৃতিৰ বিষয়ে নাজানিবও পাৰে। সেইকাৰণে আমি বিশেষ গুৰুত্বপূৰ্ণ কথাবোৰলৈ যোৱাৰ আগতে আপোনাৰ মুখেদি শুনিব খুজিছো যে সত্ৰৰ দৈনন্দিন জীৱন পদ্ধতি কেনেকুৱা?

**পীতাম্বৰ দেৱ গোস্বামী ঃ** সত্ৰৰ এটি সংজ্ঞাৰে ইয়াৰ পৰিচয়টো দাঙি ধৰিলে

সত্ৰ জীৱনৰ কৰ্তব্যখিনিৰ কথা স্পষ্ট হৈ পৰিব। সেয়ে আমি ভট্টদেৱৰ সত্ৰৰ ওপৰত দিয়া সেই সংজ্ঞাটো উল্লেখ কৰিব খুজিছো—

যত্ৰা আচৰন্তি শ্ৰদ্ধাৰ্মান্ কেৱলাঃ ভগৱৎ প্ৰিয়াঃ,
নৱধা ভগৱদ্ভক্তি প্ৰত্যহং যত্ৰবৰ্ত্ততে,
তৎসত্তম মুক্ত ক্ষেত্ৰম বৈষ্ণৱাশ্ৰম বন্দিতম,
তত্ৰস্থা বৈষ্ণবাসৰ্বে হৰিনাম পৰায়ণাঃ

অৰ্থাৎ য'ত নৱধা ভক্তিৰ মাধ্যমেৰে সত্ৰস্থসকলে ধৰ্মৰ আচৰণ কৰি থাকে, সেই স্থানকেই সত্ৰ বুলি কোৱা হয় আৰু তাত থকা সকলোৱেই ভগৱন্তৰ প্ৰিয়ৰূপে বিবেচিত হয়। আৰু সেই স্থানখন আচলতে সুৰ অৰ্থাৎ দেৱতাসকলোৰো ৰোল্প বন্দনীয়। কিন্তু যদিহে তাত এক বিশেষ কৰ্তব্য পালন নকৰে, তেতিয়াহ'লে অকল ধৰ্ম প্ৰসংগ কৰি থাকিলেই সত্ৰৰ পৰিচয় সম্পূৰ্ণ হ'ব নোৱাৰে। সেই বিশেষ কৰ্তব্যটো কি? যে, 'বিষয়ী হয় বা উদাসীনো হয়, জীৱক শৰণ দিয়ে, তাকে সত্ৰ কয়'। বিষয়ীয়ে হওক বা উদাসীনেই হওক, যি প্ৰত্যেক জীৱক শৰণ দিয়াৰ ব্যৱস্থা কৰে, তেতিয়াহে সত্ৰই পূৰ্ণাংগ সংজ্ঞা লাভ কৰে। এতিয়া কথা হ'ল শৰণ মানে কি? শৰণ মানে হ'ল ভগৱন্তৰ চৰণত সৰ্বান্তকৰণে লোৱা আশ্ৰয়। আৰু শৰণ শব্দৰ অৰ্থ হৈছে সংস্কাৰ। আৰু শৰণ শব্দৰ অৰ্থ হৈছে ভগৱন্তক উপাসনা কৰিবৰ কাৰণে শপত লোৱা এটা অনুষ্ঠান কিন্তু ভগৱন্তৰ চৰণত আশ্ৰয় ল'বলৈ যোৱাৰ লগে লগে এটা পৰিবেশ ৰচনা কৰিব লাগিব। এই পৰিবেশ আমাক আনি দিয়ে নৈতিক শিক্ষাৰ যোগেদি, আধ্যাত্মিক শিক্ষাৰ যোগেদি আৰু সাংস্কৃতিক শিক্ষাৰ যোগেদি। গতিকে এই তিনিটা শিক্ষাৰ মাজেৰেহে আচলতে আমি ভগৱন্তৰ চৰণত আশ্ৰয় ল'বগৈ পাৰোঁ। আৰু এই গোটেই কথাখিনিকে সত্ৰই দেখুৱাই দিয়াৰ মুখ্য ভূমিকা গ্ৰহণ কৰে। আৰু সেইকাৰণে সত্ৰৰ জীৱনৰ এইটো এটা মূল লক্ষ্য আৰু উদ্দেশ্য হিচাপে পৰিগণিত হ'ল। আৰু এই লক্ষ্য আৰু উদ্দেশ্য পৰিগণিত হোৱাৰ লগে লগে সত্ৰৰ এটা জীৱনধাৰা আমি লাভ কৰিলো। ৰাতিপুৱাৰ পৰা গধুলিলৈ আমাৰ এটা ক্ৰম থাকে। আমি এই ক্ৰমটোত নিত্য কৰ্তব্যবিলাক পালন কৰো আৰু নৈমিত্তিক কৰ্তব্য থাকে, যিবিলাক উৎসৱ-পাৰ্বণ.....

**বৰগোহাঞি ঃ** এটা হ'ল নিত্য কৰ্তব্য। আনটো হ'ল নৈমিত্তিক কৰ্তব্য।

**গোস্বামী ঃ** নিত্য কৰ্তব্যক আমি সাধাৰণতে চাৰিটা ভাগ কৰি লওঁ। এই চাৰিটা অৱস্থাতে আমি সকলো কাম কৰিব নোৱাৰোঁ। যেনে আমাৰ ৰাতিপুৱা যিখিনি বাহি অৱস্থাত সম্পাদন কৰোঁ, সেইটোক আমি বাহি বুলি কওঁ। তাৰ পিছত

যেতিয়া আমি গা-পা ধুই শুচি হওঁ, তেতিয়া উপাসনা-থলীত ব্ৰতী হওঁ, আৰু সেইখিনি সময়ত আমাৰ যিখিনি সত্ৰ জীৱনৰ মূল কৰ্তব্য শ্ৰৱণ, ভজন, ভক্তি-প্ৰাৰ্থনা, আচৰণ কৰা আৰু প্ৰদান কৰা যিটো ব্যৱস্থা, সেই কৰ্তব্যখিনি সম্পাদন কৰোঁ। আৰু তাৰপিছত যেতিয়া অমি ভোজনলৈ যাওঁ, ভোজনৰ কৰ্মবিলাক সম্পাদন কৰাৰ পিছত, আমি চোলা আদি এইবিলাকক বিশুদ্ধি বুলি কওঁ। আকৌ পুনৰ সন্ধ্যা গা নোধোৱালৈকে আমি বিশুদ্ধি অৱস্থাত এটা স্বচ্ছলতা অৱস্থা লাভ কৰো। সেইটোৱেদি আমি বিভিন্ন সভা-সমিতিলৈ যাওঁ।

**বৰগোহাঞিঃ** যিটো সামাজিক জীৱন।

**গোস্বামীঃ** সামাজিক জীৱন। আৰু সত্ৰ জীৱনতো বিভিন্ন ধৰণেৰে কৰ্তব্য বিলাক সম্পাদন কৰোঁ। আৰু ৰাতি পুনৰ তেনেকৈ গা-পা ধুই উপাসনাত ব্ৰতী হওঁ। আকৌ পুনৰ ভোজন কৰাৰ পিছত আমি আকৌ শয়ন অৱস্থালৈ গুচি যাওঁ। এইটো হ'ল আমাৰ দৈনন্দিন জীৱনৰ আমাৰ কৰ্মবিলাকৰ চাৰিটা ভাগ আৰু ইয়াৰ মাজতে...

**বৰগোহাঞিঃ** এইখিনি নিত্য কৰ্তব্য।

**গোস্বামীঃ** হয়, নিত্য কৰ্তব্য। ইয়াৰ মাজতে সত্ৰসমূহত চৈধ্য প্ৰসংগ থাকে। সেই চৈধ্য প্ৰসংগত আমাৰ ভকত-বৈষ্ণৱসকলে সকলো কৰ্তব্য সম্পাদন ভাগে ভাগে কৰে।

**বৰগোহাঞিঃ** সত্ৰত ভকতৰ সংখ্যা কিমান?

**গোস্বামীঃ** বৰ্তমান চাৰিশ বৈষ্ণৱ আছে।

**বৰগোহাঞিঃ** তেওঁলোকৰ ভৰণ-পোষণ এইবিলাক কেনেকৈ হয়?

**গোস্বামীঃ** এইখিনি মূলতঃ সত্ৰৰ দায়িত্ব। এই সত্ৰ ৰজাই প্ৰতিষ্ঠা কৰিছিল।

**বৰগোহাঞিঃ** জয়ধ্বজ সিংহই? কোন চনত নো?

**গোস্বামীঃ** ১৬৫৩ চনত। সেই তেতিয়াই ৰজাই আমাৰ আউনিআটী সত্ৰক মাটি-বাৰী দান কৰিছিল। গতিকে আমি সত্ৰখন চলাৰ সি এটা উৎস, এই মাটি-বাৰীবিলাকত সত্ৰই নিজে খেতি নকৰে। কিন্তু ৰায়তে কৰে। ৰায়তে এটা খাজনা সত্ৰলৈ দিয়ে।

**বৰগোহাঞিঃ** সেইখিনিৰে চলি যায়?

**গোস্বামীঃ** কিছু অংশ চলে। আৰু এটা চলাৰ উৎস হৈছে ৰাইজৰ দান-বৰঙণি। প্ৰায় এতিয়ালৈকে দহলাখ শিষ্য আছে। সেই প্ৰত্যেক শিষ্য...

**বৰগোহাঞিঃ** এতিয়াও দহ লাখ শিষ্য আছে?

গোস্বামী ঃ হয়, এতিয়াও আছে।

বৰগোহাঞি ঃ তেখেতসকলে নিয়মিতভাৱে...

গোস্বামী ঃ নিয়মিতভাৱে সত্ৰলৈ দান...

বৰগোহাঞি ঃ আগতে গুৰু কৰ বুলি জনা গৈছিল। আজিকালি তেনেকুৱাই কয়নে?

গোস্বামী ঃ হয়, হয়। কৰো দিয়ে, দান-বৰঙণিও দিয়ে। আৰু আমাৰ চহৰবিলাকলৈ যেতিয়া বৈষ্ণৱসকল যায়, তেওঁলোকে যেতিয়া চহৰৰ পৰা ৰাইজৰ দান-বৰঙণিখিনি সত্ৰলৈ লৈ আহে, তেখেতসকলে ভঁৰালত জমা দিয়ে। আৰু এটা অংশ তেখেতসকলৰ ভৰণ-পোষণৰ কাৰণে দিয়া হয়। আৰু তাৰে বাকীখিনি গোবিন্দ মহাপ্ৰভুৰ বা আমাৰ সত্ৰৰ প্ৰসংগ-পাতি চলিবৰ কাৰণে ব্যৱস্থা কৰি দিয়া হয়।

বৰগোহাঞি ঃ আৰু দ্বিতীয় এটা কথা সুধি লওঁ। আপুনি কেইবছৰ বয়সত সত্ৰলৈ আহিলে?

গোস্বামী ঃ ঠিক ন-বছৰ বয়সতেই আউনিআটী সত্ৰত প্ৰৱেশ কৰিছোঁ। আমাৰ জন্ম সত্ৰখন হ'ল বিজয় মাহাৰা সত্ৰ। সেইখনৰ আৰ্হি এটা বৰ্তমান দুলীয়াজানত আছে। আমি সত্ৰ-জীৱনত সোমোৱাৰ লগে লগেই আমাৰ কিছুমান কথা মনলৈ আহিছিল যে আমাৰ সংস্কৃতত এফাকি কথা আছে— সৰ্বেস্বামীৱেষণ দানানাম্ জ্ঞান দানম্ বিশেষতে বাহ্য অন্ন ভো মহি বাস্বত্তিল কাঞ্চন সৰ্বেশ্বাম্। অৰ্থাৎ সংসাৰত অন্নদান আছে, বস্ত্ৰদান আছে, ভূমিদান আছে, গো-দান আছে, মহী দান আছে, তিলদান আছে, ঘিউ দান আছে, স্বৰ্ণ দান আছে। কিন্তু সকলো দানতকৈ বোলে জ্ঞানদান শ্ৰেষ্ঠ। সেয়ে আমাৰ এটা উপলব্ধি হৈছিল, জ্ঞানৰ মূল উৎকৰ্ষ থলী হ'ল সত্ৰ। আৰু জ্ঞান বোটলাটো সত্ৰৰ মুখ্য ধৰ্ম। সেয়ে আমি ভাবিছিলো, ইয়াত থকা সকলেও সেইধৰণে পৰিপুষ্ট হ'ব লাগিব। আৰু আমাৰ মনলৈ এই কথা বিশেষভাৱে আহিছিল যে যুগটো যিদৰে আগবাঢ়ি গৈছে, সমাজত বসবাস কৰা লোকসকলৰো ৰুচিবোধৰ লগত যদি সত্ৰ খাপ নাখায়, তেতিয়াহ'লে সত্ৰ এফালে থাকিব। সমাজো এফালে থাকিব। আজি সেইকাৰণে সমাজ-জীৱনৰ লগত খাপ খুৱাবৰ কাৰণে আমি এই একাডেমিক শিক্ষাটো লোৱাৰ প্ৰয়োজন আছিল। আমাক এইক্ষেত্ৰত বিশেষ পৃষ্ঠপোষকতা কৰিছিল আমাৰ প্ৰয়াত আউনিআটী সত্ৰৰ চতুৰ্দশ সত্ৰাধিকাৰ আমাৰ গুৰু হেমচন্দ্ৰ দেৱগোসাঁই ঈশ্বৰে।

বৰগোহাঞি ঃ তেখেতক মই দুবাৰ লগ কৰিছো।

**গোস্বামী ঃ** হয়, হয়। তেখেতে দুবাৰকৈ তীৰ্থ ভ্ৰমণ কৰাৰ পিছত তেখেতেও সেই কথাটো ভাবি লৈছিল যে আজি সত্ৰসভা সমাজৰ লগত খাপ খাব লাগিব। আজি যিটো ইলেক্ট্ৰনিক মাধ্যমৰ যুগ, আধুনিক পৰিৱেশৰ যুগ, এই যুগৰ লগত সত্ৰস্থসকল খাপ খালেহে আচলতে সত্ৰ চলিব পাৰিব। সেইকাৰণে তেখেতে...

**বৰগোহাঞি ঃ** নতুন ভাবৰ লগত খাপ খোৱাকৈ কথাবোৰ চিন্তা কৰিছিল।

**গোস্বামী ঃ** তেখেতৰ পিছতেই আমাৰ আগৰ গৰাকী প্ৰয়াত পঞ্চদশ সত্ৰাধিকাৰ বিষ্ণুচন্দ্ৰ গোসাঁই ঈশ্বৰেও এই কথাটোত আমাক সঁহাৰি জনাইছিল। আৰু বিশেষকৈ সত্ৰৰ বৈষ্ণৱসকলে আমাক অতি হেঁপাহেৰে সৈতে এই কথাত আগবঢ়াই দিছিল।

**বৰগোহাঞি ঃ** প্ৰভু ঈশ্বৰ, আমি আনবোৰ কথালৈ যোৱাৰ আগতে এটা বাণিজ্যিক বিৰতি লৈছোঁ।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আমি আকৌ মুখামুখিলৈ ঘুৰি আহিছো। প্ৰভু ঈশ্বৰ, যুগৰ পৰিৱৰ্তন হৈছে। মানুহবিলাক পশ্চিমীয়া সভ্যতা-সংস্কৃতিৰ দ্বাৰা প্ৰভাৱিত হৈছে আৰু বহুত মানুহে আমাৰ যিটো জাতীয় সংস্কৃতি, আমাৰ যিটো আধ্যাত্মিক উত্তৰাধিকাৰ এইবিলাকৰ প্ৰতি আকৰ্ষণ হেৰুৱাইছে বা যিবিলাকে হেৰুওৱা নাই... আপোনাৰ দহ লক্ষ শিষ্য এতিয়াও আছে বুলি কৈছে, বা আকৌ এটা নতুন জাগৰণো হৈছে। গোটেইবোৰ কথা মিলি সত্ৰসমূহক আধুনিক যুগৰ, আধুনিক সমাজৰ উপযোগী কৰি গঢ়ি ল'বলৈ আপুনি কি কি ব্যৱস্থা লৈছে বা ল'ব খুজিছে?

**গোস্বামী ঃ** আচলতে সত্ৰবিলাক একেবাৰে প্ৰাসংগিক— যিয়েই অৱস্থাৰ সৃষ্টি নহওক, তাৰ লগত সত্ৰবিলাকে খাপ খোৱাকৈ চলিব পাৰে; কাৰণ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আদি সন্তসকলে সেই ভাবেৰেই সত্ৰবিলাক সৃষ্টি কৰিছে। এটা উদাহৰণ দিব খুজিছো, এসময়ত মানুহে নাহৰগুটি জ্বলাই পোহৰৰ ব্যৱস্থা কৰিছিল।

**বৰগোহাঞি ঃ** আমিও কৰিছিলো।

**গোস্বামী ঃ** কিন্তু এতিয়াৰ সত্ৰৰ কথা কৈছো। সত্ৰবিলাকেতো নাহৰ গুটি জ্বলাই পোহৰৰ ব্যৱস্থা কৰিব নোৱাৰে। এসময়ত আমাৰ গোসাঁইসকল দোলাত

গৈছিলে। খাতোলাত গৈছিলে। এতিয়াতো দোলাত, খাতোলাত যাব নোৱাৰে। যদি যায় আমাৰ সংস্কৃতি স্থবিৰ হৈ যাব। গতিকে এনেধৰণে আমি পৰিৱেশৰ লগত আমাৰ জীৱন প্ৰক্ৰিয়াটো আমি সলনি কৰিছো। ইতিমধ্যে আমি সত্ৰত কম্পিউটাৰ ব্যৱহাৰ কৰিছো। ইণ্টাৰনেট সেৱা আমি আৰম্ভ কৰিছো।

**বৰগোহাঞিঃ** ৱেবছাইট খোলা আছে?

**গোস্বামী ঃ** ৱেবছাইট খোলা আছে আমাৰ। আমি তাৰ যোগেদি অন্ততঃ সমাজখনক আমাৰ সত্ৰীয়া কথাবিলাক যাতে অনবৰতে জনাই থাকিব পাৰোঁ। আপুনি নিশ্চয় জানে, আউনিআটী সত্ৰৰ একাদশ সত্ৰাধিকাৰ দত্তদেৱ গোসাঁই ঈশ্বৰে তেতিয়াই মাজুলীত, আজিৰ পৰা ডেৰশ বছৰৰ আগত কলিকতাৰ পৰা ছপাশাল আনিছিল।

**বৰগোহাঞিঃ** ধৰ্ম যন্ত্ৰ।

**গোস্বামী ঃ** হয়। ধৰ্ম যন্ত্ৰ প্ৰতিষ্ঠা কৰিছিল। আচৰিত কথা তেখেতৰ যিটো মন, যিটো দুঃসাহসিক প্ৰচেষ্টা, ভাবিলে আচৰিত লাগে।

**বৰগোহাঞিঃ** উনৈশ শতিকাতে সেই কামটো কৰিছিল।

**গোস্বামী ঃ** হয়, হয়। তেতিয়া কলিকতাৰ পৰা জাহাজেৰে ছপাশালটো নিছিলে। সত্ৰত জাহাজ নোসোমায়। হাতীয়ে টানি টানি সত্ৰত এইটো সোমোৱাইছিলে। তাৰপিছত তাক স্থাপন কৰি, এখন নহয়, দুখন নহয়, তিনিখনকৈ বাতৰি-কাকত প্ৰকাশ কৰিছিলে। আসাম বিলাসিনী, আসাম তৰা, আসাম দীপিকা আৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ কীৰ্তনখন, গুণমালা, ঘোষা এইবিলাক, প্ৰথমেতো সেইটো ছপাশালৰ পৰা প্ৰকাশ কৰিছিলে। আমি সেই ঐতিহ্যটোৰ কথা মনত পেলাই পুনৰ আমি সত্ৰত এটা ছপাশাল স্থাপন কৰিলো।

**বৰগোহাঞিঃ** কোন চনত কৰিলে?

**গোস্বামী ঃ** এইটো স্থাপন কৰা আজি আমাৰ দহবছৰ হৈছে। আমাৰ সমাজ জীৱনৰ লগত যে সত্ৰৰ এটা বিশেষ সম্বন্ধ আছে, সেই কথাটোৰ কাৰণেই এখন তিনিমহীয়া 'সংস্কৃতি পল্লৱ' নামেৰে আলোচনী প্ৰকাশ কৰি আহিছো।

**বৰগোহাঞিঃ** সেইখন পাইছো। আপুনি মোক দিছিলে।

**গোস্বামী ঃ** হয়, হয়। তাৰোপৰি সত্ৰীয়া নৃত্য-গীত বিলাক সঞ্চালনিকৈ ৰাইজৰ মাজত প্ৰচাৰ কৰিবৰ কাৰণে আমি বিভিন্ন ঠাইত সত্ৰীয়া সংগীতৰ নামত নৃত্য-গীতৰ স্কুল প্ৰতিষ্ঠা কৰি দিছো। এতিয়ালৈকে অসমত কেৱল আউনিআটী সত্ৰৰে চৈধ্যখন স্কুল প্ৰতিষ্ঠা হৈছে।

**বৰগোহাঞি ঃ** বিভিন্ন ঠাইত?

**গোস্বামী ঃ** হয়, আৰু আমি সত্ৰৰ সংগীতৰ নামত, সত্ৰীয় সংগীতৰ নামত ব'ৰ্ডো স্থাপন কৰিছো। এতিয়া কথা হ'ল আমি বাইজৰ মাজত আমাৰ যিটো ধৰ্ম প্ৰচাৰৰ কাৰণে শৰণ, ভজন, ভক্তি, র্থনা আদি মাধ্যম গ্ৰহণ কৰোঁ, সেইটো আমি আৰু ব্যাপক কৰিবৰ কাৰণে ব্যৱস্থা লৈছো।

**বৰগোহাঞি ঃ** আমি এইখিনিতে আৰু এটা সৰু বাণিজ্যিক বিৰতি লৈ লওঁ। তাৰপিছত আমি আৰু গুৰুত্বপূৰ্ণ কথালৈ আহিম।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ পিছত আমি আকৌ মুখামুখিলৈ ঘূৰি আহিছো। সত্ৰীয়া নৃত্য বুলি যিটো স্বীকৃতি পালে, আউনিআটী সত্ৰৰ যিটো নৃত্য পৰম্পৰা, এই সত্ৰীয়া নৃত্যৰ খাপ খোৱা নে নিজস্ব বেলেগ পৰিচয় আছে?

**গোস্বামী ঃ** নহয়। সত্ৰীয় নৃত্যৰ লগত খাপ খোৱা। প্ৰত্যেক সত্ৰই হয়তো মহাপুৰুষসকলৰ আৰ্হিত নাটক লিখিছে, নৃত্য-গীত সৃষ্টি কৰিছে।

**বৰগোহাঞি ঃ** আপুনি নিজেইতো বহুত নাটক লিখিছে?

**গোস্বামী ঃ** হয়। আমি এতিয়ালৈকে সাতখন নাটক লিখিছো।

**বৰগোহাঞি ঃ** আপুনি নৃত্য-নাটিকা লিখিছে?

**গোস্বামী ঃ** নৃত্য-নাটিকা, সংগীতালেখ্য কৰিছো। সেইটো আপোনাক ক'বলৈ বিচাৰিছো যে আজি বৰ্তমান সময়ৰ যিটো ৰুচিবোধ, এই ৰুচিবোধটোক সন্মান জনাই অন্ততঃ নৱাগতসকলক বা উঠি অহাসকলক আকৰ্ষণ কৰিবৰ কাৰণেই সত্ৰৰ সেই সম্পদবিলাক আমি প্ৰচাৰ কৰিবৰ কাৰণে নৃত্যনাটিকা, সংগীতালেখ্যৰ মাধ্যম গ্ৰহণ কৰিছো।

**বৰগোহাঞি ঃ** আপুনি দত্তদেৱ গোস্বামীৰ যিখিনি কথা ক'লে, তেখেতৰ বিষয়ে বিভিন্ন প্ৰবন্ধত, আসাম বিলাসিনীৰ কথাও উল্লেখ আছে। কিন্তু মই ভাবোঁ যে তেখেতৰ বিষয়ে এখন পূৰ্ণাংগ জীৱন চৰিত থাকিলে ভাল আছিলে। আজিকালি সত্ৰতো তেনকুৱা বহুত লেখকো ওলাইছে। আপুনি সেই কামটো কৰাবলৈ ইচ্ছা নকৰে কিয়?

**গোস্বামী ঃ** আপুনি যি কথা কৈছে, অৱশ্যে আমাৰ সত্ৰীয়া পৰম্পৰাত চৰিত্ৰ পুথি লিখাৰ এটাৰ পৰম্পৰা আছে। আমাৰ দত্তদেৱ গোসাঁই ঈশ্বৰৰ নামতো চৰিত্ৰ পুথি আছে। এখন নহয় দুখনকৈ চৰিত্ৰ পুথি আছে। আচলতে এগৰাকী

সত্ৰাধিকাৰৰ নামত এখন চৰিতপুথিহে লিখে। কিন্তু তেখেতৰ প্ৰতি ইমানেই আমাৰ ভকত-বৈষ্ণৱসকল আকৃষ্ট হৈছিল, দুখনকৈ...

**বৰগোহাঞি ঃ** সেইখন গদ্যত লিখা হৈছেনে, কাব্যত?

**গোস্বামী ঃ** পদ্যত লিখা হৈছে।

**বৰগোহাঞি ঃ** পদ্যত, মই সেইকাৰণে কৈছোঁ....

**গোস্বামী ঃ** পদ ছন্দত। দুখনকৈ চৰিত পুথি লিখিছে। আৰু ইতিমধ্যে আমি ২০০৪ চনত যেতিয়া সত্ৰ সমাৰোহ পাতিছিলো, সেইখন আমি প্ৰকাশ কৰিছো। সূৰ্য হাজৰিকা, তেখেতে প্ৰকাশ কৰিছে, আৰু ইতিমধ্যে আপুনি কোৱাৰ দৰে আমাৰ এটা পৰিকল্পনা আছে। দত্তদেৱ গোসাঁই ঈশ্বৰৰ যিখিনি কৰ্ম, সেইখিনিৰ এতিয়াও আচলতে সমাজত ব্যাপক প্ৰতিফলন ঘটা নাই। গতিকে তেখেতৰ কৰ্মৰাজিখিনি আৰু তেখেতৰ জীৱনধাৰাটো জানিবৰ কাৰণে আমি তেনেকুৱা ধৰণে, অলপ ব্যাপকভাৱে প্ৰচাৰ কৰিবৰ কাৰণে এখন গ্ৰন্থ প্ৰকাশৰ চিন্তা কৰিছো।

**বৰগোহাঞি ঃ** মই যিটো ক'ব খুজিছো যে যি সত্ৰীয়া পৰম্পৰাত চৰিত পুথি লিখাৰ পৰম্পৰা এটা আছে, যিসকল ভক্ত ধৰ্মপ্ৰাণ মানুহ, তেওঁলোকৰ বিশেষ কথা... চিন্তা কৰি কৰা হয়। মই যিটো ক'ব খুজিছো, এখন গদ্যত যিটো আধুনিক জীৱন-চৰিত বুলি যিটো কয়, যিটো বৰ্তমান যুগৰ শিক্ষিত মানুহবোৰেও তেখেতৰ বিষয়ে জানিব পাৰে, সেই উদ্দেশ্যে এখন, আপুনি কাৰোবাক কমিছন কৰাব পাৰে বাহিৰা মানুহ আনি, সেইটো কাম....

**গোস্বামী ঃ** নিশ্চয়, নিশ্চয়। আমি তাকে ক'ব খুজিছো। এইখন আচলতে চৰিতপুথি আকাৰে লিখাৰ কথা ভবা নাই। সম্পূৰ্ণ গদ্যত, আৰু যিখিনি কথা হয়তো চৰিতপুথিত সোমোৱা নাই, গতিকে গোটেই কথাখিনি যাতে তাত সন্নিবিষ্ট হয়...

**বৰগোহাঞি ঃ** ইমান ৰোমাঞ্চকৰ কাহিনী। ভালকৈ লিখিবি জানিলেহে ঊনৈশ শতিকাত কলিকতাৰ পৰা এটা ছপাশাল আনি মাজুলীৰ দুৰ্গম ঠাইত, আপুনিতো ক'লে, নাৱো নচলে, গতিকে মানুহে হাতীৰে নিব লগা হৈছে, তাত কি দুঃসাহস কৰি আসাম বিলাসিনী, এইখন যদিও দীৰ্ঘস্থায়ী নহ'ল, সেই সময়ততো বিৰাট চাঞ্চল্যৰ সৃষ্টি কৰিছিলে...

**গোস্বামী ঃ** কৰিছিলে।

**বৰগোহাঞি ঃ** গতিকে মই ভাবোঁ যে তেখেতৰ এই জীৱন কাহিনীবহুল প্ৰচাৰ হোৱাটো খুব দৰকাৰ। তেখেতেই আউনিআটী সত্ৰৰ এটা গৌৰৱময় পৰম্পৰা সৃষ্টি

কৰি থৈ গৈছে, যাৰ এতিয়া আপুনি উপযুক্ত উত্তৰাধিকাৰী। এতিয়া আৰু এটা সৰু প্ৰশ্ন কৰি লৈ আচল প্ৰশ্নটোলৈ যাম। কিছুদিনৰ আগতে এগৰাকী বিদুষী মহিলা, তেখেতে মোক সুধিছিলে যে আপুনি ইয়াৰ পিছত মুখামুখিলৈ কাক নিমন্ত্ৰণ কৰিছে? মই আপোনাৰ কথা ক'লো। তেতিয়া তেখেতে ক'লে যে কেইদিনমানৰ আগতে তেখেতৰ লগত মোৰ কথা-বাৰ্তা হৈছিলে, টেলিফোনত। তেতিয়া মই এটা কথা কৈছিলো তেখেতক। ৰামকৃষ্ণ মিছনজাতীয় যিবিলাক ধৰ্মকেন্দ্ৰ আছে, তেওঁলোকে আমাৰ প্ৰাচীন পৰম্পৰা ৰক্ষা কৰিও আধুনিক যুগৰ উপযোগীকৈ পুথিভঁৰাল কৰিছে, বক্তৃতামালাৰ আয়োজন কৰিছে। এই ধৰণৰ কাম আউনিআটী সত্ৰই কিয় কৰিব নোৱাৰে? এই প্ৰশ্নটো তেখেতে আপোনাকো বোলে সুধিছিল। এতিয়া এই প্ৰশ্নটোৰ ৰাইজে জনাকৈ এটা উত্তৰ দিয়কচোন।

**গোস্বামী ঃ** নিশ্চয়। ইতিমধ্যে আমি সেই কামটো আৰম্ভই কৰিছো। কাৰণ ২০০৪ চনত আমি যেতিয়া টিয়কত আমাৰ যিখন আউনিআটী সত্ৰৰ শাখা সত্ৰ, তাত এখন সন্ত সমাৰোহ পাতিছিলো। তাত আমি তেনেকুৱা ধৰণৰ বক্তৃতামালা অনুষ্ঠানৰ আয়োজন কৰিছিলো। আৰু বিভিন্ন কৃষ্টি প্ৰদৰ্শন কৰিছিলো। আৰু তিনিশগৰাকী সত্ৰাধিকাৰক একেলগে মঞ্চত বহুৱাইছিলো।

**বৰগোহাঞি ঃ** তিনিশ গৰাকী?

**গোস্বামী ঃ** হয়। তাৰ পিছত আমি দুবাৰকৈ মাজুলীৰ মূল সত্ৰৰ সন্মুখত ভাওনা সমাৰোহ অনুষ্ঠিত কৰিছো, তাতো আমাৰ সংস্কৃতি সম্বন্ধীয় কেইবাখনো আলোচনাচক্ৰ অনুষ্ঠিত কৰিছিলো। তেখেতে যিটো কথা কৈছে ৰামকৃষ্ণ মিছনৰ দৰে...

**বৰগোহাঞি ঃ** তেখেতে ৰামকৃষ্ণ মিছনক অনুকৰণ কৰিবলৈ কোৱা নাই। এটা উদাহৰণ দিছে।

**গোস্বামী ঃ** বুজি পাইছো। তাকে আমি ক'ব খুজিছো। ৰামকৃষ্ণ মিছনৰ আৰ্হিৰে বুলি নহয়, ঠিক তেনে পদ্ধতিৰে আমি ইতিমধ্যে তেনে কাম আৰম্ভ কৰিছো।

**বৰগোহাঞি ঃ** আপুনি মৌলিক পন্থাৰে কৰিব। ৰামকৃষ্ণ মিছনৰতো অনুকৰণ কৰিব নালাগে। তাতোকৈ বেছি আগবাঢ়ি গৈ আপুনি নতুন এটা বাট দেখুৱাব পাৰে।

**গোস্বামী ঃ** তেনেধৰণেৰে আৰম্ভ কৰিছো। আৰু আমি সেইটো আৰু ব্যাপক কৰিবৰ কাৰণে আমি আঁচনি হাতত লৈছো। আমি পুনৰ এখন সমাৰোহ আয়োজন কৰিব খুজিছো। অৱশ্যে সেইটো ২০১০ চনত হ'ব।

**বৰগোহাঞি ঃ** সত্ৰ সমাৰোহ?

**গোস্বামী ঃ** সমাৰোহখনৰ নাম হ'ব এইবাৰ 'নাম সমাৰোহ'। তাৰমানে অসমত

যিমান নাম আছে, গোটেই নামবিলাক আমি একেলগে তাত উপস্থাপন কৰিব খুজিছো। যেনে— গোৱালপৰীয়া নাম, বৰপেটীয়া নাম, গুৱালকুছিৰ নাম, নলবাৰীৰ নাম...

**ৰবগোহাঞিঃ** এইটো এটা ডাঙৰ সাংস্কৃতিক বিপ্লৱৰ নিচিনা হৈছে।

**গোস্বামীঃ** মৰিগাঁৱৰ নাম। আমি গোটেইখিনি প্ৰদৰ্শন, লগতে যিমান বাদ্যযন্ত্ৰ আছে অসমত, সকলোখিনি সংগ্ৰহ কৰি তাৰ এটা পৰিচয় দিব খুজিছো। আৰু আমাৰ এটা উদ্দেশ্য আছে যে সেই বাদ্যযন্ত্ৰখিনি সমস্বৰে এটা ধ্বনি কৰি আমি নামৰ জয় কৰিব খুজিছো। কাৰণ আমাৰ এটা প্ৰবচন আছে, হৰি নামৈৱ নামৈৱ জীৱনম। আস্তিৱৎ নাস্তিৱৎ......। অৰ্থাৎ কলিযুগত বোলে মানুহক গতি দিয়াৰ মুখ্য মন্ত্ৰ হ'ল হৰিনাম আৰু আজি আমাৰ যিটো বাতাবৰণ হৈছে, সাম্প্ৰতিক যিটো, অশান্ত পৰিবেশ সেইটো নিৰাময়ৰ ক্ষেত্ৰত সম্প্ৰতি সম্প্ৰীতি স্থাপনৰ ক্ষেত্ৰত যেন সেই সমাৰোহখিনিয়ে অৰিহণা যোগাব, আমি এনে উদ্দেশ্য আৰু লক্ষ্য আগত ৰাখি এনে সমাৰোহ পাতিব খুজিছো। আমাৰ মূল সত্ৰৰ লগতে শাখা সত্ৰবিলাকত আমি এটা এটা সংগ্ৰহালয় স্থাপন কৰিছো।

**ৰবগোহাঞিঃ** মই সেইটো ক'ব খুজিছিলো।

**গোস্বামীঃ** আমাৰ উত্তৰ গুৱাহাটীত সংগ্ৰহালয় হৈছে, মূল সত্ৰত ইতিমধ্যে সংগ্ৰহালয় হৈছে, আৰু আমাৰ টিয়কৰ কলীয়াপানী সত্ৰতো সংগ্ৰহালয় হৈছে, আৰু সংগ্ৰহালয়ৰ লগতে আমি এটা লাইব্ৰেৰীও সংযোগ কৰিব বিচাৰিছো। আৰু তেখেতে যিটো আপোনাক কৈছে সেইধৰণে আমি সেই অনুষ্ঠানখিনি সংযোগ কৰাৰ পিছত সেই পৰিবেশটো নিশ্চয় আমি সৃষ্টি কৰিব পাৰিম। আৰু সেইটো আমাৰ মনৰ হেঁপাহ।

**ৰবগোহাঞিঃ** তেখেতে নাজানে কাৰণে সুধিছিলে? এতিয়া আজি মোক সেইকাৰণে কৈছে যে আজি সমগ্ৰ অসমৰ বহুত লক্ষ লক্ষ মানুহে জনাকৈ কথাখিনি কৈছে। গতিকে তেওঁলোকে এই কথাখিনি জানি ভাল পাব।

প্ৰভু ঈশ্বৰ, আপুনি যিখিনি কথা কৈ আছিল সেইখিনি বৰ মূল্যবান কাম কৰিছে। এইখিনিতে মোৰ মনত এটা প্ৰশ্ন আহিছে যে সেইখিনি যদি সংৰক্ষিত কৰাৰ ব্যৱস্থা নহয়, ডকুমেণ্টেছনৰ ব্যৱস্থা নহয়, তেতিয়া সেইখিনি কালৰ বুকুত হেৰাই যাব। গতিকে তাৰ কিবা ব্যৱস্থা হৈছে নেকি?

**গোস্বামীঃ** হয়, নিশ্চয়। আমি সেইটো কথা মনত ৰাখিয়েই কামটো কৰিব খুজিছো। কাৰণ বহুত অনালোচিত কথা আমি পোহৰলৈ আনিব খুজিছো।

আজিকালি সেইবোৰ ডকুমেণ্টেছন কৰাৰ ব্যৱস্থা আছে। আমি কেমেৰাৰ মাধ্যমেৰে সেইখিনি ধৰি ৰখাৰ কথা ভাবিছো। আৰু লগতে আমি দুখন গ্ৰন্থ উলিওৱাৰ কথা ভাবিছো। যি নাম সমাৰোহৰ কথা ক'লো— সেই নাম সমাৰোহত নামবিলাকৰ যিটো ইতিবৃত্ত আৰু নামবিলাকৰ প্ৰায়োগিক যি ব্যৱহাৰ, যিখিনি বৈশিষ্ট্য, এই গোটেই কথাখিনি ধৰি ৰখাকৈ এখন গ্ৰহ প্ৰকাশ কৰাৰ কথা ভাবিছো।

**বৰগোহাঞি ঃ** ইয়াত অলপ গৱেষণাৰো দৰকাৰ।

**গোস্বামী ঃ** গৱেষণামূলক কথা হ'ব। আৰু দ্বিতীয়তে যি বাদ্য-যন্ত্ৰ আমি তাত সংগ্ৰহ কৰাৰ কথা ভাবিছো, সেইবিলাকৰো তেনে এখন গ্ৰন্থ প্ৰকাশৰ চিন্তা কৰিছো আৰু লগতে কেমেৰাৰ যোগেদি আমি তাক সংৰক্ষণ কৰিবৰ কাৰণে চিন্তা কৰিছো।

**বৰগোহাঞি ঃ** আজিৰ কাৰণে আমাৰ সময় শেষ হৈ আহিল। কিন্তু আমাৰ আলোচনা আধৰুৱা হৈ থাকিল, গতিকে আমি দ্বিতীয়বাৰৰ বাবে সত্ৰাধিকাৰ প্ৰভুক লগ পালে যিখিনি কথা বাকী থাকিল সেইখিনি কথা আলোচনা কৰিম।

*(২৬ ডিচেম্বৰ, ২০০৮-ত প্ৰচাৰিত)*

# পীতাম্বৰ দেৱ গোস্বামীৰ সৈতে হোমেন বৰগোহাঞি



*"এটা ঐতিহ্যৰ ভেটিত এখন সমাজ গঢ় লয়। আজি যেনেকৈ ভেটিকান চহৰত আন ধৰ্ম সংস্কৃতিৰ প্ৰভাৱ পৰা নাই, মক্কাতো হয়তো আন ধৰ্ম সংস্কৃতিৰ প্ৰভাৱ পৰা নাই; তেনেকৈ আমি মাজুলীখনকো ঐতিহ্যৰ মূল পটভূমি বুলি গণ্য কৰো আৰু এই ঐতিহ্যত যদি কোনোবাই আঘাত কৰিব খোজে, সেইটোত আমি কেতিয়াও সমৰ্থন নজনাওঁ।"*



**হোমেন বৰগোহাঞি :** নমস্কাৰ। নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আকৌ আপোনালোকক আদৰণি জনাইছো। আউনিআটী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু, ইয়াৰ আগতে আমি এবাৰ লগ পাইছিলো। কিন্তু সেইবাৰ আমাৰ আলোচনা সময়ৰ অভাৱত আধৰুৱা হৈ থাকিল। যিখিনি কথা বাকী থাকিল সেইখিনি কথা আলোচনা কৰিবৰ কাৰণে আকৌ আমি তেখেতৰ মুখামুখি হৈছো।

প্ৰভু ঈশ্বৰ, ইতিমধ্যে আপোনালোকে এবাৰ সত্ৰ সমাৰোহ কৰিলে।

**পীতাম্বৰ দেৱ গোস্বামী :** হয়।

**বৰগোহাঞি :** আৰু যোৱাবাৰ জানুৱাৰী মাহত ভাওনা হয়। কাগজত খবৰ ওলাইছে।

**গোস্বামী :** ভাওনা সমাৰোহ।

**বৰগোহাঞি :** তাততো ময়ো আছিলো। মই শুনামতে নিউজ লাইভতে খবৰ পাইছিলো যে তাৰ পালনামত দুই লক্ষ মানুহৰ সমাগম হৈছিল।

**গোস্বামী :** হয়।

**বৰগোহাঞি :** এইটোৰ দ্বাৰা কি প্ৰমাণিত হয়? কিন্তু মাজুলীৰ জনসংখ্যা দুই লাখ নহয়। তেনেস্থলত এটা উৎসৱলৈ দুই লাখ মানুহ গৈছে। তাত আপোনাৰ কি ধাৰণা হয়?

**গোস্বামী :** আচলতে আমাৰ এটাই ধাৰণা হৈছে যে আমি যেনেকৈ ভাবিছিলো যে এইবাৰ বানপানীয়ে মাজুলীখনক যথেষ্ট ক্ষতি কৰিলে। আনফালে সন্ত্ৰাসবাদৰ যিটো ঘটনা, তেনে অৱস্থাত ৰাইজৰ সমাগম কমিব বুলি ভাবিছিলো, কিন্তু আমাৰ ধাৰণাৰ বিপৰীতে হ'ল।

**বৰগোহাঞি ঃ** কাৰণটো কি বুলি ভাবে?

**গোস্বামী ঃ** ইমান বেছি হ'ল আমি ভাবি মোহিত হৈছো।

**বৰগোহাঞি ঃ** কিন্তু তাৰ তাৎপৰ্যটো বুজিবলৈ চেষ্টা কৰিব লাগিব।

**গোস্বামী ঃ** প্ৰথমতে এটা কথাই ভাবিছো যে যিমানেই প্ৰত্যাহ্বানমূলক কথা নহওক, আধ্যাত্মিক চিন্তাটো মানুহৰ নিৰ্দিষ্ট হৈ থাকে। আধ্যাত্মিক চিন্তাৰ কাৰণে কোনো সন্ত্ৰাসবাদ বা কোনো সমস্যাই মানুহক বাধা দিব নোৱাৰে।

**বৰগোহাঞি ঃ** এইটোওতো হ'ব পাৰে যে এইবোৰ চলি থকাৰ কাৰণেই মানুহে এটা গভীৰ আশ্ৰয় বিচাৰিছে, সেই কাৰণেইতো এইবিলাকৰ প্ৰতি বেছি আসক্ত হৈছে?

**গোস্বামী ঃ** হয়। সেইটোওতো হয়েই। কাৰণ মানুহে ভয়-আশংকাৰ মাজত থাকিলেও গভীৰ আশ্ৰয়টো বিচাৰিছে। আৰু ভাবিছে যে সেই আশ্ৰয়টো অকল ভগৱন্তৰ ওচৰতহে আছে। লগতে এইটো কথাও ক'ব খোজো, মাজুলী প্ৰদূষণমুক্ত ঠাই। কিয় কৈছো প্ৰদূষণমুক্ত বুলি যে মাজুলীত এতিয়ালৈকে ইণ্ডাষ্ট্ৰি নাই। ইণ্ডাষ্ট্ৰি নোহোৱা জেগা কেৱল মানুহৰ কাৰণে নহয়, পশু-পক্ষীৰ বাবেও বিশ্ৰামৰ ভূমিৰূপে বিবেচিত হয়। কাৰণ আমাৰ মাজুলীত দেশী-বিদেশী বহুত চৰাইৰ আগমন ঘটে। কিয় আহে সিবোৰ ইমান বেছিকৈ? চৰাইবিলাক অহাৰ মূল কাৰণটো হৈছে, সিবোৰে প্ৰদূষণমুক্ত পৰিৱেশ বিচাৰে। গতিকে চৰাই-চিৰিকটিয়েও যদি প্ৰদূষণমুক্ত পৰিৱেশ বিচাৰে, মানুহেও নিশ্চয় প্ৰদূষণমুক্ত পৰিৱেশ বিচাৰিব। আৰু সেয়ে মাজুলীৰ ৰাস, পালনামে মানুহক ইমান আকৰ্ষিত কৰে, সিয়ো এটা অন্তৰ্নিহিত কাৰণ।

**বৰগোহাঞি ঃ** মই ভাবো যে বৰ্তমান সময়ত মানুহৰ বাবে এইটো এটা খুব সমাজতাত্ত্বিক অধ্যয়নৰ বিষয়, সিয়ে মানুহৰ মনস্তত্ত্বত খুব ধীৰে ধীৰে সূক্ষ্ম পৰিৱৰ্তন ঘটাইছে, এনেকৈ মোৰ অনুভৱ হয়। কাৰণ যেতিয়া মানুহে ধৰ্মৰ প্ৰতি পিঠি দিয়া হ'ল, আধ্যাত্মিক পৰম্পৰাৰ প্ৰতি পিঠি দিয়া হ'ল, তেতিয়া দেখিছো যে ইমান ঈৰ্ষাৰ তাণ্ডৱ, এনেকুৱা সন্ত্ৰাসৰ তাণ্ডৱ। আনকি আগতে এটা জীৱ-জন্তু মাৰিবলৈ মানুহে চিন্তা কৰিছিল।

**গোস্বামী ঃ** চিন্তা কৰিছিলে।

**বৰগোহাঞি ঃ** এতিয়া মানুহ মাৰিবলৈটো চিন্তা নকৰে। মানুহৰ জীৱনটো ইমানেই সস্তা হৈ গ'ল, যে এনেকুৱা এখন ভয়ংকৰ পৃথিৱীত আমি বাস কৰিছো। এইকাৰণে মোৰ নিজৰ ধাৰণা যে প্ৰত্যেক মানুহে মনে মনে, প্ৰত্যেকেই নহ'লেও

বহুত মানুহে বিচাৰিছিল যে... চিৰন্তন আশ্ৰয় তেওঁলোকৰ দ্বাৰা সন্ধান কৰা যেন লাগিছে।

**গোস্বামী ঃ** এইখিনিতে আমি ক'ব খুজিছো যে মানুহৰ ঈশ্বৰ চিন্তাটো হেৰাই যোৱা নাই।

**বৰগোহাঞি ঃ** হয়।

**গোস্বামী ঃ** ঈশ্বৰ চিন্তাটো মানুহৰ আছে আৰু মানুহে ভাবে যে আশ্ৰয়ৰ একমাত্ৰ স্থল হ'ল ভগৱন্তৰ চৰণ। আৰু ভগৱন্তৰ গুণকথা য'ত চৰ্চা হয় সেই স্থানত তেওঁলোকে বেছি আশ্ৰয় পাব, সেই ধ্যান-ধাৰণাটো তেওঁলোকে মনত ৰাখে।

**বৰগোহাঞি ঃ** প্ৰভু ঈশ্বৰ, আমি আন কথালৈ যোৱাৰ আগতে এটি বাণিজ্যিক বিৰতি লৈছো। তাৰ পিছত আমি গুৰুত্বপূৰ্ণ কথালৈ যাম।

* * *

**বৰগোহাঞি ঃ** আমি এতিয়ালৈকে যিখিনি কথা পাতিলো তাৰ প্ৰতিটোৱেই গুৰুত্বপূৰ্ণ। কিন্তু মই যিটো কথাৰ অৱতাৰণা কৰিম তাৰ আৰ্থিক, সামাজিক, ৰাজনৈতিক তাৎপৰ্যও আছে। সেইটো হ'ল মাজুলীত ধৰ্মান্তৰকৰণৰ প্ৰশ্নই যোৱা কেইবামাহো ধৰি গোটেই অসমখন আলোড়িত কৰি ৰাখিছে। মই এইটোকে কওঁ, ধৰ্মৰ বিৰুদ্ধে মোৰ কোনো ক'বলগীয়া নাই। কিন্তু যিহেতু এইখন অসমৰ সমাজ জীৱনক জোঁকাৰি গৈছে, যে যিখন মাজুলী পাঁচশ বছৰ ধৰি অসমৰ বৈষ্ণৱ ধৰ্মৰ প্ৰধান কেন্দ্ৰ, তাত ইমানখিনি সত্ৰ আছে, এতিয়া আজি বিশ্ব ঐতিহ্য হোৱাৰ পথত আগবাঢ়িছে, সেই ঠাইখনকেই খ্ৰীষ্টান মিছনেৰীসকলে বাছি লোৱাৰ কাৰণটো কি হ'ব পাৰে? এইটো মোৰ কাৰণে এটা বৰ জটিল প্ৰশ্ন। দ্বিতীয় প্ৰশ্ন, আপুনি জানে যে মই এসময়ত চৰকাৰী চাকৰিও কৰিছিলো। তেতিয়া মই মাজুলীতেই আছিলো আৰু যোৰহাটত থাকোঁতেও মাজুলীখন মোৰ কৰ্মক্ষেত্ৰৰ ভিতৰুৱা আছিলে। মাজুলীলৈ গৈ আমাৰ চৰকাৰী বিষয়াসকলৰ এটা সামাজিক কৰ্তব্য যে তাৰ সত্ৰাধিকাৰসকলক এবাৰ দেখা কৰি প্ৰণাম কৰা। মই জীৱনত যিখন সত্ৰত প্ৰথমবাৰৰ কাৰণে গৈছিলো, সেইখন আছিল আউনিআটী সত্ৰ। আৰু আমাক আগতে এটা ভাব দিয়া হৈছিল যে সত্ৰত জাত-বিচাৰ খুব প্ৰবল, আপুনি আহোম মানুহ, তাত গ'লে আপুনি অপমানিত হ'ব। আপোনাক বাহিৰত খাবলৈ দিব। কিন্তু তাত গৈ দেখিলো, তেতিয়া হেমচন্দ্ৰ গোস্বামী প্ৰভু সত্ৰাধিকাৰ আছিলে, মোক একেবাৰে 'মণিকূট'ত, আগতে আপুনি সেই কথা কৈছে, সেই মণিকূটত এনেকুৱা

সুন্দৰভাৱে মোক দলিচা পাৰি গৰুৰ ঘিউত ভজা লুচি ইত্যাদি বিভিন্ন ব্যঞ্জনেৰে... কিন্তু সেই যুগতে মোক একেবাৰে মণিকূটত বহুৱাই দহ-বাৰজন ভকতে আল ধৰি মোক যিটো ৰাজকীয় সন্মান দিছিল, তেতিয়া ভাবিলো যে নহয়, এইটো মানুহে বাহিৰত কৰা বহু ভুল প্ৰচাৰ... কিন্তু তথাপিতো মোৰ সেই মাজুলীৰ অভিজ্ঞতাৰে জানো যে তাত বেছিভাগ মানুহ, আপুনি জানে যে মিচিং জনজাতীয় মানুহ। আৰু বাকী আন মানুহো আছে যিখিনিক অবৰ্ণ হিন্দু বুলি কওঁ। কিন্তু ঘাইকৈ খ্ৰীষ্টান মিছনেৰীসকল সোমাইছে, মিছিংসকলৰ মাজত। আজি পাঁচশ বছৰ ধৰি আপোনাৰ, মাজুলীৰ ইমানবোৰ সত্ৰৰ সত্ৰাধিকাৰে এই মিছিং মানুহখিনিক কিয় আপোন কৰি ল'ব নোৱাৰিলে? কিয় আজি খ্ৰীষ্টান মিছনেৰীৰ চিকাৰত পৰিণত হৈছে তেওঁলোক? আপুনি অকপটভাৱে অসমৰ সকলো ৰাইজে শুনাকৈ কওক যে সত্ৰসমূহৰ নিজৰ কি কি দোষ বা দুৰ্বলতাৰ কাৰণে এইটো হৈছে বা খ্ৰীষ্টান মিছনেৰীসকলৰ কিনো আকৰ্ষণত, মই প্ৰলোভন শব্দটো নকওঁ, বা কেনেকৈ সেই মানুহবোৰৰ হৃদয় জয় কৰিছে, যিটো আপোনালোকে কৰিব নোৱাৰিলে?

**গোস্বামী :** ইয়াত কাৰণ কেইবাটাও আছে। মূলতঃ আমি এটা কথা বুজি পাইছো যে এইটো ভুল বুজাবুজি হৈছে। মাজুলীত আপুনি কোৱাৰ দৰে মিছিং বা দেউৰী এনে জনজাতিৰ লোকসকলৰ সংখ্যা বেছি আৰু তেখেতসকলৰ মাজতেই খ্ৰীষ্টানসকলে খোপনি পুতিছে বেছিকৈ। আৰু তেওঁলোকক আকৰ্ষিত কৰিবলৈ বিভিন্ন মাধ্যম ব্যৱহাৰ কৰিছে। আমি এইটো সমস্যাৰ সন্মুখীন হৈ আজিৰ পৰা আঠ বছৰৰ আগতে জেংৰাই অঞ্চলত নিজে উপস্থিত হৈ তাত বাহৰ পাতিছিলো। আৰু তাত ৰাইজৰ মাজত যেতিয়া আলোচনাত বহো, তেতিয়া আমাক তেখেতসকলে এটা কথা কৈছিল যে আপুনি আৰু কিছু বছৰৰ আগতে অহা হ'লে আমাৰ এই সমস্যাবিলাক সমাধান হ'লহেঁতেন। তেতিয়া তেখেতসকলে আমাক যিবোৰ প্ৰশ্ন কৰিছিলে যে আমাক জনজাতি লোক বুলি, নিম্নস্তৰৰ লোক বুলি, উচ্চ বৰ্ণৰ লোকসকলে হেয় জ্ঞান কৰে, বা সত্ৰ সভাই হেয় জ্ঞান কৰে, আনহে নালাগে যদি ধাননি পথাৰেদি মিছিং এজন গৈ থাকে, তেওঁৰ ছাঁটো যদি ধাননিত পৰে, সেই ধানো বোলে পেলাই দিয়ে। এনেকুৱা কিছুমান কথা আমি আগতে শুনিছিলো, যদি সেইটোৱেই হয়, তেনেহ'লে আমি একেলগে বসবাস কৰিম... তেতিয়া...

**বৰগোহাঞি :** আপুনি নিজ কাণেৰে শুনিছে?

**গোস্বামী :** হয়, মই নিজ কাণেৰে শুনিছো। মোক প্ৰশ্ন কৰিছে। তেতিয়া মই তেখেতসকলক কৈছিলো যে চাওক, আমাৰ এটা ধাৰণা এই যে মানুহ কোনো

কাৰণতে অস্পৃশ্য হ'ব নোৱাৰে। যদি মানুহ অস্পৃশ্য হয় তেন্তে ভগবানো অস্পৃশ্য হ'ব লাগিব। কাৰণ আমাৰ এটা বিশ্বাস আছে যে মানুহ ভগবানৰ পৰা সৃষ্টি হৈছে।

**বৰগোহাঞি ঃ** প্ৰভু ঈশ্বৰ, আপোনাৰ কথাৰ মাজতে মাত মতাৰ বাবে ক্ষমা কৰিব। যদি আপুনি কৈছে, আপুনি এজন উদাৰনৈতিক আধুনিক যুগৰ ধৰ্মগুৰু, মোৰ প্ৰশ্নটোৰ পৰা উত্তৰ আহিব লাগিব যে পাঁচশ বছৰ ধৰি এই মানুহখিনিক কিয় আপোন কৰি ল'ব নোৱাৰিলে?

**গোস্বামী ঃ** তাকে মই পাতনিতো মেলিছো। তেতিয়া মই তেখেতসকলক ক'লো যে চাওক, মানুহ অস্পৃশ্য হ'ব নোৱাৰে। কিন্তু মানুহৰ কিছুমান খাদ্যাভ্যাস, মানুহৰ চালচলন, ব্যৱহাৰত পাৰ্থক্য আছে, যিটো বস্তু যিবোৰ মানুহে নাখায় খোৱাজনে যদি নোখোৱাজনৰ ওচৰলৈ যায়, তেওঁক অলপ ইতস্ততঃ জ্ঞান কৰাটো স্বাভাৱিক কথা। সত্ৰসমাজত তেনেকুৱা কথা হয়তো সোমাইছিল। বা আনমানুহৰ ক্ষেত্ৰতো সোমাইছিল। গতিকে নীতিৰ মাজত তেনেকৈ মানুহৰ অকণমান পাৰ্থক্যৰ মনোভাৱটো অহাটো হয়, কিন্তু মানুহজনক কোনো কাৰণতে ঘৃণাৰ চকুৰে কোনেও নাচায়, চাব নালাগে। আৰু যদি চায় তেতিয়াহ'লে মানুহৰ জীৱনত লগ খোৱাৰ উদ্দেশ্যটোৱেই নাইকিয়া হৈ যাব। এই কথাখিনি কোৱাৰ পিছত তেওঁলোকে নিজেই কৈছে যে এই কথাখিনি যদি আগতে বুজালেহেঁতেন তেন্তে আমাৰ এনে ঘটনা নঘটিলেহেঁতেন। তেতিয়া মই কৈছো, আপোনালোকৰ ছাঁটো পৰিলে ধানখিনি পেলাই দিবলগীয়া হোৱা কথাটো কেতিয়াও মানি ল'ব পৰা কথা নহয়। আগৰ হয়তো কিবা ৰক্ষণশীল মনোভাৱ থাকিব পাৰে। আমি এইটো অস্বীকাৰ নকৰো, সত্ৰসমূহতো ৰক্ষণশীল মনোভাৱ আছে। কিন্তু এতিয়াতো বহুত পৰিবৰ্তন হৈছে। সত্ৰবিলাক বহুত উদাৰ হৈছে। আগতে হয়তো তেনেকুৱা কিছুমান...

**বৰগোহাঞি ঃ** কিন্তু আপুনি এই কথাটো স্বীকাৰ কৰাৰ নিচিনাই হৈছে যে আগৰ ধৰ্মগুৰুসকলৰ কিছুমান ভুল চিন্তাৰ কাৰণে সেই মানুহখিনিক আপোনালোকে ওচৰলৈ আনিব নোৱাৰিলে।

**গোস্বামী ঃ** আমি ঠিক ভুল বুলি ক'ব নোখোজোঁ। কিন্তু ভুল বুজাবুজি আছে। তেওঁলোকেও হয়তো সত্ৰৰ ওপৰত যিটো ধাৰণা কৰি থাকে সেইটো বুজাবলৈ আমি সুযোগ পোৱা নাছিলো আৰু তেখেতসকলেও হয়তো সত্ৰলৈ বৰকৈ ওচৰ চাপি নাহে। সত্ৰইও হয়তো তেখেতসকলৰ মাজলৈ যাবলৈ সুযোগ পোৱা নাছিলে। আৰু আপুনি জানে বিশেষকৈ মাজুলীৰ সত্ৰবিলাকে প্ৰায়েই বানৰ লগত যুঁজি থাকিব লাগে। বানক লৈ যেতিয়া যুঁজি থাকে তেতিয়াও নিজৰ সংস্কৃতিৰ কথা

ভাবিব লাগে। আমাৰ সত্ৰখন এতিয়ালৈকে পাঁচবাৰকৈ খহনীয়াৰ কবলত পৰিছে। বাকীবিলাকো তেনেকৈ খহনীয়াৰ কবলত পৰিছে। গতিকে নিজৰ সংস্কৃতি ৰক্ষাৰ কথাটোক সদায় আগস্থান দি আহিছে। তেনেস্থলত কেতিয়াবা সেইবিলাক স্থবিৰ হয়, নোহোৱা নহয়...

**ৰৰগোহাঞি ঃ** প্ৰশ্নটোৰ ইমান সহজে সামাধান কৰিব নোৱাৰিব।

**গোস্বামী ঃ** অৱশ্যে হয়।

**ৰৰগোহাঞি ঃ** এই যে আপুনি খাদ্যাভ্যাসৰ কথাটো ক'লে... আজি ঊনৈশ শতিকাৰ আৰম্ভণিত যিবিলাক খ্ৰীষ্টান মিছনেৰী আহিলে, আমাৰ চাৰিওফালে পাহাৰী ৰাজ্য, পাহাৰী জনজাতি সেইবোৰ সকলোৱেই খ্ৰীষ্টান হ'ল। কিন্তু আমাৰ, আমি দুই এটা সম্প্ৰদায়ক কৰা বুলি কৈ গৌৰৱবোধ কৰো। কিন্তু আমি কৰিব নোৱাৰিলো। ইয়াৰ মূলতেই খাদ্যাভ্যাস। তেওঁলোকে গৰু খায়, গাহৰি খায়, খ্ৰীষ্টানেও খায়। গতিকে তেওঁলোকৰ খাদ্যাভ্যাসৰ লগত খ্ৰীষ্টান ধৰ্মৰ কোনো বিৰোধ নাই। কিন্তু আমাৰ হিন্দু ধৰ্মই মানি ল'ব নোৱাৰে। এই মূল কথাটোৰ কাৰণেই এই জনজাতীয় মানুহবোৰ, বিশেষকৈ পাহাৰী জনজাতীয় মানুহবোৰে হিন্দু ধৰ্ম হেৰুৱাব লগা হৈছে। কিন্তু নতুন যুগৰ যিটো প্ৰত্যাহ্বান আহিছে, তেওঁলোকক যদি আপোনালোকে ওচৰ চপাই ল'ব খোজে, তেতিয়াহ'লে তেওঁলোকৰ গাহৰি খোৱা অধিকাৰটো মানি ল'ব লাগিব। গাহৰি খায়ো তুমি হিন্দু হ'ব পাৰা। সেইটো মানি নোলোৱালৈকে, তেওঁলোকৰ খাদ্যাভ্যাটোক আপুনি উদাৰ চিত্তেৰে গ্ৰহণ কৰিব নোৱৰালৈকে তেওঁলোকক আপুনি বোধহয় আঁকোৱালি ল'ব নোৱাৰিব।

**গোস্বামী ঃ** হয়। এটা কথা আকৌ ক'ব খুজিছো আপোনাক, আমাৰ আউনিআটী সত্ৰৰ পটন্তৰ দিব খুজিছো, আউনিআটী সত্ৰৰ যিগৰাকী দ্বিতীয় সত্ৰাধিকাৰ কেশৱ দেৱ গোসাঁই ঈশ্বৰ, সোণোৱাল সকলক তেখেতেই প্ৰথম সামাজিক মৰ্যাদা প্ৰদান কৰিছিলে। সেই সোণোৱাল সকলেইতো বিভিন্ন খাদ্য গ্ৰহণ কৰিছিলে...

**ৰৰগোহাঞি ঃ** পিছে এই প্ৰক্ৰিয়াটো সবল হৈ চলি নাথাকিলে...

**গোস্বামী ঃ** হয়, চলি নাথাকিলে...

**ৰৰগোহাঞি ঃ** কিন্তু ব্যতিক্ৰম হৈছে থাকিলে কিয়?

**গোস্বামী ঃ** উদাহৰণহে দিছো। গতিকে আউনিআটী সত্ৰই যদি সেই উদাৰতাৰে সোণোৱাল ৰাইজক সামাজিক মৰ্যাদা প্ৰদান কৰি সমাজলৈ উলিয়াই আনিছিলে, তেন্তে মিছিংসকলক নকৰাৰ কোনো প্ৰশ্নই থাকিব নোৱাৰে।

**বৰগোহাঞি ঃ** মই আপোনাক এটা কথা কওঁ, আজিকালি গাহৰি নোখোৱা মানুহ কোনো বাকী নাই। আটাইতকৈ জনপ্ৰিয় মাংসটো হ'ল গাহৰি মাংস। এয়া একধৰণৰ ভণ্ডামি যে মিচিংসকলে গাহৰি খায় কাৰণে আমি তেওঁলোকক দূৰত ৰাখিছো। কিন্তু বাকী চহৰবাসীয়ে নহয়, অসমৰ সকলো সম্প্ৰদায়ৰ মানুহেই কিন্তু খায়। তেওঁলোকতো বিশুদ্ধ হিন্দু হৈ থাকি গ'ল। কিন্তু কেৱল মিচিংসকলৰ ক্ষেত্ৰতেই যে এনে হ'ল, বা জনজাতীয়সকলৰ ক্ষেত্ৰত তেওঁলোকৰ পৰিচয়েই... আগৰে পৰা গাহৰি খায়।

**গোস্বামী ঃ** হয়, আমি লগতে এইটো ক'ব খুজিছো যে অকল খাদ্যৰ কাৰণেই নহয়, বিভিন্ন কাৰণত, ভুল বুজাবুজি হৈছে। আমি উদাহৰণহে দিছো।

**বৰগোহাঞি ঃ** গাহৰি খায় তেওঁলোকে...

**গোস্বামী ঃ** চাওক পুনৰ কৈছো, সোণোৱালসকলেও বিভিন্ন খাদ্য গ্ৰহণ কৰিছিলে। কিন্তু আমি কোনো কাৰণতে তেওঁলোকক হেয় মনোভাৱ কৰা নাই। তেওঁলোকৰ ক্ষেত্ৰত...

**বৰগোহাঞি ঃ** কিন্তু এইটো ব্যতিক্ৰম আছিলে।

**গোস্বামী ঃ** গতিকে মিচিংসকলৰ ক্ষেত্ৰতো আৰু আপোনাক এটা কথাই কওঁ যে, অৰ্থাৎ ব্ৰাহ্মণ কুলত জন্ম...

জনমানস্য যায়তে শূদ্ৰঃ।
সংস্কাৰৎ দ্বিজ উচ্যতে।
বেদ পাঠাৎ ভৱেঁৎ বিপ্ৰো।

ব্ৰহ্মংজানাদাদি ব্ৰাহ্মণঃ ল'লেই ব্ৰাহ্মণ হ'ব নোৱাৰে। গতিকে যাৰ সংস্কাৰ আছে, যাৰ তেনেকুৱা মানে সুচী-সংঘাতী ব্যৱস্থা আছে, তেওঁলোকক আমি নিশ্চয় মান্যতা প্ৰদান কৰিছো আৰু সেইবুলি কোনোবাই আমি নোখোৱা বস্তুটো খালেই যে. তেওঁক মান্যতা প্ৰদান নকৰিম এইটো নহয়, তেওঁলোককো মান্যতা প্ৰদান কৰিম।

**বৰগোহাঞি ঃ** সেই কথাটোকে আপুনি আজি ৰাজহুৱাভাৱে ঘোষণা কৰিব পাৰেনে যে খাদ্যাভ্যাসৰ লগত ধৰ্মীয় বিশ্বাসক জড়িত কৰিব নালাগে?

**গোস্বামী ঃ** সেইটো অন্তৰায় হ'ব নোৱাৰে।

**বৰগোহাঞি ঃ** হয়, অন্তৰায় হ'ব নোৱাৰে।

**গোস্বামী ঃ** কিন্তু এটা কথা ঠিক যে আমি তেওঁলোকক সংস্কাৰ কৰাটো বিচাৰো। যিবিলাক বস্তু খালে মানুহৰ হিতাহিত জ্ঞান লোপ পায়, যিবিলাক বস্তুৱে

বা যিবিলাক আচৰণে আমাক এটা আন স্তৰলৈ লৈ যায়, সেইবিলাকে কেনেকৈ তেওঁলোকক সংস্কাৰ...

**বৰগোহাঞি ঃ** সেইটোতো ধৰ্মীয় দৃষ্টিকোণৰ পৰা নাচাই... আজি ইউৰোপ-আমেৰিকাত লক্ষ লক্ষ মানুহ নিৰামিষভোজী। তেওঁলোকেতো ধৰ্মৰ বিচাৰত তেনে কথা কোৱা নাই।

**গোস্বামী ঃ** হয়।

**বৰগোহাঞি ঃ** এতিয়া গোটেই পৃথিৱীখন নিৰামিষভোজী হ'বলৈ গৈছে। যদি মাংস খোৱাৰ অভ্যাসটো ত্যাগ নকৰে আৰু এশ বছৰৰ পিছত মানুহৰ এনেকুৱা দুৰ্ভিক্ষ হ'ব যে এটা এটা গাহৰি বা গৰু পুহিবলৈ ইউৰোপ-আমেৰিকাৰ যিমান শস্য খৰচ কৰিবলগীয়া হয়, সিমান শস্যৰ কাৰণে যদি সেই মাটিখিনি গৰু গাহৰিৰ কাৰণে এৰি দিব লগা হয়, তেতিয়াহ'লে মানুহৰ কাৰণে খাদ্যৰ অনাটন হ'ব।

এটা চমু বাণিজ্যিক বিৰতি লৈ লওঁ।

*    *    *

**বৰগোহাঞি ঃ** বহুতে দাবী কৰিছে যে মাজুলীক ভেটিকান চহৰৰ মৰ্যাদা দিব লাগে। বা তাত অন্য ধৰ্মৰ প্ৰচাৰ নিষিদ্ধ কৰিব লাগে। ভেটিকান চহৰ আজি হাজাৰ বছৰ ধৰি ই ভেটিকান চহৰ হৈয়েই আছে। আপুনি এই দাবীটো সমৰ্থন কৰে নেকি যে মাজুলীত অন্য ধৰ্মৰ প্ৰচাৰ আইন কৰি নিষিদ্ধ কৰিব লাগে?

**গোস্বামী ঃ** হয়, আমি এনেকুৱা এটা কথা ভাবোঁ। কাৰণ এটা ঐতিহ্যৰ ভেটিত এখন সমাজ গঢ় লয়। আজি যেনেকৈ ভেটিকান চহৰত আন ধৰ্ম সংস্কৃতিৰ প্ৰভাৱ পৰা নাই, মক্কাতো হয়তো আন ধৰ্ম সংস্কৃতিৰ প্ৰভাৱ পৰা নাই; তেনেকৈ আমি মাজুলীখনকো ঐতিহ্যৰ মূল পটভূমি বুলি গণ্য কৰো আৰু এই ঐতিহ্যত যদি কোনোবাই আঘাত কৰিব খোজে, সেইটোত আমি কেতিয়াও সমৰ্থন নজনাওঁ। যিটো ঐতিহ্যৰ পটভূমিত অসমীয়া সংস্কৃতিৰ, অসমীয়া জাতিৰ দিক্‌বিদিক্ নিৰ্ণিত হৈছে। গতিকে এই ঐতিহ্য অক্ষুণ্ণ থকাটো বিচাৰো।

**বৰগোহাঞি ঃ** কিন্তু আইন নকৰাকৈ সেইটো সম্ভৱ হ'ব যদিহে সত্ৰসমূহে, সত্ৰাধিকাৰ সকলেও তাৰ যিখিনি জনজাতীয় মানুহ তেওঁলোকক আপোন কৰি ল'ব পাৰে।

**গোস্বামী ঃ** ইতিমধ্যে আপোনাক মই কৈছোৱেই যে আমাৰ কিছু ভুল

বুজাবুজি আছে। মিচিং ৰাইজৰ মাজতো আছে আৰু সত্ৰসভাৰ মাজতো আছে। এই ভুল বুজাবুজিবোৰ আঁতৰাব লাগিব। ইতিমধ্যে আমাৰ চেষ্টা...

**ৰবগোহাঞিঃ** সেই চেষ্টাত কিমান কৃতকাৰ্য হৈছে?

**গোস্বামীঃ** আমি চেষ্টা কৰি আছো। ইতিমধ্যে আপুনি জানিছে যে আমি বিভিন্ন ঠাইলৈ গৈ নিজে বাহৰ পাতিছো। আমাৰ আন গোসাঁই সকলো গৈছে আৰু তেখেতসকলে দলে দলে শৰণ ল'বলৈও আহিছে। যদিও খ্ৰীষ্টানত যোগদান কৰিছে, আমাৰ তাতো শৰণ ল'বলৈ আহিছে! আমাৰ সত্ৰবিলাকত আহিছে। আমি নিজে বাহৰ পাতি তেওঁলোকৰ তাতো শৰণ-ভজনৰ কামো কৰিছো। মানুহক ওচৰ চপাই অনাৰ যদি পৃথিৱীত আটাইতকৈ শ্ৰেষ্ঠ আৰু ডাঙৰ সম্পদ আছে, সেইটো হৈছে উদাৰাত্মক মন। আজি আমি গম পাইছো যে খ্ৰীষ্টানসকলে টকা-পইচা দি প্ৰলোভিত কৰিছে। সাময়িকভাৱে তেওঁলোকক প্ৰলোভিত কৰিলে। আমি ভাবো উদাৰাত্মক মনটোৰে যদি তেওঁলোকৰ ওচৰলৈ যাওঁ তেওঁলোকে সদাযেই সেই অকল প্ৰলোভনেৰে মিচিং ৰাইজক ধৰি ৰাখিব নোৱাৰিব।

**ৰবগোহাঞিঃ** মহাত্মা গান্ধীয়েও কৈছিল যে ভোকাতুৰৰ কাৰণে ৰুটিয়েই ভগৱান। গতিকে কোনোবাই যদি ক্ষুধাতুৰ মানুহক অন্ন দিছে, সেইসময়ত তেওঁ তেওঁকেই ভগৱান বুলি মানি ল'ব। কিন্তু তাতোকৈ এটা ডাঙৰ প্ৰশ্ন আছিল সেইটো হ'ল যে খ্ৰীষ্টান ধৰ্মই প্ৰায় প্ৰতিষ্ঠাৰ দিনাৰে পৰা মানৱ সেৱাক ধৰ্মৰ এটা প্ৰধান অংগ কৰি লৈছে। যিকাৰণে আজি ৰামকৃষ্ণ মিছন— মিছনৰ গোটেই concept-টো হিন্দু ধৰ্মত একেবাৰে নাছিলে। যিকাৰণে যেতিয়া ৰামকৃষ্ণৰ নামত মিছন কৰিব লগা হ'ল, মিছন শব্দটোৱেই তেওঁলোকে ধাৰ কৰিবলগা হ'ল। কাৰণ মানৱ সেৱাৰ কোনো পৰম্পৰা হিন্দু ধৰ্মত নাছিল। আৰু হিন্দু ধৰ্মত এইটোও বিশ্বাস, মোৰ যিখিনি সীমিত জ্ঞান, তাৰ ভিত্তিত কওঁ যে আমি যিবোৰক খ্ৰীষ্টান ধৰ্মাৱলম্বীলোক বুলি কওঁ, তেওঁলোকে ভাবে যে মৃত্যুৰ পিছত তেওঁলোকে শেষ বিচাৰৰ দিনলৈকে অপেক্ষা কৰিব, তাৰ পিছত বিচাৰ হ'ব, মানে শৰীৰটো তেওঁলোকৰ বাবে অতি মূল্যৱান বস্তু। কিন্তু হিন্দুৰ মতেতো পুৰি পেলোৱা হ'ল আৰু ই হয়তো পুনৰ জন্ম হ'ব পাৰে। কিন্তু এই শৰীৰটোৰ কোনো মূল্য নাই। এই যিটো মূলগত পাৰ্থক্য, চেমিটিক ডিভিজন বিলাকৰ লগত হিন্দু ধৰ্মৰ, ইয়াৰ ফলত হিন্দু ধৰ্মত ইহলোকৰ মানৱ জীৱনক কম মূল্য দিয়া হৈছে। আচলতে আমাৰ হিন্দু ধৰ্মত মানৱ সেৱাই যিমানখিনি প্ৰাধান্য পাব লাগিছিল, সিমানখিনি নহ'ল। এতিয়া মানুহে কয় যে কেৱল খ্ৰীষ্টান মিছনেৰীয়ে ধন দি বা প্ৰলোভন দি ধৰ্মান্তৰিত কৰিছে। এইটো হয়তো

আংশিকভাৱে সত্য হ'ব পাৰে। কিন্তু সম্পূৰ্ণ সত্য নহয়। সম্পূৰ্ণ সত্যটো নহয় বুলি স্বীকাৰ কৰি নোলোৱালৈকে, আপোনালোকেও মানৱ সেৱাটোক আপোনালোকৰ ধৰ্মৰ এটা প্ৰধান অংগ কৰি নোলোৱালৈকে, এই মানুহবোৰৰ বোধহয় হৃদয় জয় কৰিব নোৱাৰে।

**গোস্বামী ঃ** হয়। তাৰ লগত কেৱল সংযোগ কৰিব খুজিছো। মানৱ সেৱা সত্ৰবিলাকতো আছে। তাকে আমি এতিয়া সম্প্ৰসাৰিত কৰিব লাগিব।

**বৰগোহাঞি ঃ** এইটো কিন্তু সংগঠিত আনুষ্ঠানিক ৰূপত নাছিল।

**গোস্বামী ঃ** কিন্তু আমি তাক আৰু সম্প্ৰসাৰিত কৰিব খুজিছো। তেওঁলোকৰ মাজলৈ আৰু আগতকৈ বেছিকৈ যাবলৈ বিচাৰিছো। তেওঁলোকৰ প্ৰতি যে আমাৰ কোনো হীনমন্যতা নাই, এইটো আমি কথাৰে বুজাব খোজা নাই, কাৰ্যৰে সেইখিনি প্ৰতিফলন ঘটাব খুজিছো। ই ইতিমধ্যে আৰম্ভ হৈছে। লগতে মই এইটো কথাও আপোনাক জনাওঁ যে খ্ৰীষ্টান মিছনেৰীসকলে যি প্ৰক্ৰিয়াৰে আমাৰ সেই দুৰ্গতসকলক সহায় কৰিছে, সহায় কৰাৰ যিটো সামৰ্থ্য সেইটো আমাৰ সত্ৰসভাৰ নাই। কাৰণ সত্ৰসভাই নিজৰ মতে অনুষ্ঠানটো ৰক্ষাৰ কৰাৰ ক্ষেত্ৰতে কেতিয়াবা চিন্তাত পৰিবলগা হয়। এতিয়া আজি খ্ৰীষ্টান মিছনেৰীসকলক তেওঁলোকৰ চৰকাৰে, দেশে পৃষ্ঠপোষকতা দিছে।

**বৰগোহাঞি ঃ** সেইটো হয়।

**গোস্বামী ঃ** কিন্তু আমাৰ চৰকাৰক যদি ধৰ্মৰ কথা কওঁ সাতজাঁপ মাৰি দিয়ে, যে আমি ধৰ্মৰ নামত পইচা দিব নোৱাৰো। কিন্তু তেওঁলোকে যেতিয়া নিৰ্বিবাদে সেই কাম কৰি আছে, আমি তেতিয়া তাৰপৰা বহুত আঁতৰত থাকিবলগা হয়, সিয়ো এটা কিন্তু কাৰণ। কিন্তু এটা কথা ঠিক যে যি সম্পদৰেই মানুহক প্ৰলোভিত কৰা নহওক, আটাইতকৈ চহকী সম্পদ হ'ল মানুহৰ অন্তৰ। মানুহৰ মনটো। গতিকে উদাৰাত্মক মনেৰে মানুহৰ অন্তৰ জয় কৰিব পাৰি। গতিকে আমি সেইটোৰ ওপৰত বিশ্বাসী। আৰু এদিন আমি জয়ী হ'ম আৰু সেই চিন্তা আমাৰ অব্যাহত আছে।

**বৰগোহাঞি ঃ** এতিয়া মই সামৰণিত এনেকৈয়ে এটা কথা ক'ব পাৰো নেকি যে খ্ৰীষ্টান ধৰ্মান্তৰকৰণৰ এই প্ৰক্ৰিয়াটোৱে যদি সত্ৰসমূহক বা হিন্দুসকলক প্ৰকাণ্ড জোঁকাৰণি নিদিলেহেঁতেন, তেতিয়া আপোনালোকৰ এই নতুন চিন্তা হয়তো আৰু বিলম্বিত হ'লহেঁতেন। এই কথাটো হয়নে নহয়?

**গোস্বামী ঃ** আচলতে এটা কথা ঠিক যে আগৰে পৰাই আমাৰ ৰাইজৰ লগত থকা সম্পৰ্কটো আছে। আগতেও মিচিংসকল আমাৰ সত্ৰৰ শিষ্য আছিল বা বাকী সত্ৰৰ শিষ্য নথকাও নহয়, কিন্তু এইটোও হয় যে এইটোৱে মাজতে জোঁকাৰণি দিয়াৰ বাবে হয়তো বেছি সচেষ্ট হৈছে। এইটো স্বীকাৰ কৰিবলগা কথা।

**বৰগোহাঞি ঃ** গতিকে আমি এনেকৈ.ক'ব পাৰো যে এইটো এটা শাপেই বৰ হোৱাৰ নিচিনা কথা। এই যে ঘটনাটো আৰম্ভ হ'ল ধৰ্মান্তৰকৰণৰ, তাৰফলত সত্ৰসমূহতো হিন্দু ধৰ্মগুৰুসকলৰ মনতো এটা নতুন চিন্তাৰ উন্মেষ হৈছে। এই জোঁকাৰণিটোৱে অৱশেষত এটা শুভ ফল দিব বুলি, নিশ্চয় আশা কৰিব পাৰি। আমাৰ সময় হৈ আহিছে। আপোনাক পুনৰ প্ৰণাম জনাইছো।

**গোস্বামী ঃ** আমাৰ ফালৰ পৰাও ধন্যবাদ জ্ঞাপন কৰিছো।

*(২ জানুৱাৰী, ২০০৯-ত প্ৰচাৰিত)*

# অজন্তা নেওগৰ সৈতে হোমেন বৰগোহাঞি



*"ইংৰাজীত খুব ভাল লগা এষাৰ কথা আছে যে "ভাল কামেই ভাল কামৰ আটাইতকৈ ডাঙৰ পুৰস্কাৰ"। যিসকলে ভাল কাম কৰে তেওঁলোকে প্ৰশংসাৰ কাৰণে, Certificate-ৰ কাৰণেতো নকৰে, তেওঁ বিবেকৰ দংশনত কৰে। গতিকে যিবিলাকে ভাল কাম কৰে তেওঁলোকৰ এটা পুৰস্কাৰ— ৰাইজে যে দেখিছে এই ইঞ্জিনিয়াৰজনে ভালকৈ ৰাস্তাটো কৰিছে, আজিলৈকে ভাল হৈ আছে।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ! মুখামুখি শিতানলৈ আকৌ আপোনালোকক স্বাগতম জনাইছো। আজি মোৰ অতিথি অসমৰ গড়কাপ্তানি বিভাগৰ মন্ত্ৰী শ্ৰীমতী অজন্তা নেওগ। অসম চৰকাৰৰ কোনোটো বিভাগেই কম গুৰুত্বপূৰ্ণ নহয়। এনেকুৱা কিছুমান বিভাগ আছে যিটো বিভাগৰ লগত ধনী-দুখীয়া, সৰ্বসাধাৰণ, গাঁৱলীয়া-নগৰীয়া সকলো ৰাইজৰ জীৱনটো জড়িত। তেনেকুৱা এটা বিভাগৰ দায়িত্বত আছে শ্ৰীমতী অজন্তা নেওগ। গড়কাপ্তানী বিভাগ অসম চৰকাৰৰ আটাইবোৰ বিভাগতকৈ আটাইতকৈ ডাঙৰ বিভাগ। আৰু মই জনাত আপোনালোকৰ বাজেটৰ ধনো আন সকলো বিভাগতকৈ বেছি। ধন যেনেকৈ আপোনালোকৰ বেছি ঠিক তেনেকৈ বহুযুগ ধৰি গড়কাপ্তানিৰ দুৰ্নীতিও খুব বেছি বুলি এটা বদনাম বা অখ্যাতি আছে। এতিয়াতো দূৰৰ কথা যেতিয়া (ফিফটিজত) পঞ্চাছৰ দশকত ৰাজা গোপালাচাৰী তামিলনাডুৰ মুখ্যমন্ত্ৰী আছিল তেতিয়া ৰাজহুৱাভাৱে ঘোষণা কৰিছিল যে গড়কাপ্তানি বিভাগটো ৰাইজৰ এক নম্বৰ শত্ৰু। তাৰ কাৰণ এইটোৱেই যে সেই Department টোৰ যিহেতু প্ৰচুৰ ধন, এই ধনৰ শতকৰা ৫০ ভাগ বা তাতোকৈ বেছি বিষয়া আৰু ঠিকাদাৰৰ পেটলৈ যায় বুলি এটা বদনাম আছে। সেইটো কাৰণে আমাৰ ৰাস্তা-ঘাট কোনোদিনেই ভাল নহয়। মই এতিয়া আপোনাক এই প্ৰথম প্ৰশ্নটোৰেই আৰম্ভ কৰিব খুজিছো যে গড়কাপ্তানি বিভাগৰ যি ভাবমূৰ্তি ৰাইজৰ মনত আছে সেইটো হ'ল— এইটো এটা অতি দুৰ্নীতিগ্ৰস্ত বিভাগ। সেই বিষয়ে আপোনাৰ নিজৰ ধাৰণা কি?

**অজন্তা নেওগ ঃ** মই প্ৰথমে আপোনাক নমস্কাৰ জনাইছো। আমাৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াৰ প্ৰথমখন চৰকাৰত তিনিবছৰৰ কাৰণে মই ৰাজ্যিক গড়কাপ্তানি বিভাগৰ

দায়িত্বত আছিলো। এতিয়া সম্পূৰ্ণভাৱে মুখ্যমন্ত্ৰী ডাঙৰীয়াই এই বিভাগটোৰ দায়িত্ব মোক দিছে। আপুনি প্ৰথমে এই বিভাগটোৰ লগত দুৰ্নীতিৰ কথা কৈছে...

**বৰগোহাঞি ঃ** মই এটা ঐতিহাসিক উদাহৰণো দিছো যে এতিয়া নহয় আজিৰ পৰা ৬০-৭০ বছৰৰ আগতে গোপালাচাৰীৰ নিচিনা ভাৰতৰ এজন প্ৰথম শ্ৰেণীৰ নেতা, তেওঁ ৰাজহুৱাভাৱে কৈছে; এনেকুৱা হ'ব পাৰে যে তেতিয়াতকৈ হয়তো এতিয়া দুৰ্নীতিমুক্ত হৈছে, নতুন image হৈছে।

**নেওগ ঃ** ২০০১ চনত যেতিয়া মই এই বিভাগৰ দায়িত্ব লৈছিলো তেতিয়া আমি দেখিছিলো যে ৰাজ্যখনত ৩৮,০০০ কি.মি. পথ আছে, ৫০০০ খন কাঠৰ দলং আছে। কিন্তু আপুনি জানি ভাল পাব যে আজিৰ দিনটোলৈ যোৱা ৭ টা বছৰত প্ৰায় ১৮,৮০০ কি.মি. পথ নিৰ্মাণ কৰিবলৈ সক্ষম হৈছো। ৯,০০০ কি.মি. সম্পূৰ্ণ হৈছে আৰু বাকী ৯,০০০ কি.মি. বিভিন্ন পৰ্যায়ত আছে।

**বৰগোহাঞি ঃ** ৩৮,০০০ লগত সেইখিনি যোগ হ'ব?

**নেওগ ঃ** ৩৮,০০০ ভিতৰত। সেইবোৰ কেঁচা পথ আছিল। আৰু ৫০০০ কাঠৰ দলং আছিল তাৰ ৫০ শতাংশ আমি পকী দলং নিৰ্মাণ কৰিছো।

**বৰগোহাঞি ঃ** সেইবোৰ কথালৈ মই পিছত যাম। মই যিটো কথাৰে আৰম্ভ কৰিব খুজিছিলো যে গড়কাপ্তানি বিভাগটো দুৰ্নীতিগ্ৰস্ত বুলি মানুহৰ মনত হয় শুদ্ধ বা নহয় ভুল ধাৰণা আছে। আপুনি যেতিয়া এই Department টোৰ দায়িত্বত ধৰিছিল তেতিয়া আপুনি মুকলি মনেৰে আহিছিল নে আপোনাৰ মনতো ভাব আছিল যে ইয়াত দুৰ্নীতি আছে আৰু মই দুৰ্নীতি দূৰ কৰিব লাগিব।

**নেওগ ঃ** মই এটা কথাই সিদ্ধান্ত লৈছো যে বিভাগটোত এটা নতুনত্ব আনিবলৈ হ'লে বিভাগৰ বিষয়াসকলৰ দক্ষতা আমি বৃদ্ধি কৰিব লাগিব, বিভাগটোৰ কাম-কাজবিলাক কৰিব লাগিব আৰু ৰাজহুৱা যিবিলাক অভিযোগ আছিল সেইবিলাক নিৰ্মূল কৰিব লাগিব। কিন্তু এটা কথা দৃঢ়ভাৱে ক'ব পাৰো যে যেতিয়াই আমি কিবা পথ নিৰ্মাণৰ ক্ষেত্ৰত অভিযোগ পাইছো সেই অভিযোগত কোনো বিষয়া জড়িত হ'লেও বা ঠিকাদাৰ জড়িত হ'লেও লগে লগে action লৈছো।

**বৰগোহাঞি ঃ** মই এটা অভিযোগ দিওঁ। অসমত এটা ডাঙৰ অভিজ্ঞতা দেখো যে ৰাস্তাবোৰ নিৰ্মাণ কৰে, নিৰ্মাণ কৰাৰ ছমাহৰ পিছতে ৰাস্তাবোৰ ভাগিবলৈ আৰম্ভ কৰে। বাকী আমি অৰুণাচলত দেখিছো, মেঘালয়ত দেখিছো বা আমাৰ যিবোৰ ভাৰতবৰ্ষৰ বিভিন্ন ঠাই তাত কিন্তু এনেকুৱা অৱস্থা নহয়। ইয়াত ছমাহৰ লগে লগেই ৰাস্তা ভাগিবৰ আৰম্ভ কৰে। এটা কাৰণ বুজা গৈছে যে অসমৰ ভূগৰ্ভস্থ পানী এনেকুৱা যে সেইটো পৰীক্ষা নকৰাকৈ যদি ৰাস্তা নিৰ্মাণ কৰা হয় আৰু ৰাস্তা নিৰ্মাণ কৰিবলৈ যদি বিটুমেন ব্যৱহাৰ কৰা হয় তেতিয়াহ'লে সেই ভূগৰ্ভস্থ পানী ওলাই আহি বিটুমেনৰ

ৰাস্তাত এটা ফুটা কৰি দিয়ে আৰু ফুটাটো বহলি গৈ থাকে। ৰাস্তাৰ ওপৰত পানীৰ ডোঙা হয়, এনেকৈ দুদিনমানৰ ভিতৰতে গোটেই ৰাস্তাটো নষ্ট হৈ যায়। এতিয়া অসমত ৰাষ্ট্ৰীয় ঘাইপথত 4 lane ৰাস্তা কৰি আছে তেওঁলোকে কিন্তু সেই ভূগৰ্ভস্থ পানীয়ে কি ক্ষতি কৰিব পাৰে সেইটো study কৰি এটা প্ৰতিকাৰমূলক ব্যৱস্থা উলিয়াইছে। য'তেই সেইটো দেখিছে যে পানী ওলাই ৰাস্তা ক্ষতি কৰাৰ আশংকা আছে তাতেই তেওঁলোকে বিটুমেনৰ পৰিৱৰ্তে R.C.C. Cement Structure কৰিছে। ফলত সেইখিনিত আৰু কেতিয়াও পানী নহয়। সেইখিনি বহুদিনলৈ স্থায়ী হ'ব। কিন্তু মই যিটো খবৰ লৈ গম পাইছো যে অসমৰ ইঞ্জিনিয়াৰসকলে সেইটো নাজানে— এইটো নহয়, তেওঁলোকে ভাবে যে ৰাস্তা যিমান সোনকালে ভাগি থাকিব সিমানে বাৰে বাৰে Repair কৰিব লাগিব। বাৰে বাৰে Repair কৰিলে বেছি মঞ্জুৰি হ'ব, ঠিকাদাৰৰ লাভ, ইঞ্জিনিয়াৰৰ লাভ। আপুনি এই অভিযোগটোৰ উত্তৰত কি ক'ব?

**নেওগ ঃ** আপুনি যিখিনি কথা ক'লে, আমি Quality টোৰ ওপৰত যথেষ্ট গুৰুত্ব দিছো। এতিয়া আপুনি দেখিছে মই যি ৯,০০০ কি.মি. পকীপথ নিৰ্মাণ হৈছে বুলি ক'লো তাত আমি কিছুমান Condition দিছো। যিসকলে এই পথ নিৰ্মাণ কৰিছিলে তেখেতসকলে ৫ বছৰ দায়িত্বত থাকে। ৫ বছৰ তেখেতসকলে ৰাস্তা Maintainance কৰিব লাগিব।

**বৰগোহাঞি ঃ** আপুনি মোৰ প্ৰশ্নটোৰ কিন্তু উত্তৰ দিয়া নাই। আমাৰ কিছুমান অসুবিধা আছে।

**নেওগ ঃ** এটা কথা ঠিক যে পথ নিৰ্মাণ ব্যৱস্থাটোত জলবায়ুৰ গুৰুত্ব আছে। আপুনি যিটো বিটুমেনৰ কথা কৈছে; সেই কথাটো আমি চাইছো; ক'ল বিটুমেন আমি use কৰিব খুজিছো।

**বৰগোহাঞি ঃ** R.C.C. Casting কৰা কথাটো কিয় ভাবিব নোৱাৰে?

**নেওগ ঃ** তাত যথেষ্টখিনি পুঁজিৰ দৰকাৰ। আপুনি জানেনে....

**বৰগোহাঞি ঃ** এই পুঁজি এবাৰত কৰিলে, তাত হয়তো Initial investment বেছি হ'ব কিন্তু Constant Repairing ৰ প্ৰয়োজন নহ'ব।

**নেওগ ঃ** ১ কি.মি. পথ— যদি আমি R.C.C. নিৰ্মাণ কৰিবলৈ যাওঁ তাত কোটিৰ হিচাপত কৰিব লাগিব।

**বৰগোহাঞি ঃ** কিন্তু আমি ১০ বছৰ যে Repair কৰিব নালাগিব। মইতো এইবিলাক বিষয়ত বিশেষজ্ঞ নহয়। মই জানিবৰ চেষ্টা কৰিছো। আৰু মোক এইবোৰ খবৰ যি দিছে তেওঁলোকতো বিশেষজ্ঞ। তেওঁলোকে কৈছে যে অসমৰ P.W.D. ইঞ্জিনিয়াৰসকলে ভূগৰ্ভস্থ পানীয়ে ক'ত কি ক্ষতি কৰিব পাৰে; এই Level টো কিমান ওপৰত আছে, কিমান তলত আছে সেইবোৰ কোনো Study নকৰাকৈ, তদন্ত নকৰাকৈ

ৰাস্তা নিৰ্মাণ কৰি দিয়ে, বিটুমেন দিয়ে, ৰাস্তা ভাঙি যায় ছমাহতে, আকৌ Repair কৰিব লাগে আৰু যিমানেই Repair হয় সিমানেই ঠিকাদাৰ, ইঞ্জিনিয়াৰৰ লাভ। Road Technology-ৰ বহুতো নতুন নতুন বস্তু ওলাইছে কিন্তু অসমত সেই মান্ধাতাকলীয়া Road Technology-ৰে আধুনিক যুগৰ ৰাস্তাটো নিৰ্মাণ কৰিব নোৱাৰিব।

**নেওগ ঃ** আপুনি যিটো পৰামৰ্শৰ কথা কৈছে সেইটো মই নিশ্চয় ভৱিষ্যতে গ্ৰহণ কৰিম।

**বৰগোহাঞি ঃ** কিন্তু এই কথাতো আপোনাৰ Department-ৰ কোনো ইঞ্জিনিয়াৰে কোৱা নাই কেতিয়াও?

**নেওগ ঃ** তেখেতসকলে কৈছে, আমি চাই আছো। আমি এতিয়াও পৰীক্ষা-নিৰীক্ষা কৰি আছো কোনবিলাক অঞ্চলত আমি ক্ষতি ৰোধ কৰিব পাৰো। তেনেকুৱা ধৰণৰ অঞ্চলৰ উদাহৰণস্বৰূপে আমি ক'ব বিচাৰিছো মাজুলী। মাজুলীত আমি দেখিছিলো যে যোৱা সময়ছোৱাত পথ যোগাযোগ ব্যৱস্থাটোত আমি ৰাস্তা বনাইছো। আমি কংক্ৰিটটাইজ use কৰা নাই, বিটুমিনাছ কৰিছো।

**বৰগোহাঞি ঃ** মই সিদিনা কাগজত দেখিলো— আপুনি ঘোষণা কৰিছে, আমি খুব ভাল পাইছো যিবিলাক দোষী ঠিকাদাৰ, যিবিলাকে ভাল কাম নকৰে, তেওঁলোকক শাস্তি দিয়া হ'ব। তাত মই কেবাবাৰো পঢ়িলো, তাত এইটো কথা উল্লেখ নাই যে দোষী ইঞ্জিনিয়াৰকো শাস্তি দিয়া হ'ব। আপুনি নিশ্চয় এইটো জানে যে এটা ঠিকাৰ কাম ইঞ্জিনিয়াৰৰ সহযোগিতা নহ'লে কোনো ঠিকাদাৰে বেয়াকৈ কৰিব নোৱাৰে। গতিকে আপুনি দোষী ঠিকাদাৰৰ লগতে যদি দোষী ইঞ্জিনিয়াৰকো শাস্তি দিয়াৰ ব্যৱস্থা নকৰে তেন্তে আপুনি ঠিকাদাৰকতো কৈ লাভ নাই।

**নেওগ ঃ** বাতৰিটোত স্পষ্টকৈ ফুটি উঠা নাই। কিন্তু মই বাৰম্বাৰ কৈছো যে যিসকল বিষয়া এনেকুৱা ধৰণৰ কামত জড়িত আছে তেওঁলোককো আমি কোনো কাৰণতেই আমি— কঠোৰ ব্যৱস্থা গ্ৰহণ কৰিম বুলি মই সিদ্ধান্ত গ্ৰহণ কৰিছো।

**বৰগোহাঞি ঃ** এই কথাটো প্ৰত্যেকজন মন্ত্ৰীয়ে কয়। যিখিনি দোষী বিষয়া সিহঁতক সাৰি যাবলৈ দিয়া নহ'ব শাস্তি দিয়া হ'ব। কিন্তু আজিলৈকে কোনো দোষী বিষয়াই শাস্তি পোৱাৰ কথা শুনা নাই।

**নেওগ ঃ** যোৱা দুটা মাহত আমি যথেষ্ট এক্টিভ... তিনিচুকীয়াত ৫ জন বিষয়াক আমি যোৱামাহত বৰ্খাস্ত কৰিছো, কামত গাফিলতি কৰা কাৰণে।

**বৰগোহাঞি ঃ** বাৰু, আশাকৰো আপুনি এই বিষয়ে আৰু বেছি কঠোৰ হ'ব। এই সম্পৰ্কতে আৰু এটা প্ৰশ্নলৈ আহো। 'প্ৰধানমন্ত্ৰী চৰক যোজনা'ৰ অধীনত চৰকাৰী বিধি-নিয়ম কৰি দিছে— যিবিলাক গাঁৱৰ জনসংখ্যা ১০০০ হ'ব বা তাতকৈ ওপৰত কেৱল তাতহে এই চৰক যোজনাৰ অধীনত ৰাস্তা নিৰ্মাণ কৰা হ'ব। আমাৰ অসমত

১০০০ জন মানুহ থকা গাঁও খুব কম আছে। গতিকে এই 'চৰক যোজনা'ৰ কাৰণে আমাৰ ৰাজ্যখনে টকা পাব লাগে তাৰপৰা বঞ্চিত হৈছে। গতিকে অসম তথা উত্তৰ-পূবৰ বিশেষ পৰিস্থিতিৰ কথা বিবেচনা কৰি আপোনালোকে কেন্দ্ৰীয় চৰকাৰক এইটো সন্মত কৰাব পাৰিব লাগিব যে অসমৰ কাৰণে এহেজাৰ নহয় ৫০০, সৰ্বোচ্চ ৫০০, কেতিয়াবা ৩০০ লৈও... আমাৰ বহুত Tribal Village আছে, বহুতো হাবিতলীয়া গাঁও আছে, য'ত ৩০০ তকৈ বেছি মানুহ নাথাকে— তেওঁলোকেতো তাৰপৰা বঞ্চিত হৈছে।

**নেওগ ঃ** আমি Survey কৰি পাইছিলো যে আমাৰ ৰাজ্যখনত প্ৰায় ১৭,০০০ খন ১০০০ জনসংখ্যা বসতিপূৰ্ণ গাঁও আছে। তাৰে ইতিমধ্যে আমি ১২,০০০ খন Select কৰি উলিয়াইছো Connectivity ৰ কাৰণে। কিন্তু সেই ১২,০০০ Connectivity-ৰ ভিতৰত আমি ১৪,০০০ কি.মি. Sanction পাইছো। তাৰ কাম-কাজ চলি আছে আৰু দ্বিতীয় পৰ্যায়ত আমি কেন্দ্ৰীয় চৰকাৰক বিশেষকৈ Ministry of Rural Development-ক এই কথাষাৰ কৈছো যে আমাৰ ৰাজ্যখনত বিশেষতঃ য'ত ৫০০ জনবসতিপূৰ্ণ এলেকা আছে আৰু পাহাৰীয়া অঞ্চলত য'ত ২৫০ জনবসতিপূৰ্ণ এলেকা আছে সেই বিলাক ইয়াত অন্তৰ্ভুক্ত কৰিব লাগে।

**বৰগোহাঞি ঃ** অসমত মুঠতে গাঁৱৰ সংখ্যা কিমান?

**নেওগ ঃ** ৩৬,০০০ খন গাঁও আছে।

**বৰগোহাঞি ঃ** গতিকে এতিয়া ১৭,০০০ হে পাব, বাকী গাঁওবিলাক বঞ্চিত হৈ আছে।

**নেওগ ঃ** বাকী গাঁওবিলাক প্ৰধানমন্ত্ৰী গ্ৰাম চৰক যোজনাৰ অন্তৰ্ভুক্ত নহ'লেও বাকী আঁচনিবিলাক আমাৰ চলি আছে।

**বৰগোহাঞি ঃ** এইটো আচলতে বৰ বেলেগ ধৰণৰ সুবিধা আছিল। আমি এইখিনিত এটা বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** আমি বিৰতিৰ অন্তত পুনৰ মুখামুখিলৈ ঘূৰি আহিছোঁ। অসমত এটা Mechanical শাখা আছে। তাত বহুত ডাঙৰ ডাঙৰ যন্ত্ৰপাতিও আছে। কিন্তু যোৱা কিছুবছৰ ধৰি সেই শাখাটো অচল হৈ আছে।

**নেওগ ঃ** আমি ঠিক অচল হোৱা বুলি ক'ব খোজা নাই। ইয়াৰ কাৰণে যাতে বাজেটত বেছি ধন ধৰিব পাৰো তাৰ কাৰণে চিন্তা কৰি আছো। ইয়াৰ জৰিয়তে আমি যিবিলাক ঠিকাদাৰ থাকে তেওঁলোকক যন্ত্ৰপাতিৰ সুবিধা কৰি দিব পাৰো।

**বৰগোহাঞি ঃ** অচল নহ'লেও কামৰ পৰিমাণ আগতকৈ বহুত কমিছে। আপুনি

এই খবৰটো পায়নে যে Mechanical Department-ত থকা বহুতো Road Rollar– সেইবোৰ খুব দামী-দামী বস্তু; সেইবোৰ অকামিলা হৈ পৰি থকাৰ অজুহাতত সেইবোৰ Scrap হিচাপে বিক্ৰী কৰা হৈছে। কিন্তু এনেকুৱা ঘটনাও হৈছে যে যিবোৰ নতুন Road Rollar সেইবোৰৰ Body-ৰ নম্বৰ, নাম আদি সলনি কৰি পুৰণিৰ পৰা নতুনত লগাই নতুনটোকো Scrap হিচাপে বিক্ৰী কৰিছে। তাৰ এটা প্ৰমাণ আপোনাৰ নিজৰ জিলাৰ চিলনীজান ব্লক। তাতে এজন ইঞ্জিনিয়াৰে এই কামটো কৰি নিলম্বিতও হৈছে আৰু তেওঁৰ জেলও হৈ আছে। এই কামবোৰ কেনেকৈ হ'বলৈ পায়? আপুনি সেইবোৰ খবৰ পাবৰ কিবা উপায় আছে নে নাই?

**নেওগ ঃ** মই এতিয়া বৰ্তমান গোটেইখিনি, Mechanical Dept.-ৰ ক'ত ক'ত Rollar আছে তাৰ এটা ডিটেইল Report বিচাৰিছো আৰু ভৱিষ্যতে যাতে সেইবিলাক কাৰ্যক্ষম কৰিব পাৰো তাৰ চেষ্টা কৰি আছো।

**বৰগোহাঞি ঃ** এইটো বিশেষকৈ মহানগৰ গুৱাহাটীত হয়। গুৱাহাটীত জিলা প্ৰশাসনে ৰাস্তা কৰিবৰ কাৰণে মাটি অধিগ্ৰহণ কৰে। অধিগ্ৰহণ কৰি— গুৱাহাটীৰ ৰাস্তাত চিটিবাছ ৰাখিবৰ কাৰণে কিছু ঠাই ৰাখিবলগীয়া হয়। কাৰণ মাজ ৰাস্তাত যদি ৰাখি দিয়ে বাকী গাড়ী-ঘোঁৰা বন্ধ হৈ যাব। সেইটো bus bay বুলি কোৱা হয়। যিবোৰ অধিগ্ৰহণ কৰা মাটি তাত আপোনাৰ Dept.-য়ে কি কৰিছে, তাত drain কৰোতে সৰল ৰেখাত ড্ৰেইনটো কৰি গুচি যায়; গৈ যিটো bus bay-ৰ কাৰণে ঠাই ৰখা হয় সেইখিনি তাৰ বাহিৰত পৰি যায়। আপুনি খবৰ কৰালে গম পাব যে উলুবাৰীতে সেই ঘটনা হৈ আছে। আৰু যিহেতু সেই নৰ্দমাৰ বাহিৰত পৰি ৰ'ল সেইখিনি মহা-মূল্যবান মাটি, চৰকাৰী মাটি সেইখিনি বেদখল হৈছে। তাত স্থায়ী দোকান-চোকান হৈ গৈছে। আপোনাৰ Department-ৰ অজ্ঞাতে যদি কৰিছে সেইটো এটা ডাঙৰ কৰ্তব্যচ্যুতি আৰু যদি জ্ঞাতসাৰে কৰিছে that is দুৰ্নীতি। এই কথাটো আপুনি গম পাইছে নে নাই?

**নেওগ ঃ** এই কথাখিনি মোৰ এতিয়ালৈকে মোৰ নজৰত অহা নাই। কিন্তু ইয়াৰ লগত সাঙুৰি মই এটা অন্য কথাহে ক'ব বিচাৰিছোঁ। আজি PMGSY-ৰ কথা আপুনি কৈছে, PMGSY আঁচনিখনত যেতিয়া আজি মাটি অধিগ্ৰহণ কৰো তেতিয়া কিন্তু আমি কোনোধৰণৰ Land Compensation নিদিওঁ। Folding অ'ত তেনেকুৱা ধৰণৰ কামৰ মাজত যদি আমি Guwahati City খনত বা অন্য ঠাইত ৰাস্তাবিলাক বহলাব লাগে, নলা-নৰ্দমা বনাব লাগে; সেইটো কাৰণে ভৱিষ্যতে আইন প্ৰণয়ন কৰা দৰকাৰ। সেইকাৰণে মই চিন্তা-চৰ্চা কৰিছো যে যিখিনি P.W.D. Roadside Land আছে সেইখিনি Protection আৰু Maintainance-ৰ কাৰণে আমি সোনকালে এখন আইন আনিম।

**বৰগোহাঞি ঃ** গোটেই ভাৰতবৰ্ষত এই 4 lane-ৰ ৰাস্তা নিৰ্মাণৰ কাম হৈ আছে। কিন্তু এই কাম আটাইতকৈ লেহেম গতিত হৈছে অসমত।

**নেওগ ঃ** ইতিমধ্যে ইয়াৰ কাম-কাজবিলাক কি কাৰণে লেহেম হৈ আছে আমি কেন্দ্ৰীয় চৰকাৰক জনাইছো। আমাৰ বিভাগীয় দায়িত্ব হৈছে যে ইয়াত আমি যিখিনি আনুষঙ্গিকভাৱে সহযোগিতা কৰিব লাগে সেইখিনি কৰো। ইয়াৰ কাৰণে ৰাজ্যিক পৰ্যায়ত এখন কমিটি আছে। তেওঁলোকে মোক ইতিমধ্যে জনাইছে যে তেওঁলোকৰ Land accusation-ৰ কিছুমান সমস্যা আছে সেইখিনি তাত মুকলি হৈছে, Land accusations খিনি কৰা হৈছে। তাৰ পিছত বাকী কামখিনি আগবাঢ়িছে।

**বৰগোহাঞিঃ** আমাৰ অসমতো সবতে পিছপৰা। এতিয়া যদি কেন্দ্ৰীয় চৰকাৰে দিয়া আঁচনিখিনিৰ সুবিধা ল'ব নোৱাৰে তেতিয়াতো বৰ দুখৰ কথা হ'ব।

**নেওগ ঃ** মই এই ক্ষেত্ৰত অতি সতৰ্ক দৃষ্টি ৰাখিম যাতে আমাৰ আঁচনিসমূহ সঠিকভাৱে ৰূপায়ণ হয়।

**বৰগোহাঞিঃ** গুৱাহাটীৰ বাহিৰলৈ যাবলৈ শ্বিলং বুলি কওঁ, উজনি অসম বুলি কওঁ এটাই মাত্ৰ ৰাস্তা। সেই ৰাস্তাটোত কেতিয়াবা Land Slide হয়, কেতিয়াবা Traffic Jam হয়, সেইটো বন্ধ হৈ গ'লে কেতিয়াবা ৬-৭ ঘণ্টাৰ পৰা আৰম্ভ কৰি বাৰ ঘণ্টালৈ ৰাস্তাটো বন্ধ হৈ থাকে। অথচ অসমৰ এইটো এটা lifeline, এইটো বন্ধ হৈ থকাটো কেতিয়াও উচিত নহয়। কেতিয়াবা ডাঙৰ বিপদো হৈ যাব পাৰে। এইবোৰ কথা ভাবিয়েই অগপ চৰকাৰৰ দিনত চন্দ্ৰপুৰ হৈ National High Way লৈকে এটা By Pass কৰাৰ কথা সিদ্ধান্ত লৈছিল। কামো আগবাঢ়িছিল, আৰু সেইটো কৰিলে ৪০ কি.মি. ৰাস্তা কম হ'ব। তদুপৰি আমাৰ এটা বিকল্প ৰাস্তা থাকিলে আমি নিৰাপদ হ'ম। সেই ৰাস্তাটোৰ কাম অতি ৰহস্যজনক কাৰণত বন্ধ হৈ আছে।

**নেওগ ঃ** মুখ্যমন্ত্ৰী ডাঙৰীয়াৰ লগত আলোচনা কৰিছো; আমি যাতে এই Alternative By Pass-টোৰ কাম সোনকালে আৰম্ভ কৰিব পাৰো তাৰবাবে আমি চেষ্টা চলাম।

**বৰগোহাঞিঃ** সেইটো বন্ধ হৈ থকাৰ কাৰণটো কি বুলি বুজি পালে?

**নেওগ ঃ** তাত যথেষ্টখিনি পুঁজি আবণ্টন হ'ব লাগিব। পুঁজিখিনি আবণ্টন হোৱাৰ পাছতহে তাৰ কাম-কাজবোৰ আৰম্ভ কৰিব পাৰিম। তাত Estimate টো Prepare কৰিব লাগিব। Prepare কৰাৰ পাছতহে আমি Fund Sanction পাম।

**বৰগোহাঞিঃ** আপুনি যে Fund ৰ কথা কয়, মোৰ তেতিয়া সদায় এটা কথা মনত পৰে। যোৱা Election-ৰ দুসপ্তাহৰ আগতে মুখ্যমন্ত্ৰীৰ লগত মই ঘৰুৱা বৈঠকত বহিছিলো এইবিলাক কথা আলোচনা কৰিবলৈ। তেতিয়া তেখেতে কৈছিল যে আজি আমাৰ হাতত— ৰাজ্য চৰকাৰৰ হাতত ইমান টকা, মই কেন্দ্ৰীয় চৰকাৰৰ পৰা এটা ফুটা-কড়ি নোলোৱাকৈ আৰু এখন দলং ব্ৰহ্মপুত্ৰৰ ওপৰত কৰি দিব পাৰো। এনেকুৱা তেখেতে এটা মোক ধাৰণা দিলে যে ধনৰ অভাৱত কেতিয়াও এইবোৰ কাম বন্ধ হৈ নাথাকে। আজি কেইবাবাৰো আপুনি কেৱল ধনৰ অভাৱৰ কথাই ক'লে।

**নেওগ ঃ** মই ঠিক ধনৰ অভাৱৰ কথা আপোনাক কোৱা নাই, মই কথাটো কৈছো যে ৰাজ্যখনত ৩৮,০০০ কি.মি. পথ আছে। তাৰ পছত আমি শতকৰা হিচাপত ৬০ শতাংশই কাম কৰিব পাৰিছো।

**বৰগোহাঞি ঃ** সেইবোৰ বুজিলো, কিন্তু যেতিয়া মই ক'লো যে বিটুমেনৰ পৰিবৰ্তে চিমেণ্টৰ...

**নেওগ ঃ** আপুনি যিটো পৰামৰ্শ দিছে সেইটো মই অতি সদিচ্ছাৰে গ্ৰহণ কৰিছো। কাৰণ মই প্ৰথমে চাইছো যদি আজি আমাৰ বাজেটত ১০০ কোটি টকা থাকে, আজি ৰাজ্যখনত ইমান Demand হয়, ৰাস্তাৰ ইমান Demand হয় যে প্ৰত্যেক মানুহেই বিচাৰে তেওঁৰ ঘৰৰ মুখৰ ৰাস্তাটো পকী হওক।

**বৰগোহাঞি ঃ** মই ভাবো— ঠিক পৰামৰ্শ বুলি নহয়, মোৰ মনলৈ আহিছে কোনবোৰ ৰাস্তাত খুব সঘনে মেৰামতিৰ কাম চলি আছে— কিয় চলিব— তেনেকুৱা তিনি চাৰিটা ৰাস্তা যদি আপুনি বাছি লয়, কোন বিষয়া তাত আছিল, কিয় বাৰে বাৰে সেইটো ভাঙিছে, নিৰ্মাণৰ কিমান দিনৰ মূৰত সেইটো ভাঙিছে— মেৰামতিৰ দৰকাৰ হৈছে— এটা নমুনা হিচাপে যদি ৪-৫ টা ৰাস্তা অধ্যয়ন কৰে মই ভাবো তেতিয়া বহুতখিনি কথা পাই গ'লহেঁতেন।

**নেওগ ঃ** মই এটা কথা আপোনাক ক'ব বিচাৰো যে যিমানখিনি ৰাস্তা আমি ইতিমধ্যে নিৰ্মাণ কৰি উলিয়ালো, তাৰ এটা 3rd Party evaluation হ'ব লাগে। সেই ৰাস্তাবিলাক Monitor কৰিব লাগে। যিটো আপুনি quality-ৰ কথা ক'লে যে quality ভাল হ'ব লাগে। ৬ মাহৰ মূৰে মূৰে ভগাৰ কথাটো কৈছে, এইটো কথা মই চিন্তা কৰি আছো যে এটা অন্ততঃ গোট আমি খুলিম যিটো গোটে আমি কৰি যোৱা ৰাস্তাবিলাক পৰ্যবেক্ষণ কৰিব।

**বৰগোহাঞি ঃ** এই কথাটো মুখেৰে যিমান কোৱা হয় কামত নহয়গৈ। কিয়নো এই যে 4 lane ৰাস্তা হ'ল, খান্দুৰী আছিলে কেন্দ্ৰীয় মন্ত্ৰী। তেওঁ এটা কথা কৈছিলে— ৰাস্তা নিৰ্মাণ কৰোঁতে কোন ঠিকাদাৰে নিৰ্মাণ কৰিছে, কোন ইঞ্জিনিয়াৰে তেওঁক Supervise কৰিছিলে, তেওঁলোকৰ নাম লিখা থাকিব। ৰাস্তাটো ভাগিলে মানুহে গম পাব যে এইজন ঠিকাদাৰে কৰিছিলে, তেওঁৰ দিনতেই ভাগিলে। সেই কথাটো আমাৰ ইয়াত কৰা হোৱা নাই।

**নেওগ ঃ** আমি কিছুমান আঁচনি লোৱা আপোনালোকে দেখিছে। প্ৰধানমন্ত্ৰী গ্ৰাম চৰক যোজনা আঁচনি বা অন্য ধৰণৰ মুখ্যমন্ত্ৰীৰ পকী পথ ৰাখিছো, Contractor-ৰ নাম আমি ৰাখিছো। তেওঁ টকা কিমান খৰচ কৰিব, কিমান দিনত শেষ কৰিব সেইখিনি

আমি ৰাখিছো। বাকী অন্যধৰণৰ আঁচনি আছে সেইবোৰত এখন Sign Board দি Contractor-ৰ নাম আঁচনিখনৰ সমুদায় কিমান খৰচ হৈছে সেইখিনি আমি ৰাখিছো।

**বৰগোহাঞি ঃ** বাৰু এইখিনিতে আমি এটা বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** আমি বিৰতিৰ অন্তত পুনৰ মুখামুখিলৈ ঘূৰি আহিছো। গুৱাহাটীৰ দুখন Flyover, এখন ছয়মাইলৰ আৰু এখন ভঙাগড় মেডিকেল কলেজৰ ফালে আছে। সেই Flyover-ৰ তিনিমাহকৈ কাম বন্ধ হৈ আছে। এতিয়া বোধকৰো পুনৰ খোলা হৈছে। তাৰ বন্ধ হোৱাৰ কাৰণটো মই এইটো ক'ব খুজিছো যে যেতিয়া প্ৰথম Estimate দিছিল, প্ৰথম আছিল ভঙাগড়খনত ২১ কোটি আৰু ইখনত ৫০ কোটি। কিন্তু এতিয়া ঠিকাদাৰে দাবী কৰিছে যে এইটো ৫৫ কোটি আৰু ৫৬ কোটিলৈ টকাৰ পৰিমাণটো বৃদ্ধি কৰিব লাগিব। অৰ্থাৎ আপোনালোকে ৪১ কোটি টকা বেছিকৈ দিব লাগিব। আজি একপ্ৰকাৰে ক'বলৈ গ'লে ঠিকাদাৰে আপোনালোকক Blackmail কৰিছে। কামটো চলি থাকোঁতে তিনিমাহ কামটো বন্ধ কৰি দিলে, দি ক'লে যে এইখিনি টকা যদি আদায় নিদিয়ে আমি কামটো নকৰো। কিন্তু এইটো হ'বলৈ পালে আপোনাৰ Department-ৰ ঠিকাদাৰবিলাকে তাৰ যেতিয়া আঁচনি প্ৰস্তুত কৰে, Project প্ৰস্তুত কৰে, সেই গোটেইবোৰ কথা চিন্তা কৰি নকৰাৰ কাৰণে আজি কাম বন্ধ কৰিব পাৰিছে। তিনিমাহ টকা Demand কৰিব পাৰিছে। এইটো কেনেকৈ হ'বলৈ পালে? মইতো বাৰে বাৰে Strong শব্দ এটা ব্যৱহাৰ কৰিছো যে আপোনালোকক Blackmail কৰিছে আৰু Blackmail কৰিবলৈ আপোনালোকে সুযোগ দিছে।

**নেওগ ঃ** এই কথা Cabinet-ত উত্থাপন কৰা হৈছিল আৰু আমি সৰ্বসন্মতিক্ৰমে এটা সিদ্ধান্ত লৈছো যে যিসকল বিষয়া তাত জড়িত হৈছে তেওঁলোকৰ ওপৰত নিশ্চয় আমি ব্যৱস্থা গ্ৰহণ কৰিম। কিন্তু কামটো যাতে বন্ধ নহয় সেইফালে চাই আমি কামটো আৰম্ভ কৰিবলৈ লৈছো।

**বৰগোহাঞি ঃ** তিনি মাহতো বন্ধ হৈ থাকিলেই।

**নেওগ ঃ** এতিয়া আমি পুনৰ কামখিনি আৰম্ভ কৰাইছো। কিন্তু এইটো কথা ঠিক যে তাত যদি কোনোবা বিষয়া জড়িত হৈ আছে তেওঁলোকৰ ওপৰত আমি শাস্তি প্ৰদান কৰিম।

**বৰগোহাঞি ঃ** তিনিমাহ যেতিয়া বন্ধ হৈ আছিলেই তেতিয়াইতো আপুনি খবৰ কৰিব লাগিছিল যে তিনিমাহ কাম কিয় বন্ধ হৈ আছিল। এইটো প্ৰশ্ন কৰা হ'লে কোন ইঞ্জিনিয়াৰৰ দোষৰ কাৰণে এইটো হ'ল আপুনি কথাটো জানি গ'লহেঁতেন। তেওঁলোকক ধৰা পেলোৱা কামটো খুব টান। কাৰণ তেওঁলোকে ইমান Technical কথাৰ আঁৰত লুকাই থাকিব আপুনি তেওঁলোকক জেৰা কৰিবও নোৱাৰিব। অথচ এইটোতো আমি

Commonsense-ৰ পৰাই জানো যে ঠিক সময়ত তেওঁলোকে Project-টো ভালকৈ যত্ন কৰি কৰা হ'লে আজি ঠিকাদাৰে এইটো Blackmail কৰিবলৈ সুযোগ নাপালেহেঁতেন। মই জনামতে আপোনালোকৰ যিটো অফিচ তাত এজন ঠিকাদাৰে ৪৫ খন টেবুল বগাইহে তেওঁৰ কামটো আদায় কৰিব পাৰে। আৰু আপোনালোকৰ Single Window Clearance-ৰ কথাটো আজি কিমান বছৰে শুনি আছো সেইটো মুখেৰে কয় কিন্তু কামত কোনেও নকৰে। কাৰণ Single Window হ'লেই টকা খোৱাৰ বাটটো বন্ধ হৈ যাব। এইযে ৪৫ খন টেবুল গৰকিব লাগে, তেতিয়া ঠিকাদাৰৰ প্ৰতিনিধি গ'লেও নহ'ব, ঠিকাদাৰজন নিজে আহি দিনৰ পিছত দিন ৪৫ খন টেবুল গৰকি তেওঁ কামটো আদায় কৰিব লাগিব। তেওঁ নিজৰ ঠিকাৰ কামত চকু দিবলৈ সময় নাপায়। আৰু দ্বিতীয়তে প্ৰতিখন টেবুলতে তেওঁ কিমান টকা দিব লগা হয় সেইটো আপোনালোকে জানিব আৰু ভগৱানে জানিব। এনেকৈ যদি আপোনাৰ Office-তেই ঠিকাদাৰে টকা খৰচ কৰে সেইখিনি টকা ক'ৰ পৰা আনিব? যি ৰাস্তাত খৰচ কৰিব লাগিলেহেঁতেন তাৰ পৰাহে তেওঁ সেইটো চান কাঢ়িব। গতিকে, এইটো ব্যৱস্থা আধুনিক যুগত কিয় ৪৫ খন টেবুল বগাব লগা হৈ আছে?

**নেওগ ঃ** আপোনাৰ গোটেই কথাখিনিৰ উত্তৰত মই এটা কথাই ক'ব পাৰিম যে যিমান পাৰো মই এই বিভাগটোৰ ৰাইজৰ বিভাগ হিচাপে পৰিৱৰ্তন কৰিবৰ কাৰণে আন্তৰিক প্ৰচেষ্টা গ্ৰহণ কৰিম। আৰু দ্বিতীয়তে হৈছে যে আমাৰ বিভাগটোত— এইটো নহয় যে সকলো বিষয়াই বা সকলো ঠিকাদাৰে এনেকুৱা দুৰ্নীতিগ্ৰস্ত বা অনিয়ম কৰিছে।

**বৰগোহাঞি ঃ** সেইটো কোনেও নকয়।

**নেওগ ঃ** আমাৰ মাজত এনেকুৱা কিছুমান বিষয়া আছে, ভাল কাম কৰা বিষয়া আছে। আমাৰ এনেকুৱা কিছুমান নিৰ্মাণকৰ্তা আছে যিসকলে সামাজিক দায়িত্ববোধেৰে কাম-কাজবিলাক কৰিছে। গতিকে আমাৰ এইটো Message-ও যাব লাগিব সমাজখনলৈ যে যিসকলে ভাল কাম কৰিছে...

**বৰগোহাঞি ঃ** সমাজখনলৈ সেইটো বাতৰিকাকত বা টি.ভিৰ যোগেদি যাব নালাগে। মই কওঁ ইংৰাজীত খুব ভাল লগা এষাৰ কথা আছে যে "ভাল কামেই ভাল কামৰ আটাইতকৈ ডাঙৰ পুৰস্কাৰ"। যিসকলে ভাল কাম কৰে তেওঁলোকে প্ৰশংসাৰ কাৰণে, Certificate-ৰ কাৰণেতো নকৰে, তেওঁ বিবেকৰ দংশনত কৰে। গতিকে যিবিলাকে ভাল কাম কৰে তেওঁলোকৰ এটা পুৰস্কাৰ— ৰাইজে যে দেখিছে এই ইঞ্জিনিয়াৰজনে ভালকৈ ৰাস্তাটো কৰিছে, আজিলৈকে ভাল হৈ আছে। মই আপোনাক ক'লো যে... মাৰ্ঘেৰিটাৰ ৰাস্তা বৃটিছৰ দিনতে কৰা। আজিলৈকে সি প্ৰায় অক্ষত অৱস্থাতে আছে। গতিকে কোন ইঞ্জিনিয়াৰে কৰিছিল মই নাজানো, এতিয়াও তেওঁক মই শ্ৰদ্ধাৰে স্মৰণ

কৰো। ভাল বিষয়াই সমাজৰ কোনো প্ৰশংসা বা Certificate-ৰ কাৰণে অপেক্ষা কৰি থাকিব নালগে। কিন্তু বেয়া বিষয়াক শাস্তি দিব লাগে।

**নেওগ ঃ** যিসকলে বেয়া কাম কৰিছে বা দুৰ্নীতি কৰিছে বা অনিয়মত জড়িত আছে। সেইসকলৰ বিৰুদ্ধে মই ব্যৱস্থা ল'বলৈ কঠোৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ কাৰ্পণ্য নকৰো। গতিকে মই ভাবো যে গড়কাপ্তানি বিভাগৰ যিসকল বিষয়া বা যিসকল ঠিকাদাৰ আছে, তেওঁলোকে যদি নিজৰ কাম-কাজবিলাক আন্তৰিকতাৰে কৰে, সামাজিক দায়িত্ববোধেৰে কৰে তেতিয়াহ'লে তেওঁলোকৰ গাত এনেকুৱা অনিয়ম বা দুৰ্নীতিয়ে চুব নোৱাৰে।

**বৰগোহাঞি ঃ** সেইটো কৰিবলৈ আচলতে যিটো Political Leadership তেওঁলোকে বিষয়াসকলক, যিজন ৰাজনৈতিক নেতা বা মন্ত্ৰীয়ে যেনেকৈ চলাব তেওঁলোক গোটেই বিভাগটো তেনেকৈ চলিব। মন্ত্ৰীৰ সততা আৰু ব্যক্তিত্বৰ প্ৰভাৱটো পৰিছে নে নাই সেইটো হ'ল আটাইতকৈ ডাঙৰ পৰীক্ষা।

**নেওগ ঃ** সকলোতকৈ ডাঙৰ কথা হৈছে কাম এটা কৰোঁতে মূলতঃ কামটোৰ প্ৰতি মানুহজনৰ আন্তৰিকতাটো— কামটো তেওঁ কিমান আন্তৰিকতাৰে গ্ৰহণ কৰিছে। আৰু লগতে সামাজিক দায়বদ্ধতা। এই দুটা বস্তু যেতিয়া মিলি যাব, মই ভাবো যে বিভাগৰ বিষয়াসকলেও নতুন দিশেৰে বিভাগটোক চাবলৈ আৰম্ভ কৰিব।

**বৰগোহাঞি ঃ** পৃথিৱীখন ভাল কৰি যাবলৈ এটাই সহজ নিয়ম আছে যে "ভাল কামৰ পুৰস্কাৰ, বেয়া কামৰ শাস্তি"। কিন্তু আমাৰ ইয়াত বেয়া বিষয়া ইমান বেছি হৈছে যে কোনো বেয়া বিষয়াই শাস্তি কেতিয়াও নাপায়। আপুনি যদি বেয়াক শাস্তি নিদিয়ে, ভালক পুৰস্কাৰ নিদিয়ে তেতিয়াহ'লেতো আৰু ভাল কৰিব নোৱাৰে। বাৰু যি হওক আমাক আজি বহুতখিনি কথা ক'লে। আমি আশান্বিত হ'ব পৰাকৈ কেইবাটাও কথা কৈছে। আপোনাৰ ওপৰত আমাৰ বহুত আস্থা আছে। আশা কৰো আপুনি অতি কম দিনৰ ভিতৰতে বিভাগটোক নতুন যুগৰ উপযোগী কৰি গঢ়ি আৰু অজন্তা নেওগৰ ভাবমূৰ্তি যাতে বিভাগটোত প্ৰতিফলিত হয় তাৰে কামনা কৰি আজিলৈ সামৰণি মাৰিলো।

*(৯ জানুৱাৰী, ২০০৯-ত প্ৰচাৰিত)*

# ৰৌণগৌড়া নাৰ্জাৰীৰ সৈতে হোমেন বৰগোহাঞি



*"আমি সেই কুৰি মাইল ৰাস্তা খোজ কাঢ়ি যাওঁতে বড়ো সাহিত্যৰ বিষয়ে বহু কথা পাতিছো। তেতিয়া কথা প্ৰসংগত তেওঁ ক'লে যে ছাৰ আমি এটা ভুল কৰিলো। আমি অসমীয়া লিপি লোৱা উচিত আছিল। আমি ল'ব খুজিছিলো, কিন্তু তেতিয়া আমাৰ অসমীয়াসকলৰ প্ৰতি ইমান তীব্ৰ বিদ্বেষ হৈছিলে যে আমি তেওঁলোকৰ লগত কোনো সম্পৰ্ক নেৰাখো বুলি দেৱনাগৰীটো ল'লো।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ আৰু স্বাগতম। আজি মোৰ অতিথি All Bodo student Unionৰ সভাপতি ৰৌণগৌড়া নাৰ্জাৰী। ৰৌণগৌড়া নামটো মই শুদ্ধকৈ উচ্চাৰণ কৰিব নোৱাৰো। মই তেওঁক কৈ দিবলৈ কম। বড়োসকলৰ জাতীয় জীৱনত দুটা অনুষ্ঠানে অতি গুৰুত্বপূৰ্ণ ঐতিহাসিক ভূমিকা পালন কৰি আহিছে। এটা হ'ল বড়ো সাহিত্য সভা আৰু আনটো ABSU। যেতিয়া বড়োলেণ্ডত ভাতৃঘাতী সংঘৰ্ষ হৈছিল, হিংসাৰ তাণ্ডৱ হৈছিল তেতিয়াও বড়োলেণ্ডৰ বড়োসকলৰ মাজলৈ শান্তি আৰু গণতন্ত্ৰ ঘূৰাই অনাত যি দুটা অনুষ্ঠান অতি গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল তাৰে এটা হ'ল ABSU। এই ABSU ৰ সভাপতি আজি আমাৰ মাজত আছে। আচ্ছা ৰৌণগৌড়া, মই আপোনাৰ নামটো শুদ্ধকৈ উচ্চাৰণ কৰিব পৰা নাই। আচলতে বড়ো ভাষাত উচ্চাৰণটো কেনেকৈ কৰে আপুনি?

**ৰৌণগৌড়া নাৰ্জাৰী ঃ** 'ৰু' হ'ব। ৰুণ গৌড়া।

**বৰগোহাঞি ঃ** আপুনি কি মাধ্যমত পঢ়া-শুনা কৰিছিল?

**নাৰ্জাৰী ঃ** মই বড়ো মাধ্যমত পঢ়া-শুনা কৰিছিলো।

**বৰগোহাঞি ঃ** বড়ো মাধ্যমৰ লিপিটো দেৱনাগৰী। আপুনি দেৱনাগৰী লিপিত বড়ো মাধ্যমত পঢ়ি অসমীয়া কেনেকৈ পঢ়িব পৰা হ'ল?

**নাৰ্জাৰী ঃ** মই দেৱনাগৰী লিপি প্ৰথম Batch আৰু আমাৰ মাজত এটা ব্যক্তিগত চৰ্চা আছিলে। অসমীয়া পঢ়া, আৰু বাধ্য-বাধকতাত আছিলে যে সেইসময়ত আমি বেছিভাগ কিতাপ পঢ়ি অসমীয়াৰ পৰা শিকিবলৈ বাধ্য হৈছিলো।

**বৰগোহাঞি ঃ** আপুনি যিদৰে অসমীয়া পঢ়িব পাৰিছে বা অসমীয়া লিখা-

পঢ়াৰ চৰ্চা ৰাখিছে, এতিয়া বড়ো ছাত্ৰ-ছাত্ৰী বা শিক্ষিত মানুহ সেই চৰ্চাটো বাদ দিছে নেকি?

**নাৰ্জাৰী** ঃ সেইটো বাদ দিয়া নাই।

**বৰগোহাঞি** ঃ আমি ভাবিছিলো যে বড়োসকলে যদি অসমীয়া লিপি গ্ৰহণ কৰিলেহেঁতেন তেওঁলোকে এটা বেলেগ জাতি হিচাপে পৰিচিত হৈও অসমীয়া সকলৰ লগত তেওঁলোকৰ যোগাযোগটো, ভাবৰ বিনিময়তে অব্যাহত থাকিলহেঁতেন। কিন্তু আপোনালোকে সেইটো নকৰিলে; নকৰাৰ কাৰণটো মই যি জানো, সেইটো মই আপোনাক ক'ব খুজিছো। বড়ো সাহিত্য সভাৰ সোণালী জয়ন্তী অধিৱেশন কোক্ৰাঝাৰৰ বাসুগাঁৱত হৈছিল। তালৈ মোক মুখ্য অতিথি কৰি নিমন্ত্ৰণ কৰিছিল। মই তালৈ গাড়ীৰে যাওঁতে বড়ো সাহিত্য সভাৰ যিজন বিষয়ববীয়া মোৰ লগত আছিলে। আমি সেই কুৰি মাইল ৰাস্তা খোজ কাঢ়ি যাওঁতে বড়ো সাহিত্যৰ বিষয়ে বহু কথা পাতিছো। তেতিয়া কথা প্ৰসংগত তেওঁ ক'লে যে ছাৰ আমি এটা ভুল কৰিলো। আমি অসমীয়া লিপি লোৱা উচিত আছিল। আমি ল'ব খুজিছিলো, কিন্তু তেতিয়া আমাৰ অসমীয়াসকলৰ প্ৰতি ইমান তীব্ৰ বিদ্বেষ হৈছিলে যে আমি তেওঁলোকৰ লগত কোনো সম্পৰ্ক নেৰাখো বুলি দেৱনাগৰীটো ল'লো। অসমীয়াসকলৰ প্ৰতি ইমান তীব্ৰ বিদ্বেষৰ কাৰণটো কি?

**নাৰ্জাৰী** ঃ ইয়াত দুটা কথা আছে। তীব্ৰ বিদ্বেষটো এটা কথা। কিন্তু দেৱনাগৰী লিপি লোৱাৰ যিটো পৰিৱেশ সেইটো বেলেগ পৰিৱেশ। কিন্তু যেতিয়া দেৱনাগৰী লিপি লোৱা হ'ল, সেই সময়ত Class টো দেখা গ'ল যে আমাৰ বড়ো মাধ্যমত দেৱনাগৰী লিপি লৈ পেলাই শিক্ষাটো বাঢ়ি গ'ল অৰ্থাৎ ২৫/৩০ বছৰ যিটো Generation হৈ গ'ল সেইটো আমি আকৌ ঘূৰাই অসমীয়া যদি লোৱা হয়...

**বৰগোহাঞি** ঃ সেইটোতো এতিয়া কৰিব নোৱাৰে ঠিকেই।

**নাৰ্জাৰী** ঃ নাই, সেই সময়ত সেইটোৱেই পৰিৱেশ আছিলে। আৰু Main কাৰণটো সেইটোৱেই আছিল। আমি তেতিয়া Practically back কৰিব নোৱৰা এটা অৱস্থা পাইছিলো। সঁচাকৈয়ে সেইটোৱে মূল কাৰণ আছিল।

**বৰগোহাঞি** ঃ অসমীয়া লিপি যদি বড়ো ভাষাৰ মাধ্যম হিচাপে ল'লেহেঁতেন তেতিয়া অসমীয়া আৰু বড়োৰ সম্প্ৰীতি বেছি দৃঢ় কৰাত সহায় নহ'লহেঁতেন নে?

**নাৰ্জাৰী** ঃ হয়, মই আপোনাৰ কথাটো সমৰ্থন কৰো।

**বৰগোহাঞি** ঃ প্ৰায়ে আপত্তি শুনি থাকো যে প্ৰায়েই বড়ো শিক্ষক নিযুক্তি ভালকৈ হোৱা নাই। আৰু পাঠ্যপুথি ভালকৈ নহয়।

**নাৰ্জাৰী ঃ** চৰকাৰৰ তৰফৰ পৰা যিখিনি যত্ন ল'ব লাগিছিলে বড়ো মাধ্যমৰ ওপৰত সেই যত্নটো ল'ব পৰা নাই। বড়ো মাধ্যমৰ বহুতো স্কুল আজিলৈকে Provincialise হোৱা নাই, ভেঞ্চাৰ হৈয়েই আছে। ১৫/২০ বছৰ তেনেকৈয়ে আছে। যাৰকাৰণে Quality education আমি পাবলৈ সক্ষম হোৱা নাই।

**বৰগোহাঞি ঃ** চৰকাৰে ইমান কিয় অৱহেলা কৰিছে?

**নাৰ্জাৰী ঃ** আমি দেখিছো যে ৯১-ৰ পৰা চৰকাৰৰ পৰা কোনো ব্যৱস্থা লোৱা হোৱা নাই।

**বৰগোহাঞি ঃ** কিন্তু এতিয়া অসম চৰকাৰৰ এটা প্ৰধান সহযোগী দল হ'ল– এটা বড়ো ৰাজনৈতিক পাৰ্টী। তিনিজনকৈ আপোনালোকৰ শক্তিশালী মন্ত্ৰী আছে এই চৰকাৰত। তেনেক্ষেত্ৰত আপোনালোকে কিয় আপোনালোকৰ নিজৰ Minimum ন্যায্য প্ৰাপ্যখিনি কিয় আদায় কৰিব পৰা নাই?

**নাৰ্জাৰী ঃ** এই মুহূৰ্তত সেইটোৱে আমাৰ দুৰ্ভাগ্য বুলি ক'ব লাগিব। আমাৰ মূল কাৰণটো হ'ল যে Educationally আমাৰ Development হ'ব লাগিব। তেতিয়াহে আমাৰ জাতিটোৰ উন্নতি হ'ব। আজি Coalition চৰকাৰ আছে। চৰকাৰৰ লগত থাকিও তেওঁলোকে আজি Policy ল'ব পৰা নাই।

**বৰগোহাঞি ঃ** বড়ো ভাষাৰ উন্নয়নৰ বাবে যিখিনি কৰিবলগীয়া কাম, সেইখিনি যদি কৰিব নোৱাৰে, তেতিয়াতো বড়ো ৰাইজে এসময়ত তেওঁলোকক প্ৰত্যাখ্যান কৰিব, reject কৰিব?

**নাৰ্জাৰী ঃ** নিশ্চয়। সেইখিনি ব্যৱস্থা যদি কৰিব নোৱাৰে, নিশ্চয় বড়ো ৰাইজে সেইটো চিন্তা কৰিব।

**বৰগোহাঞি ঃ** বৰ্তমান BTADত যিসকল শাসনৰ দায়িত্বত আছে, তেওঁলোকে ৰাইজৰ আস্থা হেৰুৱাইছেনে এতিয়াও ৰাইজৰ আস্থা পাই আছে?

**নাৰ্জাৰী ঃ** Right Now. ৰাইজৰ আস্থা চৰকাৰে হেৰুৱাই পেলাইছে বুলি ক'ব বিচৰা নাই। কিন্তু ৩ বছৰ হ'ল বি.টি.চি. চলোৱা। Development যিখিনি কৰিব লাগিছিল বহু সময়ত সেইখিনি হোৱা নাই। Development হৈছে নিশ্চয়, কিন্তু হোৱা বুলি ক'ব নোৱাৰি।

**বৰগোহাঞি ঃ** একেবাৰে নোহোৱাকৈতো থাকিব নোৱাৰেই।

**নাৰ্জাৰী ঃ** বহুদিন হোৱা নাই। এইমুহূৰ্তত Development কৰিবলৈ সুযোগ পাইছে, কিন্তু যিটো পৰিবেশ হ'ল এতিয়া আমাৰ সমাজখনত Specially BTAD অঞ্চলত বৰ্তমান যিটো Killing চলি আছে, সমাজখন যিধৰণে আগুৱাই লৈ যাব

লাগিছিলে সেই Approach,সেইটো আমি Allied Society বা জাতীয় সংগঠন সমূহে চিন্তা কৰি আছো।

**বৰগোহাঞিঃ** বড়োসকলে এটা স্বায়ত্বশাসিত অঞ্চল বা নিজৰ এখন ৰাজ্য পাবলৈ ৰক্তাক্ত সংগ্ৰাম কৰিবলগা হৈছিল। আপোনালোকে নিজৰ ভিতৰতে কটাকটি মৰামৰি কৰাত বহুতো বড়ো মানুহৰ মৃত্যু হৈছে। বহুতো প্ৰতিভাৱান বড়ো মানুহ— বিশ্বৰাম বড়ো, মিনেশ্বৰ ব্ৰহ্ম তেনেকুৱা মানুহো আপোনালোকৰ ৰক্তাক্ত সংঘৰ্ষৰ বলি হ'বলগা হৈছে। বড়ো ৰাইজে যিটো আশা কৰি এনেকুৱা এটা ৰক্তাক্ত সংগ্ৰাম কৰিলে, তাৰ আধামানো পূৰণ হোৱা বুলি ভাবেনে?

**নাৰ্জাৰীঃ** আধা বুলি ক'ব নোৱাৰো। নিশ্চয় ৩/৪ অংশ হৈছে।

**বৰগোহাঞিঃ** স্বায়ত্বশাসনৰ পৰা তিনিটা সুফল কি পাইছে?

**নাৰ্জাৰীঃ** প্ৰথম কথা হ'ল আমাৰ language। এই যে আমি court-ৰ পৰিবৰ্তে 6th schedule-ত পালো, ডাঙৰ achievement সেইটো। নিজাববীয়াকৈ আমি এটা ব্যৱস্থা পাইছো সেইটো এটা ডাঙৰ ঘটনা বুলি আমি ক'ব লাগিব। যিটো আমি বিচাৰিছিলো— Self Autonomy। তাৰ পিছত নিজৰ যিটো Policy অৰ্থাৎ নিজৰ জাতি গঠনৰ যিটো প্ৰক্ৰিয়া, সেই Policy বনোৱাৰ যিটো সুবিধা, সেইটো পাইছো।

**বৰগোহাঞিঃ** আমি পিছৰ প্ৰশ্নবোৰলৈ যোৱাৰ আগতে এটা চমু বিৰতি লৈ লওঁ।

**বৰগোহাঞিঃ** বিৰতিৰ অন্তত আমি আকৌ মুখামুখিলৈ ঘূৰি আহিছো। নাৰ্জাৰী, বড়োসকলৰ স্বায়ত্ব শাসনৰ দাবীত যিবোৰ মানুহ ঐক্যবদ্ধ হৈ আছিলে, সংগ্ৰাম কৰিছিলে তেওঁলোকৰ মাজত এতিয়া খুব গুৰুতৰ মতপাৰ্থক্য, মতানৈক্য দেখা গৈছে। উদাহৰণ স্বৰূপে ৰবিৰাম নাৰ্জাৰীতো ABSU ৰ President আছিলে আৰু তেওঁ বড়োসকলৰ মাজলৈ, বড়োলেণ্ডলৈ গণতন্ত্ৰ, অহিংসা ঘূৰাই অনাত ডাঙৰ ভূমিকা লৈছিলে। সেইদৰে U.G. Brahma, মই জনাত তেওঁও বড়ো সমাজৰ এজন সন্মানিত নেতা। কিন্তু আজি আমি দেখিবলৈ পাইছো যে তেওঁলোকে বড়ো ৰাজনীতিত এটা মেৰুত অৱস্থান কৰিছে, আনটো মেৰুত হাগ্ৰামা মহিলাৰীৰ দলটো। এনেকুৱা বিভাজন হোৱাৰ কাৰণটো কি?

**নাৰ্জাৰীঃ** সঁচাকৈ এনেকুৱা বিভাজন নহ'লে আমিও হয়তো ভাল পালোহেঁতেন; কিন্তু কথাটো হ'ল যেতিয়া বৃটিছৰ লগত ভাৰতে যুদ্ধ কৰিছিলে তেতিয়া আমি

একগোট আছিলো, যেতিয়া Independent পালে, আৰু পিছত বহুত political Party-ত বিভক্ত হ'ল। মই ভাবো সেইটো lineতে, সেইটো আমাৰ সমাজতো হৈছে।

**বৰগোহাঞি ঃ** মই অলপতে কোকৰাঝাৰলৈ গৈছিলো। মোৰ যিটো ধাৰণা হ'ল যে বড়োলেণ্ডত আইন-শৃংখলাৰ পৰিস্থিতিৰ খুব গভীৰ অৱনতি হৈছে। তাত আপোনালোকে এখন Booklet উলিয়াইছে— The Killing Enigma in BTAD। তাত আপোনালোকে কৈছে ২০০৮ চনৰ জানুৱাৰী মাহৰ পৰা ছেপ্তেম্বৰলৈকে ৭৬ জন মানুহ নিহত হৈছে, হিংসাত। পিছতো শুনিছো, এতিয়াও তাত হত্যাকাণ্ড চলিয়েই আছে। এই হিংসাৰ তাণ্ডৱটো অপ্ৰিতহতভাৱে চলি থকাৰ কাৰণ কি?

**নাৰ্জাৰী ঃ** BTC হোৱাৰ পিছত আমি সকলোৱে শান্তি বিচাৰিছিলো। ইয়াৰ মূল কাৰণটো হ'ল মই ভাবো BLT এ এটা সময়ত সশস্ত্ৰ সংগ্ৰাম কৰিছিলে। তাৰ পিছত চুক্তি কৰিলে। তেওঁলোকে চুক্তি কৰাৰ পিছতে এটা NDFB আছে, বড়ো অঞ্চলত, সেইটো সশস্ত্ৰ সংগঠন। হাতত অস্ত্ৰ লৈ তেওঁলোকে সংগ্ৰাম কৰি আছে।

**বৰগোহাঞি ঃ** তেওঁলোকে কি বিচাৰি সংগ্ৰাম কৰি আছে?

**নাৰ্জাৰী ঃ** NDFB এ স্পষ্টকৈ কৈছিল যে Independent Boroland, যেতিয়া BLT এ চুক্তি কৰিলে আৰু তেওঁলোকে Power-ত আহি গ'ল। In the mean time NDFB এও Cease (অস্ত্ৰবিৰতি) কৰিলে। মই ভাবো ইয়াত হয়তো চৰকাৰৰ approach smooth হ'ব লাগিছিলে, সেইটো হ'ব পৰা নাই।

**বৰগোহাঞি ঃ** সেইটো আপুনি বুজাই কওকচোন।

**নাৰ্জাৰী ঃ** নিজৰ মাজত ভুল বুজাবুজিৰ সৃষ্টি হ'ল।

**বৰগোহাঞি ঃ** চৰকাৰে ষড়যন্ত্ৰ কৰি কৰিছে নেকি?

**নাৰ্জাৰী ঃ** ষড়যন্ত্ৰ Exactly নহয়, যি ধৰণে tackle কৰিব লাগিছিল, যিটো BLT-এ চুক্তি কৰি Power ত আহি গ'ল। Power ত অহাটো বেছি দিন হোৱা নাই, তেওঁলোকে এতিয়া Powerত আছে। In the mean time NDFB এও Ceasefire কৰিলে, হয়তো সেইসময়ত তেওঁলোকে ভাবিলে যে NDFB এও যদি আলোচনা কৰি কিবা এটা আনিব পাৰে। বড়োৰ মাজত, তেতিয়া সেই Powers ৰ যি প্ৰশ্ন আহিব তেতিয়াও তেওঁলোকৰ মাজত হয়তো ভুল বুজাবুজি আহিব।

**বৰগোহাঞি ঃ** ভুল বুজাবুজি মানে মই যিটো বুজিছো, আপুনি এইটো ক'ব খুজিছে নেকি যে NDFB আহিলে তেওঁলোকেতো Powe-টো Share কৰি ল'ব লাগিব, ভাগ কৰি ল'ব লাগিব। সেই কাৰণে NDFB অহাটো বিচৰা নাই...?.

**নাৰ্জাৰী ঃঃ** সেইখিনি পৰিবেশ আমি সকলোৱে কিছু দেখিবলৈ পাইছো, কিছু। এই দুয়োটা সংগঠনৰ মাজত যিটো Conflict, ভুল বুজাবুজি, সেইটো আঁতৰাবৰ কাৰণে Guardian হিচাপে চৰকাৰ প্ৰশাসন আছিলে।

**বৰগোহাঞি ঃ** কিন্তু যোৱাবাৰ মই কোক্‌ৰাঝাৰলৈ যাওঁতে এইটো স্পষ্টকৈ কৈছে যে ভূটান Operationৰ পিছত NDFBক সম্পূৰ্ণ নিৰস্ত্ৰ কৰিবলৈ চৰকাৰে প্ৰচুৰ সুযোগ পাইছিলে। সেই সুযোগটো ন'ললে, আৰু তেতিয়া ২৫০ আছিলে NDFB Cader। এতিয়া ২৫০০ লৈ বৃদ্ধি পাইছে। তেওঁতো স্পষ্ট অভিযোগ কৰিছে চৰকাৰে সেইটো প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে কৰাইছে। তাৰ কাৰণটো তেওঁলোকে ক'ব খোজে বা আন আন বড়ো নেতাইও কৈছে যে চৰকাৰে বড়োসকল ঐক্যবদ্ধ হওক, তেওঁলোকৰ মাজত একতা হওক, এইটো নিবিচাৰে।

**নাৰ্জাৰী ঃ** কিছুমান Angleৰ যদি আমি বিচাৰ কৰো সেইটো সঁচাকৈয়ে হয়।

**বৰগোহাঞি ঃ** হয়?

**নাৰ্জাৰী ঃ** সঁচাকৈয়ে এইটো হয়।

**বৰগোহাঞি ঃ** এইটো যদি....

**নাৰ্জাৰী ঃ** আমি এইটো ক'বলৈ বাধ্য কিয় হ'লো? Law and Order ৰ Completely State চৰকাৰৰ হাতত, দিছপুৰৰ হাতত। আৰু আমাৰ অঞ্চলত যিটো পৰিবেশ হৈছে সেই পৰিবেশ নিয়ন্ত্ৰণ কৰাৰ কাৰণে আমি Democratic Organisation বিলাকে যেতিয়া কওঁ প্ৰশাসনৰ ওপৰত। প্ৰশাসনে Completely সেইটো অৱহেলা কৰে। ইয়াৰ অৰ্থনো কি আছে? আজিলৈকে, জানুৱাৰী মাহৰ পৰা ছেপ্তেম্বৰ মাহলৈকে ৭৬ জন মানুহ মৰিলে, সেই ৭৬ জন মানুহ মৰাত যিবিলাক ব্যক্তি involved, তেওঁলোকৰ আজিলৈকে একো ব্যৱস্থা লোৱা নাই। ইয়াৰ অৰ্থটো কি?

**বৰগোহাঞি ঃ** এজনকো ধৰা পেলাব পৰা নাই?

**নাৰ্জাৰী ঃ** Just তেওঁলোকে allegation লৈছে। কোনোবা পলাইছে। এইটোৱে ভাবিবলৈ আমি বাধ্য হ'লো যে চক্ৰান্তটো খুব সম্ভৱ দিছপুৰৰ পৰা চলি আছে।

**বৰগোহাঞি ঃ** BPPF আৰু হাগ্ৰামাৰ দলটোৰ মাজত এটা খুব গুৰুতৰ মতানৈক্য আছে, যি সংঘাতৰ পক্ষলৈ গৈ আছে। কিন্তু এটা কথাত মই সকলো দলৰে একমত দেখিছো যে সেইটো চৰকাৰৰ ষড়যন্ত্ৰ যেন অনুমান হয়। আপুনিও কৈছে যে সেইটো চৰকাৰৰ ষড়যন্ত্ৰ বুলি সন্দেহ কৰে। আপুনি বাৰু এজন সাধাৰণ

নাগৰিক বা ABSU-ৰ সভাপতি হিচাপে কৈছে, কিন্তু মহিলাৰীৰ হাতততো ৰাষ্ট্ৰৰ ক্ষমতা আছে, বড়োলেণ্ডৰ ক্ষমতা। তেওঁ যদি কয় যে এইটো চৰকাৰে নিৰ্বিচাৰে যে বড়োসকল ঐক্যবদ্ধ হওক, তেতিয়া হয়তো অসম চৰকাৰৰ বিৰুদ্ধে বড়োসমাজৰ এটা খুব ডাঙৰ অভিযোগ হ'ব। নিজৰ ভিতৰত কিবা এটা মিলা-মিলি কৰি বড়ো সমাজক ধ্বংসৰ পৰা ৰক্ষা কৰিবলৈ কিয় ব্যৱস্থা কৰা নাই?

**নাৰ্জাৰী ঃ** আমি নিখিল বড়ো ছাত্ৰ-সন্থাৰ পৰা Already ব্যৱস্থা কৰিছিলো। আমি ২০০৭ চনত দুয়োটা সংগঠনে যিবিলাকে Counter allegation কৰি আছিলে তেওঁলোকক আমি একেটা টেবুলত বহোৱাৰ ব্যৱস্থা কৰিছিলো, Boro সাহিত্য সভাক লগত লৈ। BLT ৰ Side ৰ পৰাও আহিছিলে, NDFB-ৰ Side-ৰ পৰাও আহিছিলে। আমি ধুনীয়াকৈ কথা পাতিছিলো যে Any how Killingটো বন্ধ হ'ব লাগে।

**বৰগোহাঞি ঃ** শেষত কিন্তু আপোনালোকে ৰঞ্জন দৈমাৰীক আনিব নোৱাৰিলে? ৰঞ্জন দৈমাৰী যদি নিজে নাহে বা আন কাৰোবাক Authority বা কৰ্তৃত্ব নিদিয়ে তেতিয়াহ'লেতো আনৰ লগত আলোচনা কৰি শান্তি স্থাপন কৰিব নোৱাৰিব।

**নাৰ্জাৰী ঃ** ইয়াত ৰঞ্জন দৈমাৰীৰ প্ৰয়োজনীয়তাটো অনুভৱ কৰিছে নিশ্চয়। কিন্তু আমাৰ হাতত উপায় নাই। যিসকল NDFB leader আমাৰ সমাজত আছে তেওঁলোকৰ লগত আমি চেষ্টা চলাইছো....

**বৰগোহাঞি ঃ** সেইটো স্বাভাৱিক। তেওঁলোকে কি কয়?

**নাৰ্জাৰী ঃ** তেওঁলোকে প্ৰতিশ্ৰুতি দিছিলে যে আমাৰ তৰফৰপৰা তেনেকুৱা ঘটনা নহয়, কৰা নহ'ব আৰু আমি সেইটো লাই দিয়া নহব। কিন্তু এটা কথা—সেইসময়ত ঘটনাটো কোনে কৰিছে সেইটো স্বীকাৰ কৰা নাই। সেইটো সঁচা কথা।

**বৰগোহাঞি ঃ** হত্যাকাৰীয়ে আৰু স্বীকাৰতো নকৰে। বাৰু আৰু এটা গুৰুত্বপূৰ্ণ প্ৰশ্ন আছে তাৰ আগতে আকৌ এটা সামান্য বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ অন্তত আমি আকৌ মুখামুখিলৈ ঘূৰি আহিছো। কোক্ৰাঝাৰত বড়োসকলৰ মাজত নতুন শাসনত কিছু উন্নতি হৈছে, কিন্তু সমগ্ৰ বড়োলেণ্ডত এটা ভয়ৰ পৰিবেশ, সন্ত্ৰাসৰ পৰিৱেশ, নিৰাপত্তাৰ অভাৱৰ পৰিৱেশ বিৰাজ কৰিছে। এনেকুৱা এটা পৰিৱেশ যদি সদায় চলি থাকে তেতিয়া গোটেই জাতিটোকতো একপ্ৰকাৰে মানসিকভাৱে পঙ্গু কৰি পেলাব। কোনোবাইতো এই হত্যাকাণ্ডবোৰ কৰিছে। এই হত্যাকাণ্ডবোৰ কোনে কৰে বুলি আপুনি অনুমান কৰে?

**নাৰ্জাৰী :** যেতিয়া Counter allegation হয় directly সেইটো বেছি ভাগ হৈছে, NDFB, Ceasefireত থকা NDFB, তাৰপিছত UBPF আৰু Ex-BLT। সেই UBPF আৰু Ex-BLT আৰু NDFB যেতিয়া ঘটনা হয় তেওঁলোকক allegation কৰা হয়।

**বৰগোহাঞি :** সেই তিনিটা সংগঠনৰ ভিতৰতে হৈ থাকে, বিৰুদ্ধে কয়...।

**নাৰ্জাৰী :** এইটো allegationএ কয়।

**বৰগোহাঞি :** আপুনি এজন নিৰপেক্ষ, সচেতন বড়ো নেতা হিচাপে কোন দোষী বুলি ভাবে?

**নাৰ্জাৰী :** মূল কাৰণটো হ'ল সমাজত কিছুমান সমস্যা হয়, কিন্তু ইয়াক নিয়ন্ত্ৰণ কৰাৰ কাৰণে প্ৰশাসনৰ যি ব্যৱস্থা, সেইখিনি ব্যৱস্থা আমি দেখিবলৈ পোৱা নাই। কাৰণ আমি দেখিছো...

**বৰগোহাঞি :** বড়ো প্ৰশাসন মানে অসমৰ...

**নাৰ্জাৰী :** কিন্তু Law and Orderটো অসম চৰকাৰৰ।

**বৰগোহাঞি :** সাধাৰণতে যদি খুব জৰুৰী অৱস্থা নহয়, তেতিয়াহ'লেতো Law and Order আইন শৃংখলা পৰিস্থিতি চম্ভালাৰ দায়িত্বটো পুলিচৰ। তাৰ পুলিচৰ সংখ্যা ইমানেই কম যে সেইখিনি পুলিচ লৈ এনেকুৱা এখন সন্ত্ৰাসকৱলিত অঞ্চলত কাৰো পক্ষে নিয়ন্ত্ৰণ কৰা সম্ভৱ নহয়। তেন্তে বড়ো প্ৰশাসনে তাত পুলিচৰ হাত বেছি শক্তিশালী কৰিব লাগে, বেছিকৈ পুলিচ নিয়োগ কৰিব লাগে, এইটো চৰকাৰৰ ওপৰত কিয় হেঁচা দিব পৰা নাই? যদি হেঁচা দিয়া সত্ত্বেও ৰাজ্য চৰকাৰে কৰা নাই, তেন্তে তাত এখন Coalition চৰকাৰ থকাৰ অৰ্থটো কি হ'ল?

**নাৰ্জাৰী :** হাগ্ৰামা মহিলাৰীৰ যিটো দক্ষতা, যিটো approach অসম চৰকাৰৰ Coalitionত থাকি; BTC অঞ্চলৰ যিটো Development সকলো বিষয়েও; এতিয়া Law and Orderত যিটো প্ৰশ্ন, এতিয়া চাওক নতুন District হিচাপে তিনিখন District আছে, চিৰাং, বাক্সা, ওদালগুৰি। Infrastructure হিচাপে Police প্ৰশাসনৰ গাঁঠনিটো যি ধৰণে কৰিব লাগিছিলে অসম চৰকাৰে আজিলৈকে কৰিব পৰা নাই।

**বৰগোহাঞি :** Coalition চৰকাৰৰ এটা শক্তিশালী অংশীদাৰ দল হ'ল হাগ্ৰামাৰ দলটো। তেওঁলোকে যদি হেঁচা দি এই সামান্য কামটোকে কৰাব নোৱাৰে...।

**নাৰ্জাৰী :** এইটোৱেই এটা প্ৰশ্ন হৈছে আমাৰ বড়ো সমাজৰ মাজত।

**বৰগোহাঞি :** প্ৰশ্নটো হৈছে। মই আপোনাৰ পৰা উত্তৰটো বিচাৰিছো।

**নাৰ্জাৰী :** যিহেতু নিজে চৰকাৰৰ লগত আছে, যিটো Killing, হত্যা, সেইটো

বন্ধ কৰাৰ কাৰণে ব্যৱস্থা ল'ব লাগিছিল। কিন্তু আশ্চৰ্যজনকভাৱে আজিলৈকে কোনো মন্ত্ৰী বা MLA, কোনো Party-ৰ তৰফৰ পৰা এই Killingৰ ওপৰত একো মাত মতা নাই।

**বৰগোহাঞিঃ** যোৱাবাৰ কোক্ৰাঝাৰলৈ যাওঁতে Mr. Mahilary-এ মোক নিজেই ক'লে যে ভূটান Operationৰ পাছত NDFB —তেওঁৰ ভাষাত খতম্ কৰিবলৈ চৰকাৰে এটা সুযোগ পাইছে, নকৰিলে। মই যদি মহিলাৰী হলোহেঁতেন, চৰকাৰক মই Warning দিলোহেঁতেন যে তোমালোকে যে এইটোৱেই কৰি থাকা, বড়োবিলাকৰ মাজত ভাতৃঘাতী সংঘৰ্ষ কৰি গোটেই জাতিটো শেষ কৰিবলৈ ওলাইছা, তেতিয়াহ'লে আমি এই চৰকাৰত নাথাকো। সেইটো কিয় ক'ব পৰা নাই?

**নাৰ্জাৰী ঃ** এইখিনি বড়ো ৰাইজে বিচাৰিছে। ক'ব নোৱৰাটো হাগ্ৰামা মহিলাৰীৰ ওপৰত নিৰ্ভৰ কৰে। হয়, BTC অঞ্চলত Law and Order নাই। কিন্তু তেখেতে নিজেও অসম চৰকাৰৰ অংশীদাৰ। সেই হিচাপে Powerটো আছে।

**বৰগোহাঞিঃ** Law and Order টো State Subject হ'ব পাৰে। কিন্তু Coalition চৰকাৰৰ এটা খুব Powerful Partner হিচাপে তেওঁলোকেতো চৰকাৰৰ ওপৰত হেঁচা দিব পাৰে। আৰু হেঁচা যদি দিব নোৱাৰে, হেঁচাত কাম নহয়, তেওঁলোকেতো ক'ব পাৰে যে আমাৰ জীৱন-মৰণৰ সমস্যাটো যদি আপোনালোকে উদাসীন হৈ থাকে, আমি চৰকাৰত নাথাকো।

**নাৰ্জাৰী ঃ** সেইটোৱেই আমি আচৰিত পাইছো। আমি নিখিল বড়ো ছাত্ৰ-সন্থাৰ তৰফৰ পৰা সেইটোৱেই কৈ আছো যে সেইখিনি বন্ধ কৰাৰ কাৰণে হাগ্ৰামা মহিলাৰীদেৱৰ হাতত সুবিধা আছে। সেইখিনি কৰিব লাগে বুলি আমি তেখেতক জনাই আহিছো।

**বৰগোহাঞিঃ** তেওঁ কয় যে NDFBৰ কাৰণে হৈছে আৰু ৰাজ্য চৰকাৰে তেওঁলোকক পৰোক্ষভাৱে (Indirectly) মদদ দি আছে।

**নাৰ্জাৰী ঃ** তেখেতে চৰকাৰত আছে। চৰকাৰে সেইটো Action ল'ব লাগে।

**বৰগোহাঞিঃ** এই হত্যাযজ্ঞ চলিয়েই থাকিব। আপোনালোকে কেৱল মুখেৰে আপত্তি কৰিয়েই থাকিব...

**নাৰ্জাৰী ঃ** আমি বহি থকা নাই।

**বৰগোহাঞিঃ** কি কৰিছে?

**নাৰ্জাৰী ঃ** প্ৰথমে আমি তেওঁলোকক বহুৱাইছিলো। আমি Failure হ'লো। তাৰপিছত দেখিলো যে প্ৰশাসন ইয়াত আছে। Guardian হিচাপে, আমি প্ৰশাসনৰ

ওচৰ চাপিলো। প্ৰশাসনে একো কৰিব নোৱাৰিলে। তাৰপিছত এটা সময়ত আমি ৰাইজে ওলাই পেলাই; Peace Process act তেনেকে আমি বাহিৰত চিঞৰিবৰ কাৰণে আমি ৰাইজক মাতিছিলো। আমি Programme-ও লৈছিলো, কিন্তু সেই সময়ত ৰহস্যজনকভাৱে আমাক চৰকাৰে অনুমতি নিদিলে।

**বৰগোহাঞিঃ** নিদিলে??

**নাৰ্জাৰী ঃ** নিদিয়েও...

**বৰগোহাঞিঃ** এইটোতো বৰ ৰহস্যময় কথা।

**নাৰ্জাৰী ঃ** এইটো ৰহস্যময় কথা। সেইটোৱেই আমাৰ কাৰণে আটাইতকৈ দুৰ্ভাগ্যজনক কথা। আমি কৈছো চৰকাৰক, Police প্ৰশাসনক আমি কৈছো...।

**বৰগোহাঞিঃ** এইটো কেতিয়া?

**নাৰ্জাৰী ঃ** ঘটনা যিয়েই নকৰক কিয়, কৰায়ত্ত কৰিব লাগে, According to rule Punishment দিব লাগে। সেইটো যদি চৰকাৰে কৰে, প্ৰশাসনে যদি কৰে, আমি Civil society য়েতো কম তেতিয়া।

**বৰগোহাঞিঃ** মই আৰম্ভণিতে যিটো প্ৰশ্ন কৰিছিলো যে মোক জানিবলৈ দিয়া মতে অসমীয়া সকলৰ প্ৰতি থকা বিদ্বেষৰ কাৰণেই আপোনালোকে অসমীয়া লিপি নলৈ দেৱনাগৰী লিপি লৈছিলে। অসমীয়াসকলে বড়োলেণ্ডৰ বা বড়ো স্বায়ত্ব শাসনৰ বিৰোধিতা কৰিছিল নেকি? চৰকাৰে কৰিব পাৰে, ৰাজনীতিকে কৰিব পাৰে...

**নাৰ্জাৰী ঃ** সেই সময়ৰ অসমত ৰাজনীতিৰ যিটো নেতৃত্ব দিছিলে, মূলতে বড়োসকলৰ আন্দোলনৰ মূল কাৰণ হৈছিলে যে আমাক Justice দিয়া নাই। বড়োসকলে বিভিন্ন Front-ত Economacally Develop হোৱা নাই, Society Educationally Develop হোৱা নাই, Deprive কৰিছে আমাক। অসম চৰকাৰে যিধৰণে যত্ন ল'ব লাগিছিল বড়ো সম্প্ৰদায়ৰ, সেই ধৰণে যত্নটো ল'ব পৰা নাই।

**বৰগোহাঞিঃ** এতিয়াও আপোনালোকৰ অসমীয়া বিদ্বেষটো আগৰ নিচিনাকৈ হৈ আছেনে আগতকৈ কমিছে?

**নাৰ্জাৰী ঃ** এইটো নিৰ্ভৰ কৰিব অসমৰ বুদ্ধিজীৱী বা অসমৰ মানুহৰ ওপৰত। এতিয়াও কিছুমান Cornerত অসমীয়াসকলে বড়োসকলৰ একপ্ৰকাৰ উন্নতি হোৱাটো নিবিচাৰে। আমি যেতিয়া Boro Medium-ৰ ক্ষেত্ৰত অসম চৰকাৰৰ ওচৰলৈ আহো, Officer সকলৰ ওচৰত আহো, Officer সকলে Desperatly তেওঁলোকক deny কৰে। Boro Medium টো neglect কৰে।

**বৰগোহাঞিঃ** কিন্তু এতিয়া আপোনালোকৰ এটা বড়ো ৰাজনৈতিক Party

চৰকাৰৰ অংশীদাৰ, তেওঁলোকে যদি কয়— এইখিনি আমাৰ Minimum দাবী, এইখিনি পালন নকৰিলে আমি তোমালোকৰ লগত নাথাকো, তেতিয়াহলেতো কথা হৈ যায়।

**নাৰ্জাৰী ঃ** সেইখিনি তেওঁলোকে কৰিব পৰা নাই।

**বৰগোহাঞি ঃ** আপোনালোকে যিবোৰ দলক সমৰ্থন কৰে তেওঁলোকে যদি ক্ষমতালৈ আহে... ?

**নাৰ্জাৰী ঃ** মই এইটো আপোনাক স্পষ্ট কৰি দিছো যে ছাত্ৰ সন্থাই Support কৰা তেনেকুৱা দল নাই। আমি, এটা সময়ত ৰাজনীতি Party গঠন কৰা হৈছিলে, গঠন কৰি দিয়াৰ যিটো পৰিবেশ....।

**বৰগোহাঞি ঃ** সেইটোতো আপোনালোকেই গঠন কৰিছিলে ?

**নাৰ্জাৰী ঃ** সেইটোতো আমি কৰিছিলো। BTC এটা Arrangement আহি গ'ল। সেইটো Politically লৈ যাব লাগিব। ইয়াত ABSU এ কাম কৰিব নোৱাৰে। সেই Systemত যাব নোৱাৰে democratic organisation হিচাপে। সেই Political Party ৰ জৰিয়তে development Political system টো লৈ যাওঁক, সেইটো স্বাৰ্থতে আমি গঠন কৰিব লগা হৈছে।

**বৰগোহাঞি ঃ** কিন্তু আজিকালি ৰাজনৈতিক দলবিলাককো বহু পৰিমাণে নিয়ন্ত্ৰিত কৰে Civil Society এ। সেই ফালৰ পৰা আপোনালোকৰ এতিয়াও এটা ডাঙৰ গুৰুত্বপূৰ্ণ ভূমিকা আছে।

**নাৰ্জাৰী ঃ** সেইটো Watch dog

**বৰগোহাঞি ঃ** বড়োলেণ্ড হোৱাৰ পিছতো সমগ্ৰ দেশত যেনেকৈ দুৰ্নীতি চলিছে, বড়োলেণ্ডতো অবাধে দুৰ্নীতি চলি আছে। সেইটো সঁচা নে মিছা ?

**নাৰ্জাৰী ঃ** সঁচা নহয় বুলি নকওঁ, Start হৈছে, আৰম্ভ হৈছে।

**বৰগোহাঞি ঃ** বড়োজাতিৰ ভৱিষ্যৎ আপুনি কি বুলি ভাবে ?

**নাৰ্জাৰী ঃ** মই এইটো স্পষ্টকৈ ক'ব বিচাৰিছো যে বড়ো জাতিৰ ভৱিষ্যতটো উজ্জ্বল।

**বৰগোহাঞি ঃ** এই যে NDFB-ত ৰঞ্জন দৈমাৰী সৰ্বাধিনায়ক আছিলে, তেওঁক হঠাতে ৰহস্যময়ভাৱে অপসাৰিত কৰি এজন নতুন মানুহক— ধীৰেণ বড়ো, বোধহয়, তেওঁক সভাপতি কৰা হৈছে। এইটো বাহিৰৰ মানুহৰ চকুত এটা তাৎপৰ্য ৰাজনৈতিক Development ।

**নাৰ্জাৰী ঃ** মই এইটো আপোনাক Free frankly ক'ব বিচাৰিছো যে এইটো তেওঁলোকৰ internal matter.

**বৰগোহাঞি ঃ** বুজাবুজিৰ মাজেদি হৈছে বুলি ভাবে নেকি?

**নাৰ্জাৰী ঃ** আমাৰ যিটো ধাৰণা, যিহেতু ৰঞ্জন দৈমাৰী বাহিৰত আছে, ভাৰতৰ বাহিৰত আছে, তেওঁলোক Peace Process-ত আছে, Ceasefire-ত আছে, Peace আগুৱাই লৈ যাবলৈ তেওঁলোকে বিচাৰিছে। হয়তো তেওঁলোকৰ মাজত চিন্তা আহিছে যে Chairman কাৰণে Harder। হয়তো ভাৰত চৰকাৰে ভাবিছে যে Chairman যদি নাহে এইটো Peace Proces নহ'ব। Peace আগুৱাই লৈ যোৱাৰ স্বাৰ্থত তেওঁলোকে এইটো কৰিব পাৰে।

**বৰগোহাঞি ঃ** NDFB য়ে শান্তি বিচাৰে এনেকুৱা ধাৰণা আপোনাৰ হৈছে?

**নাৰ্জাৰী ঃ** অদূৰ ভৱিষ্যতত যদি সঁচাকৈয়ে শান্তি প্ৰক্ৰিয়াটোলৈ যায় NDFB য়ে, আৰু ভাৰত চৰকাৰে, সেইটো আমাৰ সকলো সমাজৰ কাৰণে মঙ্গল।

**বৰগোহাঞি ঃ** যদি NDFB গণতান্ত্ৰিক পথলৈ ঘূৰি আহে তেতিয়া আকৌ এটা তো Power struggle হ'ব Borolandত?

**নাৰ্জাৰী ঃ** সেইখিনি Democratic struggle হ'ব।

**বৰগোহাঞি ঃ** বাৰু, আমাৰ আৰু বহু কথা পাতিবলৈ বাকী থাকিলে। যিহেতু সময় খুব কম; আপুনি যিখিনি কথা ক'লে সেইখিনিয়ে মানুহক যথেষ্ট চিন্তাৰ খোৰাক দিব। আমি আকৌ আপোনাক লগ পাম এই আশাৰে আজিলৈ আমাৰ অনুষ্ঠানৰ সামৰণি মাৰিলো।

**নাৰ্জাৰী ঃ** নমস্কাৰ।

*(১৬ জানুৱাৰী, ২০০৯-ত প্ৰচাৰিত)*

# চাৰ্লছ ছেছিৰ সৈতে হোমেন বৰগোহাঞি



*"Naga বিলাকে দীৰ্ঘদিন ধৰি স্বাধীন নাগালেণ্ডৰ কাৰণে যুদ্ধ কৰি আছিল। ১৯৩০ চনত যেতিয়া Simon Commission ভাৰতলৈ আহিছিল তেতিয়াই Naga delegation লৈ নাগালেণ্ডৰ স্বাধীনতাৰ দাবী কৰিছিল। আৰু ভাৰত স্বাধীন হোৱাৰ দিনাই নাগাসকলে স্বাধীন নাগালেণ্ড ঘোষণা কৰি এতিয়ালৈকে স্বাধীন নাগালেণ্ডৰ কাৰণে একাংশ নাগাই সংগ্ৰাম কৰি আছে।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। আজি মই আপোনালোকৰ সন্মুখলৈ নাগালেণ্ডৰ এজন অতিথিক মাতি আনিছো। তেওঁ হ'ল চাৰ্লছ ছেছি। তেওঁ অকল নাগাসকলৰ ভিতৰতেই নহয়, কেৱল উত্তৰ-পূৰ্বাঞ্চলৰ ভিতৰতেই নহয়, সমগ্ৰ দেশৰ ভিতৰতেই এজন শীৰ্ষস্থানীয় বুদ্ধিজীৱী। পৃথিৱীৰ কেইবাখনো দেশ ৰাছিয়া, বছনিয়া, ইংলেণ্ড এইবোৰ ঠাইত তেওঁ আন্তৰ্জাতিক Seminar-ত যোগদান কৰিছে। তেওঁ এখন নাগা সমস্যাৰ বিষয়ে কিতাপ লিখিছে "The Naga Imbroglio" সেইখনো গোটেই আন্তৰ্জাতিক ক্ষেত্ৰত সমাদৃত হৈছে। মই কিতাপখনৰ পৰা এইখিনি পঢ়ি দিলেই তেওঁৰ চিন্তাধাৰাৰ কিছু আভাস পাব। "What the author attempts to do is to raise the Naga minds and his percepts rights to a higher plane beyond mere symbolism. He believes that while fighting for one's cause it is important to wish for everyone else the best that one would want for oneself and one's people and actually helps others to achieve their highest potential. The book is also a clarion call to the rest of India leaders and led for statesmanship and author presents is vision of walk India could be come. He maintaince that knowledge of history alone would be in adequate in providing proper perspectives. unless one also has a sense of history and occassion." এই কথাখিনিয়ে চাৰ্লছ ছেছিৰ চিন্তাধাৰা, তেওঁৰ দৃষ্টিভংগীৰ বিষয়ে আপোনালোকক বহু কথা ক'ব। এই কিতাপখনৰ বিষয়ে চমন লাল, he was special roporter of National Human Rights commission, New Delhi, তেওঁ কিতাপখনৰ বিষয়ে লিখিছে, "The Naga Imbroglio" should be considered as one of the most balanced

authentic accounts of the tragedy and of your people. এইজনেই হ'ল চাৰ্লছ ছেছি, আমি তেওঁক নাগা সমস্যাৰ বিষয়ে, অসম আৰু নাগালেণ্ডৰ সীমা সমস্যাৰ বিষয়ে কিছু প্ৰশ্ন সুধিম, কিন্তু এই কথাটো মই কৈ থ'ব খোজো যে তেওঁ সলসলীয়াকৈতো অসমীয়া ক'ব নোৱাৰিব, মই তেওঁক কৈছো যে তেওঁ নাগামিজত ক'ব, অসমীয়াত ক'ব আৰু মাজে মাজে তেওঁ ইংৰাজীও ক'ব।

**চাৰ্লছ ছেছি ঃ** Well, thank you for whatever you have said. আগতে মাফ মাগিব লাগিব, কেলৈ মানে মোৰ Assamese টো Nagamese হয়। সেইকাৰণে Assamese বিলাক বেয়া নাপাব।

**বৰগোহাঞি ঃ** Naga বিলাকে দীৰ্ঘদিন ধৰি স্বাধীন নাগালেণ্ডৰ কাৰণে যুদ্ধ কৰি আছিল। ১৯৩০ চনত যেতিয়া Simon Commission ভাৰতলৈ আহিছিল তেতিয়াই Naga delegation গৈ নাগালেণ্ডৰ স্বাধীনতাৰ দাবী কৰিছিল। আৰু ভাৰত স্বাধীন হোৱাৰ দিনাই নাগাসকলে স্বাধীন নাগালেণ্ড ঘোষণা কৰি এতিয়ালৈকে স্বাধীন নাগালেণ্ডৰ কাৰণে একাংশ নাগাই সংগ্ৰাম কৰি আছে। এটা সময়ত সমগ্ৰ নাগা জাতিয়েই এই দাবীটো সমৰ্থন কৰিছিল। এতিয়া বহুতে এই দাবীটো Abandon কৰি তেওঁলোকে ভাৰতৰ এটা অংগ হৈ থাকিবলৈ ইচ্ছা কৰিছে। স্বাধীন নাগালেণ্ড যে অসম্ভৱ, impossible সেই কথাটো নাগাসকলে মানি লৈছেনে?

**ছেছি ঃ** এতিয়া talks চলি আছে আৰু according to News paper Reports between govt. of India and NSCN এ talks 'চুৰু' হ'বলৈ আছে, আৰু সেইকাৰণে মই এইটো ইমান ক'ব মন নাই এতিয়া, কেলৈ মানে এইটো missinterpretation কৰিলে বেয়া হৈ যাব। কিন্তু মোৰ নিজৰ ভাৱনাতো এনেকা, কি নাগামানুহ Pragmatic হ'ব পাৰে, নাগামানুহে realise কৰিছে পৃথিৱী কেনেকৈ চলি আছে। মোৰ ভাবনাতে Govt. of India ভি অলপ understanding কৰিব পাৰে। India Nation's building stage টো পাৰ হৈ গৈছে আৰু এতিয়া India is ready to play its global role. সেইকাৰণে ইমান বছৰ হৈছে, fighting হৈছে, Violence হৈছে, hart হৈছে, এইটো humiliation বেছি হৈছে, legel structure বিলাক উঠাই দিব পাৰে। For example Assam maintainance of Public order, Assam Disturbed Areas Act, Arm Forces Special Powers Act, Nagaland Securities Regulation Act... এইটো চব নাগা porblem টো, নাগা political issue টো tackle কৰিবলৈ promalgate কৰিছে। আৰু এইটো

very humiliating and today India doesnot need any of this, any more. So, this can be remove...

**বৰগোহাঞি ঃ** If India does not need. নাগাবিলাকে বিচাৰিছে এইটো repeal কৰিব লাগে, কিয় কৰা হোৱা নাই?

**ছেছি ঃ** Naga people movements for human rights কৈছে, its reach up to the supreme court in 1994 and then supreme court ভি এইটো উঠাই দিয়া নাই।

**বৰগোহাঞি ঃ** কি যুক্তিত?

**ছেছি ঃ** In the case of two persons who were missing the case was taken up in the supreme court and the supreme court did not at that point repeal although action was taken against the army personal for the disappearence of these two persons. So, probably it must be stated that there must be some sense of utility as well.

**বৰগোহাঞি ঃ** আপোনাৰ স্বাধীনতাৰ দাবীত India চৰকাৰে কিবা compromise কৰিব লগা আছে নেকি?

**ছেছি ঃ** Ultimately it has to be a negotaited sattlement. কিন্তু these are steps of good faiths when the two of us are talking and I am talking an insulting way to you, you won't like it and you won't agree with me. Likewise. So this irritance for...., this can be removed. Then you know it gives a chance for people to come closer together.

**বৰগোহাঞি ঃ** As a leading Naga intelectual, আপোনাৰ নিজৰ মত কি? আপুনিও নাগাবোৰৰ বাবে Independence বিচাৰেনে India-ৰ ভিতৰতে এটা sattlement বিচাৰে?

**ছেছি ঃ** Well, I think as I say, talk টো চলি আছে। এইটো কাৰণে এতিয়া মোৰ ইমান ক'ব মন নাই। ইমান মই ক'ব পাৰো যে Naga Political movement and the Naga people when side by side advance stage মানে নাগাবিলাক চব বেলেগ বেলেগ tribe, different cultures, languages etc. So there was a time when they too went side by side, they complemented each other. So, this word independence is very important for the Naga people. But I think as I said before, I think Naga people are capable of the pragmatic.

**বৰগোহাঞি ঃ** আপুনি বহুতখিনি কথা কৈ দিলে pragmatic শব্দটো কৈ।

আচ্ছা, আপুনি অলপ আগতে ক'লে যে India-ৰ Nation building process টো complete হৈছে। Naga সকলৰ Nation building process টো complete হৈছেনে?

**ছেছি ঃ** I think we still need to do a lot.

**বৰগোহাঞিঃ ঃ** কি কৰিবলৈ বাকী আছে?

**ছেছি ঃ** মানে, We still have, you know our tribalism. our language is as you know still. আমি Nagamease কয়, ইংৰাজী কয়। That is our linguafranka, our official languages. Even understanding one another's language. culture. এইটো process টো we have not been able to focus....

**বৰগোহাঞিঃ ঃ** আপুনিতো কিছুদিনৰ আগতে মোক কৈছিলে মুইভা আইজাক section টোৱে এটা experimental জাতীয়, নতুন নাগা language which should be understood by all the Naga tribes. তেনেকুৱা এটা কৰিবৰ চেষ্টা কৰিছিলে। সেইটোৰ কি হ'ল?

**ছেছি ঃ** I think it need a lot of research.

**বৰগোহাঞিঃ ঃ** আজি নাগাসকলৰ নিজৰ language বুলি ক'বলৈ common language. এটাও নাই। মোক আনে কৈছিলে যে আপুনিতো আংগামী Tribe-ৰ মানুহ। কিন্তু আংগামী বিলাকেও এটা অঞ্চলৰ আংগামিয়ে, আন এটা অঞ্চলৰ আংগামী ভাষা বুজি নাপায়। বুজিবলৈ অলপ টান পায়।

**ছেছি ঃ** Between Angamise-Angamise?

**বৰগোহাঞিঃ ঃ** হয়।

**ছেছি ঃ** অ' হয়।

**বৰগোহাঞিঃ ঃ** এটা আংগামী Tribe এ যেতিয়া এটা section আন এটা section-ৰ language টো পূৰা বুজি নাপায় তেতিয়াহ'লে গোটেই নাগাবিলাকৰ এটা common language হ'বলৈতো বহুত বছৰ লাগিব। Without a common language আপোনালোকে এটা নাগা Nation বুলি কেনেকৈ দাবী কৰিব পাৰিব? প্ৰত্যেকটো জাতিৰ এটা নিজস্ব literature লাগিব। আপুনি নিজৰ নাগা Tribal language ত literature কৰিব নোৱাৰে। Nagamese-ত কৰিব নোৱাৰে, গতিকে আপুনি ইংৰাজীত কৰিব লাগিব। So without a common language and without a National literature নাগাবিলাকৰ ভৱিষ্যতটো কি হ'ব? স্বাধীনতা

পালে, এটা economic prosperity পালে, কিন্তু What about their spiritual life, what about their intellectual life?

**ছেছি ঃ** These are difficult problems। আৰু এইটো hardles বিলাক overcome কৰিব লাগিব। I think the lack of a common language has not been a hardle to Naga People feelling as one নাগা মানুহ we have to get together, we have to work out, how we proceed. Many people are saying, yes, we become one we are already a people. নামটো আছে, কিন্তু in our heart, as you say in our spirit, I think those other things you know, we have to focus and concentrated on. কিন্তু what has happend in Naga history is that, the current of events keep overtaking the Naga people, and they have not been able to consolidated, you know whatever they have achived. Before you know they could assimilate, understand and take something that has happened, you know the next thing happens, and then they have to deal with that. Naga problem টো Naga Political issue টো settle হোৱা নাই, focus টো তাত গৈছে। So, the society side has been neglected.

**বৰগোহাঞি ঃ** মইতো নাগালেণ্ডত বহুবাৰ গৈছো। যিবোৰ Naga intellectuals তেওঁলোকে এই বাকীবোৰ কথাত বা independence or political question বোৰত যিমানে মনটো apply কৰিছে এই question টোত বেছিকৈ মনটো apply কৰা নাই।

**ছেছি ঃ** On the cultural side? yes

**বৰগোহাঞি ঃ** আচ্ছা, আমি ইয়াৰ পিছৰ প্ৰশ্নলৈ যোবাৰ আগতে এটা বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** বিৰতিৰ শেষত আমি আকৌ মুখামুখিলৈ ঘূৰি আহিছো। চার্লছ, আপুনি নিজেই ক'লে মাত্র কেইদিনমানৰ আগতে পুনৰ যিটো Peace talk, negotiation টো আৰম্ভ হৈছে। What is the future of this ongoing negotiation?

**ছেছি ঃ** The fact that they are talking, I think that is important, এতিয়া side by side Naga reconciliation forum-তো কাম হৈ আছে। It will

be good if all the fractions also join it, and all the stake holder groups also join it and Nagas can begin to speak in one voice, then I think it would have a real...

**বৰগোহাঞি ঃ** সেইটোতো আপুনি ইচ্ছা কৰিছে, সেইটোতো হোৱা নাই?

**ছেছি ঃ** সেইটো চলি আছে।

**বৰগোহাঞি ঃ** চলি আছে। আপুনি এই কথাতোটো মনত ৰাখিছে, এই talk টো দহ বছৰ ধৰি চলি আছে, এইটোতো যথেষ্ট দীঘল সময়। গতিকে আৰু কি দহ বছৰ চলিব পাৰে নে কি?

**ছেছি ঃ** So, I think it must be solve as soon as possible.

**বৰগোহাঞি ঃ** এইটোতো সকলোৱেই ইচ্ছা কৰে কিন্তু কামততো হোৱা নাই, আমি যিমান দূৰ জানিছো যে problem টোৰ negotiation টো ইমান দিনলৈকে Successful নোহোৱা এটা প্ৰধান কাৰণ হ'ল demand of Greater Nagaland. তেওঁলোকে বিচাৰিছে যে যিবিলাক নাগা inhabitat teritories in all the neighbouring states, এইখিনি নাগালেণ্ডৰ লগত মাৰ্জ কৰিব লাগে। সেইটো হ'বলৈ নিদিয়ে, মণিপুৰী বিলাকেতো যুদ্ধ ঘোষণা কৰিছে। Assam য়েও সেইটো সহজে হ'ব নিদিব। মুঠতে এইটো— গোটেই North East-ৰ বাকীবোৰ ৰাজ্যত জুই নজ্বলোৱাকৈ নাগাবিলাকৰ এই দাবীটো মানি লোৱা সহজ নহ'ব। গতিকে Greater Nagaland, দাবীটোৰ প্ৰতি Naga বিলাকৰ কেনেকুৱা মনোভাৱ আৰু আপুনি ব্যক্তিগতভাৱে, personally আপুনি কি ভাবে? Nagalim টো দিলে কি হ'ব, নিদিলে কি হ'ব?

**ছেছি ঃ** Yes, there may be political claims, but things have changed since then. সেইকাৰণে নাগা মানুহবিলাকে এই ভাবিব লাগিব। At the same time that is one side of the coin and the other side of the coin, this is also a human problem যদি নাগা মানুহ একেলগতে থাকিবলৈ মন হয় that their neighbourers also understand and because in many plaaces families and relatives live across the border. আৰু এইটো একেলগতে থাকিবলৈ মন হ'লে এইটো understand কৰিব পাৰে নেকি?

**বৰগোহাঞি ঃ** আজি যিখন multi cultural world তাত এনেকুৱাটো সম্ভৱ নহয় যে এটা নিৰ্দিষ্ট teritory-ত এটা বিশেষ comminity থাকিব, সেইটোতো সম্ভৱ নহয়। এসময়ত সম্ভৱ হৈছিলে, যেতিয়া social mobility নাছিলে। আজি আমেৰিকাত গোটেই পৃথিৱীৰ প্ৰায় 150 Countriers-ৰ মানুহ গৈ আমেৰিকা

কৰিছে। কেনিয়াৰ পৰা যোৱা Obama আজি America-ৰ President হৈছে। এনেকুৱাতো গোটেই পৃথিৱীৰ সব ঠাইতে সেই ঘটনা হৈছে। নাগা বিলাকে এতিয়াও কি ৪০০ বছৰৰ আগত থাকিব খোজে নেকি? Modern world-ত যিবোৰ ঘটনা ঘটিছে তাৰপৰা নাগাবিলাক কেনেকৈ বিচ্ছিন্ন হৈ থাকিব পাৰে?

**ছেছি ঃ** What I am saying is, it is also a human problem.

**বৰগোহাঞিঃ** সেই problem টো পাকিস্তানৰ ক্ষেত্ৰতো হৈছে।

**ছেছি ঃ** না না ঠিক আছে। কিন্তু মই, যিটো problem কৈছে, সেইটো Problem solve হ'ব নে নহ'ব, কেনেকা হ'ব সেইটো আমি চব ওপৰত আছে।

**বৰগোহাঞিঃ** আপুনিতো To the point কোনো উত্তৰ দিয়া নাই। আপুনি খুব in a round about way-ত কৈছে যে এইটো give and take হ'ব লাগিব, এইটো human problem, that does not solve the problem.

**ছেছি ঃ** No, no this is where once I said was, Naga's cannot continue to claim what they have been claiming for so long. Because things have changed, Nagas have to undertstand that. On the other hand you know the question of Nagas wanting to be under one administrative roof. That is also a very strong feeling among the Nagas and it is also a human problem.

**বৰগোহাঞিঃ** মই বুজিছো, আপোনালোকৰ মই sentiment টো বুজিছো, কিন্তু.....

**ছেছি ঃ** Its a very strong sentiment. সেইটো কেনেকৈ solve কৰিব, it has to be solved, not but just by Nagas, and probably not just by Nagas and Govt. of India. এইটো নহ'ব পাৰে। কিন্তু এইটো solve কৰিব ক'লে মানে আমি North-East ৰ মানুহে কৰিব লাগিব।

**বৰগোহাঞিঃ** তাকেইতো, North-east-ৰ মানুহৰ লগত কথা পাতিবলৈ আপোনালোকেতো কোনো চেষ্টা কৰা নাই।

**ছেছি ঃ** But I agree with you. And I think this has to be done by people to people level.

**বৰগোহাঞিঃ** এইটোতো আপুনি সদায় কৈ আহিছে।

**ছেছি ঃ** Govt. level যদি কৰিব পাৰে খুব ভাল, and we have to get people to talk to one another and I think, you know for instance one of the main reasons that I am here today is that. We have seen, we

have experienced and during the Naga good will visit to Assam in 2001 has...

বৰগোহাঞি ঃ মাজে মাজে অসমীয়াও ক'ব।

ছেছি ঃ হাঃ হাঃ হাঃ (হাঁহি)। আপোনাকে বহুত regard কৰে, We regard you as a conscience of society and an important voice just not for Assam but for whole of North-East.

বৰগোহাঞি ঃ Thank you.

ছেছি ঃ I believe that those who represent the conscience of society whether in Assam or Nagaland or other states, these numbers have to be increased. If we increase these numbers and thay are enable, I think our society will not go to wrong, there may be a chance for our societies to come and sit together and search out where destiny lies. মোৰ নিজৰ ভাবনা আছে কি North-East টো it has we are in different states now but we have one destiny and I think we will either swim or sink together. And I think if we increase the number of those who represent...

বৰগোহাঞি ঃ People like me...

ছেছি ঃ Absolutely, and then we may have a chance to reduce our problems to manageable sizes.

বৰগোহাঞি ঃ আপুনিতো বহু বছৰ ধৰি এই কথাটো কৈ আহিছে।

ছেছি ঃ Then, we will have a chance to solve them and then our potentials, North-East potentials are also huge and I think that is the area in which we may be able to secure the future for the coming generations.

বৰগোহাঞি ঃ আচ্ছা, আমি ইয়াৰ পিছৰ প্ৰশ্নলৈ যোৱাৰ আগতে এটা বিৰতি লৈ লওঁ।

* * *

বৰগোহাঞি ঃ বিৰতিৰ শেষত আমি আকৌ মুখামুখিলৈ ঘূৰি আহিছো। চাৰ্লছ আৰু এটা কি Problem, সেইটো হৈছে Assam Nagaland Border dispute. সেইটো বিষয়ে আপোনাৰ Personal view টো কি? যে How to solve this problems?

**ছেহ্বি ঃ** The same as the other one It has to be a people to people meeting and working together.

**বৰগোহাঞি ঃ** নাই নাই আপুনি...., সেইটোতো মই বুজিলো, সেইটো এটা আপোনাৰ খুব Pious wish. কিন্তু মই কওঁ এই যে যিখিনি Assam-ৰ মাটি Naga বিলাকে বিচাৰিছে বা Assam-এ কৈছে এইটো তোমালোকৰ,— এই Demand টো কিমান দূৰ legitmate? কিমান দূৰ justified?

**ছেহ্বি ঃ** মই এইটো ইমান study কৰা নাই। Perhaps I should study more কিন্তু এইটো কিমান Study কৰিলে কি from legal point of view, from legal process এইটো solve নহ'ব নেকি?

**বৰগোহাঞি ঃ** নাই, legal process এৰে গ'লেতো নহ'ব, কাৰণ Sundaram committee -ৰ প্ৰতিবেদন আপুনি দেখিছে নে নাই ক'ব নোৱাৰে। তাত তো তেওঁৰ Verdict টো Nagaland-ৰ against-এ গ'ল, Assam ৰ সপক্ষে গ'ল। গতিকে legally গ'লেতো নহ'ব। গতিকে আপুনি কোৱা মতে through mutual understanding সেইটো কৰিব লাগিব। এইটো কৰিবলৈ হ'লে দুয়ো পক্ষৰে Give and take-টো হ'ব লাগিব। গতিকে এইটো Naga সকলক বুজাবলৈ আপোনাৰ দায়িত্ব, অসমীয়া সকলক বুজোৱাৰ দায়িত্বটো মোৰ, কিন্তু আপুনি এতিয়া immediately কোনো solution দেখা নাই সেইটো problem-ৰ?

**ছেহ্বি ঃ** সেইটো এতিয়া দেখা নাই। কিন্তু What is giving hope is that in the border areas you know there are friendship societies between Assamese and Nagas which are going on. I think it gives hope and I think that kind of initiatives has to be encouraged.

**বৰগোহাঞি ঃ** আপুনি বোধহয় একমাত্ৰ নাগা নহ'লেও আপুনি one of these very few Nagas যিবিলাকে অসমীয়া মানুহক জানিবলৈ খুব opportunities পাইছে। Apart from these political questions অসমীয়া বিলাকৰ বিষয়ে আপোনাৰ ধাৰণা কি?

**ছেহ্বি ঃ** I think I have great respect for the Assamese, মোৰ যিটো Experience-টো আছে সেইটো হৈছে Assamese মানুহ বেছি cultured, kind, gracious and... I have been so warm heartedly welcome in so many homes, I feel very privilaged and very humble.

**বৰগোহাঞি ঃ** এই কথাটো মইও ক'ব পাৰো। মই নাগালেণ্ডলৈ বহুবাৰ গৈছো। তাত গ'লে মই কেতিয়াও নাগাবিলাক বাহিৰৰ মানুহ বুলি feel কৰা নাই।

আজি One of them সেইটোতো আপুনি সদায় কয় People to people, contact হয়, সেইটোতো naturally হ'বই। কিন্তু অসমীয়া বিলাকৰ কোনো Minus point আপোনাৰ চকুত পৰা নাই নেকি?

**ছেছি ঃ** কেতিয়াবা দেখে।

**বৰগোহাঞিঃ ঃ** এইটো কি দেখে?

**ছেছি ঃ** অলপ 'big brother' attitude, কিন্তু চব Society তে মানুহতো বেলেগ, All kinds of people you find in every society, এইটো কথা কৰিব নোৱাৰে। নাগা মানুহে ভি বেয়া মানুহ বেছি আছে?

**বৰগোহাঞিঃ ঃ** নাগা আছে। মই এজন অসমীয়া কিন্তু মই নিজৰ Autobiography -ত লিখিছো মই নিজকে এজন world citizen বুলি ভাবোঁ। এইয়া মোৰ ব্যক্তিগত জীৱনৰ কথা। আপোনাক মই যিটো জানো You are a Naga but at the same time you are a citizen of the world.

**ছেছি ঃ** I would like to be.

**বৰগোহাঞিঃ ঃ** হাঃ হাঃ হাঃ (হাঁহি) But মই ভাবো আৰু ইতিমধ্যে আপুনি কৈছে। বাৰু যি হওক, আমাৰ সময় হৈ আহিছে, কিছুমান কথা খুলি কোৱাত আপোনাৰ কিছু অসুবিধা আছে সেইটো মই বুজি পাওঁ, কিন্তু তাৰ ভিতৰতো আপুনি যিখিনি কথা ক'লে মই ভাবোঁ যে সেইখিনিয়ে আমাৰ শ্ৰোতা-দৰ্শকসকলক বহুতো চিন্তাৰ খোৰাক দিব। আপুনি অহাৰ কাৰণে ধন্যবাদ জনালো, আমি আশা কৰো, আকৌ আপোনাক আমাৰ শ্ৰোতা-দৰ্শকৰ আগত হাজিৰ কৰাব পাৰিম। সেইখিনি কৈ আজিৰ অনুষ্ঠান সমাপ্ত কৰিলো। ধন্যবাদ।

*(২৩ জানুৱাৰী, ২০০৯-ত প্ৰচাৰিত)*

# তপন লাল বৰুৱাৰ সৈতে হোমেন বৰগোহাঞি

*"যেতিয়া Commission-ৰ কাম আৰম্ভ হয় তেতিয়া হিতেশ্বৰ শইকীয়াই মোক ফোন কৰি কৈছিল যে, "ককাইদেউ, মই আপোনাক এইটো প্ৰতিশ্ৰুতি দিছো যে Commission-ৰ প্ৰতিটো শব্দ মই আখৰে-আখৰে কাৰ্যত পালন কৰিম। আজি প্ৰথম মিটিং খন আৰম্ভ হ'ব আপুনি তেখেতসকলক জনাই দিয়ক।" মই অতি আনন্দেৰে, গৰ্বেৰে তেওঁলোকক ক'লোগৈ যে স্বয়ং মুখ্যমন্ত্ৰীয়ে মোক Phone কৰি কৈছে যে Commission-ৰ প্ৰতিটো শব্দ তেওঁ কাৰ্যকৰী কৰিব। কিন্তু যি Report দিয়া হ'ল সেইটো পঢ়ি চোৱাৰ প্ৰয়োজন বোধ নকৰিলে।"*





**হোমেন বৰগোহাঞি :** নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ স্বাগতম। আজি মোৰ অতিথি শ্ৰীতপন লাল বৰুৱা আই.এ.এচ.। তেখেত এতিয়া অবসৰপ্ৰাপ্ত বিষয়া, কিন্তু তেখেতৰ কাৰ্যকালত অসম চৰকাৰৰ এনেকুৱা এটা গুৰুত্বপূৰ্ণ বিভাগ নাছিলে, যিটো বিভাগৰ মুৰব্বী হিচাপে তেখেতে কাৰ্যনিৰ্বাহ কৰা নাছিল। অসমৰ সাম্প্ৰতিক কালৰ বুৰঞ্জীত এটা অতি গুৰুত্বপূৰ্ণ সময়ৰ ১৯৯০ চনৰপৰা ১৯৯৪ চনলৈকে তেখেত আছিল গৃহ-সচিব আৰু গৃহ-আয়ুক্ত। এই বিষয়ে আৰু এটা কথা কোৱা প্ৰয়োজন, তেখেতক গৃহ-সচিব হিচাপে নিযুক্তি দিছিলে অগপ চৰকাৰে। তাৰ পিছত ৰাজ্যপালৰ শাসন প্ৰৱৰ্তিত হ'ল। দুজনকৈ ৰাজ্যপাল আহিল। দুয়োজন ৰাজ্যপালেই কিন্তু তেখেতকেই গৃহ-সচিব কৰি ৰাখিলে। যিজন মানুহক অগপই গৃহ-সচিব হিচাপে নিযুক্তি দিছিল, সেই একেজন মানুহকেই কিন্তু কংগ্ৰেছ চৰকাৰেও গৃহ-সচিব হিচাপে নিযুক্তি দিয়াই নহয়, তেখেতক গৃহ-আয়ুক্ত পদলৈকো উন্নীত কৰিলে। আজি আমি ঘাইকৈ তেখেতক মাতি আনিছো। আমাৰ সময়ৰ এটা অতি গুৰুত্বপূৰ্ণ বিষয় আলোচনাৰ কাৰণে। সেই বিষয়টো হ'ল— অসম লোকসেৱা আয়োগৰ এটা কলংকিত কাহিনী, অসম লোকসেৱা আয়োগৰ এই ভিতৰছোৱাত যি গণ্ডগোল হৈ আছিল বা যিবোৰ ৰাজহুৱা সমালোচনা হৈছিল— গোটেই অনুষ্ঠানটোৱেই ৰাইজৰ চকুত সন্দেহৰ পাত্ৰ হৈ পৰিছে। এই গোটেই বিষয়বোৰ তদন্ত কৰি চৰকাৰক পৰামৰ্শ দিবলৈ এখন এজনীয়া আয়োগ গঠন কৰা হৈছিল ২০০১ চনৰ আগষ্ট মাহত আৰু সেই এজনীয়া আয়োগৰ একমাত্ৰ সদস্য আছিল শ্ৰীতপন লাল বৰুৱা। তেখেতে সেই বছৰেই ২০০১ চনৰ ডিচেম্বৰ মাহত তেখেতৰ প্ৰতিবেদন দাখিল কৰিছিল। তাৰ পিছত সুদীৰ্ঘ আঠটা বছৰ

পাৰ হৈ গ'ল। এই আঠটা বছৰত লোকসেৱা আয়োগৰ কলংকৰ কাহিনীয়ে বাতৰিকাকতৰ পৃষ্ঠা ভৰাই ৰাখিছে। অসমৰ মানুহৰ মন বিদ্ৰোহী কৰি তুলিছে। বৰ্তমান যিখন লোকসেৱা আয়োগ চলি আছে। সেই লোকসেৱা আয়োগৰ বিষয়েও বাতৰিকাগজত অবিৰামভাৱে যিবোৰ কাহিনী ওলাইছে, বিশেষকৈ দুই-তিনিদিনৰ আগতে যিটো খবৰ ওলাইছে যে তেওঁলোকক নিয়োগ কৰিব লাগে ৰাজ্যপালে। কাৰণ গোটেই ভাৰতবৰ্ষ তথা অসমত এনে কেইটামান অনুষ্ঠান আছে, যিকেইটা সদায় ৰাজনৈতিক নিয়ন্ত্ৰণৰ ঊৰ্ধ্বত থাকিব লাগে। কেনেকুৱা লোকসেৱা আয়োগ, নিৰ্বাচন আয়োগ, ন্যায়পালিকা এইবিলাক বিষয় যদি ৰাজনীতিৰ ঊৰ্ধ্বত নাথাকে, Executive শাসনৰ ঊৰ্ধ্বত নাথাকে, তেতিয়াহ'লে তেওঁলোকে কেতিয়াও ন্যায় বিচাৰ কৰিব নোৱাৰে, কাৰণ তেওঁলোকৰ অবাঞ্ছনীয় ৰাজনৈতিক হস্তক্ষেপ অনিবাৰ্য হৈ পৰে। যিটো কাৰণে লোকসেৱা আয়োগৰ অধ্যক্ষ প্ৰমুখ্যে আটাইখিনি সদস্যক ৰাজ্যপালে নিযুক্তি দিব লাগে। তেওঁলোকে ৰাজ্যপালৰ ওচৰত গোপনীয়তাৰ শপত গ্ৰহণ কৰি তাৰ পিছতহে কাৰ্যনিৰ্বাহ কৰিব পাৰে। কিন্তু আচৰিত কথা বৰ্তমান যিখন অসম লোকসেৱা আয়োগ চলি আছে তেওঁলোকক Appointment দিলে এজন অসম চৰকাৰৰ বিষয়াই। এনেকুৱাহে হ'ল লোকসেৱা আয়োগৰ অধ্যক্ষৰ সদস্যসকল— এজন মাত্ৰ চৰকাৰী বিষয়া, ৰাজ্যপালৰ ওচৰত শপত গ্ৰহণ নকৰাকৈ তেওঁলোকে কাৰ্য চলাই আছে, তেওঁলোকে বিষয়া নিৰ্বাচন কৰিছে, পৰীক্ষা অনুষ্ঠিত কৰিছে। কিন্তু এইটো কথাত আচৰিত হওঁ, যিখন চৰকাৰে এই লোকসকলক নিৰ্বাচন কৰি লোকসেৱা আয়োগ গঠন কৰিছে, তেওঁলোকে আইন-কানুন একোকেই নাজানে নেকি? বা লোকসেৱা আয়োগখন কেনেকৈ পৰিচালিত হ'ব লাগে, সেই বিষয়েও তেওঁলোকৰ কাণ্ড-জ্ঞান ইমানেই নাই যে সামান্য কথাটোও তেওঁলোকৰ মনত ৰাখিবৰ আহৰি হোৱা নাই। আৰু যিসকল লোকক ৰাজ্যখনৰ আটাইবোৰ গুৰুত্বপূৰ্ণ প্ৰশাসনিক পদলৈ লোক নিৰ্বাচিত কৰিবলৈ দায়িত্ব দিয়া হৈছে, তেওঁলোকেও নিশ্চয় আইনখন পঢ়িয়েই চোৱা নাই যে, যিখন আইনৰ তলত তেওঁলোকে ৰাজ্যপালৰ ওচৰত শপত ল'ব লাগে, নিযুক্তি পাব লাগে, ৰাজ্যপালৰ পৰা, সেইবোৰ একো নোপোৱাকৈ তেওঁলোকে আজি লোকসেৱা আয়োগ চলাই আছে। ইয়াতকৈ ভয়ঙ্কৰ লাজৰ কথা আৰু চৰকাৰৰ চৰম দায়িত্ব জ্ঞানহীনতাৰ কথা আন একোৱেই হ'ব নোৱাৰে বুলি ভাবো। আৰু এইটো এটা অতি গুৰুত্বপূৰ্ণ বিষয় এই কাৰণে যে, কেন্দ্ৰসেৱাৰ মানুহখিনিৰ বাহিৰে, অসম চৰকাৰ যিসকল বিষয়াই চলায়, সেই আটাইবোৰ বিষয়া নিৰ্বাচন কৰে লোকসেৱা আয়োগে। কলেজৰ প্ৰফেছাৰ, ডাক্তৰ, ইঞ্জিনিয়াৰ, বিভিন্ন গুৰুত্বপূৰ্ণ পদৰ কাৰণে যিবোৰ মানুহ লাগে, এই আটাইবোৰ নিৰ্বাচন কৰে লোকসেৱা আয়োগে। তেনেস্থলত যদি লোকসেৱা আয়োগখন সকলো সন্দেহৰ ঊৰ্ধ্বত

নহয়, যদি যোগ্যতাসম্পন্ন মানুহৰ দ্বাৰা গঠিত নহয়। তেতিয়াহ'লে সমগ্ৰ প্ৰশাসন ব্যৱস্থাটোক ধ্বংস কৰি দিয়াৰ বাহিৰে তেওঁলোকে আন একো কৰিব নোৱাৰে। সেইকাৰণে মই ভাবো যে বৰ্তমান সময়ত অসমৰ, লোকসেৱা আয়োগখনকে কেনেকৈ ৰক্ষা কৰিব পাৰি, কেনেকৈ সকলোৰে শ্ৰদ্ধা আৰু আস্থাৰ পাত্ৰ কৰি তুলিব পাৰি, সেইটোৱেই হৈছে আটাইতকৈ ডাঙৰ প্ৰশ্ন। এইখিনি কথা আলোচনা কৰিবৰ কাৰণে আজি আমি শ্ৰীতপন লাল বৰুৱাক মাতি আনিছো। এসময়ত আনকি তেখেত লোকসেৱা আয়োগৰ সচিবো আছিল। (বৰুৱাক) আপোনাক ২০০১ চনৰ আগষ্ট মাহত লোকসেৱা আয়োগৰ তদন্ত কৰিবলৈ এজনীয়া আয়োগ পাতিছিলে। আপুনি এই বিশাল ৰিপৰ্টখন ২০০১ চনৰ ডিচেম্বৰ মাহতে জমা দিলে। আয়োগটো চলিয়েই আছিলে, তেনেস্থলত এইটো তদন্ত কৰাবলগীয়া হ'ল বুলি কোনে ভাবিলে, কিয় ভাবিলে আৰু আপোনাক কি কি কামৰ দায়িত্ব দিছিলে?

**তপন লাল বৰুৱা ঃ** ১৯৯৮-৯৯ চনত যিটো ACS Competitive Exam অনুষ্ঠিত কৰিলে, তাত বহুতো বেমেজালি হোৱা বুলি কাগজে-পত্ৰই ওলাল। আৰু কিছুমান প্ৰাৰ্থীয়ে হাইক'ৰ্টত ইয়াৰ বিপক্ষে Writ Petition File কৰিলে। আৰু সেইসময়তেই চৰকাৰে ঠিক কৰিলে যে যিহেতু ইমানবিলাক বেমেজালিৰ কথা ওলাইছে, এই বেমেজালিবিলাক বিচাৰ কৰি চাবৰ কাৰণে এখন Commission গঠন কৰিব লাগে আৰু চৰকাৰে সেইকাৰণে গোটেই পদ্ধতিটো, Written examination, direct recruit এই গোটেইবিলাক পৰ্যালোচনা কৰি ইয়াৰ যদি কিবা loop holes আছে, এই বিলাক কেনেকৈ নোহোৱা কৰিব পাৰি এইবিষয়ে আলোচনা কৰি এখন প্ৰতিবেদন দিবৰ কাৰণে আয়োগ গঠন কৰিলে। আৰু মোকেই এজনীয়া কমিচনৰ দায়িত্বত চৰকাৰে নিযুক্তি দিলে।

**বৰগোহাঞিঃ** কেইটামান বাক্যত কওঁকচোন, মুঠতে আপুনি আয়োগৰ কি কি বেমেজালি, কি দোষ, ক্ৰটি, কি কি গণ্ডগোল দেখা পালে?

**বৰুৱা ঃ** প্ৰথমতে, আয়োগখন গঠন কৰাত কিছুমান দোষ-ক্ৰটি চৰকাৰৰ ফালৰ পৰা হৈছিল। সেইখিনি মই আঙুলিয়াই দিছো।

**বৰগোহাঞিঃ** বাৰু যি হওক আমি আপোনাৰ পৰা আৰু কিছু কথা শুনিম বুলি আশা কৰিছো। তাৰ আগতে এটা বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞিঃ** বিৰতিৰ পিচত আমি আকৌ আমাৰ আলোচনালৈ ঘূৰি আহিছো। আপুনি যিখিনি Recomendation, পৰামৰ্শ দিছে, তাৰ প্ৰথম পেৰেগ্ৰাফতেই আপুনি

লিখিছে State Govt. should take care to see that the Public Service Commission is made by competent honest and independent person of outstanding ability, and high reputation who command confidence of the people and who would not allow themselves to be deflected by an extraneous consideration from discharging their duties on making selection on merit. আপুনি কৈছে যে যোগ্য মানুহৰ দ্বাৰা আয়োগ গঠিত হ'ব লাগিব। তেওঁ সকলোৰে আস্থাভাজন হ'ব লাগিব, তেওঁলোকক কোনো বাহিৰা প্ৰলোভন বা বাহিৰা বিবেচনাই তেওঁলোকৰ নিজৰ কৰ্তব্যৰ পৰা বিচলিত কৰিব নোৱাৰিব। এই পৰামৰ্শটো কিয় দিবলগা হ'ল? তাৰমানে আপোনাৰ চকুত ধৰা পৰিছে যে বৰ্তমান আয়োগ যিসকল সদস্যক লৈ গঠিত হৈছে তেওঁলোক আপোনাৰ ভাষাত Competent, honest আৰু independent of outstanding ability বোধহয় নহয়।

**বৰুৱা ঃ** আগতে আয়োগৰ সদস্য বা সভাপতিগৰাকী Outstanding Person আছিল। সমাজৰ আস্থাভাজন আছিল, তেওঁলোক নিৰপেক্ষ আছিল আৰু তেওঁলোকৰ integrity সম্বন্ধে কোনেও প্ৰশ্ন তুলিব নোৱাৰিছিল। প্ৰথমৰ পৰাই মন কৰক— আয়োগৰ অধ্যক্ষ হিচাপে যাদৱপ্ৰসাদ চলিহা, কামেশ্বৰ দাস, ৰণেন্দ্ৰ বসুমতাৰী, ৰণেন সেন— এইদৰে বিভিন্ন...

**বৰগোহাঞি ঃ** আৰু মিজো ভদ্ৰলোকৰ নাম কি আছিলে?

**বৰুৱা ঃ** আৰ থানলিগা।

**বৰগোহাঞি ঃ** তেখেতসকল অসাধাৰণ ব্যক্তিত্ব আছিল।

**বৰুৱা ঃ** অসাধাৰণ ব্যক্তিত্ব আছিল। আৰ থানলিৰা আদি অসাধাৰণ ব্যক্তিত্বৰ মানুহ আছিল। তাৰ বাহিৰেও চৰকাৰী বিষয়া, অৱসৰপ্ৰাপ্ত এ. ভট্টাচাৰ্য, সত্যেন বৰকটকী, আৰিফ আলী, এ.কে. চৌধুৰী, তৰুণ কমল বৰা। এইদৰে বিভিন্ন চৰকাৰী বিষয়াও অধ্যক্ষ পদত অধিষ্ঠিত হৈছিল।

**বৰগোহাঞি ঃ** তেতিয়া তেওঁলোকৰ পিনে কোনেও আঙুলি টোৱাব পৰা নাছিল।

**বৰুৱা ঃ** এতিয়া এনেকুৱা ধৰণৰ মানুহ অধ্যক্ষ পদত নিযুক্তিত হৈছে বা সদস্য পদত নিযুক্তি হৈছে যিবিলাকক Outstanding বুলি আমি ক'ব নোৱাৰো। সমাজৰ আস্থা তেওঁলোকৰ ওপৰত আছে সেই বিষয়েও সন্দেহজনক। সেইকাৰণে মই কৈছিলো সংবিধানত কেনেকুৱা মানুহ নিযুক্তি দিব লাগে, কেনেকুৱা Minimum Qualification থাকিব লাগে, এই প্ৰশ্নটো তাত নাই। Article 315 বা 316 of the Constitution তাত এইটো কথাই কৈছে, যিসকল সদস্য হ'ব, তেখেতসকল, নিৰপেক্ষ হ'ব লাগিব, Outstanding Caliber-ৰ হ'ব লাগিব।

**বৰগোহাঞি ঃ** সেইকেইটা ক'লেইতো আৰু বাকী কথা ক'বৰ কি প্ৰয়োজন আছে। Outstanding Caliber বুলি ক'লে, তেওঁৰ শিক্ষা-দীক্ষা আদি হৈ যায়। আকৌ

নিৰপেক্ষ— তাতোকৈ ডাঙৰ কথাতো একোৱেই হ'ব নোৱাৰে। যোৱা বহু বছৰ ধৰি আমি এনেকুৱা অভিযোগ শুনি আছো যে লোকসেৱা আয়োগৰ অধ্যক্ষ বা সদস্যসকলৰ যিখিনি অঙহি-বঙহি বা আত্মীয়-কুটুম্ব আনকি পুত্ৰ-কন্যাইও চাকৰি পাইছে। কিন্তু আৰিফ আলী চাহাব লোকসভা আয়োগৰ অধ্যক্ষ আছিলে। তেখেতৰ নিজৰ পুত্ৰ এজন প্ৰাৰ্থী আছিলে, পৰীক্ষাৰ্থী, তেওঁ কিন্তু স্পষ্ট ভাষাৰে হুকুম দিলে পুতেকক, "মই অধ্যক্ষ থকালৈকে তুমি লোকসেৱা আয়োগৰ পৰীক্ষা দিব নোৱাৰিবা, তুমি ইণ্টাৰভিউ দিব নোৱাৰিবা, চাকৰি বিচাৰিব নোৱাৰিবা"। এই কথাটো হয় নে নহয়?

**বৰুৱা** ঃ এইটো সঁচা।

**বৰগোহাঞি** ঃ তেনেকুৱা মানুহো লোকসেৱা আয়োগত আছিল। আৰু আজিৰ দিনত প্ৰত্যেকজন— সঁচা-মিছা সেইটো ৰাইজে বিচাৰ কৰিব, আইনে বিচাৰ কৰিব। কিন্তু কাগজে-পত্ৰই খোলা-খুলি ওলাই আছে। কাৰ পুতেকে চাকৰি পায়, কাৰ পুতেকে চাকৰি নাপায়।

**বৰুৱা** ঃ ইয়াৰ পাছত সেইটোৱেই সন্দেহজনক হৈছে। ইয়াৰ পাছত অধ্যক্ষ বা সদস্যসকলৰ অঙহি-বঙহি বা পুত্ৰ বা কন্যাই চাকৰি পাইছে। আৰু তেওঁলোকে Minimum যিটো requirement যে তেওঁলোকে মোৰ পুত্ৰ বা কন্যাই পৰীক্ষা দিছে এই declaration টো বহুতে দিয়া নাই।

**বৰগোহাঞি** ঃ বাৰু, আমাৰ আচল কথা এতিয়াও আৰম্ভ হোৱাই নাই, তাৰ আগতে সৰু বিৰতি এটা লৈ লওঁ।

* * *

**বৰগোহাঞি** ঃ বিৰতিৰ পিছত পুনৰ আমাৰ আলোচনালৈ ঘূৰি আহিছো। বৰুৱা ডাঙৰীয়া, আমি গোটেই কথাখিনি আলোচনা কৰোঁতে এটা কথা ওলাইছে, যে আয়োগৰ সদস্যসকল যদি আপুনি কোৱাৰ দৰে, Outstanding ability-ৰ মানুহ নহয়, ৰাইজৰ আস্থাভাজন নহয়, নিৰপেক্ষ নহয়, তেতিয়াহ'লে তেওঁলোকে নিজৰ কৰ্তব্য কেতিয়াও ভালকৈ সম্পাদন কৰিব নোৱাৰে। তেনেকুৱা সদস্য নিৰ্বাচন কৰাৰ পদ্ধতি কি হোৱা উচিত বুলি আপুনি পৰামৰ্শ দিছে? মই নিজে ভাবো, খুব তীব্ৰভাৱে অনুভৱ কৰোঁ যে এতিয়া অসম লোকসেৱা আয়োগৰ এনেকুৱা মানুহবোৰ সদস্য নিৰ্বাচিত হৈছে— তেখেতক ব্যক্তি হিচাপে মই সন্মান কৰোঁ। কিন্তু যিটো পদলৈ নিৰ্বাচিত হৈছে, মোৰ ধাৰণা তেওঁলোকৰ বহুতেই যদি এটা তৃতীয় বৰ্গৰ চাকৰি বিচাৰি পৰীক্ষা দিয়ে, বা প্ৰাৰ্থী হয় বা সাক্ষ্যাত দিয়ে, তেওঁলোকৰ বহুতেই সেই চাকৰিৰ কাৰণে নিৰ্বাচিত নহ'ব। কিন্তু সেইখিনি মানুহে আজি A.C.S.-ৰ বিষয়া নিৰ্বাচন কৰিব, ইঞ্জিনিয়াৰ নিৰ্বাচন

কৰিব, ডাক্তৰ নিৰ্বাচন কৰিব, চৰকাৰী কলেজৰ প্ৰফেছাৰ নিৰ্বাচন কৰিব। তেওঁলোকক কি প্ৰশ্ন সুধিব পাৰে, সেইখিনি প্ৰশ্ন সোধাৰ যোগ্যতা তেওঁলোকৰ কেইজনৰ আছে? মযোতো এসময়ত A.C.S.-ৰ পৰীক্ষা দি, মই যাৰ আগত হাজিৰ হৈছিলোহি— যাদৱ প্ৰসাদ চলিহা আছিল অধ্যক্ষ। কি বিৰাট ব্যক্তিত্বৰ মানুহ। আৰু মোক গোটেইবোৰ প্ৰশ্ন সুধিছিল, ড° ভুবনেশ্বৰ বৰুৱাৰ নিচিনা মানুহে। এনেকুৱা প্ৰশ্ন কৰিছিলে, মই আশা কৰোঁ যে প্ৰশ্নবিলাকৰ উচিত উত্তৰ দি মই নিজৰ সন্মানটো ৰাখিব পাৰিলো। কিন্তু সেইসকল বিৰাট ব্যক্তিত্ব, বিৰাট জ্ঞান থকা মানুহ, সেইবিলাকৰ দ্বাৰা নিৰ্বাচিত হৈ চাকৰি পালে নিজৰে গৌৰৱবোধ হয়। আজিকালি তেনেকুৱা প্ৰশ্ন সুধিব পৰা ল'ৰাৰ কথা— মই আকৌ ৰিপিট কৰিছোঁ তেওঁলোকে নিজেই, চব বুলিয়েই নকওঁ বহুতেই তৃতীয় বৰ্গৰ চাকৰিৰ কাৰণে পৰীক্ষা দিলে, কেতিয়াও পাছ কৰিব নোৱাৰে।

**বৰুৱা ঃ** এতিয়ালৈকে যিটো পদ্ধতি, সেইটো হৈছে গোটেই Selection টো নিৰ্ভৰ কৰে মুখ্যমন্ত্ৰীৰ ওপৰত। মুখ্যমন্ত্ৰীয়ে যাকে নিৰ্বাচন কৰে তেওঁকেই সদস্য বা অধ্যক্ষ পাতিব পাৰে, আনকি Assam Rules of Executive Manual মতে এইটো Cabinet লৈ নোযোৱাকৈও কৰিব পাৰে। সেইকাৰণে মই কৈছিলো যে এইটো ৰাজনৈতিক উদ্দেশ্য সিদ্ধিৰ বাবে নকৰি যদি সঁচাকৈয়ে মেধাসম্পন্ন মানুহ নিযুক্তি দিব পাৰে তাৰ কাৰণে এখন Search কমিটিও থাকিব লাগে। Search কমিটিখন তিনিজন চিনিয়ৰ বুৰোক্ৰেট, Chief Secretary, Chief Vigilance Commissioner আৰু Board of Revenue-ৰ Chairman— তেওঁলোক তিনিজন লগ লাগি অসমৰ ব্যক্তিত্বসম্পন্ন, মেধাসম্পন্ন, তীক্ষ্ণবুদ্ধিৰ মানুহৰ List এখন বনাব লাগে, Panel বনাব লাগে। এখন Selection Committee থাকিব। Selection Committee ত মই কৈছিলো Chief Minister Chairman হ'ব। Speaker of the Assembly Member হ'ব, Leader of the opposition member হ'ব, Human Rights Commission-ৰ Chairman তাৰ Member হ'ব।

**বৰগোহাঞি ঃ** সম্পূৰ্ণ নিৰপেক্ষ হ'ব লাগিব।

**বৰুৱা ঃ** নিৰপেক্ষ হ'ব। এওঁলোকে সেই Panel ৰ পৰাই অধ্যক্ষ বা সদস্য নিৰ্বাচিত কৰিব। তেতিয়াহ'লে ৰাজনৈতিক যিটো উদ্দেশ্য সেইটো বহু পৰিমাণে হ্ৰাস পাব। আৰু সঁচাকৈয়ে Outstanding মানুহ সদস্য হ'ব পাৰিব। মই এই পৰামৰ্শটো দিছো। এই পৰামৰ্শটো Government-এ মানি লোৱা নাই।

**বৰগোহাঞি ঃ** এইটো কিয় মানি লোৱা নাই, সেইটো আপুনি নক'লেও মই অনুমান কৰিব পৰো। মই এটা উদাহৰণ হিচাপে দিওঁ, ১৯৯২ চনত তেতিয়া হিতেশ্বৰ শইকীয়া মুখ্যমন্ত্ৰী আছিল। তেখেতে এখন শিক্ষা আয়োগ Education Reforms

Commission গঠন কৰিছিল। তাৰ অধ্যক্ষ পাতিছিলে ড' জ্যোতিপ্ৰসাদ মেধিৰ নিচিনা আন্তৰ্জাতিক খ্যাতিসম্পন্ন অধ্যাপক আৰু শিক্ষাবিদক। ভাগ্য বা দুৰ্ভাগ্যক্ৰমে ময়ো তাৰ সদস্য আছিলো। সেই কমিছনৰ প্ৰতিবেদনখন এবছৰৰ ভিতৰত গোটেই ভাৰতবৰ্ষ ঘূৰি প্ৰচুৰ অধ্যয়ন কৰি, আনকি আমি ভিয়েটনামৰ পৰাও Education Commission-ৰ Report আনি দিয়া হ'ল। সেইখন পোৱাৰ লগে লগে পেলনীয়া কাকতৰ খৰাহীত ঠাই পালে। কিয় পালে; যেতিয়া Commission-ৰ কাম আৰম্ভ হয় তেতিয়া হিতেশ্বৰ শইকীয়াই মোক ফোন কৰি কৈছিল যে, "ককাইদেউ, মই আপোনাক এইটো প্ৰতিশ্ৰুতি দিছো যে Commission-ৰ প্ৰতিটো শব্দ মই আখৰে-আখৰে কাৰ্যত পালন কৰিম। আজি প্ৰথম মিটিং খন আৰম্ভ হ'ব আপুনি তেখেতসকলক জনাই দিয়ক।" মই অতি আনন্দেৰে, গৰ্বেৰে তেওঁলোকক ক'লোঁগৈ যে স্বয়ং মুখ্যমন্ত্ৰীয়ে মোক Phone কৰি কৈছে যে Commission-ৰ প্ৰতিটো শব্দ তেওঁ কাৰ্যকৰী কৰিব। কিন্তু যি Report দিয়া হ'ল সেইটো পঢ়ি চোৱাৰ প্ৰয়োজন বোধ নকৰিলে।

**বৰুৱা ঃ** সেইখন কাৰ্যকৰী নকৰিলেই।

**বৰগোহাঞি ঃ** নকৰিলেই। কিয় নকৰিলে তাৰ একমাত্ৰ কাৰণ— তাত শিক্ষক নিযুক্তিটো ৰাজনৈতিক হস্তক্ষেপৰ পৰা সম্পূৰ্ণৰূপে মুক্ত হ'ব বুলি পৰামৰ্শ দিয়া হৈছিল। ৰাজনৈতিক হস্তক্ষেপত যিবোৰ অবাঞ্ছিত মানুহ, অযোগ্য মানুহ, তেনেকুৱা শিক্ষক লৈছে। এবাৰ শিক্ষক হ'লে তেওঁ ৩০-৪০ বছৰ শিক্ষকতা কৰিব, কৰি পুৰুষানুক্ৰমে গোটেই সমাজখন ধ্বংস কৰিব।

এসময়ত লোকসভা আয়োগৰ সদস্য কেইজন আছিলে?

**বৰুৱা ঃ** প্ৰথমতে আছিলে এজন অধ্যক্ষ, তিনিজন সদস্য। ১৯৮৫ চনৰ পিছত যেতিয়া AGP চৰকাৰ হ'ল তেওঁলোকে বঢ়াই এজন অধ্যক্ষ ৬ জন সদস্য, মুঠতে সাতজনীয়া লোকসেৱা আয়োগ কৰিলে। তাৰ পিছত, যেতিয়া হিতেশ্বৰ শইকীয়া Chief Minister হ'ল ১৯৯১-ত সদস্য সংখ্যা বঢ়াই এজন অধ্যক্ষ ১০ জন সদস্য মুঠ এঘাৰজনীয়া লোকসেৱা আয়োগ গঠন কৰিলে।

**বৰগোহাঞি ঃ** এখন পঞ্চায়ত কৰিলে। আপুনি যদি তালিকাখনত কাক-কাক সদস্য কৰিলে সেইখন পঢ়ি চায়— ৰাজ্যখনৰ কি হ'ব, সমাজৰ কি হ'ব, প্ৰশাসনৰ কি হ'ব— চিন্তা নকৰাকৈ সম্পূৰ্ণ ৰাজনৈতিক বিবেচনাত সেই সদস্যবোৰ নিৰ্বাচন কৰা হৈছিল। আৰু মই এনেকুৱা এজন সদস্যৰ কথাও জানো, আপুনিও নিশ্চয় জানিব যে তেওঁ লোকসেৱা আয়োগৰ সদস্য হৈ থাকোঁতে এটা A.C.S. প্ৰশিক্ষণ কেন্দ্ৰ খুলিছিল। এতিয়া তেওঁ কি কৰিব? প্ৰশিক্ষণ কেন্দ্ৰত যিবিলাকে প্ৰশিক্ষণ লৈছে সেইবিলাকক চাকৰি দিয়াবলৈ তেওঁ পাৰ্যমানে চেষ্টা কৰিব।

**বৰুৱা ঃ** এই কথাটো মই enquiry কৰোঁতে ওলাইছিল। এজন সদস্যই Tea Garden Area-ত A.C.S. Training Coaching Centre এটা খুলিছিল। তাৰ প্ৰশিক্ষাৰ্থীসকলে ইয়াত পৰীক্ষা দি কি সুবিধা পাইছে মই নাজানো। নিশ্চয় সুবিধা পাইছিল।

**বৰগোহাঞি ঃ** যিখন চৰকাৰে সম্পূৰ্ণ ৰাজনৈতিক বিবেচনাত এই মানুহবোৰক লৈ লোকসেৱা আয়োগখন গঠন কৰিছিল, তাৰ একমাত্ৰ উদ্দেশ্য এইটোৱেই নহয় নে যে তেওঁলোকে ৰাজনৈতিকভাৱে তেওঁলোকক প্ৰভাৱিত কৰি যাক চাকৰি দিবৰ ইচ্ছা কৰিব তেওঁক চাকৰি দিয়াব, যাক দিয়াব নোখোজে তেওঁক নিদিয়াব।

**বৰুৱা ঃ** মই চৰকাৰক সুধিছিলো, ১ জন অধ্যক্ষ ১০ জন সদস্য কৰাৰ কাৰণটো কি আছিল? তেতিয়া চৰকাৰে মোক জনাইছিল যে পৰীক্ষা লওঁতে যিহেতু বহুত সময় লাগে, Interview-ৰ Result ওলাওঁতে বহুত সময় লাগে সেইকাৰণে সদস্য সংখ্যা বঢ়াইছো। কিন্তু মই এটা instance দি দিছো যে সদস্য সংখ্যা বঢ়োৱাৰ কাৰণে পৰীক্ষা লোৱাৰ সময় কমা নাই বৰঞ্চ বাঢ়িছেহে। Competitive Exam. আগতে দুবছৰত শেষ হয়, এতিয়া তিনি বছৰ লাগে। মই সেইকাৰণে সেইটোত কোনো যুক্তি নাই বুলি কৈছিলো আৰু মই সদস্য সংখ্যা কমাবলৈ পৰামৰ্শ দিছিলো। মই কৈছিলো এজন অধ্যক্ষ আৰু ৬ জন সদস্য থাকিব লাগে। সেইটো চৰকাৰে মানি লৈছে।

**বৰগোহাঞি ঃ** আপুনি আৰু এটা কথা কৈছে যে উপযুক্ত পৰীক্ষকে উত্তৰবহীবোৰ পৰীক্ষা কৰি চোৱাৰ পিছতো লোকসেৱা আয়োগৰ সদস্যসকলেও সেই পৰীক্ষাৰ Paper পৰীক্ষা কৰে। সেইটো হয় নেকি?

**বৰুৱা ঃ** সেইটো সঁচা কথা। মই তাত লিখিছোৱেই যে Chief Examiner-এ বহীবিলাক চোৱাৰ পিছত সেই Answer script বিলাক Commission-ৰ সদস্যবিলাকে আকৌ এবাৰ Examine কৰি তাত Plus-minus mark দিয়ে। এইটো মই কৈছো যে কেতিয়াও যুক্তিসংগত নহয়। কাৰণ, তেওঁলোকৰ ধৰক কোনোবাই Veterinary Subject-টোৰ ওপৰত পৰীক্ষা দিছে, কোনোবাই Medical Subject-টোৰ ওপৰত পৰীক্ষা দিছে, কোনোবাই Commerce-ৰ ওপৰত পৰীক্ষা দিছে, তেওঁলোকৰ সেই বিষয়ে জ্ঞান নাই। তেওঁলোকে পৰীক্ষা বহীবিলাক কেনেকৈ চাব? বাকীবিলাক Public Service Commission Enquiry কৰি চাইছো কোনেও এই পদ্ধতিৰ প্ৰচলন কৰা নাই। একমাত্ৰ অসমতে এইটো আছে।

**বৰগোহাঞি ঃ** মই যদি আপোনাক এটা সন্দেহ প্ৰকাশ কৰো যে আপুনি এজন মুখ্য পৰীক্ষক আপুনি পৰীক্ষা কৰি দিয়াৰ পিছতো লোকসেৱা আয়োগৰ সদস্যসকলক

যে বহীবিলাক পৰীক্ষা কৰিব দিয়া হৈছে, মই যদি কওঁ যে তেওঁলোকক দিয়া হৈছে এইকাৰণেই যে আপুনি যদি এজন মানুহক ৩০ নম্বৰ দিছে, তেওঁ যদি চাই ১০ নম্বৰ বঢ়াই দিয়ে, তেওঁকতো বাধা দিওঁতা কোনো নাই।

**বৰুৱা ঃ** এইটোত যথেষ্ট Manipulation-ৰ Scope আছে কোনো Rules Regulation-ত এইটো কথা নাই যে Answer script বিলাক Member বিলাকে পৰীক্ষা কৰিব পাৰে। এইটো সাংঘাতিক অনিয়ম আৰু এইটো মই বন্ধ কৰিব লাগে বুলি পৰামৰ্শ দিছিলো।

**বৰগোহাঞিঃ ঃ** আপুনিতো বন্ধ কৰিব লাগে বুলি ৮ বছৰ আগতেই এইবোৰ দিলে। ৮ বছৰলৈকে যে এইখন পেলাই থৈছে তাৰ কাৰণটো কি বুলি আপুনি ভাবে?

**বৰুৱা ঃ** ইয়াৰ যিখিনি চৰকাৰে কৰিব লাগে তাৰে কিছুমান চৰকাৰে কৰিছে, কিছুমান কৰা নাই। বাকী Major Recommendation খিনি Assam Public Service Commission-এ কাৰ্যকৰী কৰিব লাগে। কিন্তু মোৰ ধাৰণা যে APSC এ Report খন ভালকৈ অধ্যয়নেই কৰা নাই বা তেওঁলোকে কাৰ্যকৰী ব্যৱস্থা ল'বৰ ইচ্ছাও কৰা নাই।

**বৰগোহাঞিঃ ঃ** বাতৰিকাকতত ওলোৱা মতেও যে ১৯৫১ চনৰ অসম লোকসেৱা আয়োগৰ বিধি অনুসৰি বিধিখন ২০০৫ চনৰ ৫ জানুৱাৰী অসম চৰকাৰে সংশোধন ঘটাইছে।

**বৰুৱা ঃ** সেইয়া, ২০০৫ চনত কৰিছে।

**বৰগোহাঞিঃ ঃ** এই সংশোধনী অনুসৰি আয়োগৰ অধ্যক্ষ আৰু সদস্যসকলক Warrent of Appointment যোগে ৰাজ্যপালেহে নিযুক্তি দিব পাৰে। অৰ্থাৎ উক্ত নিযুক্তি পত্ৰত ৰাজ্যপালৰ স্বাক্ষৰ বাধ্যতামূলক। কেৱল ইমানেই নহয় যে আয়োগৰ অধ্যক্ষ আৰু সদস্যসকলে আয়োগৰ কাম-কাজ আৰম্ভ আৰু পৰিচালনা কৰিব পাৰে ৰাজ্যপালৰ ওচৰত শপত ল'লেহে। নোলোৱাকৈ কৰিব নোৱাৰে। তেনেস্থলত আজি যদি সেইটো নোহোৱাকৈ কৰিছে, তেওঁলোকে যিমানবোৰ কাৰ্যনিৰ্বাহ কৰিছে, যিমানবোৰ বাছনি কৰিছে, সেইবোৰ অবৈধ বুলি প্ৰমাণ কৰিব পাৰি নে নোৱাৰি? চৰকাৰৰ নিয়ম বহিৰ্ভূত বা নীতি বহিৰ্ভূত হৈছে নে নাই?

**বৰুৱা ঃ** নিয়ম বহিৰ্ভূত হৈছে। নীতি বহিৰ্ভূত হৈছে। অসংবিধানিক হৈছে নে নাই সেইটো নকওঁ। সংবিধানত এইবিলাক বস্তু নাই। শপত গ্ৰহণ কৰিব লাগিব বুলি কথাটো নাই।

**বৰগোহাঞিঃ ঃ** কিন্তু চৰকাৰেতো নিজে এখন সংবিধান কৰি দিছে।

**বৰুৱা ঃ** চৰকাৰে এখন Regulation কৰি দিছে।

**বৰগোহাঞি ঃ** এখন অধিসুচনা কৰি দিছে। যিটো চৰকাৰে নিজে কৰা নিয়ম নিজে লংঘন কৰে সেই চৰকাৰটো আপুনি কেনেকুৱা চৰকাৰ বুলি ক'ব?

**বৰুৱা ঃ** এনেকুৱা এটা হৈছে, মই যিটো দেখিছো, লোকসেৱা আয়োগ Constitutional Body। Constitutional Body মানে তেওঁলোকে ধৰি লৈছে যে তেওঁলোকে সকলো আইনৰ উৰ্ধ্বত। তেওঁলোকে যি কৰে আমি মাতিব নালাগে। কিন্তু এই কথা নহয়। তেওঁলোকে Constitution-ৰ চাৰিসীমাৰ ভিতৰতহে কাম কৰিব লাগিব। চাৰিসীমাৰ বাহিৰত কাম কৰিব নোৱাৰে। অকল অসমতেই নহয়, বহুতো লোকসেৱা আয়োগত এনেকুৱা কাম-কাজ চলিছে যিবিলাক Constitution-ৰ বাহিৰত unconstitutional হৈছে আৰু বহুতো State-ত Chairman, Member জেললৈ যাব লগা হৈছে। বিহাৰৰ Chairman, Member জেললৈ গৈছে, কাৰণ তেওঁলোকে পৰীক্ষাত অনিয়ম কৰিছে।

**বৰগোহাঞি ঃ** বিহাৰক আমি যিমান গালি নাপাৰো, তাত অন্ততঃ এখন অধ্যক্ষক জেললৈ পঠিয়াইছে। ইয়াত ইমান এটা ভয়ংকৰ অভিযোগ হোৱা সত্ত্বেও, মাজতেতো— এতিয়া বোধহয় মানুহে সেইবোৰ পাহৰি গৈছে— এজন প্ৰাক্তন অধ্যক্ষৰ লক্ষ-লক্ষ জমা টকা পাইছিলে, সেইবোৰৰ তদন্ত কি হ'ল, পৰিণাম কি হ'ল, সেইবোৰ মানুহে যে পাহৰণিৰ গৰ্ভত হেৰুৱাই দি ভাবিলে আমি ৰক্ষা পৰিলো। সেইবোৰ ঘটনাৰ আৰু কিমান দিন চলিব?

এইখিনি কথা কৈ আজিলৈ আমি অনুষ্ঠান সামৰিলোঁ।

*(৩০ জানুৱাৰী, ২০০৯-ত প্ৰচাৰিত)*

# তপন লাল বৰুৱাৰ সৈতে হোমেন বৰগোহাঞি



*"মই আপোনাক খুব খুলি কওঁ যে অসম লোকসেৱা আয়োগৰ এই বিষয়টো আৰু বিশেষকৈ আপোনাৰ এই প্ৰতিবেদন পঢ়াৰ পিছত মোৰ যিটো চৰম ক্ৰোধ হৈছে আৰু কিছুমান মানুহৰ প্ৰতি যিটো চৰম ঘৃণা হৈছে তাক মই ভাষাৰে বুজাব নোৱাৰোঁ।"*



**হোমেন বৰগোহাঞি ঃ** নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আপোনালোকক স্বাগতম। আজি মোৰ অতিথি শ্ৰীতপন লাল বৰুৱা, আই এ এছ্। তেখেতক দ্বিতীয়বাৰৰ বাবে মাতি আনিছো আমাৰ সময়ৰ এটা অতি গুৰুত্বপূৰ্ণ বিষয় আলোচনা কৰিবলৈ। সেই বিষয়টো হ'ল অসম লোকসেৱা আয়োগৰ এটা কলংকিত কাহিনী।

বৰুৱা ডাঙৰীযা, আজি যদি চৰকাৰী বিষয়াই নিয়মৰ বিৰুদ্ধে গৈ কিছুমান কাম কৰে বা আইন ভংগ কৰে তেওঁৰ বিৰুদ্ধে শাস্তিমূলক ব্যৱস্থা ল'ব পাৰি। লোকসেৱা আযোগৰ অধ্যক্ষ বা সদস্যসকল সকলো আইনৰ উৰ্দ্ধত নেকি? মই এই প্ৰশ্নটো কৰিছো এইকাৰণে যে এনেকুৱা উদাহৰণো আছে, আপোনাৰ এই প্ৰতিবেদনতো তেনেকুৱা উল্লেখ আছে যে অসম লোকসেৱা আযোগৰ এজন প্ৰাক্তন অধ্যক্ষই আযোগে নিৰ্বাচিত নকৰা প্ৰাৰ্থীকো চাকৰি দিব লাগে বুলি চুপাৰিছ কৰি চিধাচিধি চৰকাৰলৈ চিঠি লিখিছে। যিটো উদ্দেশ্য সাধন কৰিবলৈ তেওঁক দাযিত্ব দিযা হৈছিল তেওঁ নিজেই সেইবোৰ চব ভৰিৰে গচকি যাক কোৱা হয় স্বজন-তোষণ, সেইটো কৰিবৰ কাৰণে তেওঁ চৰকাৰক চুপাৰিছ কৰিছে। এইটো চৰকাৰৰ চকুত পৰিছে কাৰণ, তাৰ পিছত লোকসেৱা আয়োগে সেইটোৰ প্ৰতিবাদ কৰিছে চিঠিও লিখিছে। তাৰ পিছত তেওঁক শাস্তি দিয়াৰ বা ভৰ্ৎসনা কৰাৰ কোনো উপায় নাই নেকি?

**তপন লাল বৰুৱা ঃ** মই enquiry কৰোঁতে তেনেকুৱা ধৰণৰ কেইবাটাও দৃষ্টান্ত মোৰ চকুত পৰিছিল। Dr. T.P. Das তেতিয়া Chairman আছিল, তেতিয়া কেইবাটাও Direct Recruitment-ৰ nomination তেওঁ Government লৈ পঠায়, সেই nomination খন আৰু Interview Board-ৰ Recomendation-ৰ মাজত মই পাৰ্থক্য দেখিছিলো।

তেতিয়া এনেকুৱা হৈছিলগৈ যে Interview Board-এ যিধৰণে Order merit প্ৰস্তুত কৰিছে আৰু তেওঁক যেতিয়া Government-এ Recomendation কৰিব দিছে তেওঁ তেতিয়া সেই Boardৰ Order merit follow কৰা নাই। তাৰ বাহিৰেও Interview Board-ৰ Recomended নোহোৱা প্ৰাৰ্থীৰ নামো সন্নিৱিষ্ট কৰি তেওঁ Government লৈ পঠাইছে। তাৰ পিছত যেতিয়া তেওঁ অধ্যক্ষ পদৰ পৰা গ'ল Mr. D.P. Borah-তেওঁ অধ্যক্ষ পদ ল'লে, তেওঁ এই চিঠিবিলাক Contradict কৰি কৈছিল যে এইবিলাক ভুল হৈছে। আমাৰ এইবিলাক চিঠিহে মানিব লাগে। কিন্তু Government-এ তাৰ ওপৰত কোনো ব্যৱস্থা নকৰিলে।

**বৰগোহাঞিঃ** ইমান ডাঙৰ অভিযোগ আহি গৈছে আৰু স্বয়ং লোকসেৱা আয়োগৰ অধ্যক্ষই চিঠি লিখিব লগা হৈছে, অন্ততঃ এটা ভৰ্ৎসনাতো কৰিব পাৰে বা ৰাজহুৱাভাৱে ক'ব লাগে যে এইটো কাম অন্যায় হৈছে। ভৱিষ্যতলৈ কৰাটো উচিত নহ'ব।

**বৰুৱা ঃ** এইটো আচলতে Article 317-ৰ মতে চৰকাৰে গভৰ্নৰৰ জৰিয়তে তেওঁক Suspend কৰিব পাৰে।

**বৰগোহাঞিঃ** কিন্তু By that time তেওঁ লোকসেৱা আয়োগৰ অধ্যক্ষ হৈ থকা নাছিল।

**বৰুৱা ঃ** সেইকাৰণে Suspend-ৰ কোনো প্ৰশ্নই নাহে। কিন্তু মই কৈছো যদি এনেকুৱা অনিয়ম কৰে Suspension কৰাৰ Provision আছে। কিন্তু যিহেতু ইতিমধ্যে অব্যাহতি লৈছে তেওঁৰ against-ত vigilance enquiry কৰিছে, কৰি এতিয়া Proscecution Sanction কৰা নাই, কি কাৰণে কৰা নাই, ৰাজনীতিটো মই নাজানো।

**বৰগোহাঞিঃ** ৰাজনৈতিক কাৰণ; আপুনি জানে, জানিও আপুনি মুখেৰে নকয়। কাৰণ আপুনি গোটেই জীৱন Seasoned Bureaucrat বিষয়া হৈ থাকি থাকি আপোনালোকে এটা স্ব-আৰোপিত অনুশাসনৰ বশৱৰ্তী হৈ কাম কৰে। আমাৰতো মুখত তেনেকুৱা একো লেকাম নাই। মইতো একে আষাৰে ক'ব পাৰো যে চৰকাৰৰ উদ্দেশ্য অতি অসৎ। লোকসেৱা আয়োগখনক তেওঁলোকে পৰিতোষণৰ এটা উপায় হিচাপে ব্যৱহাৰ কৰিবৰ কাৰণে এটা সঁজুলি হিচাপে লৈছে। আৰু তেওঁলোকৰ ৰাজনৈতিক হস্তক্ষেপ যিবিলাকে মানি চলিব তেনেকুৱা মানুহক লৈ তেওঁলোকে সদস্য কৰি আয়োগখন গঠন কৰে।

**বৰুৱা ঃ** Actually ৰাজনৈতিক Platform হিচাপে ব্যৱহাৰ কৰে।

**বৰগোহাঞিঃ** এতিয়া এজন বিষয়াক ৩০ বছৰ বা ৩৫ বছৰৰ কাৰণে আপুনি নিৰ্বাচন কৰিলে, সেই অযোগ্য বিষয়াজনে কি কৰিব? তেওঁলোকে গোটেই প্ৰশাসন ব্যৱস্থাটোক ভাগি-ছিগি থান-বান কৰি, যিটো বুনিয়াদৰ ওপৰত চৰকাৰ এখন তিষ্ঠি

থাকে চৰকাৰৰ যিটো মূল বস্তু, মন্ত্ৰী আহে আৰু যায়, কিন্তু থাকে কেৱল প্ৰশাসন যন্ত্ৰ— এইযে আমোলা তন্ত্ৰ; সেইটোতো চিৰকাল চলাই থাকে। এবাৰ মই কাকতত পঢ়িছিলো যে Britain-ৰ এজন Under Secy. of Home Department, তেওঁ এজন মন্ত্ৰীৰ নিৰ্দেশ পালন কৰিবলৈ অস্বীকাৰ কৰিছে। তেওঁ কৈ দিলে যে তুমিতো আজি আছা কাইলৈ নাই, মই ইয়াত থাকিম ৩০ বছৰ, ৪০ বছৰ। গতিকে আমাৰ যিটো Bureaucracy, আমোলা তন্ত্ৰৰ যিটো মহৎ ঐতিহ্য সেইটো ৰক্ষা কৰাৰ দায়িত্ব তোমাৰ নহয়, সেইটো মোৰ। গতিকে মই যদি তোমাৰ কথাত উঠা-বহা কৰো তেতিয়াহ'লেতো মই প্ৰশাসন যন্ত্ৰক ধ্বংস কৰাৰ বাহিৰে একো কৰিব নোৱাৰিম। এইযে, এনেকৈ এটা অযোগ্য লোকসেৱা আয়োগে চামে-চামে একোজন অযোগ্য প্ৰশাসনিক বিষয়া নিৰ্বাচন কৰি, মোৰ মতে গোটেই ৰাজ্যখনক ধ্বংস কৰিছে।

**বৰুৱা ঃ** ৰাজ্যখনত দুৰ্নীতি বাঢ়িছে সেইটো সকলোৱেই স্বীকাৰ কৰিছে। ৰাজ্যৰ প্ৰশাসন যন্ত্ৰটো জঠৰ হৈ গৈছে সেইটো স্বীকাৰ কৰে। ইয়াৰ মূল কাৰণ হৈছে এই ৰাজপত্ৰিত বিষয়াসকল নিৰ্বাচন কৰাৰ সময়তেই দুৰ্নীতিৰ যোগেদি যদি তেওঁলোকে নিৰ্বাচিত হয় তেনেহ'লে তেওঁলোকে চৰকাৰী জীৱনত কি কৰিব? টকা তেওঁলোকে...

**বৰগোহাঞি ঃ** এটাই কৰিব; প্ৰথম they want, কৈ দিব তইঁতে লুটি-পুটি খা, আমাকো দিব লাগিব তইঁতেও খাব লাগিব। তেনেকৈ এবাৰ এজন মানুহ মোৰ ওচৰলৈ আহিলে। তেওঁ বি.এ. পাছ কৰিছিল, এটা বিষয়ত Major লৈ, তেওঁ খুউব মেধাৱী ছাত্ৰ আছিল। তেওঁ তিনিবাৰ পৰীক্ষা দিও চাকৰি নাপালে। তেওঁ কান্দি-কান্দি আহি মোক ক'লে যে, ছাৰ মোৰ লগত পঢ়া এটা ল'ৰা তিনিবাৰ Supplementary দি পৰীক্ষা পাছ কৰিছে, Degreeও পাছ কৰিছে Supplementary দি। কিন্তু এই মানুহজনে চাকৰিটো পালে। এতিয়া এই ল'ৰাজনে প্ৰশ্ন কৰিছে, মই যে ইমান কষ্ট কৰি পঢ়িলো, ইমান কষ্ট কৰি ভাল ছাত্ৰ হ'বলৈ চেষ্টা কৰিলো তাৰতো কোনো মূল্য নাই। তেওঁ কেনেকৈ চাকৰিটো পালে? কেৱল টকাৰ জোৰত। গতিকে এই যে Merit-ৰ সাধনা, প্ৰতিভাৰ সাধনা, জ্ঞানৰ সাধনা সেইবোৰতো মূল্যহীন কৰি পেলাইছে। মই খবৰ কৰি জানিব পাৰিছো, আপুনি মোতকৈ বেছি ভালকৈ জানিব। ধৰক, ময়ে পৰীক্ষা দিছো, মই লিখিত পৰীক্ষাত ৪০ নম্বৰ পালো, কিন্তু ইণ্টাৰভিউ যে হয় সাক্ষাৎকাৰ হয়, তাত ৯৯ নম্বৰ পালো। অৰ্থাৎ মোক যদি আপোনাৰ চাকৰি দিবলৈ মন আছে, মই লিখিত পৰীক্ষাত কাণে-কাণ মাৰি পাছ কৰিলো, কিন্তু আপুনি ঠিক কৰি থৈছে যে এই ল'ৰাজনক মই চাকৰিটো দিমেই। গতিকে আপুনি সাক্ষাতকাৰত ৯৯, ৯০, ৯৫ দি দিলে। আপোনাকতো কোনো বাধা দিওঁতা নাই। এইটো ঘটিছে নে নাই?

**বৰুৱা ঃ** সঁচা কথা; মই যেতিয়া enquiry কৰিছিলো কেইবাটাও দৃষ্টান্ত উল্লেখো

কৰিছিলো মোৰ প্ৰতিবেদনত। যে অতি নিম্ন খাপৰ প্ৰাৰ্থীয়েও যিসকলে Written Examination-ত ভাল কৰা নাই কিন্তু Interview-ত ২০০ ৰ ভিতৰত ১৯৫, ১৯০, ১৯৮ নম্বৰ পাইছে। চাৰিটা উদাহৰণ মই দিছো, মই কৈছো এওঁলোকৰ Written Examination-ৰ নম্বৰ খুব কম, তত্ৰাচ্ তেওঁলোকে Interview Board-ত ইমান নম্বৰ কেনেকৈ পালে? অনুসন্ধান কৰি দেখিলো তেওঁলোক প্ৰত্যেকেই সদস্যসকলৰ হয় ল'ৰা বা ছোৱালী বা সম্বন্ধীয় মানুহ। মই সেইকাৰণে কৈছিলো যে 98-99-ৰ যিখন A.C.S. Combine Competitive পৰীক্ষাৰ Result সেইখন নাকচ কৰিব লাগে, কিন্তু সেই কথা চৰকাৰে মানি নল'লে।

**বৰগোহাঞিঃ** কি যুক্তিত?

**বৰুৱাঃ** কি যুক্তিত মই নাজানো; কিন্তু সেই প্ৰাৰ্থীসকলে চৰকাৰী চাকৰি পালে। Interesting ঘটনাটো হ'ল— সেই পৰীক্ষাৰ বহীকলৈ High Court-এ এটা Registrar কমিটি কৰিছে। দুজন Register লগ লাগি Written Exam.-ৰ বহীবিলাক Examine কৰিছে। তেওঁলোকে Report দিছিল যে কিছুমান বহীত Additional যিটো Answer script দিছে তাত Invigilator-ৰ চহী নাই, APSC-ৰ কোনো ছীল নাই। আৰু যিখিনি Answer script তেওঁলোকে দিছে সেইখিনি খুব ধুনীয়া আখৰেৰে খুব ভালকৈ লিখা আৰু সেইখিনিতে Candidate বিলাকে বেছি Mark পাইছে। তেওঁলোকে সন্দেহ কৰিছিল যে এইবিলাক পৰীক্ষাৰ বহী নিশ্চয় পিছত তাত Attach কৰা হৈছে।

**বৰগোহাঞিঃ** সেই Report খন চৰকাৰলৈ গৈছিল নে নাই?

**বৰুৱাঃ** সেই Report খন High Court-ত আছে আৰু সেই Report-ৰ এইখিনি কথা এই প্ৰতিবেদনত দি দিছো।

**বৰগোহাঞিঃ** আপুনি এইখিনি কথা ২০০১ চনৰ ডিচেম্বৰ মাহতে চৰকাৰক জনাইছে। এই আঠ বছৰে সেইখিনি পঢ়ি চাবলৈ চৰকাৰৰ সময় হোৱা নাই। যিকেইটা পৰামৰ্শ গ্ৰহণ কৰিলে তেওঁলোকৰ কোনো ক্ষতি নহয় সেইকেইটাহে গ্ৰহণ কৰিছে। কিন্তু যিকেইটা গ্ৰহণ কৰিলে তেওঁলোকৰ ক্ষতি হ'ব, তেওঁলোকৰ অতি নীচ ৰাজনৈতিক স্বাৰ্থ পূৰণ নহ'ব সেইকেইটা তেওঁলোকে গ্ৰহণ কৰা নাই। বাৰু যি হওক আমি আপোনাৰ পৰা আৰু কিছু কথা শুনিম বুলি আশা কৰিছো। তাৰ আগতে এটি সৰু বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞিঃ** বিৰতিৰ শেষত আমি পুনৰ অনুষ্ঠানলৈ ঘূৰি আহিলোঁ। বৰুৱা ডাঙৰীয়া, অসম লোকসেৱা আয়োগৰ বিষয়ে যোৱা ৬/৭ বছৰ ধৰি বা তাতকৈ

আগতেও বহুতো কেলেংকাৰী ঘটিছে। আজি সুদীৰ্ঘ ৮-৯-১০ বছৰ ধৰি সেইবোৰ কৰি থকা সত্ত্বেও আজিলৈকে বিধানসভাত কোনো এজন বিধায়কে এই বিষয়ে এটাও প্ৰশ্ন উত্থাপন নকৰিলে।

**বৰুৱা :** অতি আচৰিত কথা, যোৱাবাৰ বিধানসভাত মন কৰক, APSC-ৰ বেমেজালি বৰকৈ কাগজে-পত্ৰই ওলাইছে, ইয়াৰ Discussion হৈছে, High Court লৈ গোটেই বস্তুটো গৈছে, কিন্তু বিধানসভাত অসমৰ কোনো এজনেও এটাত প্ৰশ্ন কৰা নাই বা কোনো উল্লেখো নাই।

**বৰগোহাঞি :** পঞ্চায়তৰ দমকল, কুঁৱা এটা বা নাদ এটাত বা ৰাস্তাত ১০ টকা অপচয় হ'লেও যিসকলে প্ৰশ্ন কৰে আজি গোটেই ৰাজ্যখনৰ ভাগ্য নিয়ন্ত্ৰণ কৰা লোকসেৱা আয়োগৰ ইমানবোৰ বেমেজালি সত্ত্বেও প্ৰশ্ন উত্থাপিত নোহোৱাৰ কাৰণটো কি?

**বৰুৱা :** প্ৰত্যেকজনেই নিশ্চয় নিজৰ নিজৰ সুবিধা আদায় কৰি লৈছে লোকসেৱা আয়োগৰ পৰা।

**বৰগোহাঞি :** এইটো হৈছে Conspiracy of Silence। সকলোৱে মনে মনে থাকি নিজৰ কাৰ্যৰ দ্বাৰা প্ৰমাণ কৰি দিছে ইমান এটা গুৰুত্বপূৰ্ণ বিষয় যিটোৰ ওপৰত আয়োগৰ ৰাজ্যখনৰ প্ৰশাসনৰ কাঠামো বা বুনিয়াদটো নিৰ্ভৰ কৰিছে— সেইক্ষেত্ৰত ইমান নীৰৱ হৈ থকাৰ কাৰণটো কি?

**বৰুৱা :** বিৰোধী বুলি ক'লে A.G.P.-কে বুজাব। A.G.P.-ৰ দিনতেই লোকসেৱা আয়োগৰ অধোন্নতি আৰম্ভ হৈছে। প্ৰফুল্ল মহন্তই যেতিয়াৰ পৰা সদস্য সংখ্যা বঢ়ালে আৰু যিবিলাক সদস্য নিযুক্তি দিলে তাৰ পিছৰ পৰাই APSC-ৰ দুৰ্নীতি আৰম্ভ হৈছে বুলি ক'ব পাৰি। ঠিক তেনেকৈ কংগ্ৰেছৰ দিনত ১১ জনলৈ Member বঢ়াই দিলে, সেইকাৰণে কোন পক্ষক আপুনি দোষ নিদিয়াকৈ থাকিব?

**বৰগোহাঞি :** সেইকাৰণে কৈছো গোটেইবোৰেই Partners in crime, আজি চৰকাৰ বা বিধানসভা— তাৰ কাৰণে মোৰ যি জেল জৰিমনা হ'লে মই পৰোৱাই নকৰিম। মই অন্ততঃ সঁচা কথাটো কমেই ৰাইজৰ স্বাৰ্থত— এইটো কাৰণে যে লোকসভা আয়োগ, অসমত গুৰুত্বপূৰ্ণ চাকৰি দিয়াৰ একমাত্ৰ অধিকাৰ তেওঁলোকৰেই আছে। গতিকে সেইটোক ব্যৱহাৰ কৰিবৰ কাৰণে চৰকাৰ পক্ষ বিৰোধী পক্ষ সকলো উঠিপৰি লাগিছে। আপুনি আপোনাৰ সুদীৰ্ঘ প্ৰতিবেদনত বহুতখিনি মূল্যবান পৰামৰ্শ দিছে। এটা পৰামৰ্শ দিছে The Present imbalance of service members and non-service members in the APSC should be corrected while making future appointment to the commission. অৰ্থাৎ কেইজনমান থাকিব লাগিব অৱসৰপ্ৰাপ্ত বা চাকৰি কৰি থকা প্ৰশাসনিক বিষয়া। কাৰণ তেওঁলোকৰ প্ৰশাসনীয় অভিজ্ঞতা

উপযুক্ত প্ৰাৰ্থী নিৰ্বাচন কৰাত কামত লাগিব। আনহাতে কেইজনমান ৰাজহুৱা ব্যক্তি, সন্মানিত ব্যক্তি, তেওঁলোককো লাগিব, কাৰণ তেওঁলোকে চাকৰি নকৰিলেও তেওঁলোকৰ এটা নৈতিক বিচাৰ-বুদ্ধি আছে। কোনবোৰ বিষয়া ল'লে ৰাইজৰ উপকাৰ হ'ব, উন্নতি হ'ব সেইখিনি জ্ঞান তেওঁলোকৰ আছে। গতিকে imbalance মানে, বৰ্তমান আপুনি তদন্ত আৰম্ভ কৰিবৰ সময়ত সেই Balance-টো ৰক্ষা হোৱা নাই নেকি?

**বৰুৱা ঃ** ১৯৮৫ চনৰ পৰাই সংবিধানমতে শতকৰা ৫০ ভাগ Administrative মানুহ হ'ব লাগিব। কিন্তু পৰ্যায়ক্ৰমে অৱসৰপ্ৰাপ্ত লোকৰ সংখ্যা কমাই অনা হ'ল। কাৰণ, তেহে ৰাজনৈতিকভাৱে প্ৰণোদিত ব্যক্তিক তেওঁলোকে নিযুক্তি দিব পাৰিব। এতিয়া মাত্ৰ এজন অৱসৰপ্ৰাপ্ত বিষয়া তাত আছে।

**বৰগোহাঞি ঃ** মাত্ৰ এজন?

**বৰুৱা ঃ** ছজনৰ ভিতৰত মাত্ৰ এজন আছে।

**বৰগোহাঞি ঃ** এই ৬ জনীয়া আয়োগখন কাৰ দিনত গঠন হ'ল?

**বৰুৱা ঃ** কংগ্ৰেছ চৰকাৰৰ দিনত।

**বৰগোহাঞি ঃ** তেওঁলোকে জীৱনত সংবিধান পঢ়ি চোৱা নাই নেকি? আয়োগখন কেনেকৈ গঠন কৰিব লাগে সেইবিষয়ে তেওঁলোকৰ মাথা-মুণ্ড একো ধাৰণা নাই।

**বৰুৱা ঃ** যিহেতু Administrative Experience থকা মানুহ তাত কম, সেইকাৰণে irregularities বিলাক বাঢ়ি গৈছে। তেওঁলোকে যি মন যায় তাকে কৰিবলৈ লৈছে।

**বৰগোহাঞি ঃ** স্বাভাৱিকতে এজন ডাক্তৰক, এজন ইঞ্জিনিয়াৰক, এজন Forest Officer-ক প্ৰশ্ন কৰিবলৈতো প্ৰশাসনিক অভিজ্ঞতা লাগিব। আজি যিকোনো এজন মানুহ তেওঁ সাহিত্যিক হ'ব পাৰে, ৰাজনৈতিক নেতা হ'ব পাৰে কিন্তু সেই অভিজ্ঞতা নাথাকিলে তেওঁ সিহঁতক কেনেকৈ প্ৰশ্ন কৰিব পাৰিব? এই কাণ্ডটো কৰাৰ সেই একেটা কথা, যদি প্ৰশাসনিক বিষয়াৰ সংখ্যা বঢ়োৱা যায়, তেতিয়া চৰকাৰে আয়োগটোক নিজৰ উদ্দেশ্যত ব্যৱহাৰ কৰিব নোৱাৰিব। কোনোবা মানুহে যদি এইবিলাক কাণ্ডৰ বিৰুদ্ধে PIL কৰে, টিকিব পাৰিব বুলি আপুনি ভাবেনে?

**বৰুৱা ঃ** টিকিব, কাৰণ Supreme Court-ত ruling-ও আছে। কোনোবা এখন Public Commission-ত তেনেকুৱা অনিয়ম হোৱাৰ কাৰণে তাত PIL কৰা কাৰণে Supreme Court-এ কৈছে, তাত 50% থাকিব লাগিব।

**বৰগোহাঞি ঃ** আপুনি যে Search কমিটিৰ কথা ক'লে সেই Search কমিটিখন কেতিয়াও গঠন কৰা হোৱা নাই?

**বৰুৱা ঃ** নাই হোৱা।

**বৰগোহাঞি ঃ** Search Committee নোহোৱালৈ Chief Minister এসেই

Member বিলাক Select কৰে নে কাৰোবাক খাটনি ধৰে, মই ক'লো, এইজনক দিয়ক, আপুনি ক'লে এইজনক দিয়ক তেনেকৈ হয় নেকি?

**বৰুৱা :** আপুনি আচৰিত হ'ব, মই Personal Dept.-ৰ পৰা গম পাইছো যে Member হ'বলৈ Application কৰে।

**বৰগোহাঞি :** Application কৰে?

**বৰুৱা :** Application, জাপ জাপ Application Personal Department-ত আছে।

**বৰগোহাঞি :** Mr. Baruah, মই এই কথাটো বিশ্বাস নকৰো।

**বৰুৱা :** আপুনি বিশ্বাস নকৰিব পাৰে, মই এই কথাটো Personal Dept.-ৰ পৰা গম পাইছো যে আজিকালি মানুহে APSC-ৰ Member হ'বৰ কাৰণে Application দিয়ে।

**বৰগোহাঞি :** সেই Application গ্ৰহণো কৰে?

**বৰুৱা :** গ্ৰহণ কৰে নে নকৰে ক'ব নোৱাৰো, কিন্তু Application দিয়ে। কি কাৰণে হৈছে সেইটো ডাঙৰ কথা।

**বৰগোহাঞি :** Application দিব পৰা স্পৰ্ধাটো কেনেকৈ হ'ল? Application দিলেও সদস্য হ'ব পাৰে, এনেকুৱা পৰ্যায়লৈ চৰকাৰে এইটো বস্তু নমাই দিছে। আমাৰ যে ইংৰাজীত কথা এষাৰ আছে, Man is known by the company he keeps. আজি বৃটিছবিলাক যোৱাৰ পিছৰেপৰা বহু বছৰলৈকে কোনো Public Service Commission-ৰ ওপৰত অভিযোগৰ আঙুলি টোঁৱাব পৰা নাছিল। এসময়ত তেনেকুৱা সদস্য বা অধ্যক্ষ কামেশ্বৰ দাস, যাদৱ প্ৰসাদ চলিহা, অগৰু ভট্টাচাৰ্য, ড° হিৰণ্য ভূএগ এইবিলাক মানুহৰ নাম ল'লে শ্ৰদ্ধাত মূৰটো দো খাই যায়। আপুনি আজি কাৰ-কাৰ নাম ল'লে?

**বৰুৱা :** মই এটা কথা কওঁ, R. Thanliga যেতিয়া Chairman আছিল তেওঁ Mizo Hills-ৰ M.P. আছিল। তেতিয়া মই সচিব হিচাপে তাত নিযুক্তি পালোঁ। Thanliga ইমান Independent আছিল, ইমান নিৰপেক্ষ আছিল যে তেওঁ চৰকাৰৰ হেঁচাত কাম কৰা নাছিল। এবাৰ এটা কথা ওলাল যে মাননীয় দুই এজন সদস্যই পৰীক্ষাৰ্থীৰ Interview লোৱাৰ পিছত পৰীক্ষাৰ্থীৰ অভিভাৱক বা পৰীক্ষাৰ্থীৰ লগত কথা পাতে আৰু তেওঁক কেনেকুৱা হৈছে ইণ্টাৰভিউ সেই কথাটো জনায়। এই কথাটো অহকাণে-পহুকাণে Chairman-ৰ কাণত পৰিল। Chairman-এ মোক মাতি নি ক'লে বৰুৱা এইটো কথা বেয়া হৈছে। Member কেইজনক আপুনি Strongly worded Letter দিব যে They should give up this practice. মই এখন খুব

Strongly worded চিঠি দিলো, তেওঁ চহী কৰিলে আৰু প্ৰত্যেকজন Member-ক এই চিঠিখন দিলে। তেতিয়া জিতেন দাস Member আছিল; আশ্ৰফ আলী Member আছিল আৰু ৰাজা অজিত নাৰায়ণ দেৱ Member আছিল। আটাইকেইজন প্ৰসিদ্ধ মানুহ। তেওঁলোককো তেওঁ Control কৰিবলৈ দ্বিধাবোধ কৰা নাছিল।

**বৰগোহাঞিঃ** তেওঁৰ দিনত মুখ্যমন্ত্ৰী কোন আছিল?

**বৰুৱাঃ** তেতিয়া বিমলা প্ৰসাদ চলিহা মুখ্যমন্ত্ৰী আছিল।

**বৰগোহাঞিঃ** মই তাকেই কওঁ যে আপুনি চাব যে আমাৰ ৰাজনৈতিক Culture টো কেনেকৈ এটা ক্ৰমান্বয়ে ঘৃণনীয় ৰূপ লৈ আহিব ধৰিছে, ক্ৰমাগত অৱক্ষয় হ'ব ধৰিছে। আজি এই কাণ্ডবোৰ কৰি প্ৰফুল্ল মহন্তই হওক, হিতেশ্বৰ শইকীয়াই হওক বা তৰুণ গগৈয়েই হওক তেওঁলোকে যে এই লোকসেৱা আয়োগখন ক্ৰমাগতভাৱে ধ্বংস কৰি ৰাজ্যখনক ধ্বংসৰ পথলৈ নি আছে এই কথাটো তেওঁলোকে কেতিয়া উপলব্ধি কৰিব?

**বৰুৱাঃ** আপুনি নিশ্চয় জানে প্ৰফুল্ল মহন্তই এসময়ত সংঘমিত্ৰা ভড়ালীক Appointment দিবলৈ Governor-ৰ ওচৰত চিঠি দিছিল।

**বৰগোহাঞিঃ** চিঠিখন দিয়াটো সঁচা নে কি?

**বৰুৱাঃ** এইটো মিছা বুলিতো কোৱা নাই কোনেও।

**বৰগোহাঞিঃ** কাগজে-পত্ৰই ওলাই গৈছে।

**বৰুৱাঃ** চিঠিখনতো সঁচা বুলি কৈছে। এনেকুৱা যদি সঁচাকৈ কৰিব খোজে তেন্তে Public Service Commission খন কিমান তললৈ নমাই দিছে।

**বৰগোহাঞিঃ** Public Service Commission খন নমোৱাৰ লগে লগে সমস্ত প্ৰশাসন যন্ত্ৰটোক কিমান তললৈ নমাই দিছে। সেই কথাটো মই 'প্ৰথম কলম'ত খোলাখুলিকৈ লিখিছো যে সমগ্ৰ প্ৰশাসন ব্যৱস্থাটো এটা প্ৰকাণ্ড নিলাম বজাৰত পৰিণত কৰা হৈছে। এইটো কোনেও অস্বীকাৰ কৰিব নোৱাৰে। কোনোবাই যদি অস্বীকাৰ কৰে তাতকৈ ডাঙৰ মিথ্যাবাদী কোনো নাই। প্ৰকৃত মানুহ হৈ বুকুত হাত দি ক'ব নোৱাৰে যে চাকৰি বিক্ৰী হোৱা নাই। প্ৰতিটো চাকৰি নিলাম বজাৰত বিক্ৰী হয়। প্ৰতিটো Transfer, প্ৰতিটো Posting নিলাম বজাৰত বিক্ৰী হয়।

**বৰুৱাঃ** মই enquiry কৰি থকা অৱস্থাতে কেইবাজনো Candidate মোৰ ওচৰলৈ আহিছিল। মই নাম নকওঁ। মই সেইটো record-ও কৰা নাই। এজনে DSP Appointment পাইছে। তেওঁ কৈছে ছাৰ, মই 7 লাখ টকা দিব লগা হৈছে। মই কথাটো লিপিবদ্ধ কৰা নাই এইকাৰণেই যে সেই কথাটো enquiry কৰা মোৰ Scopeত নাছিল। কিন্তু এই কথাটো ক'বলৈ কিয় পালে? নিশ্চয় তেওঁৰ লেন-দেন কিবা এটা

হৈছে। এই কথাটো এতিয়াও ওলায় যে বহুতো লেন-দেন তাত হয়। মই প্ৰমাণ পোৱা নাই সেইকাৰণে এই বিষয়ে ডাঠি ক'ব নোৱাৰো।

**বৰগোহাঞিঃ** প্ৰমাণ পোৱা চব কথাইতো সাক্ষী ৰাখি নকৰে। কিন্তু প্ৰশ্নটো এনেকৈয়েতো উঠিব পাৰে যে বিমলা প্ৰসাদ চলিহাৰ দিনত বা তাৰ আগতে বিষ্ণু মেধিৰ দিনত বা শৰৎ সিংহৰ দিনত বা গোলাপ বৰবৰাৰ দিনত তেনেকুৱা অভিযোগতো কোনেও শুনা নাছিল। এতিয়া কিয় শুনিবলগা হৈছে? আপুনি কওঁতে মোৰো মনত পৰিছে, আজি কিছুদিনৰ আগতে তেতিয়া লোকসেৱা আয়োগৰ পৰীক্ষা শেষ হৈছে। তেতিয়া এজন পৰীক্ষাৰ্থী মোৰ ওচৰলৈ আহি ক'লে ছাৰ এটা কথা, এজন মোৰ ওচৰলৈ দালাল আহিছে। তেওঁ কৈছে যে তোমাৰ পৰীক্ষা কেনেকুৱা হৈছে? মই কৈছো যে পৰীক্ষাটো ভাল হৈছে, পাছ কৰিব লাগে। তেওঁ কৈছে পাছ কৰিলেতো চাকৰি নাপায়। তেন্তে চাকৰি কেনেকৈ পায়? ৪ লাখ টকা এতিয়া দিলেও হ'ব বাকী চাৰি লাখ টকা তুমি পিছত দিবা। ৮ লাখ টকা দিলে চাকৰি হ'ব; নহ'লে চাকৰি নহয়। গতিকে এই কথাটো মই প্ৰমাণ কৰিব নোৱাৰো, তেওঁতো মোক মিছা কোৱা বুলি নাভাবোঁ। আপোনাকো তেনেকৈ কৈছে। এই কথাটো আজি অসমৰ মানুহৰ মুখে মুখে ওলাইছে, আৰু সেইটোৱেই যদি নহয়, Major লৈ পাছ কৰা ল'ৰা এজনে চাকৰি নাপায় কিন্তু ৩ বাৰকৈ Supplementary দি পাছ কৰা ল'ৰা এজনে চাকৰি পায়। গতিকে গোটেই লোকসেৱা আয়োগটোৱেই এটা বিৰাট প্ৰহসনত পৰিণত হৈছে। মই এনেকৈও ক'ব খোজো আজি অসমৰ তিনিটামান আটাইতকৈ ডাঙৰ শত্ৰু কোন বুলি যদি মোক সোধে মই ক'ম, এটা হ'ল বৰ্তমান যিটো পদ্ধতিৰে লোকসেৱা আয়োগখন গঠিত হৈছে সেই লোকসেৱা আয়োগখন... আমাৰ সমাজৰ, অসমৰ প্ৰশাসনৰ, অসম চৰকাৰ। আৰু তাতকৈ ডাঙৰ কথা যিবোৰ ল'ৰা-ছোৱালীয়ে কঠোৰ পৰিশ্ৰম কৰি পৰীক্ষাত ভাল Result কৰিবৰ কাৰণে পঢ়া-শুনা কৰে, যিবোৰ ল'ৰাই অসমৰ ভৱিষ্যৎ নিৰ্মাণ কৰিব, সেইবিলাকৰ অধ্যয়ন, সেইবিলাকৰ তপস্যা, পৰিশ্ৰমৰ কোনো মূল্য নাই। আমি আকৌ শেষ পৰ্যায়লৈ আহিছো। তাৰ আগতে এটি সৰু বিৰতিলৈ লওঁ।

* * *

**বৰগোহাঞিঃ** বিৰতিৰ শেষত পুনৰ অনুষ্ঠানলৈ আহিছোঁ। মোৰ জন্ম হৈছিল পৰাধীন ভাৰতত। মই যেতিয়া Class Eight-ত পঢ়োঁ দেশ স্বাধীন হৈছে। গতিকে দেশৰ মুক্তি সংগ্ৰামৰ পৰা আৰম্ভ কৰি আজিলৈকে বহুত চৰকাৰ দেখিলো কেনেকৈ ক্ৰমাগতভাৱে ধ্বংসৰ পথলৈ সমাজখনলৈ গৈ আছে, কেনেকৈ ক্ৰমাগতভাৱে ৰাজনীতি কলুষিত হৈ গৈ আছে। মোৰ সেই বয়সত যদি দুৰ্নীতি ১ ভাগ আছিল

আজি মোৰ এই বয়সত দুৰ্নীতি ১০০ ভাগ হৈছেগৈ। এইটো কি চলিয়েই থাকিব নেকি?

**বৰুৱা ঃ** এইটো চলি থাকিব নোৱাৰে। এইটো বন্ধ কৰিব লাগিব আৰু Civil Society ইয়াত Involve হ'ব লাগিব। অকল চৰকাৰেও নকৰে, অকল লোকসেৱা আয়োগেও নকৰে। Civil Society-এ এইটো যুঁজ কৰি বন্ধ কৰিব লাগিব। কাৰণ অসম লোকসেৱা আয়োগৰ নিচিনা সাংবিধানিক প্ৰতিষ্ঠান এটাক ইমান Corruption-ত লিপ্ত হ'বলৈ দিব নোৱাৰি। যিহেতু অসম লোকসেৱা আয়োগে ৰাজপত্ৰিত বিষয়া নিৰ্বাচিত কৰে আৰু এই ৰাজপত্ৰিত বিষয়াৰ ওপৰতে গোটেই চৰকাৰখন চলে, প্ৰথমতে তেওঁলোক নিকা হ'ব লাগিব, তেওঁলোক ভালদৰে নিৰ্বাচিত হৈ আহিব লাগিব তেহে প্ৰশাসন যন্ত্ৰটো ভাল হ'ব।

**বৰগোহাঞি ঃ** মই এবাৰ কৈছিলো যে ড° জ্যোতিপ্ৰসাদ মেধিৰ নিচিনা এজন আন্তৰ্জাতিক খ্যাতিসম্পন্ন মানুহৰ নেতৃত্বত গঠিত শিক্ষা আয়োগৰ প্ৰতিবেদন পেলনীয়া খৰাহীলৈ দলিয়াই পেলাবলৈ চৰকাৰৰ কুণ্ঠা নহ'ল। সেই একেইখন চৰকাৰে কিছু বছৰৰ পিছত স্বৰ্গীয় ভগৱান লহকৰৰ নেতৃত্বত দ্বিতীয় শিক্ষা আয়োগ গঠন কৰিবলৈ প্ৰস্তাৱ কৰিছিল। তেতিয়া কিন্তু মই এখন কাকতত খুব জোৰকৈ প্ৰতিবাদ কৰি লিখিছিলো। সেইটোও তল পৰিলে। আজি এমাহ দুমাহৰ আগতে আকৌ শুনিছোঁ। কিন্তু মই এইটো কথা স্পষ্টভাৱে কৈছো যে শিক্ষা কাক কয়, সেইটো জনা মানুহ অসমৰ চৰকাৰত এজনো নাই। আয়োগ কাক কয় সেইটো জনা মানুহ এজনো নাই। শিক্ষা আয়োগনো কিয় কৰে সেইটো জনা মানুহ কোনো নাই। সিহঁতে ভাবিছে যে শিক্ষা আয়োগখন কৰোঁ, নিজৰ পছন্দৰ কোনোবা মানুহ এজনক আমি Chairman কৰি দিওঁ, Member কৰি দিওঁ আৰু মানুহক ক'ব পাৰিম যে চোৱা, আমি শিক্ষাৰ কাৰণে ইমান চিন্তা কৰোঁ। ৮ বছৰ ধৰি যে এইখন পৰি আছে তাৰপৰা কি প্ৰমাণ হৈছে? যে মানুহৰ চকুত ধূলি দিবলৈ Commission-ৰ পিছত Commission গঠন কৰিব। আপোনাকতো চাৰি মাহত কিছু পাৰিশ্ৰমিক দিব লগা হৈছে?

**বৰুৱা ঃ** দিছে, দিছে।

**বৰগোহাঞি ঃ** সেই টকাখিনিতো তেওঁলোকৰ কাৰো পৈতৃক সম্পত্তি নহয়। ৰাইজৰ টকাৰেইতো আপোনাক পৰিশ্ৰমখিনি কৰাই ল'লে; কিন্তু সেই পইচাটোতো পানীত পৰিলে, মই ভাবো এইটোৱেই কৰিব লাগে, তাৰ দায়িত্বশীল চৰকাৰে এটা আয়োগ গঠন কৰে প্ৰতিবেদন দিয়ে; যিকোনো দায়িত্বশীল চৰকাৰৰ কাম হ'ব যে আমি এই-এই যুক্তিত এইখিনি পৰামৰ্শ গ্ৰহণ কৰিলো, এই-এই যুক্তিত আমি এইখিনি পৰামৰ্শ গ্ৰহণ কৰিব নোৱাৰিলো।

**বৰুৱা ঃ** Commission of Enquiry Act-ত মোৰ Enquiry Commission

গঠন হৈছিল। তাত এটা কথা আছে, প্ৰতিবেদন দিয়াৰ ৬ মাহৰ পিছতে প্ৰতিবেদনৰ Action taken Report Assembly-ত দিব লাগে। কিন্তু এইখন আজিলৈকে দিয়া নাই। এই কথাটো কোনো বিধায়কৰ চকুত পৰা নাই, চৰকাৰৰ চকুতো পৰা নাই...

**বৰগোহাঞি ঃ** পৰিব কেনেকৈ, পঢ়া-শুনা কৰিলেহে চকুত পৰিব?

**বৰুৱা ঃ** আৰু চৰকাৰেও সেইটোৰ ব্যৱস্থা একো লোৱা নাই।

**বৰগোহাঞি ঃ** এই কথাটোৱে এইটোৱে প্ৰমাণ নহয় নে কণাই কণাক ৰাস্তা দেখুওৱাৰ নিচিনাকৈ— যিখন চৰকাৰৰ আইন আৰু সংবিধান সম্পৰ্কে কোনো জ্ঞান নাই, যিখন চৰকাৰে নিজে কৰা কামৰ কোনো দায়িত্ব নলয়, যিখন চৰকাৰে এখন তদন্ত কমিছন বহুৱাই তেওঁলোকৰ পৰামৰ্শ পঢ়ি চোৱাৰ প্ৰয়োজন অনুভৱ নকৰে, সেইখন চৰকাৰক আপুনি কি অৰ্থত চৰকাৰ বুলি ক'ব? আজি এইবিলাক কাম কিয় হৈ আছে? তেওঁলোকে ক'ব যে মই মুখ্যমন্ত্ৰী বা মই মন্ত্ৰী বা বিধায়ক, মোক ৰাইজে নিৰ্বাচন কৰি পঠিয়াইছে। ৰাইজে নিৰ্বাচন কৰি পঠোৱাৰ অৰ্থ তেওঁলোকে এইটো লয় যে ৫ বছৰৰ কাৰণে মই যি খুচি তাকে কৰিব পাৰোঁ। মোৰ ইচ্ছা হৈছে মই গাঁৱৰ এজন গাওঁবুঢ়াক আনি লোকসেৱা আয়োগৰ সদস্য কৰি দিব পাৰোঁ। যেতিয়া, আপোনাক মই মুখ্যমন্ত্ৰী পাতিলো, মন্ত্ৰী পাতিলো বা বিধায়ক পাতিলো মই ধৰি লওঁ যে আপোনাৰ নৈতিক বিচাৰ-বুদ্ধি বা আপোনাৰ বিবেক প্ৰয়োগ কৰিব। সমাজৰ মঙ্গলৰ কাৰণে যিখিনি কৰা উচিত সেইখিনি কৰিব এই আশা কৰিহে আপোনাক এটা বৃহৎ দায়িত্ব দিয়া হয়। কিন্তু আপুনি যদি ভাবে যে মোক ৰাইজে ৫ বছৰৰ কাৰণে ক্ষমতা দিছে, মোৰ যি খুচি তেনেকৈ ব্যৱহাৰ কৰিম। সেইজনতো নৈতিক বিবেচনাযুক্ত মানুহ হৈ নাথাকিলে। বৰুৱা, মই আপোনাক খুব খুলি কওঁ যে অসম লোকসেৱা আয়োগৰ এই বিষয়টো আৰু বিশেষকৈ আপোনাৰ এই প্ৰতিবেদন পঢ়াৰ পিছত মোৰ যিটো চৰম ক্ৰোধ হৈছে আৰু কিছুমান মানুহৰ প্ৰতি যিটো চৰম ঘৃণা হৈছে তাক মই ভাষাৰে বুজাব নোৱাৰোঁ। আমাৰ এই ৰাজ্যখনক পৰিকল্পিতভাৱে ধ্বংস কৰিবৰ বাবে কিছুমান মানুহে এইবোৰ কাম কৰি আছে আৰু তাৰ অৱসান নোহোৱালৈকে আমাৰ ৰাজ্যখনৰ ভৱিষ্যৎ খুব অন্ধকাৰ। আপুনি মোৰ কথাত একমত নে দ্বি-মত?

**বৰুৱা ঃ** মই আপোনাৰ কথাত একমত।

**বৰগোহাঞি ঃ** সম্পূৰ্ণ একমতনে?

**বৰুৱা ঃ** সম্পূৰ্ণ একমত।

**বৰগোহাঞি ঃ** গতিকে আমি এইখিনি কথা কৈ আজিলৈ অনুষ্ঠান শেষ কৰিলো। আপুনি ইয়ালৈ আহি ইমানখিনি কথা কোৱাৰ বাবে আপোনাক অশেষ ধন্যবাদ।

*(৬ ফেব্ৰুৱাৰী, ২০০৯-ত প্ৰচাৰিত)*

# খগেন মহন্ত অৰ্চনা মহন্তৰ সৈতে হোমেন বৰগোহাঞি

*"বৰগীতটো শুনি থাকোঁতে মনলৈ আহিল— ডঃ লিউচ টমাছ, তেওঁ এজন আমাৰ যুগৰ বিশিষ্ট জীৱবিজ্ঞানী। তেওঁ এটা বাক্য কৈছিল— When you listen to great music, you listen to the inner working of your soul. সেইটো যদি হয় গানটো শুনাৰ পিছত বাঃ বাঃ বাঃ... এইবোৰ নিশ্চয় মন নাযায়...*



*...ই আত্মাক এনেকৈ উদ্দীপ্ত কৰে তেতিয়া মানুহে বা মই ভাবো যে যিয়ে আচল সংগীতৰ সুধা পান কৰে তেওঁ সৰব হোৱাৰ পৰিবৰ্তে নীৰৱ বা স্তব্ধ হৈ যাব লাগে।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। আজিৰ মুখামুখি অনুষ্ঠানলৈ আপোনালোকক আকৌ সাদৰ নিমন্ত্ৰণ জনাইছো। আজি মোৰ অতিথি দুজন ব্যক্তি, আচলতে তেখেতসকল স্বামী-স্ত্ৰী। কিন্তু তেওঁলোক দুয়োজনৰ যৌথ সংগীত সাধনাই দুয়ো ব্যক্তিক মিলাই এনেকুৱা ভাবে একাত্মতা দান কৰিছে যে এজনক বাদ দি আনজনৰ কথা স্মৰণ কৰিব নোৱাৰি। যি দুজন মানুহৰ কণ্ঠস্বৰ অসমৰ আটাইতকৈ চিনাকি কণ্ঠস্বৰৰ অন্যতম, তেওঁলোক দুজন হ'ল স্বনামধন্য সংগীত শিল্পী শ্ৰীখগেন মহন্ত আৰু শ্ৰীমতী অৰ্চনা মহন্ত। আপোনালোকক নমস্কাৰ জনাইছো।

মোৰ সুধিবৰ মন গৈছে যে আপোনালোক দুয়োজনে প্ৰেম কৰি বিয়া কৰছিল নে বিয়া কৰি প্ৰেম কৰিছিল?

**অৰ্চনা মহন্ত ঃ** সঁচা কথা ক'বলৈ গ'লে আগতে আমাৰ প্ৰেম হৈছিলে। ঘৰুৱা সন্মতি সাপেক্ষে আমি বিবাহপাশত আবদ্ধ হৈছিলো।

**বৰগোহাঞি ঃ** এখেতে যি কথা ক'লে তাততো আপোনাৰ দ্বিমত নাই?

**খগেন মহন্ত ঃ** আমি দুয়ো গানক প্ৰেম কৰিছিলো।

**বৰগোহাঞি ঃ** তেন্তে আপোনালোকৰ প্ৰথম দৰ্শনত প্ৰেম হোৱা নাছিল নেকি?

**মহন্ত ঃ** প্ৰথম দৰ্শনত এওঁৰ গানত ইমান মুগ্ধ হৈছিলো...

**বৰগোহাঞি ঃ** মানে দৰ্শন নহয়, শ্ৰৱণত প্ৰেম হৈছিল, পিছত দৰ্শনেন্দ্ৰিয়ৰ

দ্বাৰাও হ'লগৈ। **শ্ৰৱণ, দৰ্শন** একাকাৰ হৈ দুয়োকে একাকাৰ কৰি পেলালে। **শ্ৰীমতী** মহন্ত, আপুনি সংগীতৰ সাধনা কেতিয়াৰ পৰা আৰম্ভ কৰিছিল?

**শ্ৰীমতী মহন্ত ঃ** একেবাৰে সৰু কালৰ পৰা কৰিছো। যেতিয়া মই আখৰ লিখিবলৈ জনাই নাছিলো। আপোনালোকে জানেই গিৰিশ চৌধুৰী, অনিল **চৌধুৰী**...

**বৰগোহাঞি ঃ** কেৱল জনাই নহয়, তেখেত সকলেইতো আমাৰ কলেজীয়া দিনবোৰ অভিনয়ৰ যোগেদি মতলীয়া কৰি ৰাখিছিল।

**শ্ৰীমতী মহন্ত ঃ** মামাহঁতৰ আৰু আমাৰ পৰিয়ালটোৰ সকলোৱে সংগীত চৰ্চা কৰিছিল। দেউতাই তবলা বজাইছিল। মোৰ খুড়াই তবলা বজাইছিল।

**বৰগোহাঞি ঃ** তেখেতৰ নাম কি আছিল?

**শ্ৰীমতী মহন্ত ঃ** মাধৱ দাস। ককাই তবলা বজাইছিল। একেবাৰে সংগীতৰ পৰিৱেশত ডাঙৰ হৈছিলো।

**বৰগোহাঞি ঃ** প্ৰথমতে কি ধৰণৰ সংগীত শিকিছিল?

**শ্ৰীমতী মহন্ত ঃ** সংগীতৰ আৰম্ভণিতো শিকিছিলো। তাৰ পাছত মই শিকিছিলো আবুল হুছেইন নামৰ এজনৰ ওচৰত, শাস্ত্ৰীয় সংগীত । অকণমান ডাঙৰ হোৱাৰ পাছত মই ভজন গাইছিলো।

**বৰগোহাঞি ঃ** গানটোৰ দুটামান কলি আমাক গাই শুনাওকচোন।

**শ্ৰীমতী মহন্ত ঃ** (গীতটো গায়) নাম জপনা কীউ চ'ৰ দিয়া...
ক্ৰোধনা চ'ৰা ঝুথ না চ'ৰা...

**বৰগোহাঞি ঃ** অপূৰ্ব সুন্দৰ। এতিয়া মই শ্ৰীমহন্তক সুধিব খুজিছো, এখেতে যেনেকৈ ভজন, শাস্ত্ৰীয় সংগীতৰে সাধনা আৰম্ভ কৰিছিল, আপোনাৰ সংগীত সাধনা কেনেকৈ আৰম্ভ হৈছিল?

**মহন্ত ঃ** একেবাৰে শৈশৱতে ঘৰত মায়ে কীৰ্তন ঘৰত ঘোষা গাই থাকে।

**বৰগোহাঞি ঃ** আপোনালোকৰ সত্ৰ আছিল নেকি?

**মহন্ত ঃ** জাজৰি আমতলা গজলা সত্ৰ। আৰু মোৰ দেউতা সত্ৰাধিকাৰ আছিল। আনহাতে চৰকাৰী চাকৰিয়ালো আছিল। তেনেকুৱাকে সৰুৰে পৰা গোটেইখিনি শুনি আছিলো মাৰ কণ্ঠত, দেউতাৰ কণ্ঠত, বাইদেউৰ কণ্ঠত, শুনি থাকোতে থাকোতে তেওঁলোকৰ লগতে সঁচাই মিছাই চিঞৰি থাকো আৰু। কিবা হ'ম হ'ম বুলি নহয়, ঘৰখনৰ পৰিৱেশেই.....

**বৰগোহাঞি ঃ** পৰিৱেশেই কৰিছে........

**মহন্ত ঃ** একেবাৰে সৰুতে বিভিন্ন ঠাইত ঘূৰি ফুৰিছিলো দেউতাৰ লগত। নগাঁৱতে আমি থিতাপি ললো, ঘৰখন। শিশিৰ বেনাৰ্জীৰ ওচৰতে শাস্ত্রীয় সংগীতৰ জ্ঞানৰ কাৰণে অলপ তবলা শিকিছো, কণ্ঠ সংগীতৰ ৰাগ সংগীত শিকিছো। আনহাতে ঘৰৰখিনিতো গায়েই আছো। কেতিয়াবা স্কুলত শ্রীকৃষ্ণৰ নাচ নাচিছো, কেতিয়াবা কোৰাছ গাইছো, আধুনিক গীত এটা গাইছো, কোনোবা বছৰত তবলা বজাইছো।

**বৰগোহাঞি ঃ** আপোনাৰ মনত পৰেনে কোনটো গান গাই ৰাইজৰ সমুখত থিয় হৈছিল?

**মহন্ত ঃ** আমাৰ স্কুললৈ পৰিদৰ্শক আহিছিল। শিক্ষাগুৰুৱে স্কুলত ক'লে যে তই গানৰ ঘৰৰ ল'ৰা, তই এটি গান গাব লাগিব। ঘৰত মই ক'লো। দাদাহঁতে, বাইদেউহঁতে গান এটা শিকাই দিলে। সেই গানটো মিত্রদেৱ মহন্তই গাইছিল। গানটো আছিলে-- 'আজি মজাচে পেটুৱা পেট ভৰাই খা।'

**বৰগোহাঞি ঃ** সেইটো গানটো আমিও বাল্যকালতে শুনিছিলো।

**মহন্ত ঃ** (সুৰ লগাই গায়)আজি মজাচে পেটুৱা পেট ভৰাই খা।

অ' ৰসগুল্লা, ৰস কী বাহাৰ টোপাটোপে গিলি
থাকে কেনে চমৎকাৰ।
আজি মজাচে পেটুৱা পেট ভৰাই খা।

**বৰগোহাঞি ঃ** আপুনি সেইখন জগতৰ পৰা লোক সংগীতৰ জগতলৈ কেতিয়া আহিল?

**মহন্ত ঃ** সেইখিনি সময়ত আমাৰ ঘৰত বৰগীতৰ চৰ্চা থাকে। গতিকে স্কুলৰ কোনো এক অনুষ্ঠানত বৰগীত গাব লগা হৈছে। হয়তো গাইছো 'নাৰায়ণ চৰণে কৰহো গোসাঁই', বৰগীত, সেয়া লোকসংগীত নহয়। পৰম্পৰা গীত হিচাপে আমাৰ পৰিয়ালত থকাৰ ক্ষেত্ৰত... সেই দিশলৈহে মই গৈছিলো।

**বৰগোহাঞি ঃ** দুয়োজনে একেলগে গোৱা বৰগীত কি আছিল?

**মহন্ত ঃ** অহো মন ভজহো শংকৰ।

..........................................

**বৰগোহাঞি ঃ** আপোনালোকৰ সংগীতৰ জগতৰ যিটো দীৰ্ঘ তীৰ্থযাত্ৰা, সেইটোত কি কি বস্তুৱে বৰঙণি যোগাইছে? সেই বৰগীতৰ গোটেইখিনি নহ'লেও আপোনাৰ উদাত্ত কণ্ঠত আৰু শ্ৰীমতী মহন্তৰ মধুৰ কণ্ঠত দুয়োটা মিলি কিবা এটা বেলেগ বস্তু হ'ব।

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** (বৰগীতটো গায়)

ভজহো মন, শঙ্কৰৰ পদ দুই
যো পদৰজ পৰসে কলি তই
অগতিৰ গতি হুই।
অ হৰি শংকৰ, নৰৰূপ ধৰ
ৰাজধৰকোলে আকি।
লোক নিস্তাৰিলা, কোলয় উদ্ধৰিলা অ'
নিস্তাৰিলা গতি ফুল।

**বৰগোহাঞি ঃ** আমি এতিয়া এটা ক্ষন্তেক বিৰতি ল'ম। তাৰ আগতে মোৰ এটা কথা ক'বলৈ মন গৈছে। বৰগীতটো শুনি থাকোঁতে মনলৈ আহিল— ডঃ লিউচ টমাছ, তেওঁ এজন আমাৰ যুগৰ বিশিষ্ট জীৱবিজ্ঞানী। তেওঁ নিউয়ৰ্কৰ জগতবিখ্যাত ষ্ট্ৰং কেটাৰিং কেন্সাৰ হাস্পতালৰ ডায়ৰেক্টৰ আছিল। তেওঁ এটা বাক্য কৈছিল— When you listen to great music, you listen to the inner working of your soul. সেইটো যদি হয় গানটো শুনাৰ পিছত বাঃ বাঃ বাঃ... এইবোৰ নিশ্চয় মন নাযায়। মোৰ নিজৰ সমস্ত মনোযোগ ভিতৰলৈ সোমাই যায়।

**মহন্ত ঃ** খুব এটা নিৰ্মল প্ৰশান্তি আহে।

**বৰগোহাঞি ঃ** নিৰ্মল প্ৰশান্তি আনে আৰু ই আত্মাক এনেকৈ উদ্দীপ্ত কৰে তেতিয়া মানুহে বা মই ভাবো যে যিয়ে আচল সংগীতৰ সুধা পান কৰে তেওঁ সৰব হোৱাৰ পৰিৱৰ্তে নীৰৱ বা স্তব্ধ হৈ যাব লাগে। গতিকে মই আৰু বাঃ বাঃ নকৰো কিন্তু এইটো ঠিক যে আমাৰ কাণত অমৃতৰ নিচিনা বৰিষণ হ'ল। এতিয়া ল'ম ক্ষন্তেক বিৰতি।

* * *

**বৰগোহাঞি ঃ** আমি আকৌ মুখামুখি অনুষ্ঠানলৈ ঘূৰি আহিছো। মহন্ত দম্পতী, আপোনালোকে বহু বছৰ ধৰি আপোনালোকৰ সংগীত সাধনাৰ দ্বাৰা, সংগীতৰ মাধুৰ্য আৰু ঐশ্বৰ্যৰ দ্বাৰা লক্ষ লক্ষ মানুহক এনেভাৱে আপ্লুত কৰি আহিছে সেইখিনিৰ পৰিচয় দিবলৈ মোক কমেও বাৰ ঘণ্টা সময় লাগিব। গতিকে মই জাঁপ মাৰি মাৰি মানে আভাস এটিহে দিব পাৰো, সেইটোহে মই কৰিব পাৰিম। শ্ৰীমতী মহন্ত, মোৰ এটি প্ৰশ্ন আছে— বহুবছৰ আগতে মোৰ এজন বন্ধু আছিল। সত্যেন্দ্ৰ কুমাৰ চৌধুৰী। তেওঁ খুব সংগীত ৰসিক। তেওঁ মোক কৈছিল যে হোমেনদা, অসমৰ লোক সংগীতৰ যি বৈচিত্ৰ্য যি ঐশ্বৰ্য, তাৰ তুলনা গোটেই

ভাৰতবৰ্ষত নাই। সেইদিনা ডিব্ৰুগড়, তিনিচুকীয়ালৈ গৈছিলো। এজন মোৰ অনা-অসমীয়া, অনা-অসমীয়া বুলি নকওঁ তেওঁ এতিয়া অসমীয়াতকৈও অসমীয়া বন্ধু হৈছে। কথা প্ৰসংগত সংগীতৰ কথা ওলাল। তেতিয়া তেওঁ মোক ক'লে অসমৰ মানুহে যে কয় অসমীয়া লোক সংগীতৰ তুলনা গোটেই ভাৰতবৰ্ষৰ কাৰো লগতে নহয়, সেই কথাটো মই মানি ল'ব নোৱাৰিম। কাৰণ গুজৰাট, ৰাজস্থান, কৰ্ণাটক সেইবিলাক ঠাইতো... আনকি বেংগলতো লোক-সংগীতৰ এক বিশাল ভাণ্ডাৰ আছে, এই বিষয়ে আপুনি কি ক'ব খোজে? অসমৰ লোক-সংগীত সঁচাকৈয়ে ভাৰতবৰ্ষৰ ভিতৰত তুলনাবিহীন নেকি?

**শ্ৰীমতী মহন্ত ঃ** তেৰ বছৰ বয়সতে মা লক্ষ্ণৌলৈ গৈছিল। এলাহাবাদলৈও গৈছিল হিন্দী শিক্ষাৰ বাবে।

**বৰগোহাঞি ঃ** আপোনাৰ মাৰ নাম কি আছিল?

**শ্ৰীমতী মহন্ত ঃ** লাৱণ্য দাস।

**বৰগোহাঞি ঃ** অ'....

**শ্ৰীমতী মহন্ত ঃ** এলাহাবাদৰ যিটো পৰিৱেশ, সংগীতৰ পৰিৱেশ, মা মুগ্ধ হৈছিল। তাত মায়ে কিছু সংগীত শিক্ষা গ্ৰহণ কৰিছিল। কিন্তু সেয়া সম্পূৰ্ণ নহ'ল যিহেতু পঢ়িবলৈ গৈছিলে। মায়ে সেই হেঁপাহটো আমাৰ ল'ৰা-ছোৱালীকেইটাৰ দ্বাৰা পূৰণ কৰিবলৈ চেষ্টা কৰিলে পিছত। বৰপেটাত গকুল পাঠক বুলি এজন লোক আছিল।

**বৰগোহাঞি ঃ** জানো, তেখেতৰ স্মৃতিগ্ৰন্থত মই পাতনি লিখিছিলো।

**শ্ৰীমতী মহন্ত ঃ** ঘৰলৈ আহি মোক গীত এটি শিকালে।

"অ' সুন্দৰী ৰাধে মাই, বৃন্দাবন চাৰিয়া কৃষ্ণই মথুৰাত যাই"

সেইটো মই গ্ৰামোফোন ৰেকৰ্ডত গালো।

**বৰগোহাঞি ঃ** আপুনি গানটো গাই গায়ক হিচাপে গানৰ যি ফুৰ্তি, যিটো আনন্দ, গান গোৱাৰ যিটো আনন্দ, আপুনি পাইছেনে নাই?

**শ্ৰীমতী মহন্ত ঃ** পাইছিলো। যিহেতু লোক-সংগীত মানুহৰ অন্তৰৰ পৰা অহা বস্তু। এতেকে মই উপলব্ধি কৰিছিলো যে মই নিজৰ কিবা এটা গাইছিলো।

**বৰগোহাঞি ঃ** এইটোতো আপোনাৰ জীৱনৰ এটা অবিস্মৰণীয় গান, নহয় জানো? কাৰণ শাস্ত্ৰীয় সংগীতৰ ভজনৰ জগতখনৰ পৰা আপোনাৰ মায়ে লোক-সংগীতৰ জগতখনলৈ চিনাকি কৰি দিলে। গতিকে যিটো প্ৰথম লোক সংগীত আপুনি গাইছিল তাৰ দুশাৰীমান গাই শুনাওকচোন।

**শ্ৰীমতী মহন্ত ঃ** (গীতটো গায়)

"অ সুন্দৰী ৰাধে মাই, বৃন্দাবন চাৰিয়া কৃষ্ণই মথুৰাত যাই।
কান্দে গোপীগণ, কান্দে বৃন্দাবন, কান্দিছে বিৰিখৰ পুলি।
আকুলি-ব্যাকুলি কান্দে মাই যশোৱা, মোৰে শ্যামকাণু বুলি হে ৰাম
অ সুন্দৰী ৰাধে মাই, বৃন্দাবন চাৰিয়া কৃষ্ণই মথুৰাত যাই।"

এই গীতটো মই যেতিয়া কলিকতাত বাণীবন্ধন কৰিছিলো, তেতিয়া কলিকতাৰ মানুহে ইমান ভাল পাইছিল, তেখেতসকলে কৈছিল যে ইয়াত কিবা বেলেগ এটা বস্তু সোমাই আছে।

**মহন্ত ঃ** সেই সময়ৰ প্ৰখ্যাত সংগীত শিল্পী সন্তোষ সেনগুপ্ত, তেওঁ ৰবীন্দ্ৰ সংগীতৰ বিশেষজ্ঞ আছিল। তেওঁলোকে ইমান মৰম কৰিছিলে এওঁক।

**শ্ৰীমতী মহন্ত ঃ** পিছত মোক এই গানটোৰ নামেৰে মোক বিচাৰে... এনেকুৱা হ'ল।

**বৰগোহাঞি ঃ** এইটো গানে কিয় তেওঁলোকৰ হৃদয় ইমান গভীৰভাৱে স্পৰ্শ কৰিছিল? গানটোৰ কথা, গানটোৰ সুৰ বা গানটোৰ মাজত লোকসাধনাৰ যি বাণী ফুটি উঠিছিল এই গোটেইখিনি মিলি... কি কাৰণে?

**মহন্ত ঃ** কাৰণতো সেইটোৱেই আপুনি যি কেইটা কথা ক'লে, গানৰ যি আবেদন, সুৰৰ যি বৈচিত্ৰ্য, অসমৰ সুৰৰ বিশিষ্টতা, যি বিচিত্ৰতা এই গোটেই বস্তুটো আছে। তেওঁলোকেতো বাউল শুনিয়েই থাকে। গুলেমালে, গুলেমালে। সেইবোৰ শুনি থকাৰ পাছত পৃথক বস্তু এটা শুনিবলৈ পাইছে। ছন্দ, লয়, সুৰ আৰু আবেদন সম্পূৰ্ণ পৃথক, অত্যন্ত হৃদয়স্পৰ্শী। আমাৰ এই লোকগীতত পাইছে। সেইকাৰণে তেওঁলোকে আমাৰ এই লোকগীতত সেই বস্তুটো পাইছে।

**বৰগোহাঞি ঃ** বিভিন্ন ৰাজ্যৰ বিভিন্ন লোক সংগীত শুনিছো। কিন্তু অসমীয়া লোক সংগীত... আপুনি কামৰূপীয়া লোক সংগীত যিটো গাইছে, কিন্তু বাকীবোৰ লোক সংগীতৰ যিটো বিনোদন, আনক entertainment কৰাৰ যিটো প্ৰৱণতা থাকে, কিন্তু অসমীয়া লোক সংগীতৰ এই বিষয়ত... কাৰণ কি ....মানুহ আশ্বস্ত হয়, entertain কৰিবৰ কাৰণে কিবা নহয় কিবা এটা পৰম ভক্তিৰ ওচৰত নিজকে নিবেদন কৰিবৰ বাবে....সেই গানটো অৰ্থাৎ.... লোকৰঞ্জনৰ কাৰণে নহয় যদিও লোক সংগীত, লোকৰঞ্জনটো তাৰ উদ্দেশ্য নহয়। এইটো এটা আধ্যাত্মিক সাধনা আৰু সেই কাৰণেই.....

**মহন্ত ঃ** মানুহক ভবাই তুলিব পাৰে....

**বৰগোহাঞি ঃ** সেইটো অৰ্থতেই ক'ব পাৰি যে ভাৰতৰ আন ৰাজ্যৰ লোক সংগীতৰ তুলনাত অসমৰ লোক সংগীত তুলনাহীন হওক নহওক, কিন্তু নিজস্ব

বৈশিষ্ট্য আছে সেইটো কোনেও অস্বীকাৰ কৰিব নোৱাৰে। আপুনিওতো মানুহৰ গান, জীৱনৰ গান, এই বিলাকৰ পৰা আহি আহি লোক সংগীতৰ মহা সমুদ্ৰত নহ'লেও বিশাল সৰোবৰ আপুনি পালেহি, আপোনাক লোকসংগীতৰ প্ৰতি কোনে বা কিহে আকৃষ্ট কৰালে? পৃথিৱীৰ সকলো দেশতেইতো লোক সংগীতেই... যেতিয়া জাৰ্মানীৰ গ্যেটে, জাৰ্মান সাহিত্যৰ পুনৰ আৱিষ্কাৰ কৰিবলৈ চেষ্টা কৰিলে, তেওঁলোকে প্ৰথম গৈছিল লোক-সংগীতৰ ওচৰলৈ। কাৰণ লোকসংগীতৰ মাজতেই এটা জাতিৰ বা এখন সমাজৰ হেজাৰ বছৰীয়া সাধনাৰ যিটো মৰ্মবাণী সেইটো লোক সংগীততহে লুকাই থাকে। গতিকে বিচাৰিব জানিলে লোকসংগীতেই সকলো...আজি ৰবীন্দ্ৰনাথে.. গীতাঞ্জলি.. কবীৰৰ সংগীতৰ পৰা .. লালন ফকিৰৰ, লালন ফকিৰতো লোকসংগীতৰেই... সেই লালন ফকিৰেই ক'বলৈ গলে এওঁক কবি কৰিলে। গতিকে কোনো সংগীত সাধকে লোক-সংগীতক উপেক্ষা কৰি ডাঙৰ সাধক হ'ব নোৱাৰে।

**মহন্ত ঃ** মই বিচাৰি পাওঁ....অসমৰ যিটো বিচিত্ৰতা... কাৰণ আমাৰ বিভিন্ন জাতি-উপজাতি, জনগোষ্ঠী ইমান বেছি অসমত, অসমখনৰ ভিতৰত...প্ৰতিটো জনগোষ্ঠীৰে এটা নিজস্ব বৈচিত্ৰ্যপূৰ্ণ সংগীত আছে...

**বৰগোহাঞি ঃ** এটা স্বতন্ত্ৰ ধাৰা...

**মহন্ত ঃ** একেবাৰে স্বতন্ত্ৰ... ইটোৰ লগত সিটোৰ মিল নাথাকে। এইযে ধাৰা ... এই গোটেইখিনি ধাৰা সামগ্ৰিকভাৱে অসমখনত গোট খালেই... সংগীতৰ এটা বিশাল ভাণ্ডাৰ হৈ পৰিব।

**বৰগোহাঞি ঃ** সেইফালৰ পৰা চাব গ'লে ভাৰতৰ আন ৰাজ্যত এনে বিচিত্ৰতা নাই।

**মহন্ত ঃ** অসমৰ ভৌগোলিক দিশটো এনেকুৱা। কাৰোবাৰ বাসস্থান পাহাৰত, কাৰোবাৰ বাসস্থান ভৈয়ামত। কোনোবা ঠাই নদীৰ ওপৰত হৈছে। কোনোবাখিনি আকৌ মুকলি পথাৰত হৈছে। এইটোৰ কাৰণে বিশিষ্টতা আহে, ছন্দৰ পাৰ্থক্য আহে। গতিকে আমাৰ ছন্দ এটা এনেকুৱা বস্তু, মই পৰিবেশন কৰিব গৈছো আমেৰিকাত, ইংলেণ্ডত, আমাৰ স্থানীয় মানুহো আছে, তেওঁলোক সকলোৱে আমাৰ লগতে আনন্দ কৰিছে, ফুৰ্তি কৰিছে, উপলব্ধি কৰিছে।

**বৰগোহাঞি ঃ** লোক সংগীততো বিশ্বজনীন।

**শ্ৰীমতী মহন্ত ঃ** হয়, বিশ্বজনীন।

**মহন্ত ঃ** ইয়াৰ কোনো বেলেগ ভাষাৰ প্ৰয়োজন অনুভৱেই নকৰো। মই দেখা

পাইছো, ধৰি লওক বৰপেটাৰে এটা গীত—

"ঘন বৰষুণ পিছল মাটি লাহে লাহে দিবা পাৰ
আজি কি নন্দ ঘৰে যাইবে।"

**বৰগোহাঞি ঃ** এই সুৰতো নকলেই কৰিছে বোলে?

**মহন্ত ঃ** বোম্বেত, চিনেমাত...
দুখ ভৰে দিন বিতেৰে ভাইয়া
.................................................

কিয় ল'লে তেওঁলোকে এই সুৰতো? তাৰ যিটো ছন্দ, তাৰ যিটো গতি, তাৰ যিটো আবেদন এই আটাই কেইটাত তেওঁলোক মুগ্ধ হ'ল আৰু তাৰ পৰা বস্তুটো লৈ ল'লে। বোলে "ভাইৰে চলো যাওঁ বৃন্দাবনে"... 'ইয়ে খামোচিয়া ইয়ে তনহায়িয়া।' এই গানটো যদি শুনে, দেখিব এইটো চোন অসমৰে সুৰ। ৰাজস্থানৰ সুৰ বৰ সুন্দৰ। ৰাজস্থানৰ সুৰ আমি শিকিছো। ৰাজস্থানৰ সুৰৰ ওপৰত ভিত্তি কৰি অসমৰ গান কৰিছো।

**বৰগোহাঞি ঃ** এতিয়া আমি ক্ষন্তেক বিৰতি লম।

* * *

**বৰগোহাঞি ঃ** আমি আকৌ মুখামুখি অনুষ্ঠানলৈ ঘুৰি আহিছো। ৰাজস্থানী লোকসংগীতৰ পৰা আপুনি... প্ৰেৰণা পাওক নেপাওক.... কিবা এটাতো পাইছে.. সেইটোৰ এটা আভাস দিয়ক।

**মহন্ত ঃ** ৰাজস্থানত আলাদ্দিন বুলি এজন বিখ্যাত লোক-সংগীতৰ সাধক আৰু গুণী সংগীতজ্ঞ আছিল। ১৯৫৮ চনত মই ৰাজস্থানলৈ গৈছিলো। লগৰ যি কেইজনে গাইছিলে, তেওঁলোকে আলাদ্দিনৰ লগত চিনাকি কৰি দিলে। তেওঁ এখন যন্ত্র হাতত লৈ... তাঁৰৰ নিচিনা, মই মানে অভিভূত... মই ক'লো মোক আপুনি অকনমান শিকাই দিব লাগে। গীতটো আছিল পুৰুষ আৰু মহিলাৰ, Husband and Wife, স্ত্ৰী ঘৰলৈ যাব বিচাৰিছে, স্বামীয়ে কৈ আছে, তুমিনো ক'ৰ জংঘলত আছা? আকৌ স্ত্ৰীয়ে কৈছে, মই সদায় এনেকৈ পানী কঢ়িয়াওঁতে কঁকালৰ বিষ হৈছে, দুদিনমান মাৰ-ঘৰলৈ গৈ আৰাম কৰো। স্বামীয়ে কয়, তেতিয়া হ'লে পানীভাৰী এজনীকে ধৰি দিওঁ, কিয়নো তুমি চিন্তা কৰিছা?

**বৰগোহাঞি ঃ** বাৰু ঠিক আছে, গানটোৰ দুশাৰীমান গালে নহ'ব, আধামানতো গাবই লাগিব। পিছত কি হ'ব দেখা যাব।

**শ্ৰীমতী মহন্ত ঃ** বাইচাৰো বিৰ্হমহাৰে পি হাৰিয়ালি চালো চা
পি হৰী মাৰি হাৰে কোনো আৰে

**মহন্ত ঃ** তেতিয়া মানুহজনে গাই—
বুন অলবেলী বদলা নেনী মতৱালে না
চাচৰে আমি কই দুখ পায়ো।
মায়েৰতো থাৰিম হাসে, পানীয়া ভৰোৱানে সা
পাতলি কমৰ মাহৰো লোৰ লোৰ যা
মায়ে চাৰা বিৰাম হাৰি তি হৰিয়ালী ছায়ো ছা
তি হৰিয়ালী হাৰে মোৰে হাৰে।

ঠিক তেনেকৈ ৰাজস্থানৰ গীত, তাৰ সংগীত, এটি গীত কিমান মধুৰ?

**বৰগোহাঞি ঃ** অৰ্থটো অলপ কৈ দিয়কচোন?

**মহন্ত ঃ** গধুলি সময়। সন্ধিয়া সময়। বেলিটো ডুবি আহিছে। সকলো ঘৰাঘৰি গৈছে।

**বৰগোহাঞি ঃ** একেবাৰে অসমৰ আমাৰ গাঁৱলীয়া জীৱনৰ দৰে...

**মহন্ত ঃ** সেইকাৰণে মই কৈছো গোটেই পৃথিৱীতেই মাটিৰ সুৰ আছে। গতিকে সকলোৰে উপভোগ কৰিবলৈ ভাল পায়।

আন এটি গীত— "ওচাৰানা চীও, গোকন..."

এই সুৰটো মই অন্ধ অনুকৰণ নকৰি বা ইয়াৰ দুৰ্বল পুনৰাবৃত্তি নকৰি বা দুৰ্বল অনুকৰণ নকৰি সেইটোক ভেটি হিচাপে লৈ মই এটা অসমীয়া গান গাইছো।

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** (গীতটো সুৰ লগাই গায়)

এই কাল যদি চিৰকাল হয়
তুমি কালজয়ী হোৱা
এই পথ যদি, জনপথ হয়
তুমি ফুল সিঁচি যোৱা।

**বৰগোহাঞি ঃ** আমি খগেন মহন্ত আৰু অৰ্চনা মহন্তৰ লগত আধা ঘণ্টা সময় কটালো। কিন্তু তেখেতসকলৰ পৰা শুনিবলগীয়া কথা আৰু মোৰ ক'বলগীয়া কথা শেষ কৰিব নোৱাৰিলো। গতিকে আমি আকৌ দ্বিতীয়বাৰৰ বাবে তেখেতসকলক অহা সপ্তাহত লগ পাম।

*(১৩ ফেব্ৰুৱাৰী, ২০০৯-ত প্ৰচাৰিত)*

# খগেন মহন্ত
# অৰ্চনা মহন্তৰ
## সৈতে
# হোমেন বৰগোহাঞি





**হোমেন বৰগোহাঞি ঃ** মুখামুখি অনুষ্ঠানলৈ আপোনালোকক আদৰণি জনাইছো। আজিও মোৰ অতিথি শ্ৰীখগেন মহন্ত আৰু শ্ৰীমতী অৰ্চনা মহন্ত। মহন্ত দম্পতী অসমৰ লোকসংগীতৰ বৈচিত্ৰ্যৰ এটা বিৰাট ভাণ্ডাৰ। অসমৰ বিভিন্ন অঞ্চলত বিভিন্ন ধৰণৰ লোকসংগীত প্ৰচলিত আছে। গোটেইবোৰ লৈয়ে অসমৰ লোক-সংস্কৃতি। কিন্তু মই আপোনালোকক আবেদন কৰিছো যে অসমৰ গোটেইখিনি সামৰিব নোৱাৰিলেও যিবোৰ প্ৰধান ধাৰা, অসমৰ কোনটো অঞ্চলৰ লোক সংগীতে সকলোৰে হৃদয় জয় কৰিবলৈ সক্ষম হৈছে আৰু আপোনালোকে কোনখিনি গান বেছি ভাল পায় আৰু উজনিৰ লোকগীত, বিহুগীত, কামৰূপী গীত, গোৱালপৰীয়া আৰু কি কি জনজাতীয় গীত আছে প্ৰত্যেকৰে অলপ অলপ চানেকি দি আপোনালোকে আমাৰ দৰ্শক আৰু শ্ৰোতাসকলৰ আগত অসমৰ লোকসংগীতৰ যিটো বৈভৱ তাৰ লগত এটা চিনাকি কৰি দিয়ক।

**খগেন মহন্ত ঃ** ১৯৫৬ চন মানৰ পৰা মোৰ নিৰ্দিষ্ট কিছু ঠাইলৈ গৈ গৈ লোকসংগীত শিকাৰ হেঁপাহ হ'ল। তাৰ কাৰণটো— মই কিছুদিন ছিলঙত আছিলো, অসমৰ বিভিন্ন ঠাইৰ মানুহ তেতিয়া ছিলঙত লগ পাইছিলো। গোটেইখন অসম ছিলঙত আছিল।

**বৰগোহাঞি ঃ** ৰাজধানী আছিল নহয় আৰু...

**মহন্ত ঃ** ৰাজধানী যিহেতু আছিল। ছিলঙতে মই গোৱালপাৰাৰ মানুহ পাইছিলো, কামৰূপৰ মানুহ পাইছিলো, উজনিৰ বিভিন্ন মানুহ লগ পাইছিলো, বিহু, দেহবিচাৰৰ গীত, টোকাৰি গীত গোৱা মানুহ লগ পাইছিলো। গোৱালপৰীয়া গীত গোৱা মানুহ পাইছিলো। সেই মানুহবিলাক খুব পাৰ্গত নহয়, জানে আৰু... নিজৰ ঠাইৰ নিজৰ কৃষ্টি জানে আৰু। এফাকি গায় আৰু... মই খুউব আকৃষ্ট হৈছিলো।

মোৰ শিকিবৰ মন গ'ল। তেওঁলোকে ক'লে দেৰগাঁৱলৈ গ'লে অমুকক পাবা, শিৱসাগৰলৈ গ'লে অমুকক পাবা, দিখৌ মুখত অমুকক পাবা, তেতিয়া সেই ঠিকনাবোৰ ৰাখি থওঁ। সেইমতে ঘূৰি-ফুৰো। এই মানুহৰ পৰা বতৰা লৈয়ে মই ঘূৰি ফুৰিছিলো সমল বিচাৰি। ঘূৰি ফুৰোতে লোক-সংগীতৰ বিশিষ্টতা...

**বৰগোহাঞি ঃ** আঞ্চলিক বিশিষ্টতা?

**মহন্ত ঃ** সেইবোৰ বিচাৰি পাইছিলো। মই অলপ আগতে কৈছিলো যে অসমৰ বিচিত্ৰ লোক-সংস্কৃতিৰ কাৰণে সামগ্ৰিকভাৱে অসমৰ লোক সংগীত উচ্চমানৰ হৈ পৰিছে। আঞ্চলিক বৈশিষ্ট্যবোৰ সামগ্ৰিকভাৱে গোটা খালে অসমত... এই বৈশিষ্ট্যবোৰৰ কাৰণে বিশেষকৈ সংগীতৰ ক্ষেত্ৰত অসমখনক তিনিটা ভাগত ভগাই ল'ব পাৰি। নামনি অসম, মধ্য অসম আৰু উজনি অসম। গোৱালপাৰালৈ গ'লে আমি এটা প্ৰভাৱ দেখা পাওঁ, অলপমানহে প্ৰভাৱ, পশ্চিমবংগ আৰু পূৰ্ববংগৰ সুৰৰ কিছু এটা প্ৰভাৱহে আছে। কিন্তু তেওঁলোকতকৈ পৃথক। সীমামুৰীয়া অঞ্চল। পাইছিলো বিচাৰি... তেওঁলোকে দেহতত্ত্বৰ বিষয়ে গায়।

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** 'দিনে দিনে খচিয়া পৰিবে

ৰংগিলা দালানেৰ মাটি
গো সইজি কোন ৰংগেৰ।
তাহাৰি তলে ময়ূৰ ময়ূৰী
গো সইজি কোন ৰংগেৰ।'

**মহন্ত ঃ** আকৌ তাতে গদাধৰ নৈখন আছে। হাতী ধৰা নিয়ম আছে। সেইটো এটা ডাঙৰ ব্যৱসায়। সেই অঞ্চলত তেওঁলোকে গায়। অৰ্থনৈতিক ব্যৱস্থাৰ এটি কথাও তাত জড়িত হৈ আছে। নদীখনেদি যেতিয়া যায়, তেওঁলোকে গায়—

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** আৰে বৈঠা মাৰো মাৰো বৈঠা মাৰো ৰে
অ' নাই চাৰ ভাইয়া ৰে আৰে ধৰিয়া বৈঠা মাৰিয়া যাওঁৰে
অ' তুমৰা মাৰিয়া বৈঠা মাৰিয়া যাও ৰে।

**বৰগোহাঞি ঃ** এটা কথা নহয়নে যে গোৱালপৰীয়া গীত বুলি ক'লে গোৱালপৰীয়া জীৱন সংগ্ৰামৰ ছবি যি এখন ফুটি উঠে, মধ্য অসম বা উজনি অসমত সেই ছবি দেখিবলৈ নাপাওঁ।

**মহন্ত ঃ** তাতে এটা কথা আছে। সেই কাৰণে মই কৈছো জীৱনৰ গান, মানুহৰ গান। লোক সংগীত মানে জীৱনৰ গান। পৰিবৰ্তিত কালত কামৰূপৰ যিটো

পৰিবৰ্তন বুলিয়ে কওক বা বিবৰ্তন বুলিয়েই কওক, তাত ধৰ্মটো সোমাই পৰিল। সেই কাৰণে গানটো আছিল—

“ঘন বৰষুণ পিছল মাটি
লাহে লাহে দিবা পাৰ
আজি তামোল চুৰ কৰিবলৈ যাওঁ ”

তামোল চুৰ কৰাক লৈ গীতটো আছিল। পৰিবৰ্তিত কালত যোগেশ ভৰালীহঁতে কি কৰিলে, ‘আজি নন্দৰ ঘৰে যাও’

**বৰগোহাঞি ঃ** মূলতঃ সেইটো তামোল চুৰ কৰাক লৈ...

**মহন্ত ঃ** তামোল চুৰ কৰাক লৈ গীতটো... মই সেই গীতবোৰ বিচাৰি ফুৰিছিলো মানুহৰ মাজত।

**বৰগোহাঞি ঃ** এতিয়া খন্তেক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** আমি আকৌ মুখামুখি অনুষ্ঠানলৈ ঘূৰি আহিছো। মই নিজেই ভাবো, মইতো গান শুনো, গান শুনি ভাল পাওঁ। গোৱালপৰীয়া সংগীত বুলিলে যিটো বুজো তাত এটা কাৰুণ্য বা বিষাদৰ ভাব, জীৱন সংগ্ৰামৰ ছবি অনুভৱ কৰো। কিন্তু কামৰূপী লোকগীতত ধৰ্মৰ যোগ হোৱাৰ কাৰণে তাৰ যিটো গভীৰতা তাৰ কাৰণে বেলেগ এখন জগতলৈ যোৱা যায়।

**মহন্ত ঃ** কামৰূপীয়া লোকগীত মই গাইছো, অৰ্চনাইও এটা গাইছে— ‘যায় কন্যা গৃহক তেজিয়া, পিতৃ-মাতৃ প্ৰণাম কৰে কান্দিয়া কান্দিয়া’.... এইটো জীৱনৰ কথা। লোকগীত বুলি ক’লে যিটো আছিল মনৰ কথা পিছত ধৰ্মৰ লগত... এজনে গাইছিল—

নামাই ডলিমায়ে
এতিয়া খাবি তয় শাহাৰে গালি নামাই ডালিমায়ে।
নামাই ডালিমায়ে

সৰুতে বন্ধাকবি-ফুলকবি খাইছিলি এতিয়া চাউল দালি খোৱা হ’লি। (হাঁহি হাঁহি) গীতটোৰ অৰ্থ...

**বৰগোহাঞি ঃ** গাৰ্হস্থ্য জীৱনৰ ছবি এখন আছে। আপুনি এতিয়া মধ্য অসম আৰু নামনি অসমৰ কামৰূপীয়া লোকগীতৰ পৰা গোৱালপৰীয়া লোকগীতৰ কথা ক’লে, এতিয়া আপুনি উজনি অসমৰ ফালে যাব নে? উজনি বুলি ক’লেই মানুহে বিহু হুচৰি আদি গীত বুলি কয়।

**মহন্ত ঃ** অকমান যাওঁ। তালে তালে বিহুগীত, বিয়া নাম, দেহ বিচাৰৰ গীত, নামৰ গীত...

**বৰগোহাঞি ঃ** সত্ৰৰ লগত কিবা সম্পৰ্ক আছে নেকি?

**মহন্ত ঃ** সত্ৰৰ লগত সম্পৰ্ক আছে।

**বৰগোহাঞি ঃ** এতিয়া আপুনি গোৱালপৰীয়া বৈচিত্ৰ্যৰ কথা ক'লে। কামৰূপৰ...

**মহন্ত ঃ** কামৰূপৰ বৈশিষ্ট্য হ'ল জীৱনৰ গান। এই জীৱনৰ গান এটি অৰ্চনাই গাব। ইয়াত কৰুণতা আছে, দুখ আছে, বেদনা আছে, অকৃত্ৰিম মৰম আছে।

যাই কন্যা গৃহকে তেজিয়া
অ' পিতৃ মাতৃক প্ৰণাম কৰে কান্দিয়া[২]
যাই কন্যা গৃহকে তেজিয়া।

পিতৃ-মাতৃক প্ৰণাম কৰি কান্দি কান্দি... এইটো জীৱনৰ কথা। লোকগীত বুলি ক'লে উদাত্ত কণ্ঠৰ বক্তব্য বুলি ক'ব পাৰি। অন্তৰ্নিহিত মাটিৰ সুৰৰ একাত্মতা এই লোকগীতত পাব পাৰি।

**বৰগোহাঞি ঃ** গাঁৱৰ মানুহৰ জীৱন ধাৰণৰ প্ৰণালী সেই গীতবোৰৰ মাজত পৰিস্ফুট হয়। আপুনি উজনিলৈ এবাৰ যাওক।

**মহন্ত ঃ** উজনিলৈ, এয়া ধৰি লওক। টোকাৰী গীত, দেহ বিচাৰৰ গীত উল্লেখযোগ্য। তাত যি ছন্দ আৰু লয় তাত আমি সঁচাকৈয়ে অভিভূত হওঁ।

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** (গীতটো সুৰ লগাই গায়)

ঐ ৰাম কদম তলে কানাই মুৰুলী বজাই।

**বৰগোহাঞি ঃ** এই দেহবিচাৰৰ গীতবোৰ আগতে শুনিব নোৱাৰিছিলো। ইমান কৰুণ মানে শুনিবলৈ একেবাৰে মন নাযায়। জীৱনৰ নশ্বৰতাৰ কথাবোৰৰ কাৰণে অসাৰতা থাকে। সম্পূৰ্ণ বেলেগ এটি গীত। এইবোৰ আনক দেখুৱাবলৈ শুনাবলৈ মোৰ ভাল লাগে।

**মহন্ত ঃ** আন কিছুমান গীত আছে যেনে ফুল কোঁৱৰৰ গীত, মণি কোঁৱৰৰ গীত।

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** (গীতটো সুৰ লগাই গায়)

'কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী'

**বৰগোহাঞি ঃ** এইটো সম্পূৰ্ণ উজনি ফালৰ নেকি?

**মহন্ত ঃ** ই পৰম্পৰা গীত। মণিৰাম দেৱানৰ গীতসমূহ আনৰ লগত তুলনা কৰিব নোৱাৰি। সেই গীতত আধুনিকতা আছে। সুৰকাৰজনৰ তাত নাম নাথাকে। ই এক পৰম্পৰামূলক গীত বুলি আমি ক'ব পাৰো। লোকসংগীতৰ শাৰীতে আমি ৰাখিব পাৰো।

**বৰগোহাঞি ঃ** লোকসংগীতৰ কোনো লিখক নাথাকে। এটা সমগ্ৰ জাতিৰ মৰ্মবেদনাবোৰ এই লোকগীতবোৰৰ মাজৰ পৰাই ফুটি উঠিছে।

**মহন্ত ঃ** লোকসংগীত হয়তো এজন মানুহে সৃষ্টি কৰিব পৰা নাই। ই মুখে মুখে চলি আহিছে। আজি কোনোবাই এফাকি লিখিছে। পঞ্চাশ বছৰ পিছত হয়তো পিছৰ ফাকি লিখিব আন কোনোবাই। কিছু ইফাল সিফাল হ'ব পাৰে। বিৱৰ্তন আছে কাৰণেই এনেকুৱা হোৱাটো অস্বাভাৱিক নহয়। ই কিন্তু সদায় জীৱনৰ লগত জড়িত থকা সংগীত। বৃটিছ চাহাববিলাকে আহি চাহপাতৰ কাৰণে ৰেল আলি বনালে, বিশেষকৈ উজনিত। এজন খেতিয়কে এঠাইত কঠিয়া পাৰিলে আৰু এঠাইত তাৰ পাম। ৰেলখন হোৱাৰ পিছত এই খেতিয়কসকলৰ বহু সুবিধা হ'ল। পাম আৰু খেতি পথাৰৰ দূৰত্ব কমি গ'ল। ৰেলত গ'ল। দিনটো পামত কাম কৰি ৰেলৰ উকি শুনাৰ লগে লগে আকৌ ৰেলত উঠিল। এনেকৈ জীৱন সহজ কৰি তুলিছিল বোলে। এই ৰেলক লৈয়েই চহা গীত ওলাল।

> উকিয়াই উকিয়াই অ' ৰেল গাড়ী মোৰ চলি যাই ঐ
> ষ্টেচনৰ মুখলৈ চাই।

ৰেলৰ কল ইঞ্জিনটোৰে সৈতে, ষ্টেচনত গাড়ীখন ৰয় আৰু কিছু সময় থাকি তাৰপৰা গুচি যায়। যোৱাৰ পিছত কিবা বিষাদে যেন আবৰি ধৰে। তেনে এক বিষাদৰ ছবিও ইয়াত দেখিবলৈ পোৱা যায়।

**বৰগোহাঞি ঃ** কিবা এটা ৰিঙা ৰিঙা ভাৱ....

**মহন্ত ঃ** শব্দ ক'ত বহুবাৱ এইবোৰ আজিৰ কবিয়ে চিন্তা কৰিব। কিন্তু গাঁৱৰ চহা কবিয়ে সেইবোৰ একো ভাবি নাথাকে। জীৱনৰ লগত যি আহিব তাকেই গাব।

> তোমাক দিব উলিয়াই ঐ মই কান্দিম
> তোমাৰ পদূলিলৈ চাই।

উজনিত পৰিৱৰ্তন ঘটিলেও ছন্দৰ পৰা সতকাই আঁতৰি যোৱাটো সম্ভৱ নহয়। আমি কিবা এটি পৰিৱৰ্তন আনিবলৈ গৈ লোক সংগীতৰ আবেদনক বিসৰ্জন দিব নোৱাৰো।

**বৰগোহাঞি ঃ** লোক সংগীতৰ ধৰ্মক ধ্বংস কৰি আপুনি যুগৰ কোনো পৰিবৰ্তন আনিব নোৱাৰে।

**মহন্ত ঃ** অৱশ্যে সময়ৰ সতে কিছু অদল-বদল হ'বই কাৰণে ষ্টেচন শব্দ বিহুগীতত সোমালেই। কোম্পানীৰ জাহাজৰ কথা বিহুগীতত গালো। দিখৌৰ কপি লগা দলং বুলি গালো। আকৌ গালো— ভটিয়াই গলেগৈ কোম্পানীৰ জাহাজ ঐ বাটত খাই গ'লো জৰা। জৰা টেঙাৰ কথা কৈছে, চিংৰা খোৱাৰ কথা কোৱা নাই। নজনাকৈয়ে তেওঁলোকে এই শব্দবোৰ ব্যৱহাৰ কৰিছে। সেই কবি কিমান মহান! যাৰ নাম আমি নাজানো...

**বৰগোহাঞি ঃ** খ্যাতিৰ লোভত, টকাৰ লোভত, সন্মানৰ লোভত তেওঁলোকে নিশ্চয় গোৱা নাই। তেওঁলোকে গাইছে হিয়াৰ পৰা।

**মহন্ত ঃ** উজনিৰ আন এটা কথা মোৰ মনলৈ আহিছে। উজনিৰ ছন্দৰ বিভিন্নতা আছে। মিছিঙৰ— আই ঐ...... আকৌ বিহুৰ তালটো যে উজনিত যি বিহু গাইছে তেৰেঁই সেই তালটো ৰাখিছে। এজন ৰাজস্থানী বা এজন বিহাৰী বা এজন বঙালী মানুহে সেইটো দিব নোৱাৰে।

**শ্ৰীমতী মহন্ত ঃ** দুটা চাপৰি বজালেও তেওঁলোকে বেলেগ ধৰণে বজায়।

**মহন্ত ঃ** গতিকে বিহু গীতৰ যিটো ছন্দ, সেইটো অসমৰহে ছন্দ।

**বৰগোহাঞি ঃ** এতিয়া আমি খন্তেক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** আমি আকৌ মুখামুখি অনুষ্ঠানলৈ ঘূৰি আহিছো। মোৰ যিটো ধাৰণা, আপোনালোকে বহু ডাঙৰ কাম কৰিছে। বিহু গীতেৰে গোটেই অসমত তোলপাৰ লগাইছে। আপোনালোকে এটি প্ৰাণভৰি গোৱা বিহু গীতেৰে বিহু পৰিবেশ এটি আনি দিয়ক।

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** চকলা টেঙাটি অকলে নেখাবা
আমাকো এচকল দিবা।

......................................

দুয়ো একেলগে গাম।

**মহন্ত ঃ** বিহুগীতৰ সুন্দৰ সুন্দৰ কথাবিলাক এৰি যদি আমি বিৱৰ্তন কৰিছো বুলি ভাবো তেতিয়া লোক সংগীতৰ কাৰণে ই এক বিপজ্জনক কথা।

**বৰগোহাঞি ঃ** এইখিনিতে মোৰ ভাব হৈছে গোৱালপৰীয়া সংগীতত যি

বিষাদ, কাৰুণ্য ভাব, কামৰূপীয়া গীততো আছে কিন্তু তাত এটা বেলেগ গভীৰ ভাব.., কিন্তু উজনিলৈ গৈ জীয়াই থকাৰ যি উচ্ছ্বাস, প্ৰেমৰ উত্তাপ, এটা বেলেগ ধৰণৰ... এইযে কাৰুণ্য, উচ্ছ্বাস, গাম্ভীৰ্য, এই তিনিটা মূল বুলি আপোনালোক একমত নে?

**মহন্ত ঃ** হয়, একমত।

**শ্ৰীমতী মহন্ত ঃ** হয়, একমত।

**মহন্ত ঃ** ইয়াৰ ভিতৰত মাটিৰ সুৰ, মাটিৰ ছন্দ চবতে একে আছে, কিন্তু আবেদন বেলেগ।

**শ্ৰীমতী মহন্ত ঃ** আবেদন বেলেগ।

**বৰগোহাঞি ঃ** প্ৰকাশটো, বিভিন্ন পৰিস্থিতিত....এতিয়া ধেমাজিত...

**মহন্ত ঃ** এতিয়া বিহুনামৰ যিটো জনপ্ৰিয়তা হৈছে....মাজতে এই কাৰণেই ক'ব খুজিছো, এইটো মোৰ ব্যক্তিগত অভিজ্ঞতাহে, গাঁও বিলাকত সোমাই সোমাই....

**বৰগোহাঞি ঃ** এইখিনি কথা ক'বলৈ বেছি হক আপোনাৰেই আছে। গতিকে প্ৰাণ খুলি ক'ব পাৰে।

**মহন্ত ঃ** এইটো মোৰ অভিজ্ঞতাহে। উজনিত মানুহৰ মাটি বাৰী বহুত বেছি আছে, মানুহ কম।

**বৰগোহাঞি ঃ** মই সেইটোৱেই ক'ব বিচাৰিছো....

**মহন্ত ঃ** সেই সময়ত কাৰোবাৰ আঢ়ৈশ পুৰা মাটি, কোনোবাৰ চাৰে তিনিশ বিঘা মাটি, এনেকুৱা.... খেতি এটাই কৰে। বছৰটোত তিনিটা খেতি কৰিব লাগিব, চাৰিবাৰ মান ৰবি শস্য উলিয়াব লাগিব, এইবোৰ নাই। এটা খেতি কৰিব, তিনিটা ভঁৰাল ভৰিব। এটা ভঁৰাল খাব, এটা ভঁৰাল পাৰিলে কাৰোবাক বিক্ৰী কৰিব, এটা ভঁৰাল থ'ব অহা বছৰ খাব। নতুন ধান নেখায়। পুৰণিয়েই খাব। এইযে জীৱন, এই জীৱনটোত দেখা যায়, খেতি এটা কৰিবৰ কাৰণে সদাই ব'হাগৰ সাত আঠ তাৰিখ মানৰ পৰা নাঙলটো মাটিত সুমুৱাবই। চ'ত মাহত কিন্তু পথাৰ খৰাং। চ'ত মাহত মাটিত কোঁৰখন মাৰি দিলে একেবাৰে ছিটিকি যাব। মাটি ছিৰাল-ফটাদি ফাটি আছে বুলি কয়।

**বৰগোহাঞি ঃ** (হাঁহি মাৰি) আপুনি অসমৰ মাটি কিন্তু ভালকৈ চিনি পাই দেই।

**মহন্ত ঃ** এই ছিৰাল-ফটা মাটিখিনিত ব'হাগৰ আঠ তাৰিখ মানৰ পৰা হাল জুৰিবই লাগিব। কাৰণ ইতিমধ্যে পানী-চানী দি কঠিয়া তোলা হ'লেই। অসমীয়া সেই

মানুহখিনিয়ে..উজনিৰ যিটো ছন্দ, তাল আৰু সুৰ, সেইটোৱেহে গোটেইখন ছানি ধৰিছে। সেইটো মই নিজেই ব্যক্তিগতভাৱে আৰম্ভ কৰিছিলো। চাপৰ, বিলাসীপাৰা, বিজনী, বঙাইগাঁৱত বিহু পাতিবৰ কাৰণে। মই কৈছিলোযে আপোনালোকে 'দেচী' গান গাওক। গোৱালপৰীয়া গীতখিনিক 'দেচী' গীত বুলি কয়।

**বৰগোহাঞিঃ** জানো।

**মহন্তঃ** গতিকে 'দেচী' গান গাওক আৰু বিহুখন পাতক।

**বৰগোহাঞিঃ** পাতিলেনে নাই?

**মহন্তঃ** পাতিলে। আজি বিজনী, অভয়াপুৰী, বঙাইগাঁও, সকলোতে ডাঙৰ ডাঙৰ বিহু....

**বৰগোহাঞিঃ** মানে সকলোৰে হৃদয় জয় কৰিছে নহয়?

**মহন্তঃ** তেতিয়া কিন্তু নাছিল। মই যেতিয়া যাওঁ, তেতিয়া কিন্তু নাছিলে। পোন্ধৰ যোল্লজন মানুহ গোটাই লৈ কিবা এটা কৰিছিল। তেতিয়া মই মন কৰিছিলো, উজনিৰ মানুহখিনিয়ে আঠ ব'হাগত মাটিত হাল জুৰিবৰ বাবে চ'তৰ মাটিখিনি কোমল কৰিবই লাগিব। সেইটো কৰিবৰ কাৰণে চ'ত মাহতে ৰাতি পৰে পৰে ফেঁচাই কুৰুলিয়াই... চ'তৰ বিহু পাতে। সাত দিন সাতটা নামেৰে সৈতে বিহু উৎসৱটো পাতে। পাতি সপ্তম দিনত বিহুটো উৰুৱাই দিয়ে। এই চ'ত মাহত কিয় পাতে? এই কাৰণেই পাতে, এই সাত দিনৰ ভিতৰত বৰদৈচিলা মাকৰ ঘৰলৈ যাবই, মাকৰ ঘৰৰ পৰা ঘূৰি আহিবই। আচলতে বতাহ বৰষুণ জাকৰ নিমন্ত্ৰণহে কৰা হৈছিল।

**বৰগোহাঞিঃ** মানে প্ৰকৃতিৰ ছন্দৰ লগত জীৱনৰ ছন্দ মিলাই লৈছে।

**মহন্তঃ** অ। আহিবই লাগিব। মাটিখিনি কোমল হ'ব লাগিব। অষ্টম দিনা বিহু বন্ধ। তাৰপিছত খেতিত লাগি গ'ল।

**বৰগোহাঞিঃ** (হাঁহি-হাঁহি) আপোনালোকেতো জেঠ মাহতো বিহু পাতে।

**মহন্তঃ** (হাঁহি হাঁহি) আজিকালি পাতে।

সেই কাৰণে মই দেখা পালো মানুহৰ এই জীৱনৰ ছন্দ উজনিত ওলাই পৰে ৰঙালী বিহুটোত।

**বৰগোহাঞিঃ** আজিৰ অনুষ্ঠানৰ আমি ইয়াতেই সামৰণি মাৰিলো। যিহেতু গোটেইখিনি কথা শুনি বা কৈ শেষ নহ'ল, গতিকে আমি তৃতীয় বাৰৰ কাৰণে এওঁলোকৰ লগত পুনৰ মুখামুখি হ'ম।

*(২০ ফেব্ৰুৱাৰী, ২০০৯-ত প্ৰচাৰিত)*

# খগেন মহন্ত
# অৰ্চনা মহন্তৰ
## সৈতে
# হোমেন বৰগোহাঞি





**হোমেন বৰগোহাঞি ঃ** মুখামুখি অনুষ্ঠানলৈ আপোনালোকক আকৌ আদৰণি জনাইছো। আজিও মোৰ অতিথি শ্ৰী খগেন মহন্ত আৰু শ্ৰীমতী অৰ্চনা মহন্ত। যোৱা দুবাৰ আমি তেখেতৰসকলৰ সৈতে কথা পাতিছো। কিন্তু আমি কথা শেষ কৰিব নোৱাৰিলো। আজি তৃতীয় বাৰৰ কাৰণে আমি আকৌ কথা পাতিম তেখেতসকলৰ সৈতে কথা পাতিম।

আপোনালোকে গান গায়। সংগীত সাধনা কৰি জীৱনটো পৰিপূৰ্ণ কৰি তুলিও অসমৰ সংগীত জগতক ঐশ্বৰ্যশালী কৰি তুলিছে। বহু বছৰ ধৰি অসমৰ মানুহক এটা বেলেগ জীৱনৰ সন্ধান দিছে। বাছি বাছি আপোনালোকৰ লগত মই কেইটামান কথা পাতিব খুজিছো বা সুধিব খুজিছো। শিশুক যদি সংগীত শিক্ষা দি শিশুক সংগীতৰ প্ৰতি আগ্ৰহী কৰি তুলিব নোৱাৰে, সিহঁতৰ কথা যদি সংগীতত প্ৰকাশ নেপায়, তেতিয়া হ'লে সেই জাতিটো সমৃদ্ধ নহ'ব। আপোনালোকে শিশুৰ কাৰণে কেইবাটাও অমৰ গান গাইছে। দ্বিতীয়তে মানৱ মুক্তিৰ কাৰণেও কেইবাটাও গান গাইছে। মানুহে মুখে মুখে সেই গানবোৰ আওঁৰাই থাকে। মা শদিয়ালৈ যামেই নতুবা বাহৰ মুঢ়া বগৰি গুৰা আদি গানে অসমীয়া মানুহৰ মনত সাঁচ বহুৱাই থৈ গৈছে। শিশুৰ মানসিকতাৰ প্ৰতি লক্ষ্য ৰাখি গাবলৈ, কিহে আপোনাক অনুপ্ৰাণিত কৰিলে? লগতে কেশৱ মহন্তৰ গান কিয় আপুনি বেছিকৈ গায়? আমি জানো যদিও আপোনাৰ পৰা কথাটো জানিব খুজিছো।

**খগেন মহন্ত ঃ** শিশুৰ কাৰণে কি কৰিম কি নকৰিম বুলি ভাবি থাকোঁতে শিশুৰে ভাল পোৱা কাম এটাকে কৰো বুলি ভাবিলো। শিশুৰ কাৰণে কেশৱ মহন্তই গীত এটি লিখি মোক দিলে।

বৰষুণৰ বতৰত মইনা নুঠে মটৰত
ইচল বাটত পিছল লাগি ধুপুচ ধাপাচ পৰে
মইনাৰে মনটো বৰকৈ চিলা হৈ মেঘলৈ উৰা মাৰে।

সৰু সৰু ভাগিন-ভতিজা স্কুললৈ যোৱালে। আলপৈচান ধৰা কথাবোৰ মোৰ কাণত পৰে। স্কুলৰ কথা পাতি থাকোঁতে কোন স্কুলত কোন পঢ়িছিল, বাণীকান্ত কাকতি ক'ত পঢ়িছিল, অসমীয়া স্কুলতে পঢ়িছিল ইত্যাদি কথাবোৰ পঢ়ি থাকোঁতে মোৰ মনটো শিশুময় হৈ পৰিছিল। শিশুৰ লগত মই খেলিও ভাল পাওঁ। সিহঁতৰ লগত কথা পাতিলে ছন্দ মিলাই কথা পাতো। কেশৱ মহন্ত গীতিকাৰ হিচাপে বিখ্যাত।

**বৰগোহাঞি ঃ** তেখেত সৃষ্টিশীল গীতিকাৰ।

**মহন্ত ঃ** তেখেতকে কথাটো ক'লো। শিশুসকলক লৈ কিবা এটি লিখিব নোৱাৰিনে? তেখেতে ক'লে কিয় নোৱাৰি, নিশ্চয় পাৰি। আকাশবাণী কেন্দ্ৰৰ পৰাও ক'লে যে শিশুক এটা গীত শিকাব লাগে। শিশুসকলক কিবা এটা ক'লে সদায় ওলোটা কৰে। তেনে ভাবক লৈ—

মা আমি শদিয়ালৈ যামেই
মা আমি শতফুল খামেই
বান্ধিম আমি বান্ধিম মা
কেঁচাপাতত লোণ।

মাকে যদি কয় বোপা হাতখন ধুই আহাছোন, ঘি তাৰ ওলোটাটো কৰিব। তেনে ভাবক লৈ এই গীতটোৰ সৃষ্টি।

**বৰগোহাঞি ঃ** এই গানটো অসমীয়া মানুহৰ মুখে মুখে। মাকে কেতিয়াবা ওলোটাকৈ ক'ব লগা হয় বোপা আজি গা ধুবলৈ নালাগে আহা।

**মহন্ত ঃ** সাহিত্য সভাত গান গাবলৈ গ'লে আমাৰ লগতে প্ৰায় দহ হাজাৰ মানুহে আমাৰ লগত গান গায়। এটি গীতকেই পঁচিশ মিনিটমান গাব লাগে।

**বৰগোহাঞি ঃ** আপোনাৰ অনুমতি লৈ মাজতে মই মাত এষাৰ দিওঁ। আজি মই আহি থাকোঁতে মহিলা এগৰাকীয়ে মোক মাত লগালে। মোৰ ৰেকৰ্ডিং আছে মই যাওঁ। মোৰ আজি মুখামুখি অনুষ্ঠানত ৰেকৰ্ডিং আছে। তেখেতে ক'লে 'ৰ'বচোন ৰব, আজি কাৰ লগত আছে। মই ক'লো খগেন মহন্ত আৰু অৰ্চনা মহন্ত। এহ হয়নেকি, আপুনি ক'বচোন মা আজি শদিয়ালৈ যাম গানটো গাবলৈ । তেতিয়া মই ক'লো আপুনি শুনিছিলে নেকি? তেখেতে ক'লে তেখেতে অনুষ্ঠান পৰিৱেশন

কৰোঁতে হাজাৰ-বিজাৰ মানুহক পাছফালে গাবলৈ লগাই দিয়ে। কি যে সুন্দৰ পৰিবেশ এটি হয়। এতিয়া আপুনি সেই গানটোৱেই গাওক আৰু আপোনাৰ সমুখত দহ হাজাৰ মানুহ আছে বুলি কল্পনা কৰক।

**শ্ৰীমতী মহন্ত ঃ** আপুনিও তেতিয়াহ'লে আমাৰ লগত গাব লাগিব।

**বৰগোহাঞি ঃ** আমাৰতো আৰু কুঠাৰ মাৰিলেও গান নোলাই

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** মা আমি শদিয়ালৈ যামেই

শদিয়া নো কি ৰিং এটাৰ বাট

শতফুলবোৰ ফুলি আছে তাত ...

**বৰগোহাঞি ঃ** এনে গীত দিনে-ৰাতি শুনিলেও উঠিবলৈ মন নাযাৰ।

**মহন্ত ঃ** ৰুদ্ৰ বৰুৱাৰ এটি গীত আছিল। আকাশবাণী কেন্দ্ৰৰ পৰা গীতটি আমি শিকাইছিলো।

অ' তুল তুল, অ' বুল বুল অ' সেউতী তৰা

লুকা ভাকু ভাল নেলাগে খেল কইনা দৰা

**বৰগোহাঞি ঃ** গীতবোৰৰ ভিতৰত থকা শব্দবোৰতো এতিয়া হেৰাই গৈছে।

**মহন্ত ঃ** মই বহু অনুষ্ঠানত মাক-বাপেকক এই গীতবোৰৰ ভিতৰত থকা শব্দবোৰ ভালকৈ শিকাবলৈ কওঁ। আপুনি ঘৰত ইংৰাজী নিশিকাব। স্কুলত যিখিনি শিকে সেইখিনিয়ে যথেষ্ট। মই এতিয়াও কবিতা গাওঁ—

মৃদং বজাই ডাৱৰে জনালে বাৰিষা আহিল বুলি

বৰনৈ বাঢ়িল ফেনে ফোটোকাৰে বিৰিণা আহিল বুলি।

এই কবিতাৰ এই ছন্দবোৰ শব্দবোৰ ল'ৰা-ছোৱালীয়ে শিকিব লাগিব। এইবোৰ গানেৰে সৈতে গালেহে ভাল লাগে।

**বৰগোহাঞি ঃ** গানটো দুশাৰীমান গাই শুনাব নেকি?

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** অ' তুল তুল অ' বুল বুল

তুল আমাৰ কইনা হওঁ....

**বৰগোহাঞি ঃ** এই গীতটি ৰুদ্ৰ বৰুৱাৰ। শব্দবোৰ চিৰকাললৈ ৰাখিবলগীয়া।

**মহন্ত ঃ** হয়। এই গীতৰ কথাবোৰ শিশুৰ কাৰণে বৰ মনোগ্ৰাহী। এনে কথা কিছুমান কেশৱ মহন্তই লিখিছিল।

লাউৰ পুলি ল'ৰাই ৰুলে

ৰুলো লাঁৰাই লফা।

ল'ৰা-ছোৱালীবোৰৰ মুখত নুফুটে। তেতিয়া মই ক'লো, এতিয়া মই তোমালোকক এটি গান শিকাম।

**বৰগোহাঞি ঃ** গানটো আমাকো শিকাই দিয়কচোন।

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** লাউৰ পুলি তুলি আনি ৰুলি ক'ত তুল তুলি
কুলি বুলি তয় সেইটো কি আঁনিলি সৌটো দেখোন বুলি বুলি
পুলি তামোলৰ পুলি তুলি আনি ৰুলি ক'ত তুল তুলি

**মহন্ত ঃ** কথাখিনিত ঘটনা এটি আছে। তেনেকৈ আৰু এটি গাইছো—

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** আম লমা লমে লাগে
খালে বামে পৰে।
যাম লগে ভাগে, পাম আগে ভাগে
চাওঁ কোনে কিনো কৰে।

**বৰগোহাঞি ঃ** এতিয়া আমি খন্তেক বিৰতি লৈ লওঁ।

**বৰগোহাঞি ঃ** এতিয়া আমি আকৌ মুখামুখি অনুষ্ঠানলৈ ঘূৰি আহিছো। শিশু গীতৰ কথা কওঁতে কেশৱ মহন্তৰ কথা ক'ব লাগিব, তেখেতৰ গীত আপোনালোকৰ সংগীত অসমীয়া মানুহৰ হৃদয়ে হৃদয়ে।

**মহন্ত ঃ** কিছুমান গীত বহুত আগতে চিন্তা কৰিছিল। তেখেতৰ জীৱন অভিজ্ঞতা সম্পৰ্কে আপোনালোকে ভালকৈ বুজিব। তেওঁলোকে কেনেকৈ মানৱতাৰ কাৰণে জীৱন জুৰি কাম কৰি গৈছে।

**বৰগোহাঞি ঃ** জানো মই তেখেতক। তেখেত আমাৰ ব্যক্তিগত বন্ধু আছিল। তেখেতৰ লগত সামাজিক কামতো জড়িত আছিলো।

**মহন্ত ঃ** তেওঁ মানে অসমীয়া মানুহে কৰিব লগীয়া বহুত কাম বহুত আগতে চিন্তা কৰিব পাৰিছিল। তেওঁ লিখাবোৰ মানুহৰ মাজলৈ উলিয়াই দিয়াত মানুহেও বৰ আগ্ৰহেৰে লৈছিল। তেখেতে লিখিছিল—

দেহা ক'লা হ'লে থাকে দুদিনলে
মন ক'লা হ'লে ভাগে...
চৌষষ্ঠি চনতে গাইছিলো,

কওঁ কোন স'তে নিজৰ ঘৰতে
আলহী হ'লো মই কিয়
ঘৰৰে মজিয়াক পৰক সপিদি।

**বৰগোহাঞি ঃ** কেশৰ মহন্তৰ বহুতো গীতে আপোনাৰ কণ্ঠত প্ৰাণ পাই উঠিছে। কিবা এটা গান গালে আপুনি মই যাতে ভিতৰৰ পৰা একাত্ম হৈ যাওঁ। তেনেকুৱা এটি গান গাওকচোন।

**শ্ৰীমতী মহন্ত ঃ** গানবোৰ যেতিয়া আমি গাওঁ, প্ৰতিটো গীতৰ লগত আমি একাত্ম হৈ পৰো।

**মহন্ত ঃ** প্ৰতিটো গানকেই নিজৰ সন্তান যেন লাগে। কোনটো ভাল, কোনটো বেয়া বুলি আমি ক'ব নোৱাৰো। কোনোবাটোৰ আঙুলি বেঁকা হ'লেও আমি কেতিয়াও তাক বেয়া বুলি ক'ব নোৱাৰো।

**শ্ৰীমতী মহন্ত ঃ** সকলো গীতেই আমাৰ মৰমৰ।

**মহন্ত ঃ** শ্ৰেষ্ঠ বুলি বাছি উলিয়াবলৈ বৰ অসুবিধা হয়। কেতিয়াবা কোনোবাটো গান গাই ইমান ভাল লাগে যে তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰো।

**বৰগোহাঞি ঃ** যদি সময় পালোহেঁতেন। এই প্ৰশ্নটিক অন্য ধৰণে উপস্থাপন কৰিলোহেঁতেন। মই আচলতে এইটোকে বুজাব খুজিছো যে ৰবীন্দ্ৰনাথে অজস্ৰ গান লিখিছে। বিভিন্ন পৰিৱেশৰ পৰা সৃষ্টি হৈছে গানবোৰ। তেখেতৰ সকলোবোৰ গানেই ভাল। কিন্তু যিয়েই যিমানেই নকওক কিয় কিছুমান সৃষ্টিত নিজৰ আত্মা তাত লুকাই থকা যেন অনুমান হয়।

**মহন্ত ঃ** ৰবীন্দ্ৰ নাথৰ গীতৰ কথা আহিলে মই বাচি লওঁ দুটা গীত

এই মণিহাৰ আমাকে দাও

পৰতে গেলে লাগে...

কেতিয়াবা ঘৰখনত অকলে বহি আছো। একো কাম কৰিব পৰা নাই, কৰিবলৈ মন যোৱা নাই। তেতিয়া গাওঁ

প্ৰাণেৰ আশা চেৰে...

এইবুলি অকলে গাওঁ। আমি ৰবীন্দ্ৰ সংগীত বহুত শুনিছো, বহুতো গাইছো।

**বৰগোহাঞি ঃ** মুঠৰ ওপৰত আপোনাৰ হৃদয়ৰ প্ৰয়োজনত আপুনি গাই ভাল লগা গানবোৰ।

**শ্ৰীমতী মহন্ত ঃ** আৰু এটা কথা, যিটো আমি অন্তৰৰ পৰা গাওঁ যাক, আমি অন্তৰৰ পৰা উপলব্ধি কৰো। মই মন কৰিছো। যিটো আমাৰ বেছি অন্তৰত লাগে সেইটো গীতকেই ৰাইজেও আদৰি লয় আৰু তেওঁলোকেও অন্তৰেৰে আদৰি লয়।

**বৰগোহাঞি ঃ** সেই কাৰণে ঘূৰাই-পকাই সুধি আছো। ৰবীন্দ্ৰ সংগীত শুনি

ভাল পাওঁ। ৰবীন্দ্ৰ সংগীত মোৰ অনেক আছে। সেইবোৰৰ মাজৰে কোনোবা এটি গীত সঁচাকৈয়ে অন্তৰত লাগি যায়। কোনোবা এটি বিশেষ মুহূৰ্তত সেই ভালপোৱা গীতটিহে বাৰে বাৰে আমনি কৰে।

**মহন্ত :** বিভিন্ন সময়ত পৰিবেশনত বিভিন্ন গীতে আমনি কৰে।যেতিয়া একেবাৰে বেয়া লাগে গাওঁ

"যদি তোৰ ডাক শুনে কেওঁ না আসে"

**বৰগোহাঞি :** এতিয়া সামৰণিত আপুনি মানে দুয়োজনে মোৰ কাৰণে এটি গান গাওক যিটো গানত আপোনাৰ সমস্ত আৱেগ অনুভূতি প্ৰকাশ পাইছে। যিটো গান গালে আপুনি জীয়াই থকাৰ প্ৰেৰণা পায়।

**মহন্ত :** অ' প্ৰিয়তম এই জীৱন, যি বোৱতী
নদীৰ দৰে
যাৰ বাধা ভাঙি
ভৰ বাৰিষাৰ কোবাল সোঁতত
অ প্ৰিয়তম এই জীৱন
যি বোৱতী নদীৰ দৰে

**বৰগোহাঞি :** জীৱনৰ গান। আমি হাত চাপৰি নিদিওঁ। মনৰ মাজত যি হৈছে সেইটোৱেই। এতিয়া আমি খন্তেক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি :** আমি আকৌ মুখামখি অনুষ্ঠানলৈ ঘূৰি আহিছো। এইবাৰ অৰ্চনা মহন্ত। যিটো গান গাই জীয়াই থকাৰ সুখটো পায়, তেনেকুৱা এটা গান গাওক। মানুহৰ কাৰণে নহয়, নিজৰ কাৰণে।

**শ্ৰীমতী মহন্ত :** মোৰ এটি গীত মনত পৰে, সদায় সেইটো আকাশবাণীত গায়। তেতিয়া মই একেবাৰে সৰু-ছোৱালী। নিৰ্মলপ্ৰভা বাইদেৱে মোৰ কাৰণে গীতটি বিশেষভাৱে লিখিছিল। বাইদেৱে মৰমেৰে মোৰ কাৰণে লিখিছিল।

**বৰগোহাঞি :** কেৱল আপোনাৰ বাবে?

**শ্ৰীমতী মহন্ত :** হয়, মোৰ বাবে লিখিছিল। সেইটোকে গাইছো

**বৰগোহাঞি :** প্ৰসংগক্ৰমে কওঁ, গীতিকাৰৰ ভিতৰত নিৰ্মলপ্ৰভা বৰদলৈ মোৰ বৰ প্ৰিয়। আজিকালিৰ গীতৰ কথাবোৰে মোক সিমান আকৰ্ষণ কৰিব নোৱাৰে। নিৰ্মলপ্ৰভা বৰদলৈৰ কেইটামান অপূৰ্ব গান আছে।

**শ্ৰীমতী মহন্ত ঃ**

সুৰৰ আকাশত হলো যে মই দিশহাৰা'
কত মনত, কত পদূলিত কত মতবাদে
কৰে খেলিমেলি।
গধূলিৰ গীত গালে
পুৰতি আঁতৰি যায়
গধূলিৰ গীত গালে
জনতাৰ কথা ক'লে
নিজা কথা থাকি যায়
মনৰ পৃথিৱীত অযুত
সপোনে ভৰাই
হ'লো যে মই দিশহাৰা...

**বৰগোহাঞি ঃ** অতি মধুৰ গান। যি হওক। এই অমৃতৰ ভাণ্ডাৰটো একেবাৰে শেষ কৰিব নোৱাৰো। আমি আপোনালোকক আকৌ এবাৰ লগ পাম। অনিচ্ছা সত্ত্বেও আমি আপোনালোকৰ পৰা বিদায় মাগিছো। ধন্যবাদ।

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** ধন্যবাদ।

*(২৭ ফেব্ৰুৱাৰী, ২০০৯-ত প্ৰচাৰিত)*

# ড° হিমন্ত বিশ্ব শৰ্মাৰ সৈতে হোমেন বৰগোহাঞি



*"মই সাংঘাতিক ধৰণে Optimistic, যিদিনাখন আমি কৈছিলো যে ট্ৰেজাৰী ৩০ দিন খোলা থাকিব। মানুহে কৈছিল মিছা কথা। যিদিনাখন আমি কৈছিলো ৰত্মত্ত্ব-ত ডায়েল কৰিলে এম্বুলেন্স আহিব, সেইদিনাখন মানুহে কৈছিল যে ইহঁতে বেছি কথা কয়। কিন্তু এই কথাবোৰ বাস্তৱ হৈছে আৰু এইটোও বাস্তৱ হ'ব।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আকৌ এবাৰ স্বাগতম জনাইছো। আজি মোৰ অতিথি ড° হিমন্ত বিশ্ব শৰ্মা। তেখেত অসম চৰকাৰৰ স্বাস্থ্য, গুৱাহাটী উন্নয়ন আৰু বিজ্ঞান আৰু প্ৰযুক্তি বিভাগৰ দায়িত্বত থকা মন্ত্ৰী। (ডঃ হিঃ বিঃ শঃলৈ চাই) অসমৰ ৰাইজে স্বাভাৱিকতে ধৰি লৈছে যে এদিন আপুনি আপোনাৰ ৰাজনৈতিক জীৱনৰ যি শীৰ্ষত অৱস্থানৰ উচ্চতম আকাংক্ষা, সেইটো মনত ৰাখি আপোনাৰ কাম-কাজবোৰ কৰিছে। আপুনি সেই উচ্চতম পদটো কি বুলি ভাবিছে?

**ড° হিমন্ত বিশ্ব শৰ্মা ঃ** মই ৰাজনীতিটো বেলেগ ধৰণে ভাবোঁ। আজি মানুহে মোক মন্ত্ৰী পাতিছে, এম. এল. এ. পাতিছে, কাইলৈ নাপাতিবও পাৰে। সেইকাৰণে মোৰ প্ৰথম চিন্তাটো সদায় থাকে যে মই আজি যিখিনি কৰি আহিছো Delivered my best. অহাকালি কি আছে সেই কথাটো মোৰ ওপৰত নাই। ধৰক, আজি মই আপোনাক ক'লো যে মই মুখ্যমন্ত্ৰী হ'ব খোজোঁ, কিন্তু তাৰ কাৰণে মই জালুকবাৰী সমষ্টিৰ MLA আকৌ হ'ব লাগিব। তাৰ কাৰণে মই আকৌ মোৰ দলৰ এটা আশীৰ্বাদ পাব লাগিব। গতিকে ইমান ভৱিষ্যতৰ কথা চিন্তা কৰি থকাটো...।

**বৰগোহাঞি ঃ** কিন্তু মই এইটো প্ৰথমেই কৈ ললো যে প্ৰত্যেক মানুহজনৰে মনত এটা উচ্চ আকাংক্ষা থাকিব লাগিব।

**শৰ্মা ঃ** আজিৰ দিনটোত মোৰ উচ্চ আকাংক্ষা এইটোৱেই যে মই মোৰ

বিভাগটোত ইমান কাম কৰিব লাগে যে যাতে ভৱিষ্যতে মানুহে কয় যে হিমন্ত বিশ্ব শৰ্মা স্বাস্থ্যমন্ত্ৰী হৈ থকোতে এই কামখিনি হৈছিল। মই যিখিনি কাম কৰিছো সেইটো ভৱিষ্যতৰ কাৰণে এটা উদাহৰণ হ'ব লাগিব।

**বৰগোহাঞি ঃ** বুজিছো, যদি আপোনাক উচ্চ আকাংক্ষাটোৰ ফালে নিব লাগে আপোনাৰ কামেই লৈ যাব। আপুনি নিজে এতিয়াৰ পৰা...

**শৰ্মা ঃ** বাকীখিনি যদি আপুনি পৰিকল্পনা কৰে..., মই পৰিকল্পনা কৰিম...। কিন্তু যদি সপোনতে মই গোৰ মাৰি কলহটো ভাঙি দিওঁ, পিঠাগুড়িখিনিতো আকৌ মোৰ গাতে আহি পৰিব।

**বৰগোহাঞি ঃ** আপুনি খুউব বুদ্ধিমান মানুহ। উত্তৰটো খুব বুদ্ধিমান মানুহৰ নিচিনাকৈ দিছে। বস্তুত মানুহে ৰাজনীতিক কেৰিয়াৰ হিচাপে লয় কাৰণে ৰাজনীতিলৈ আহে। আপুনি অকল কেৰিয়াৰ কৰিবলৈ আহিছেনে ৰাজনীতিৰ পৰা আৰু এটা কিবা মহৎ আকাংক্ষা বা উদ্দেশ্য আছে?

**শৰ্মা ঃ** নাই, মই ৰাজনীতিলৈ অহাটো এক্সিডেণ্টেল। মোৰ ইচ্ছা আছিল ৰাজনীতিলৈ মই ৪৫ বা ৫০ বছৰৰ পিছত আহিম। আৰু মই খুউব ভালকৈ নিজকে এজন অধিবক্তা হিচাপে প্ৰতিষ্ঠিত কৰিব খুজিছিলো। কিন্তু হিতেশ্বৰ শইকীয়াৰ সান্নিধ্যই মোক সোনকালে ৰাজনীতিলৈ লৈ আহিলে। আৰু প্ৰথমবাৰতে মই হাৰিলো। যিহেতু নিৰ্বাচনত হাৰিলো, গতিকে জিকাৰ এটা হাবিয়াসে, মোক প্ৰথম যিটো মোৰ বৃত্তি হ'ব লাগিছিল তাৰ পৰা আঁতৰাই ৰাজনীতিলৈ লৈ আহিলে।

**বৰগোহাঞি ঃ** এতিয়া আপোনালোকৰ ধৰ্মই হৈছে যে আমি অমুকটো কৰিছো, আমি তমুকটো কৰিছো, আমি অমুকতকৈ বেছি ভাল কৰিছো। এইটোতো নিজৰ ঢোলটো আপোনালোকে কোবায়েই। আপুনি মন্ত্ৰীৰ দৃষ্টিৰে নাচাই এজন সাধাৰণ নাগৰিকৰ দৃষ্টিৰে অসমখন চকুৰ পচাৰতে ঘূৰি আহক। অসমৰ কোনখন ছবি আপোনাৰ মনত ভাহি উঠিছে?

**শৰ্মা ঃ** কথাটো very simple যে মন্ত্ৰী হিচাপে কেতিয়াবা কৰা কামতকৈ আমি বেছিকৈ কওঁ। কিহৰ কাৰণে আমি কওঁ যে Publicity is a very important element for survival। যদি survive নকৰো আমি কাম কেনেকৈ কৰিম?

**বৰগোহাঞি ঃ** সেইটো খুউব স্বাভাৱিক।

**শৰ্মা ঃ** এটা চাবোনে ড্ৰেনড্ৰাফ নুগুচাই। কিন্তু চাবোন কোম্পানীটোৱে ভালকৈয়ে publicity কৰে যে এইটো চাবোন ব্যৱহাৰ কৰিলেহে dandruff যায়। কিন্তু তাত element of truth এটা থাকে। একেবাৰে মিছা কথা এটা ৰাইজক

বিক্ৰী কৰিব নোৱাৰি বা অসত্য কথা এটা ৰাইজক বিক্ৰী কৰিব নোৱাৰি। অসমৰ প্ৰত্যেকটো বিভাগত আগতকৈ Positive movement এটা আহিছে। কিন্তু আমাৰ যিটো ইঙ্গিত লক্ষ্য বা আমাৰ অসমৰ মানুহে যিখিনি পাব লাগে সেইখিনি আমি দিয়াৰ কাৰণে আৰু বহুদূৰ বাট যাবলৈ বাকী আছে। মই যদি কৈ দিওঁ ছাৰ যে মই গোটেইখিনি দি দিলো গতিকে আৰু মোৰ কোনো কামেই নাই। যদি মোৰ কাম নাই ময়ো মন্ত্ৰী হৈ থাকিব নালাগে।

**বৰগোহাঞিঃ** আপুনি যিখিনি কথা ক'লে আপুনি মন্ত্ৰী হিমন্ত বিশ্ব শৰ্মা হৈয়েই কৈ থাকিলে। মইতো সাধাৰণ নাগৰিক।

**শৰ্মা ঃ** মই সেইকাৰণেই কৈছো সাধাৰণ নাগৰিকে যিখিনি পাব লাগে... আজি সাধাৰণ নাগৰিকে কি পাব লাগে? এটা corruption free Administration, Best health care পাব লাগে, Best education পাব লাগে। যিবিলাক Advanced State তাৰদৰে আমাৰ সামাজিক সুৰক্ষাৰ ব্যৱস্থা হ'ব লাগে। যদি সেই হিচাপত মই নাগৰিক হিচাপে কওঁ, তেতিয়াহ'লে মই ক'ম যে মোৰ পাবৰ কাৰণে আৰু বহুত বাকী আছে। কিন্তু সেই সময়তে সাধাৰণ নাগৰিক হিচাপে মই ক'ম যে যোৱাকালিতকৈ কিন্তু বৰ্তমানটো অলপ হ'লেও ভাল।

**বৰগোহাঞিঃ** আপুনি ২০০১ চনত আহিলে, ২০০৬ চনত আহিলে। ধৰি লৈছো যে আমাৰ সমুখত ১০০ ভাগ কাম আছে। সেই ১০০ ভাগৰ ভিতৰত শতকৰা কিমান ভাগ কৰিছে?

**শৰ্মা ঃ** মই দুটা ষ্টেজত কওঁ। মই গোটেই চৰকাৰখনৰ হৈ নকওঁ। মই যেতিয়া বিত্ত আৰু পৰিকল্পনা মন্ত্ৰী, ৰাজ্যিক মন্ত্ৰীৰ দায়িত্বত আছিলো তেতিয়া মই দহৰ ভিতৰত পাঁচ কৰিব পাৰিছিলো আৰু আজি যেতিয়া মই স্বাস্থ্য মন্ত্ৰী হৈ আছোঁ মই দহৰ ভিতৰত তিনি কৰিব পাৰিছো।

**বৰগোহাঞিঃ** দহৰ ভিতৰত মাত্ৰ তিনি?

**শৰ্মা ঃ** হয়, মাত্ৰ তিনি।

**বৰগোহাঞিঃ** অথচ এইটো সকলোৱে কয় যে আপুনি স্বাস্থ্যখণ্ডত এটা বিপ্লৱ আনিলে।

**শৰ্মা ঃ** হোৱা নাই ছাৰ, বহুত কাম বাকী আছে।

**বৰগোহাঞিঃ** বৰ আশাদায়ক কথা যে আপুনি নিজেই যেতিয়া অনুভৱ কৰে যে দহ ভাগৰ ভিতৰত তিনি ভাগহে হৈছে।

**শৰ্মা ঃ** এখন গুৱাহাটী মেডিকেল কলেজৰ Development মানে অসমৰ Health care টোৰ Improvement নহয়।

**বৰগোহাঞি ঃ** আপুনি দহৰ ভিতৰত তিনি ভাগহে কৰা বুলি কৈছে। সাত ভাগ কৰা নাই। সাত ভাগ কৰিব নোৱৰাৰ কাৰণে আপুনি কি তাৰ প্ৰশাসনিক অসুবিধা নে আপোনাৰ ব্যক্তিগত ব্যৰ্থতা, নে বিত্তীয় অসুবিধা বুলি ভাবে?

**শৰ্মা ঃ** বিত্তীয় অসুবিধা নাই। কাৰণ মুখ্যমন্ত্ৰী...

**বৰগোহাঞি ঃ** আপুনি প্ৰচুৰ ধন আনিছে?

**শৰ্মা ঃ** মই ছাৰ টকাটো আনিব নোৱাৰোঁ। কিন্তু মুখ্যমন্ত্ৰীয়ে আমাক প্ৰচুৰ টকা দিছে। ছাৰ এটা কথা মই ক'ম যে মই যিমানখিনি ডাক্তৰ-নাৰ্ছসকলক motivate কৰিব লাগিছিল ব্যক্তিগতভাৱে, সিমানখিনি কৰিব পৰা নাই। ক'ৰবাত Communication-ৰ problem এটা আছে। কিন্তু Continuous গৱেষণা এটা আমিও কৰি থাকোঁ যে ক'ত সমস্যা হৈছে। দ্বিতীয়তে ছাৰ চিকিৎসা বৃত্তিটোক ব্যক্তিগতকৰণৰ যিটো প্ৰৱণতা আছিলে আজি Government Sector-ত যদি এজন ডাক্তৰে ২৫ হাজাৰ টকা Income কৰিব লাগে তেতিয়াহ'লে তেওঁ অসমৰ যিকোনো জেগাত কাম কৰিব লাগিব। Government Sector বুলি কোৱাৰ লগে লগে মানুহৰ প্ৰেছাৰ তাত বেছি থাকিব। কিন্তু কম প্ৰেছাৰত গুৱাহাটীত বহি যদি একেই টকা অৰ্জন কৰিব পাৰে, তেতিয়াহ'লে মানুহে কঠিন ৰাস্তাত কিয় যাব?

**বৰগোহাঞি ঃ** আপুনি সেইখিনি সম্পূৰ্ণভাৱে কৰিব পৰা নাই।

**শৰ্মা ঃ** কৰিব পৰা নাই ছাৰ আৰু সেইটোত সময় লাগিব। কিন্তু মই মাত্ৰ এটাই কথা কওঁ, মই যদি দায়িত্ব লোৱাৰ সময়ত একত আছিলে আজি আমি তিনিলৈ আহিছো আৰু দহলৈ যাবলৈ কিছুদিন সময়ৰ প্ৰয়োজন হ'ব।

**বৰগোহাঞি ঃ** আপোনাৰ যে আত্মসন্তুষ্টি হোৱা নাই সেইটো আমাৰ সকলোৰে কাৰণে আশাৰ কথা। আমি ইয়াৰ পৰৱৰ্তী গুৰুত্বপূৰ্ণ প্ৰশ্নটোলৈ যোৱাৰ আগতে খন্তেক বিৰতি লওঁ।

* * *

**বৰগোহাঞি ঃ বিৰতিৰ পিছত আমি আকৌ মুখামুখিলৈ ঘূৰি আহিছো। ড° শৰ্মা, অসমৰ মানুহে ভাবে যে এদিন যেতিয়া মুখ্যমন্ত্ৰী পদৰ কাৰণে প্ৰতিযোগিতা হ'ব, পাঁচ বছৰৰ পিছত হ'ব পাৰে, দহ বছৰৰ পিছত হ'ব পাৰে কাইলৈও হ'ব পাৰে,**

তেতিয়া আপুনি এজন প্ৰতিযোগী হিচাপে অৱতীৰ্ণ হ'ব। ধৰি লওক pure hypothetically, কাল্পনিকভাৱে মুখ্যমন্ত্ৰী হ'লে কোনকেইটা কথাত আপুনি অগ্ৰাধিকাৰ দিব?

**শৰ্মা ঃ** দুটা কথা যে মুখ্যমন্ত্ৰী হ'লে কি কৰিব লাগে আৰু আজি কি কৰিব নালাগে, সেই কথাটোৰ মাজত সীমাৰেখাটো বৰ টান। আজিৰ মুখ্যমন্ত্ৰীয়ে যিটো কৰিছে বা কেবিনেটে যিটো কৰিছে তাত আমাৰো চিন্তা-চৰ্চা থাকে। বেয়া কামখিনিৰ দায়িত্বও আমাৰ লগত থাকে।

**বৰগোহাঞি ঃ** স্বাভাৱিকতে থাকে।

**শৰ্মা ঃ** মই ছাৰ নকওঁ যে মই মুখ্যমন্ত্ৰী হ'লে কি কৰিম, কাৰণ ছাৰ আলাসত চাং পতা ধৰণৰ চিন্তাধাৰা মোৰ মনত নাই। কিন্তু কি তিনিটা কাম অসমত কৰাৰ প্ৰয়োজন আছে সেইটোহে কওঁ। প্ৰথম কথা ছাৰ চৰকাৰী আঁচনি আছে, কিন্তু তাৰ যিটো ডেলিভাৰী মেকানিজিম, যিকোনো এখন আঁচনি দিল্লীৰ পৰা অহাৰ পিছত বা মুখ্যমন্ত্ৰী মহোদয়ে ঘোষণা কৰাৰ পিছত কাৰ্যকৰী কৰি শেষ বিন্দুটোলৈকে লৈ যাবলৈ আমাক তিনি বছৰ সময় লাগে। এইটো যদি আমি কমাব পাৰো তেতিয়াহ'লে অসমখনৰ Development টো আৰু faster হ'ব।

**বৰগোহাঞি ঃ** এইটো কমাব কিয় পৰা নাই আপুনি?

**শৰ্মা ঃ** ছাৰ মুখ্যমন্ত্ৰীয়ে কামটো নকৰে। মই যদি আজি Health department-ত কিবা এটা কৰিবলৈ যাওঁ শেষৰ নাৰ্ছ গৰাকীয়ে কামটো কৰিব লাগিব। দহ হেজাৰ নাৰ্ছ আছে। দহ হেজাৰ নাৰ্ছৰ দুশ গৰাকীয়েও যদি ঠিকমতে ভেকচিনটো নিদিয়ে তাতো মই ফেল হ'ম।

**বৰগোহাঞি ঃ** নহয়, সমস্যাটো কেৱল ব্যক্তিকেন্দ্ৰিক নহয়, চিষ্টেমকেন্দ্ৰিক।

**শৰ্মা ঃ** চিষ্টেমটো হৈছে আমাৰ Adminstrative reforms এনেকুৱা ধৰণে আমি কৰিব লাগিব য'ত ডেলিভাৰী মেকানিজিমৰ লগত ৰেড ট্ৰেপিজিমটো আমি কমাব পাৰো। আজি ডনাৰৰ এটা প্ৰজেক্ট এপ্ৰ'ভ হ'বৰ বাবে ১৭২ খন টেবুল ঘূৰিব লাগে।

**বৰগোহাঞি ঃ** অকল ডনাৰটো নহয় আপোনাৰ অসম চৰকাৰ?

**শৰ্মা ঃ** ছাৰ আমাৰ তাতে অসমত ডনাৰৰ উদাহৰণটো কিয় দিলো— ডনাৰ দিল্লীলৈকে যায়। আৰু যদি অসম গভৰ্মেণ্ট হয় তেতিয়া অসমতো ১০০-ৰ পৰা ১৫০ দিন লাগিব। যুৱ প্ৰজন্মৰ মাজত বা চৰকাৰী বিষয়া কৰ্মচাৰীৰ মাজত এটা

চিন্তাৰ নৱ জাগৰণ আনিব লাগিব। কথাটো হৈছে যে বহুত ক্ষেত্ৰত এতিয়াও আমি ৰক্ষণশীল। এতিয়াও আমি ভাবোঁ ফাইলত লিখাটো সহজ, কম্পিউটাৰত লিখাটো টান। যেতিয়া প্ৰেকটিচ্ কৰিম তেতিয়া দেখিম যে কম্পিউটাৰ সহজ ফাইলটো টান। এই যে ৰক্ষণশীলতা যিটো আমাৰ সমাজত আছে বিশেষকৈ যিটো Conservation আছে, মই মানুহৰ মাজত কোৱা নাই। বুৰুক্ৰেচিৰ মাজত যিটো Tradition সেইটো যথেষ্ট। সেইটো ছাৰ আমি change কৰিব লাগিব।

**বৰগোহাঞি ঃ** আপোনালোকে সেইটো ইমান দিনে কিয় কৰিব পৰা নাই, সেইটোহে আমাৰ প্ৰশ্ন।

**শৰ্মা ঃ** মই যদি আপোনাক কওঁ যে কৰিব লাগে তাৰমানে এইটো নুবুজাই যে আমি ইমানদিনে কৰা নাই। একো নকৰিলে ছাৰ ইমানখিনি Development-তো নহ'লহেঁতেন।

**বৰগোহাঞি ঃ** কিন্তু কি কৰিব লাগে সেইখিনি ইমানদিনে কৰা হ'লে?

**শৰ্মা ঃ** আৰু কৰিব লাগিব কাৰণ আপুনি মোক সুধিছে যে তিনি বছৰৰ পিছত কি কৰা হ'ব। গতিকে মই কৈছো যে That will be continue to be our Agenda. আজি তৰুণ গগৈ চৰকাৰখন অহাৰ আগতে এটা প্ৰকল্প approve কৰোঁতে এশখন টেবুল লৈছিল। আজি ৭২ খনলৈকে কমি আহিল। তিনি বছৰৰ পিছত গৰ্মেণ্টৰ এজেণ্ডা— হয়তো মই ১০ খনলৈকে কমাব লাগিব। Definitely ছাৰ, শিক্ষা ব্যৱস্থাৰ এটা আমূল পৰিৱৰ্তন লাগিব।

**বৰগোহাঞি ঃ** আপোনাৰ উত্তৰটোত মই নাগৰিক হিচাপে খুব সন্তুষ্ট হোৱা নাই। এইটো প্ৰক্ৰিয়াক আপোনালোকে দ্ৰুততৰ কৰিবলৈ যিমান সময় লোৱা উচিত। তাতোকৈ বহুত বেছি সময় লৈছে।

**শৰ্মা ঃ** ছাৰ, আপোনাৰ লগত মই নিজেই Admit কৰিছো যে এতিয়াও আমি Project বিলাক Approve কৰোঁতে বহুত সময় লাগে। কিন্তু Comparatively আগতে তাতকৈও বেছি সময় লাগিছিল। কিন্তু ছাৰ, আমি কোনেও ইয়াত এটা বিপ্লৱ কৰা নাই। আমি চৰকাৰ চলাইছো। গতিকে যদি আপুনি খুব Radically যিকোনো এটা কাম কৰিব যায়... বিশেষকৈ অসমত আজি তৰুণ গগৈৰ হাতত ফাইলটো ২৪ ঘণ্টাও নাথাকে। তেওঁ Radically order দিব পাৰে যে সকলো বিষয়াই ২৪ ঘণ্টাৰ ভিতৰত file dispose কৰিব লাগিব। কিন্তু তেতিয়া তাত reaction থাকে। তেতিয়া তাত resistance আহে। গতিকে চৰকাৰ চলোৱাটো ছাৰ এটা কৌশল, কলা-কৌশল। বিভিন্ন factor থাকে। গতিকে আমি ইচ্ছা কৰা

কামবিলাক radically কৰিব নোৱাৰোঁ। কাৰণ বিপ্লৱ আৰু চৰকাৰ চলোৱাৰ মাজত এটা পাৰ্থক্য আছে।

**বৰগোহাঞি :** এই কথাটোলৈ আমি দীঘলীয়া আলোচনা কৰাৰ দৰকাৰ নাই কিন্তু...

**শৰ্মা :** এজন জাজে ছাৰ Murder কৰা মানুহ এজন— আজি চবেই জানে মুকলি ফিল্ডত কাচবে মানুহক গুলিয়াই মাৰিছিল। কাচবক ফাঁচী দিবৰ বাবে এজন জাজক ছাৰ ৪৮ ঘণ্টা সময় লাগে। কিন্তু তেওঁ ছাৰ তিনিমাহ ল'ব।

**বৰগোহাঞি :** মই এটা উদাহৰণ দিওঁ। কিছুমান বিভাগত— আজি কোনোবা এজন ব্যক্তিগত মন্ত্ৰীৰ ব্যক্তিগত যোগ্যতাৰ জৰিয়তে তেওঁ নিজৰ বিভাগত হয়তো বিপ্লৱ নহ'লেও কাম-কাজত এটা আমূল পৰিৱৰ্তন আনিছে। কিন্তু আন এটা বিভাগত সেইটো আনিব পৰা নাই। সেইটো হৈছে কি যে কিছুমান কথা এনেকুৱা হ'ব লাগে যে মন্ত্ৰীজনৰ ব্যক্তিগত দক্ষতাতকৈ চিষ্টেম...।

**শৰ্মা :** সেইটোকে কৈছো ছাৰ। চিষ্টেমটো Improve হৈছে। কিন্তু desired level-ত improvement-ৰ কাৰণে আমাৰ কৰিবলগীয়া কাম আৰু বাকী আছে, কৰিব লাগিব।

**বৰগোহাঞি :** কিন্তু এই প্ৰথম প্ৰশ্নটো মই সহজে এৰি যাব খোজা নাই। একোটা বিভাগ আছে য'ত ৪৫ খন টেবুল বাগৰি কামটো হ'ব লাগিব। অৱশেষত বিত্ত আয়ুক্তই তেওঁক ফাইনেল অৰ্ডাৰটো দিলে যে ১০০ কোটি টকা মঞ্জুৰ কৰা হৈছে। সেই ১০০ কোটি টকা মঞ্জুৰ হোৱাৰ পিছতে আকৌ গোটেই ২৫ খন টেবুল বাগৰি বাগৰি আহিহে কেৱল Seen শব্দটো লিখিবলৈ এমাহ সময় লাগিব।

**শৰ্মা :** লাগে ছাৰ।

**বৰগোহাঞি :** কিন্তু মই এইটো ক'ব খুজিছো যে চিষ্টেমটো বজাই ৰখা হৈছে কেৱল দুৰ্নীতিৰ সুৰুঙা ৰাখিবলৈ, কাৰণ যিমানেই টেবুল বগাব সিমানেই...

**শৰ্মা :** ছাৰ আপোনাৰ কথাটো ঠিক আছে। মই dispute নকৰো কাৰণ সেইটো বাস্তৱ। যোৱা কেবিনেটত মুখ্যমন্ত্ৰী মহোদয়ে এটা সিদ্ধান্ত দিলে যে পাঁচ কোটি টকালৈকে যিকোনো প্ৰকল্প approval-ৰ বাবে বিত্ত বিভাগ বা আন পৰিকল্পনা বিভাগত ফাইল যাবই নালাগে। এই কামটো আগত কিয় কৰা হোৱা নাছিল কাৰণ বিত্তীয় অৱস্থা সুচল নাথাকিলে শিথিল কৰোঁতে কেতিয়াবা দৰমহা দিয়াটোত অসুবিধাত পেলায়।

**বৰগোহাঞি ঃ** কিন্তু মই এটা কথা বাৰে বাৰে ক'ব খুজিছো যে যিটো প্ৰক্ৰিয়া ধৰক আমি ঘণ্টাত ১০০ কিল'মিটাৰ গ'লেহে নিৰ্দিষ্ট লক্ষ্যত আনতকৈ আগতে পামগৈ। আমি গৈ আছো ৪০ কিলোমিটাৰত। তাৰ কাৰণে কোনো ড্ৰাইভাৰ দায়ী হ'ব পাৰে, গাড়ীখন দায়ী হ'ব পাৰে।

**শৰ্মা ঃ** ছাৰ কথাটো এনেকুৱা। বাহ্যিক দৃষ্টিৰ পৰা চালে আপুনি যেনেকৈ অসমখনক ভাল পায় তেনেকৈ আমাৰ ৰাজনীতি কৰা মানুহ সকলেও বিচাৰে অসমখন খুব Speed-ত যাওক। একেলগে কৰ্ণাটক, মহাৰাষ্ট্ৰৰ সমান পাওক। কিন্তু ব্যৱহাৰিক অসুবিধা আছে ছাৰ। অসমৰ সমাজ ব্যৱস্থাত বা আমাৰ যিটো ৰক্ষণশীল চিন্তা, আমাৰ যিটো environment সকলোৱে তাত factor। আজি মই মোৰ I.A.S. অফিচাৰ এজনক মাতি আনি গালি পাৰিব এই কাৰণেই নোৱাৰোঁ যে তেওঁ একেখন সমাজৰে মানুহ। তেওঁ মোৰ আকৌ অগ্ৰজ, আজি ধৰক ছাৰ আপোনাক মই উদাহৰণ দিলো চন্দ্ৰকান্ত দাস এজন I.A.S. অফিচাৰ আছিল। তেওঁক মই অফিচলৈ মাতি আনি দাস এইটো কাম কালি-পৰহিৰ ভিতৰত কৰি দিবই লাগিব বুলি মই ক'ব নোৱাৰো, কাৰণ তেওঁ মোৰ দেউতাৰ লগৰ। আকৌ একেখন বিয়াৰ মঞ্চত যেতিয়া গৈ উপস্থিত হ'ম, দেউতাই মোক ক'ব যে সেইজন তেওঁৰ বন্ধু। গতিকে ছাৰ কিছুমান ব্যৱহাৰিক অসুবিধা আছে। মন্ত্ৰীয়ে সকলো কাম কৰিব খুজিলেও তাত বাধা থাকে। ঠিক তেনেকৈ বিষয়াসকলৰো compulsion থাকে। তাৰ মাজতে ছাৰ আমি আগুৱাই যাব লাগিব। Speedটো আৰু অলপ বঢ়াব লাগিব, আৰু বাঢ়িব ছাৰ।

**বৰগোহাঞি ঃ** প্ৰশাসন চলাওঁতে মন্ত্ৰী এজন ব্যক্তি। তেওঁৰ ব্যক্তিগত ভাল-বেয়া থাকিব পাৰে। কিন্তু যদি চিষ্টেমটোত চলিবলৈ দিয়া হয়, সেই চিষ্টেমটো কোনো মন্ত্ৰীকে ব্যক্তিগত খেয়াল খুচিত ভংগ কৰিবলৈ দিয়া নহ'ব, কেতিয়াবা চিষ্টেমটোক সন্মান কৰিবলগীয়া হয়। এবাৰ বিলাতত মই সেইদিনা আন এটা মুখামুখিত কৈছিলো যে এজন Under Secretary-য়ে তেওঁৰ মন্ত্ৰীৰ আদেশ অমান্য কৰিছে।

**শৰ্মা ঃ** আমাৰ ইয়াত প্ৰায়ে হৈ থাকে। আমাৰ ইয়াত ছাৰ ইমান ভাল অফিচাৰ আছে, মন্ত্ৰীসকলে গধূলি আহি মোকহে কয় যে কেনেকৈ department চলাম, অফিচাৰেতো আমাৰ কথা নুশুনেই। কেতিয়াবা right point-ত নুশুনে। এনেকুৱা ছাৰ সদায়ে আছে।

**বৰগোহাঞি ঃ** কেতিয়াবা আকৌ সেই বিষয়াসকলে নানা ৰকমে নিয়মৰ অজুহাত দেখুৱাই ইমান দেৰি কৰি দিয়ে, যিটো তেওঁলোকে এদিনত কৰিব লাগে নানা ৰকম মানে...

**শৰ্মা ঃ** বিষয়াসকলৰো আজিকালি হয় কি ছাৰ যিমান C.B.I. enquiry ওলাই, যিমানে জুদিচিয়েল activitism আহিছে, বিষয়াসকলেও আজিকালি ভাবে যে আমি Safe Wicket-ত থাকি খেলা ভাল। কাৰণ সকলোৰে পৰিয়াল থাকে।

**বৰগোহাঞি ঃ** তাৰ ফল সকলোৱে ভুগিছেই।

**শৰ্মা ঃ** থাকে ছাৰ। কিন্তু ছাৰ মই এটা Positive যে লাহে লাহে মানুহৰ চিন্তাধাৰাবোৰ positive হৈছে। যি ফাইল আগতে... মই ছাৰ উদাহৰণ দিছোঁ, যোৱা পৰহি মই এহেজাৰ পদ বিশেষ এটা বিষয়ত create কৰিছো। তিনিখন মেডিকেল কলেজৰ কাৰণে কেইদিনমান আগতে পদ create কৰা হৈছে। যি ফাইল ছাৰ আগতে তিনি বছৰতো নোলালহেঁতেন— লাগিলে সি যিমানেই শক্তিশালী মন্ত্ৰী নহওঁক, আজি ছাৰ তিনিমাহত ওলাইছে।

**বৰগোহাঞি ঃ** আপোনালোক দ্বিতীয়বাৰ যে আহিছে তাৰেই প্ৰমাণ ড° শৰ্মা... মইযে বাৰে বাৰে চিষ্টেমৰ কথা কৈ আছো সেইটো উদাহৰণ দিবলৈ মই এটা কথা কওঁ। আজি নিৰ্বাচন আহিছে কাৰণে বিষয়া বদলিৰ এনেকুৱা হুলস্থুল লাগিছে যে শ-শকৈ অফিচাৰ বদলি কৰিবলগীয়া হৈছে। কিন্তু এটা চিষ্টেম মতে এজন বিষয়া বিশেষ কাৰণ নহ'লে একেখন ঠাইত তিনিবছৰ থাকিব নোৱাৰে। কিন্তু ২০-২২ বছৰ থকা অফিচাৰো আছে। আজি এজন ব্যক্তিগত মন্ত্ৰীৰ অমুক বিষয়াজনক মই সদায় ইয়াতে বিচাৰোঁ। তেওঁ থাকিলে ১৪ বছৰ।

**শৰ্মা ঃ** তিনি বছৰতকৈ একেখন টেবুলত একেজন অফিচাৰ থকাটো বেয়া কথা। কাৰণ এটা সময়ত হয় কি গুৱাহাটীত থকা অফিচাৰখিনি গুৱাহাটীতে থাকি যায় আৰু কোকৰাঝাৰ বা ডিফুত থকা অফিচাৰজন ডিফুতে থাকি যায়। ফলত সেইসকল অফিচাৰ যথেষ্ট ডিমৰেলাইজ হয়। মুখ্যমন্ত্ৰী মহোদয়ৰ সেই বিষয়টো অৱগত। কোনোবা দিনা ছাৰ তেখেতে ভাল সিদ্ধান্ত এটা দিব যে এনেকৈ অফিচাৰ তিনি বছৰকৈ থাকিব নোৱাৰে।

**বৰগোহাঞি ঃ** আজি বহুত বছৰৰ আগতে মোলান চাহাবে কৈছিল যে Assam is a land of লাহে লাহে। আপুনি লাহে লাহেটো কেইবাবাৰো ক'লে।

**শৰ্মা ঃ** মই এই কথাটো মোৰ দৰ্শকসকলে জানিব বুলি জানিও বাৰে বাৰে কৈ আছোঁ। কাৰণ আমাৰ দৰ্শকসকলৰ ভিতৰতে আছে বহুত চৰকাৰী বিষয়া, বহুত

চৰকাৰী কৰ্মচাৰী, তাৰ এই যে মই প্ৰথমতে ক'লো যে ৰক্ষণশীলতাৰ পৰা আমাৰ চিন্তাৰ নৱজাগৰণ এটা আহিব লাগিব। অসমৰ অফিচাৰসকলে যেতিয়া কব যে মোৰ লগৰ অফিচাৰ এজন কোকৰাঝাৰত বহুদিন থাকিলে, মই গুৱাহাটীত বহুদিন থাকিলো। মই কোকৰাঝাৰলৈকে যাওঁ, তেওঁ গুৱাহাটীলৈ আহক।

**বৰগোহাঞিঃ** সমস্যাখিনি মই যেনেকৈ বুজিছো আপুনি ঠিক মোৰ মুখৰ পৰা শুনি আকৌ সমস্যাখিনিৰ পুনৰাবৃত্তি কৰিছে।

**শৰ্মাঃ** মই আজি অফিচাৰজনক ট্ৰেন্সফাৰ কৰি দিয়াৰ লগে লগে সমাজৰ Who is who বিলাকে যি ধৰণে টেলিফোন আৰম্ভ কৰে ছাৰ কাক এতিয়া অসন্তুষ্ট কৰিব? অসন্তুষ্ট কৰাৰ পিছত...

**বৰগোহাঞিঃ** অসন্তুষ্ট মানে আপুনি সমাজৰ কিছুমান প্ৰভাৱশালী মানুহক সন্তুষ্ট কৰিবলৈ গৈ সাধাৰণ ৰাইজক অসন্তুষ্ট কৰি আছে।

**শৰ্মাঃ** হয়, মই একদম অকপটে স্বীকাৰ কৰো। কিন্তু মোৰ সদায় মনত এইটো চিন্তা থাকে যে পাঁচবছৰৰ পিছত মই আকৌ গুৱাহাটীত আহিব লাগিব। ইলেকচন হৱাৰ পিছত মই ৰাস্তাত খোজকাঢ়িব লাগিব। সিদিনাখন মই এনেকুৱা হ'ব নালাগে যে সমাজ সংস্কাৰৰ পিছত অকল ময়ে থাকি গলো বাকী গোটেইবিলাকে সামাজিক বৰ্জন কৰি থাকি গ'ল।

**বৰগোহাঞিঃ** কম্প্ৰমাইজৰ ক্ষেত্ৰত কোনে কিমান প্ৰতিযোগিতা কৰিব পাৰে তাৰো এটা প্ৰতিযোগিতা চলিছে।

**শৰ্মাঃ** আছে ছাৰ আছে। আপোনাৰ...

**বৰগোহাঞিঃ** আমাৰ যিহেতু সময় কম হৈ আহিছে। মোৰ এটা প্ৰশ্ন, আৰু এটা আপোনাৰ প্ৰতি প্ৰত্যাহ্বান যে দুৰ্নীতি প্ৰশাসনত, সমাজত বাঢ়ি গৈ গৈ এতিয়া এনেকুৱা এটা অৱস্থা পাইছে যে গোটেই চৰকাৰখন বিশেষকৈ চাকৰিৰ ক্ষেত্ৰত এখন বৃহৎ নীলাম বজাৰত পৰিণত হৈছে। সেইদিনাখন মই যেতিয়া লোকসেৱা আয়োগৰ বিষয়ে আলোচনা কৰিবলৈ তপনলাল বৰুৱাক মাতিলো তেওঁ এইখন টেবুলত বহি কৈ গ'ল যে এজন DSPয়ে তেওঁক কৈছে যে চাকৰিটো কিনিবৰ বাবে তেওঁ সাত লাখ টকা খৰচ কৰিবলগীয়া হৈছে।

**শৰ্মাঃ** তপনলাল বৰুৱাই কি কৈ গৈছে মই নাজানো। তেওঁ Home Commissioner আছিল। সেই DSP জনক তেওঁ Arrest কৰিব লাগিছিল।

**বৰগোহাঞিঃ** নহয় তেতিয়া নহয়। তেওঁ যেতিয়া...

**শৰ্মা :** জনাৰ পিছত He should have lodged an FIR ছাৰ। আজি অসমৰ যিখিনি নতুন ৰাজনীতি কৰা ল'ৰা ওলাই আহিছে আমাৰ প্ৰত্যেকজনে আমি ভাবো যে চাকৰিৰ নামত টকা লোৱাটোৰ দৰে ঘোৰ অপৰাধ একো নাই।

**বৰগোহাঞি :** প্ৰত্যেকজনে ভাবে নে?

**শৰ্মা :** প্ৰত্যেকজনে ভাবে ছাৰ। হিমন্ত বিশ্ব শৰ্মা, অজন্তা নেওগ, ৰকিবুল হুছেইন, প্ৰদ্যুৎ বৰদলৈ প্ৰত্যেকজনে ভাবে।

**বৰগোহাঞি :** প্ৰত্যেকজনে মানে আপোনাৰ ১৯ জন মন্ত্ৰী, ১৯ জনে ভাবে?

**শৰ্মা :** With Sir all sense of confidence মই কৈছো নতুন প্ৰজন্মৰ ৰাজনীতি কৰা মানুহসকল including my Chief Minister. আমাৰ কথাটো হ'ল চাকৰিৰ নামত টকা লোৱাটো আমি অপৰাধ বুলি ভাবোঁ। দুই এটা ক'ৰবাত ছাৰ ৰাজনীতিকৰণ হ'ব পাৰে। মোৰ সমষ্টিৰ ল'ৰা এটা দুটাই প্ৰাধান্য পাব পাৰে, কিন্তু টকা লোৱাটো নাই।

**বৰগোহাঞি :** মই আপোনাক এটা বেলেগ ধৰণৰ উদাহৰণ দিওঁ। ধৰি লওক এখন কলেজৰ শিক্ষক বাছনি। কলেজৰ গৱৰ্ণিং বডিয়ে এজনক দিলে যে তেওঁ first। কিন্তু তেওঁৰ appointment টো যাব লাগিব DPI অফিচৰ পৰা। তেওঁ সেই appointment letter পাবলৈ DPI অফিচলৈ কমেও বিশবাৰ নাহিলে নহয় আৰু বহু টকা খৰচ হয়।

**শৰ্মা :** হয় ছাৰ। আমাৰ ল'ৰাবোৰে এই কথাবোৰ বুজিব লাগে। যদি তেওঁলোৰ অফিচলৈ নাযায়, তেন্তে Appointment Letter খন postত পাব। যায় কাৰণে ছাৰ টকা দিব লাগে। এতিয়া ছাৰ মই আপোনাক উদাহৰণ দিলো মোৰ departmentত যিদিনাখন ৰিজাল্ট হৈ যায় নিউজ পেপাৰত ওলায়। যেতিয়া নিউজ পেপাৰত ওলায় ল'ৰাজনে ধৰি ল'ব লাগে যে Appointment Letter মোৰ ঘৰলৈ আহি যাব। Appointment Letter খন অফিছলৈকে আহে।

**বৰগোহাঞি :** আপোনাৰ ব্যক্তিগত বিভাগটোৰ কথা মই উলিওৱা নাই।

**শৰ্মা :** মই শিক্ষাৰ ক্ষেত্ৰতো কৈছো।

**বৰগোহাঞি :** মই এটা এনেকৈ প্ৰশ্ন কৰিম যে আপোনালোকে এনেকুৱা এটা নিয়ম কৰিছেনে যে গৱৰ্ণিং বডিৰ পৰা চিঠিখন অহাৰ এমাহৰ ভিতৰতে appointment letter যাব লাগিব?

**শৰ্মা :** ছাৰ মই এইটো কথাই ক'ব পাৰো, গৱৰ্ণিং বডিৰ পৰা নাম অহাৰ পিছত

যদি কোনোবা ল'ৰাই appointment নাপায় এমাহৰ ভিতৰত, তেওঁ গৌতম বৰাৰ ওচৰত গ'লে ২৪ ঘণ্টাৰ ভিতৰত Appointment Letter পাব। সেইখিনি গেৰাণ্টি মই আপোনাক দিব পাৰো।

**বৰগোহাঞি ঃ** সেইটো ইমান সহজ নহয়।

**শৰ্মা ঃ** একেবাৰে সহজ।

**বৰগোহাঞি ঃ** এইকাৰণে সহজ নহয়, প্ৰথম কথা গৌতম বৰাক লগ পোৱাটো টান আৰু হাজাৰ হাজাৰ মানুহৰ যদি Appointmen Letter...

**শৰ্মা ঃ** মই আপোনাক এইটো বুজাইছো, ক'বলৈ যত্ন কৰিছো যে DPI অফিচটোত অনাহকত যাব নালাগে। তাতকৈ Right to Information-ত যাওঁক যে মোৰ recommendation হোৱাৰ পিছত মই কিয় Appointment Letter পোৱা নাই?

**বৰগোহাঞি ঃ** তাতোকৈ সহজ কথা এইটো হ'ল যে যদি আপোনালোকৰ এটা standing order থাকিলহেঁতেন।

**শৰ্মা ঃ** ছাৰ সেইটো আছে নে নাই মই ক'ব নোৱাৰো। মই সেইকাৰণে বেলেগ বিভাগৰ কোৱা নাই। আজিকালি কেনেকুৱা ধৰণে ছাৰ ব্যৱসায় কৰে— চাকৰিত ইন্টাৰভিউ ওলাই গ'ল। মেৰিট list-ত পাই গ'ল। এজন মানুহে ছাৰ লিষ্টখন লুকাই ৰাখিব। ৰাখি মেৰিটত পোৱা মানুহকেইটাৰ ঘৰত খবৰ দিব যে তোমাক মই চাকৰি দিম কিবা এটা collection দিয়া। এইটো কোনো অফিচাৰে নকৰে, পলিটিচিয়ানেও নকৰে আৰু সেইটো কাৰণেই চাৰ আমাৰ কৰিব লাগে কি যি সকল...

**বৰগোহাঞি ঃ** অফিচাৰে নকৰে, পলিটিচিয়ানে নকৰে? লিষ্টখন লুকুৱাই কোনে থয়?

**শৰ্মা ঃ** ছাৰ মই এতিয়া নামটো কৈ দিলে কালি হৈ যাব আন্দোলন যে অমুকৰ বিষয়ে হিমন্ত বিশ্ব শৰ্মাই বেয়াকৈ কৈছে। সেইকাৰণে ইচ্ছা কৰি নকওঁৱেই। বহুত কথা দৰ্শক সকলেও বুজি পায়। মই কথাটো এৰি দিছো। কথাটো হৈছে কি যে এজনে অলপ যদি ধৈৰ্য ধৰে কলেজৰ পৰা মোৰ নামটো আহিছে, এমাহত মই পোৱা নাই, ৪৫ দিন ৰওঁচোন অফিচত নাযাওঁ। মোৰ বিশ্বাস Appointment Letter আহিব। ২৪ ঘণ্টা যদি ধৈৰ্য হেৰুৱাই পেলাই DPI অফিচত আহি...

**বৰগোহাঞি ঃ** কিন্তু মই যিটো ২৪ ঘণ্টা নহয়, ছমাহলৈকে যেতিয়া নাযায়!

**শৰ্মা ঃ** Unless তাত কেতিয়াবা কিছুমান প্ৰব্লেম থাকে। ৰিজাৰ্ভেচনৰ কথা

থাকে। যদি বিশেষ সমস্যা নাথাকে মই ভাবোঁ ছাৰ মোৰ নিজৰ অভিজ্ঞতাইদি আজি সাত বছৰ মই মানুহৰ মাজত থাকি জানিছোঁ চাকৰিৰ নামত টকা-পইচা লোৱা দ্রুতগতিত কমিছে। আপুনি বেলেগ কৰাপ্চনৰ কথা ক'লে মই মানো যে ৰাস্তাৰ কিবা, হস্পিতেলৰ Construction-ৰ কিবা বেলেগ কথা...

**বৰগোহাঞি ঃ** বহুত কাম-কাজ হৈছে সেইবিষয়ে কোনো সন্দেহ নাই। মোক এজন গাঁৱৰ মানুহে আহি ক'লে, মই সুধিলো যে তোমাৰ এইবাৰ Election-ৰ কি খবৰহে? ছাৰ, election-ৰ ইমান আগতেই নতুন নতুন নোহোৱা কাম— আমাৰ গাঁৱত অমুক হৈছে, তমুক হৈছে। গতিকে অতি দূৰণিবটীয়া গাঁৱতো কাম হৈছে। নিজৰ চকুৰে দেখিছো, কিন্তু সেই একেজন মানুহে এই আষাৰো কথাও কয় যে ধন নিদিয়াকৈ একো বস্তু নাপায়। এইখন টেবুলৰ পৰা সিখন টেবুলত ফাইল যাবলৈ ধন লাগিব, চাকৰি কিনিবলৈ ধন লাগিব।

**শৰ্মা ঃ** সিদিনাখন বেলশৰৰ গৱৰ্মেণ্ট স্কুলৰ Selected teacher-ৰ গৌতম বৰাই হাতে হাতে Appointment Letter বিলালে। এতিয়া টকাৰ প্ৰশ্নটো ক'ৰপৰা অহিল?

**বৰগোহাঞি ঃ** সেইটো এটা isolated কেচ।

**শৰ্মা ঃ** নহয় Isolated নহয়। সেইবিলাককে আমি Rule কৰিব খুজিছো। কৰাপচনটো নোহোৱা হ'ব তেতিয়া।

**বৰগোহাঞি ঃ** মই যোৱা ১৫ মিনিট ধৰিতো তাতেই লাগি আছো যে চিষ্টেমটো এনেকুৱা হ'ব লাগে যে বক্তিগত খেয়াল খুচিমতে সেইটো চলিব নোৱাৰিব। কেতিয়াবা আপোনাৰ হস্তক্ষেপ লাগিব।

**শৰ্মা ঃ** প্ৰশাসনৰ যিটো সংশোধনৰ কথা আপুনি যোৱা ১৫-২০ মিনিটত কৈ আছে সেই কামটো নিৰন্তৰ গতিত চলিছে। আৰু মই আশা কৰো এনেকৈ যদি চৰকাৰখন যায় তেতিয়াহ'লে আমাৰ মুখ্যমন্ত্ৰী— মই যিটো সিদ্ধান্ত লোৱাৰ চিষ্টেমটো মই বুজো— তাৰ শেষ আৰু ফাইনেল যিটো চূড়ান্ত এজেণ্ডা বুলি কয় সেইটো হৈছে প্ৰশাসনৰ এটা নিৰ্মোহ সংশোধন; কিন্তু তাৰ কাৰণে নিজস্ব গতি, নিজস্ব দিন বাৰ মানুহে ঠিক কৰে। মই ভাবো যে তৰুণ গগৈৰ দিনতে অসমৰ প্ৰশাসনৰ ৬০ শতাংশ প্ৰব্লেম solve হ'ব।

**বৰগোহাঞি ঃ** সেইটো যিদিনা হ'ব সেইদিনা অসমৰ ইতিহাসত বৈপ্লৱিক পৰিবৰ্তনৰ সূচনা হ'ব।

**শৰ্মা ঃ** মই Optimistic, মই সাংঘাতিক ধৰণে Optimistic, যিদিনাখন আমি

কৈছিলো যে ট্ৰেজাৰী ৩০ দিন খোলা থাকিব। মানুহে কৈছিল মিছা কথা। যিদিনাখন আমি কৈছিলো ১০৮-ত ডায়েল কৰিলে এম্বুলেন্স আহিব, সেইদিনাখন মানুহে কৈছিল যে ইহঁতে বেছি কথা কয়। কিন্তু এই কথাবোৰ বাস্তৱ হৈছে আৰু এইটোও বাস্তৱ হ'ব।

**বৰগোহাঞি ঃ** এইটো আপোনাৰ এই আশাদায়ক প্ৰতিশ্ৰুতিৰে আজি আমি সামৰণি মাৰিলো। পিছৰবাৰ যেতিয়া মাতিম সেইদিনাখন যদি আপুনি ঘোষণা কৰিব পাৰে যে সেইদিনা মই যিটো কথা কৈছিলো সেইটো মুখ্যমন্ত্ৰীয়ে ইতিমধ্যে কামত পৰিণত কৰিব পাৰিছে।

**শৰ্মা ঃ** বহুতখিনি। মই মুখ্যমন্ত্ৰীয়ে কেতিয়া ঠিক কৰিব নকওঁ। যিদিনাখন তিনিমাহ বা দুমাহ পিছত ছাৰ আপুনি মোক যেতিয়া আকৌ এবাৰ মাতিব সিদিনাখন মই অন্তত ক'ম যে বিগত দুমাহতকৈ অসমখন আৰু অলপ Develop হ'ল।

**বৰগোহাঞি ঃ** মই ৰাইজক ড° হিমন্ত বিশ্ব শৰ্মাৰ এই কথাখিনি মনত ৰাখিবলৈ অনুৰোধ কৰি আজিলৈ আপোনাক ধন্যবাদ দি সামৰণি মাৰিলো।

**শৰ্মা ঃ** ধন্যবাদ।

*(৬ মাৰ্চ, ২০০৯-ত প্ৰচাৰিত)*

# পদ্ম হাজৰিকাৰ সৈতে হোমেন বৰগোহাঞি



*"এইটো কথা মনত ৰাখিব যে অসমৰ মুঠ অধিবাসীৰ শতকৰা ৩০ ভাগতকৈ বেছি মুছলমান, তেওঁলোকৰ সংখ্যাও ক্ৰমান্বয়ে বাঢ়ি আহিছে। গতিকে শতকৰা ৩০ ভাগ ভোটাৰ বাদ দি অসমত কোনো এক ৰাজনৈতিক দলেই দীৰ্ঘদিন ৰাজনীতি কৰিব নোৱাৰে। গতিকে বিজেপিৰ লগত মিত্ৰতা কৰোতে, আপোনালোকে এই কথাটো চিন্তা কৰি চাইছেনে নাই?*



*...এটা ৰাজনৈতিক দল। এটা জীৱন্ত ৰাজনৈতিক দল। তাৰ লক্ষণ কি? তেওঁলোকৰ দলত নতুন নতুন মানুহ আহি থাকিব লাগিব চামে চামে। কিন্তু আমি এটা লক্ষ্য কৰিছো, দীৰ্ঘদিন ধৰি অগপত সেই একেখিনিয়েই লোক, একেকেইজন নেতা।"*

**হোমেন বৰগোহাঞি ঃ** আজি মোৰ অতিথি শ্ৰীপদ্ম হাজৰিকা। তেওঁ অসম গণ পৰিষদৰ এজন শীৰ্ষস্থানীয় নেতা আৰু বিধায়ক, আৰু বৰ্তমান অসম গণ পৰিষদ আৰু ভাৰতীয় জনতা পাৰ্টিৰ লগত যি নিৰ্বাচনী মিত্ৰতা হৈছে সেই মিত্ৰতাতো তেওঁ এটা গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। (হাজৰিকাক) মোৰ প্ৰথম প্ৰশ্নটো হ'ল আপুনি অসমীয়া ভাওনা কেতিয়াবা চাইছেনে?

**পদ্ম হাজৰিকা ঃ** চাইছো।

**বৰগোহাঞি ঃ** ভাওনাবিলাকত যেতিয়া ভীম আৰু বকাসুৰৰ যুদ্ধ হয়, তেতিয়া আস্ফালন কৰে— মই তোক বধিম। ইটোৱে কয় মইহে তোক বধিম। নিৰ্বাচন যেতিয়া আহে ৰাজনৈতিক দলৰ আস্ফালনবোৰে মোক সদায় ভাওনাৰ ভীম-বকাসুৰৰ যুদ্ধলৈ মনত পেলাই দিয়ে। এইবোৰ হ'ল ৰাইজক শুনাবৰ কাৰণে বা ৰাইজক আকৃষ্ট কৰিবৰ কাৰণে, আমি নিজৰ বিজয় সম্পৰ্কে কিমান আত্মবিশ্বাসী সেইটো ক'বৰ কাৰণে, এই ভাওনাত বচন মাতিবলগীয়া হয়। আগন্তুক নিৰ্বাচনত অগপ, বিজেপি মিত্ৰজোঁটে সংখ্যাগৰিষ্ঠতা পোৱাৰ আশা পঞ্চাছ শতাংশতকৈ বেছি নে কম?

**হাজৰিকা ঃ** আমি এটা আত্মবিশ্বাস লৈ আগুৱাইছো। ভীম-বকাসুৰৰ কথা কৈছে। ভীমেও আত্মবিশ্বাসেৰে আগুৱাইছে। ভীমো সেইমতে success হৈছে।

বৰ্তমান সময়ত কংগ্ৰেছ দলটোক পৰাজিত কৰাৰ স্বাৰ্থত জোঁট বন্ধন কৰি পেলাই আমি অসমৰ জনসাধাৰণৰ স্বাৰ্থত আগুৱাইছো। এই আত্মবিশ্বাসত মই ভাবোঁ যে আমি আশী শতাংশ— এইবাৰ লোকসভা নিৰ্বাচনৰ আসনত মিত্ৰ জোঁটৰ যি পদক্ষেপ লৈছোঁ তাত সফল হ'ব পাৰিম।

**বৰগোহাঞিঃ** ১৯৮৫ চনৰ পৰা এতিয়ালৈকে অগপ দুবাৰ শাসনলৈ আহিলে। কংগ্ৰেছ দুবাৰ আহিলে। প্ৰত্যেকেই এটা কাৰ্যকাল কৰিয়েই, ৰাইজে তেওঁলোকক ক্ষমতাচ্যুত কৰি শাস্তি দিলে; কিন্তু এটা কথা মনত ৰখা উচিত যে এইবাৰ কংগ্ৰেছ একেলেথাৰিয়ে দুবাৰকৈ ক্ষমতালৈ আহিছে। ৰাইজ আগৰ নিচিনা খুব নিৰক্ষৰ বা অজ্ঞানী হৈ থকা নাই। মই এটা প্ৰশ্ন চিধা-চিধিকৈ সোধো, আপুনি স্পষ্টবাদী মানুহ। যেতিয়া এটা নিৰ্বাচনত পাঁচ বছৰ থাকি ক্ষমতাচ্যুত হয়, ৰাইজ নিশ্চয় সন্তুষ্ট নহৈছিল। সেইকাৰণে আপোনালোকক ক্ষমতাচ্যুত কৰিলে। ১৯৯৬ চনৰ নিৰ্বাচনত তাৰ আগৰবাৰৰ অগপৰ কাৰ্যকলাপ মনত ৰাখিয়েই আপোনালোকক ভোট দিছিলে এই কাৰণেই যে আপোনালোকৰ তুলনাত পূৰ্বৱৰ্তী কংগ্ৰেছ চৰকাৰে খুব বেছি বেয়া কাম কৰিছিলে বা ৰাইজৰপৰা আঁতৰি যোৱা বুলি অনুভৱ কৰিছিলে। তেতিয়া মোৰ মনত আছে যে আপোনালোকৰ নেতাসকলে গাঁৱে গাঁৱে গৈ ৰাজহুৱা সভাবোৰত কৈছিলে যে আমি আগতে বহুত ভুল কৰিলো— প্ৰথমবাৰ। আমি ভুলৰ কাৰণে ৰাজহুৱাভাৱে ক্ষমা বিচাৰিছোঁ। এনেকুৱা ভুলৰ পুনৰাবৃত্তি নকৰোঁ। কিন্তু দেখা গ'ল যে একেবোৰ ভুলৰ পুনৰাবৃত্তি হ'ল। যিকাৰণে ২০০১ চনত আপোনালোক আকৌ ক্ষমতাচ্যুত হ'ল, এইবাৰো ইতিমধ্যে অগপৰ নেতাসকল বিভিন্ন ঠাইত সকলোৱে নহ'লেও দুই-এজনে কোৱা চকু-কাণত পৰিছে। চন্দ্ৰমোহন পাটোৱাৰীয়ে কেইবাঠাইতো কৈছে যে ভুল হ'ল আমাৰ, ক্ষমা কৰক! পুনৰ ক্ষমতালৈ আহিলে সেই ভুলৰ পুনৰাবৃত্তি নকৰোঁ। সেই ভুলবোৰ কি আছিলে? এতিয়া তিনিটা ভুলৰ কথা কওকচোন, যিবোৰ ভুলৰ কাৰণে ৰাইজে আপোনালোকক শাস্তি দিলে?

**হাজৰিকাঃ** ৮৫ চনত আমি আচলতে চিধাচিধিকৈ ইউনিভাৰ্ছিটিৰ পৰা আহি ক্ষমতাত অধিষ্ঠিত হৈছিলোঁ। আচলতে সেইসময়ত অনভিজ্ঞ মানুহ কিছু আছিলে।

**বৰগোহাঞিঃ** কলিকতাত 'আজকাল' নামৰ কাগজত মই যেতিয়া কাম কৰিছিলো, তেতিয়া মই লিখিছিলো, কৰ্মদক্ষ হ'বলৈ অভিজ্ঞতাৰ প্ৰয়োজন। কিন্তু সৎ হ'বলৈ অভিজ্ঞতাৰ কোনো প্ৰয়োজন নাই। আপোনালোক যদি কেৱল সৎ হৈ

থাকিলেহেঁতেন, তাৰমানে দুৰ্নীতিৰ পৰা মুক্ত হৈ থাকিলেহেঁতেন তেতিয়াহ'লেতো ৰাইজে ইমান শাস্তি নিদিলেহেঁতেন।

**হাজৰিকা ঃ** ৰাইজৰ এক্সপেক্টেছনটো আমাৰ প্ৰতি বহুত বেছি আছিলে। যিহেতু আমি আন্দোলনৰ সময়ত ৰাইজৰ লগত অতি ঘনিষ্ঠ বা ৰাইজৰ মাজত থাকি পেলাই আমি আন্দোলন কৰিছিলো, আমাৰ দলটোক চৰকাৰ প্ৰতিষ্ঠা কৰি দিলে, ৰাইজৰ expectation-টো ইমান বেছি আছিলে যে ৰাইজক আমি সন্তুষ্ট কৰিব পৰাকৈ সিমানখিনি কাম কৰিব লাগিছিল, সেইসময়ত আমি কৰিব নোৱাৰিলো। সেই সময়ত এম এল এ-মন্ত্ৰীয়ে ভুল কৰা নাছিল বুলি মই নকওঁ, আৰু সেই সময়ত যিটো উগ্ৰপন্থী সমস্যা আছিল সেইটো সঠিকভাৱে আমি... কৰাত কিছু পৰিমাণে ব্যৰ্থ হৈছিলো। সেইটো এটা কাৰণ যে মানুহৰ সেই সময়ত এটা নিৰাপত্তাৰ অভাৱ আছিল, যাৰ কাৰণে আমি '৯১-ত বিপৰ্যয়ৰ সন্মুখীন হ'লো। তাৰ পিছত আপুনি যিটো কথা কৈছে যে '৮৫-ৰ পৰা ৯১-তকৈ, '৯১-৯৬-ত জনসাধাৰণ বেছি ক্ষুব্ধ হ'ল যে অসম গণ পৰিষদৰ চৰকাৰতকৈ এওঁলোকে বেছি বেয়া কাম কৰিছে। তাৰমানে এটা change দৰকাৰ হৈছে। আৰু সেইকাৰণে আকৌ আমাক ক্ষমতাত অধিষ্ঠিত কৰিলে। কিন্তু সেইসময়ত পৰিস্থিতি এনেকুৱা আছিল, আপুনি নিশ্চয় সেই সময়ত জানে যে '৯৬-ত গভৰ্ণমেণ্ট হোৱাৰ সময়ত আমাৰ এনেকুৱা এটা অৱস্থা আছিলে—অৰ্থনীতি হওক, আইন-শৃংখলা হওক... চীফ ছেক্ৰেটাৰী, ডিজিপি, ফাইনেন্স কমিছনাৰ, আই.জি.পি. অসম এৰি পলায়ন কৰিছিল। তেওঁলোকক ৰাজনৈতিক কৰ্মীৰ নিচিনাকৈ কংগ্ৰেছ দলটোৱে ব্যৱহাৰ কৰাৰ কাৰণে সেই সময়ত আমি সকলো ভাগি পৰা অৱস্থাত— ৬১০০ কোটি টকা ধাৰ হৈছিল, পাঁচশ কিমান কোটি টকা অভাৰড্ৰাফট্ হৈছিল।

**বৰগোহাঞি ঃ** সেইবোৰ সমস্যা...

**হাজৰিকা ঃ** তাৰমানে আমাৰ ওপৰত মানুহৰ Expectation টো বেছি। মানুহে ভাবিলে যে এওঁলোকে কিছুমান development-ৰ কিবা কিবি কৰিব। এতিয়া খং, অপ্ৰিয় হ'লেও সঁচা, যে Secret killing লৈ ৯৬-ত আমাৰ ওপৰত এটা, মানে ৰাইজৰ ক্ষোভ হৈছিল। সেই Secret killing এনেকৈ কংগ্ৰেছে প্ৰচাৰ কৰিছিল যে Secret killing AGP-এ কৰিছে বা AGPৰ ওপৰত... বা নিবনুৱাসকলক ক্ষোভিত কৰিবৰ কাৰণে বুজাবুজি চুক্তি কেন্দ্ৰীয় চৰকাৰৰ লগত হৈছে বুলি কৈছিল, বা development Works, আজি যিখিনি কংগ্ৰেছ দলৰ devlopment works হৈছে,

এইবিলাক State government-ৰ পইছা নহয়। Central Government Seheme তেওঁলোকে আজি implement কৰিছে...

**বৰগোহাঞি :** মই বুজিলো। ৰাইজৰ প্ৰত্যাশা বহুত বেছি আছিলে। সেই প্ৰত্যাশা পূৰণ কৰিব নোৱাৰিলে। সেইকাৰণে আপোনালোকে যোৱা কিছুদিন ধৰি যিখিনিক যুদ্ধবিৰত আলফা বুলি কৈছে, তেওঁলোকে ৰাজহুৱাভাৱে ঘোষণা কৰিছে যে প্ৰত্যেকটো চৰকাৰেই, অগপ-কংগ্ৰেছ দুয়োটা চৰকাৰে আলফাৰ সহায় লৈহে ক্ষমতালৈ আহিছে, আৰু কংগ্ৰেছ-অগপ দুয়োটাই এইটো কথা সম্পূৰ্ণ মিছা বুলি কৈছে। মই ব্যক্তিগত জ্ঞানৰ পৰা জানো যে কংগ্ৰেছেও আলফাৰ সহায় লৈছিলে। ২০০১ চনত অগপৰ লগত আলফাৰ কিছু কথা-বাৰ্তা চলিছিল। এইটো মই খুব ভালকৈ জানো।

**হাজৰিকা :** অগপইতো আলফাৰ সহায় লোৱা নাই।

**বৰগোহাঞি :** আপুনি ক'ব খোজে। মই...

**হাজৰিকা :** লোৱা, নাই।

**বৰগোহাঞি :** মই এতিয়া আপোনাক এইখন টেবুলত এইখিনি কথা খুলি ক'ব নোৱাৰো। আলফাৰ সহায় কিমান লৈছে এইটো ঠিক তাৰ কোৱাণ্টামটো মই নাজানো; কিন্তু আপোনালোকৰ লগত যে কথা-বতৰা চলি আছিলে, সেইটো মই খুব ভালকৈ জানো। আৰু মই বাহিৰত ওলালেই আপোনাক প্ৰমাণ সহকাৰে দেখুৱাম। আপুনি সেইটো অস্বীকাৰ কৰিছে?

**হাজৰিকা :** অস্বীকাৰ; আমি অগপ দলে এটা উগ্ৰপন্থী সংগঠনৰ লগত তেনেধৰণৰ আলোচনা— সহায় লোৱাৰ প্ৰশ্ন নাহে। কিন্তু তেওঁলোকে এটা হয়তো হিতেশ্বৰ শইকীয়াৰ শাসনৰ সেই সময়ত Change এটা বিচাৰি পেলাই হয়তো তেওঁলোকৰ থলুৱা, তেওঁলোকৰ যিখিনি চিম্পেথাইজাৰ আছে তেওঁলোকক ক'ব পাৰে যে এইবাৰ এটা কংগ্ৰেছৰ শাসনৰ ওৰ পৰিব লাগে। বিকল্প হিচাপে যিহেতু আমাৰ জনসাধাৰণৰ অসম গণ পৰিষদ দল শক্তিশালী হৈ আছে, তেতিয়া অসম গণ পৰিষদ দলক ভোট দিব লাগে।

**বৰগোহাঞি :** ৯১-ৰ কথা কৈছে। মই কৈছো ২০০৫ চনৰ ইলেকচনত...

**হাজৰিকা :** অ' ২০০৬...

**বৰগোহাঞি :** ২০০৬ চনৰ নিৰ্বাচনৰ আগে আগে অগপ আৰু আলফাৰ শীৰ্ষ নেতা কিছুমানৰ লগত অবিৰামভাৱে আলোচনা, মত বিনিময় চলি আছিল।

সেইখিনি এতিয়া আপুনি অস্বীকাৰ কৰাৰ পিছত আমাৰ তৰ্ক বিতৰ্ক কৰি লাভ নাই। আৰু ইয়াৰ পিছৰ প্ৰশ্নটোলৈ যোৱাৰ আগতে আমি খন্তেক বিৰতি লৈ লওঁ।

* * *

**বৰগোহাঞি ঃ** আমি আকৌ মুখামুখিলৈ ঘূৰি আহিছো। শ্ৰীহাজৰিকা, যোৱা ৮ টা দশক কংগ্ৰেছ ক্ষমতাত আছে। একেলেথাৰিয়ে দুবাৰকৈ আহিছে। দ্বিতীয়বাৰ যে আহিল, বহুতদিনৰ মূৰত এটা বিশেষ ৰাজনৈতিক দল দুবাৰকৈ একেলেথাৰিয়ে ক্ষমতালৈ আহিছে। তেওঁলোকে নিশ্চয় সেই জনপ্ৰিয়তা অৰ্জন কৰিছিল। এতিয়া আপোনালোকে তেওঁলোকক ক্ষমতাচ্যুত কৰিবলৈ আগবাঢ়োঁতে— তেওঁলোকক ৰাইজে সমৰ্থন নকৰিব, ভোট নিদিব; তেওঁলোকক নিদি আপোনালোকক দিব তেনেকুৱা আশাৰ কাৰণ কি? কংগ্ৰেছক কিয় ক্ষমতাচ্যুত কৰিব? মই নিজে কংগ্ৰেছৰ বিৰুদ্ধে কিয় ভোট দিব লাগে, সেইটো আপুনি বুজাই কওক।

**হাজৰিকা ঃ** কংগ্ৰেছৰ যে জনপ্ৰিয়তা হ্ৰাস পাইছে সেই কথাটো আপুনিও স্বীকাৰ কৰিব লাগিব। ২০০১ চনত ৭২ খন আসন পাইছিলে কংগ্ৰেছে। অকলে চৰকাৰ Form কৰিছিলে তেওঁলোকে, কিন্তু ২০০৬ চনত মাত্ৰ তেওঁলোকে ৫২ খন আসন পাবলৈ সক্ষম হ'ল। অকলে চৰকাৰ কৰিব পৰা নাই। এতিয়া জনপ্ৰিয়তা দিনে দিনে হ্ৰাস পাইছে আৰু তেওঁলোক মেনেজৰ ৰাজনীতিত অলপ আছে। এতিয়া আমাৰ কিছুমান কথা য'ত আমাৰ দোষ আছে ১০%, তেওঁলোকে ৯০% প্ৰচাৰ কৰিব পাৰে। Secret killing-ৰ কথাটো...

**বৰগোহাঞি ঃ** আপোনালোকেও কৰিব পাৰে।

**হাজৰিকা ঃ** নাই, আমি সেইটোত ওস্তাদ নহয়, সেই কামত...। Secret killing-টো এটা পৰিকল্পিত ষড়যন্ত্ৰ আমাৰ ওপৰত জাপি দিছে। নিবনুৱাসকলক ক্ষোভিত কৰিবৰ কাৰণে পৰিকল্পিত ষড়যন্ত্ৰ আমাৰ ওপৰত জাপি দিছে। তেওঁলোকে ইচ্ছু বিলাক বা আমাৰ বিপক্ষে যি বিলাক অভিযোগ ৰাইজৰ ওচৰত আছে, তেওঁলোকে এইবিলাক বহুলভাৱে প্ৰচাৰ কৰাত ওস্তাদ। আৰু আমাৰ এইবিলাক এচিভমেণ্টটো, আমি আচলতে যিমান প্ৰচাৰ কৰি আগুৱাই লৈ যাব লাগিছিল আমাৰ এচিভমেণ্টটো...

**বৰগোহাঞি ঃ** এইটো আপোনালোকৰ ৰাজনৈতিক ব্যৰ্থতা।

**হাজৰিকা ঃ** নাই, আমি সেইকাৰণে স্বীকাৰ কৰিছো যে কিছু কথাত আমাৰ কিছু ব্যৰ্থতা নোহোৱা নহয়। কিন্তু কংগ্ৰেছ দলটোৰ প্ৰতি মানুহৰ মোহভংগ হৈছে

যে বিশেষকৈ জীৱন আৰু সম্পত্তিৰ নিৰাপত্তাৰ যি প্ৰতিশ্ৰুতি তেওঁলোকে দিছিল; আপোনালোকে দেখিছে যে দ্বিতীয়বাৰৰ কাৰণে চৰকাৰ গঠন হোৱাৰ পাছত যে কেনেধৰণে দিছপুৰৰ ওচৰত কেইটা বোমা, গণেশগুৰিত কেইটা বোমা বিস্ফোৰণ হ'ল যে মানুহ আতংকিত হৈছে। মানুহৰ গুৱাহাটীলৈ আহিলে বিভিন্ন জেগাৰপৰা বা গুৱাহাটীৰ পৰিয়ালৰ মানুহে চিন্তা কৰে তেওঁলোকৰ ঘৰৰ মানুহ বাহিৰলৈ গ'লে যে তেওঁলোক ঘুৰি আহিবনে নাই— আটাইতকৈ আতংকিত হৈছে। আৰু বিশেষকৈ আন্তঃৰাষ্ট্ৰীয় সন্ত্ৰাসবাদী সংগঠনৰ নেটৱৰ্ক ইয়াত গঢ়ি তুলি তেওঁলোকে কাৰ্যকলাপ চলাই আছে। বাকী উগ্ৰপন্থী সংগঠনৰ যিবোৰে অসমৰ মাটিত, যুৱক-যুৱতী বিপথে পৰিচালিত কৰিছে। আমাৰ মুখ্যমন্ত্ৰী ডাঙৰীয়াৰ প্ৰতিশ্ৰুতি আছিল ২০০১ চনত— শান্তি, তাৰ পিছত প্ৰগতি। এতিয়া মুখ্যমন্ত্ৰী ডাঙৰীয়াই কয় যে প্ৰগতি, তাৰ পিছত শান্তি। তাৰমানে তেখেতে স্থায়ী শান্তি অনাৰ ক্ষেত্ৰত ব্যৰ্থ হৈছে। ব্যৰ্থতাটো এক নম্বৰ কাৰণ। যে শান্তি অনাৰ ক্ষেত্ৰত এই মুখ্যমন্ত্ৰী ডাঙৰীয়াৰ নেতৃত্বত শান্তি অসমলৈ নাহে বুলি ৰাইজ আশ্বস্ত হৈছে।

**বৰগোহাঞিঃ** গতিকে আপোনালোকৰ এটা মূল ইচ্ছা হ'ব, একমাত্ৰ নহ'লেও প্ৰধান ইচ্ছা যে কংগ্ৰেছ শাসনত যিবোৰ অশান্তি হৈছে, তাৰ ঠাইত আপোনালোকে শান্তি আনিব পাৰিব। এইটো বিশ্বাস আপোনালোকৰ আছে?

**হাজৰিকাঃ** আমি এই আত্মবিশ্বাস লৈয়েই আগবাঢ়িছো।

**বৰগোহাঞিঃ** আপোনালোকে এবাৰ, যোৱাবাৰো বিজেপিৰ লগত এক ধৰণৰ এলায়েন্স হৈছিল, মিত্ৰতা হৈছিল। কিন্তু যিকোনো কাৰণে নহওক সেইটো মিত্ৰতা ব্যৰ্থ হ'ল। এইবাৰ আপোনালোকে এন ডি এৰ অংশীদাৰ হ'ব বুলি কোৱা নাই যদিও দেখা গৈছে যে যি নিৰ্বাচনী মিত্ৰতা— বেছ মজবুত হোৱা যেনেই লাগিছে। যথেষ্ট সময় লৈছে, আলাপ আলোচনাও কৰিছে। এইখিনিতে এটা প্ৰশ্ন আছে, যে বিজেপিৰ যিটো ৰাজনৈতিক এজেণ্ডা— যিখিনি এজেণ্ডা নীতিশ কুমাৰৰ নিচিনা মানুহে এন ডি এৰ অংশীদাৰ হৈও সমৰ্থন কৰিব পৰা নাই। আপোনালোকে অগপই বিজেপিক সমৰ্থন কৰেনে? নে তাৰ কিছুমান বিৰোধিতা কৰে। কাৰণ এইটো এটা মৌলিক প্ৰশ্ন আপোনালোকে এৰাই চলিব নোৱাৰিব। এইটো কথা মনত ৰাখিব যে অসমৰ মুঠ অধিবাসীৰ শতকৰা ৩০ ভাগতকৈ বেছি মুছলমান, তেওঁলোকৰ সংখ্যাও ক্ৰমান্বয়ে বাঢ়ি আহিছে। গতিকে শতকৰা ৩০ ভাগ ভোটাৰ বাদ দি অসমত কোনো এক ৰাজনৈতিক দলেই দীৰ্ঘদিন ৰাজনীতি কৰিব নোৱাৰে। গতিকে বিজেপিৰ লগত মিত্ৰতা কৰোতে, আপোনালোকে এই কথাটো চিন্তা কৰি চাইছেনে নাই?

**হাজৰিকা ঃ** এই কথাখিনি আমি নিশ্চয় চিন্তা কৰি চায়েই আগবাঢ়িছো যে বিজেপিৰ লগতে মিত্ৰতা ৰাখিবলৈ যাওঁতে অসমৰ ইছলামধৰ্মীয় যিসকল লোক আছে, তেওঁলোকক কোনো আঘাত হানিব নোৱৰাকৈয়ে এই কথাখিনি আমি পাতিছো। অসম গণ পৰিষদ দলৰ সমৰ্থক, বা যিখিনি অসম গণ পৰিষদ দলৰ বিষয়ববীয়া কৰ্মী আছে, আপুনি দেখিছে যে কোনো বিষয়ববীয়া কৰ্মীয়ে, আজি বিজেপিৰ লগত আমি যিটো শ্বেয়াৰিং কৰিছো, তাৰ বিৰোধিতা কিন্তু কৰা নাই। তেওঁলোকে বিচাৰিছে প্ৰধান শত্ৰুটো কংগ্ৰেছ। কংগ্ৰেছক আমি পৰাভূত কৰাৰ স্বাৰ্থত বিজেপিৰ লগত ছিটৰ বুজাপৰা কৰিলে, তেওঁলোকৰ এন ডি এত Join কৰিলে আপত্তি আছে। কিন্তু বুজাপৰা কৰিলে আপত্তি নাই।

**বৰগোহাঞি ঃ** মই জানিব খুজিছো— আপোনালোকৰ যিকোনো ৰাজনৈতিক দলৰ লগত কৌশলগত মিত্ৰতা হ'ব পাৰে, কৌশলগত মিত্ৰতা আৰু নীতিগত মিত্ৰতা দুয়োটা বেলেগ বস্তু। আজি ভাৰতবৰ্ষত কোনো ৰাজনৈতিক দল নাই যিটো দলে কোনোবা নহয় কোনোবা এটা সময়ত তথাকথিত সাম্প্ৰদায়িক দলৰ লগত মিত্ৰতা কৰা নাই। আনকি ভি পি সিঙে এফালে বিজেপি আনফালে কমিউনিষ্টৰ সমৰ্থনত চৰকাৰ কৰিছে। তাৰমানে কমিউনিষ্টেও পৰোক্ষভাৱে বিজেপিক সমৰ্থন কৰিছিল। কিন্তু প্ৰশ্নটো হ'ল যে যদি এইটো কৌশলগত হয় যে আমি তেওঁলোকৰ লগ লাগিলেহে কংগ্ৰেছক পৰাভূত কৰিব পাৰিম। যেতিয়া নীতিগত কথাটো আহিব— মই এটা উদাহৰণস্বৰূপে কওঁ, যে বিজেপিয়ে এতিয়াও ৰাম মন্দিৰৰ কথাটো এৰা নাই, বাবৰি মছজিদ ধ্বংস কৰি তাত ৰাম মন্দিৰ পাতিবলৈ কৰা যিটো ষড়যন্ত্ৰ— তাৰ পৰাই আজি গোটেই ভাৰতবৰ্ষত ইছলামিক মৌলবাদৰ অভ্যুত্থান হ'ল, তাৰপৰা যিমান অশান্তি, মূলতে হ'ল বাবৰি মছজিদ ধ্বংসৰ দিনৰ পৰা সেইটো আৰম্ভ হ'ল। এইবাৰ যদি কেনেবাকৈ কংগ্ৰেছক পৰাভূত কৰি বিজেপি ক্ষমতালৈ আহে, আহি তেওঁলোকে যদি আকৌ ৰাম মন্দিৰৰ প্ৰস্তাৱ আনে, বাবৰি মছজিদ ধ্বংস কৰাৰ প্ৰস্তাৱ আনে, অগপই সেইটো খোলাখুলিকৈ প্ৰতিবাদ কৰিব, নে তেওঁলোকৰ অংশীদাৰ হিচাপে সেইটো সমৰ্থন কৰিব?

**হাজৰিকা ঃ** আমি তেওঁলোকৰ আংশীদাৰতো নহয়...

**বৰগোহাঞি ঃ** নহয়, বুজাবুজি এটা হৈছে।

**হাজৰিকা ঃ** ভাৰতবৰ্ষৰ ঐতিহ্য ৰক্ষা কৰাৰ ক্ষেত্ৰত, অসমৰ ঐতিহ্য ৰক্ষা কৰাৰ ক্ষেত্ৰত আমি অসম গণ পৰিষদৰ দলে সজাগ পদক্ষেপ ল'ম।

**বৰগোহাঞি ঃ** মোৰ চিধাচিধি প্ৰশ্ন, ৰাম মন্দিৰৰ প্ৰস্তাৱ যদি তেওঁলোকে...

**হাজৰিকা ঃ** ৰাম মন্দিৰ এটা ঐতিহ্য।

**বৰগোহাঞি ঃ** আপুনি সেইটো সমৰ্থন কৰিব?

**হাজৰিকা ঃ** বাবৰি মছজিদো ঐতিহ্য। গতিকে সেই ক্ষেত্ৰত আমি সময়ত সিদ্ধান্ত গ্ৰহণ কৰিম।

**বৰগোহাঞি ঃ** মন্দিৰেই হওক, মছজিদেই হওক, চবতেই ভগৱান আছে। আজি মছজিদত নাই মন্দিৰতহে আছে, এই বুলি মছজিদটো ধ্বংস কৰাৰ কথা ভাবে। অগপ আজি অংশীদাৰ হোৱা নাই। যদি বিজেপিয়ে বিপুল ভোটাধিক্যত চৰকাৰ গঠন কৰে, আপোনালোকক চৰকাৰৰ আংশীদাৰ হ'বলৈ মাতে, মই নাভাবোঁ যে— আপোনালোকে চৰকাৰৰ অংশীদাৰ নহ'ব। তেতিয়া যদি, মই এইটো নীতিগত প্ৰশ্ন জোৰকৈ সুধিছো, আপুনি খুব পৰিষ্কাৰ জবাব দিবই লাগিব যে ৰাম মন্দিৰ যদি কৰাৰ প্ৰস্তাৱ হয়, বাবৰি মছজিদ ধ্বংস কৰাৰ প্ৰস্তাৱ হয়, তেতিয়া আপোনালোকে সমৰ্থন কৰিব নে বিৰোধিতা কৰিব?

**হাজৰিকা ঃ** ৰাম মন্দিৰেই হওক বা বাবৰি মছজিদেই হওক, আমাৰ ঐতিহ্য ধ্বংস কৰা যিকোনো কাৰ্যত অসম গণ পৰিষদ দলে বিৰোধিতা কৰিব।

**বৰগোহাঞি ঃ** ৰাম মন্দিৰ কৰক, কিন্তু বাবৰি মছজিদ...

**হাজৰিকা ঃ** ৰাম মন্দিৰেই হওক বাবৰি মছজিদেই হওক, এই কথা-বতৰা বিলাক...

**বৰগোহাঞি ঃ** এইটো যদি হয় যে বাবৰি মছজিদ ধ্বংস কৰিহে ৰাম মন্দিৰ কৰিম, তেতিয়া আপুনি কি কৰিব?

**হাজৰিকা ঃ** সেইটো ক্ষেত্ৰত আমি, ঐতিহ্য ৰক্ষাৰ ক্ষেত্ৰত সবল পদক্ষেপ অসম গণপৰিষদ দলে ল'ম।

**বৰগোহাঞি ঃ** আপুনি খুব ৰাজনীতিৰ কথা ক'লে, স্পষ্ট দ্ব্যৰ্থহীন উত্তৰ দিব পৰা নাই। কিন্তু যিহেতু এতিয়া সময় কম, মই এতিয়া এইটো বিষয়ত জেৰা কৰি থাকিব নোৱাৰো। মই এটা বেলেগ প্ৰশ্নলৈ আহো, আপোনালোকে কংগ্ৰেছ চৰকাৰৰ বিৰুদ্ধে সন্ত্ৰাসবাদ দমন কৰিব নোৱৰা, অশান্তি হোৱা, বোমা বিস্ফোৰণ অনবৰত ঘটিব লাগিছে— এইবিলাক প্ৰশ্ন আনিছে। তাৰ বাহিৰে তেওঁলোকৰ বিৰুদ্ধে জনসাধাৰণক ক'বলৈ আপোনালোকৰ কিবা আছে নেকি?

**হাজৰিকা ঃ** বিশেষকৈ আমাৰ যিটো সন্ত্ৰাসবাদী, উগ্ৰপন্থীৰ যিটো সমস্যা, এইটো— আচলতে নিবনুৱা সমস্যাটো সমাধান কৰাৰ ক্ষেত্ৰত চৰকাৰে যদি সঠিক

পদক্ষেপ গ্ৰহণ কৰিলেহেঁতেন, হয়তো আমাৰ উগ্ৰপন্থী সমস্যাটো কিছু কমিলেহেঁতেন।

**বৰগোহাঞি ঃ** আপোনালোকে সঠিক পদক্ষেপ গ্ৰহণ কৰিব পাৰিবনে? মই এইখিনিতে এটা কথা মনত পেলাই দিওঁ। যেতিয়া প্ৰফুল্ল কুমাৰ মহন্ত আকৌ ১৯৯৬ চনত নিৰ্বাচনলৈ সাজু হ'ল, তেতিয়া সম্পূৰ্ণভাৱে অগপক সমৰ্থন কৰিছিলো। মোৰ ঘৰতেই, তেনেকুৱা বহুতো আলোচনা হৈছিল। মই ইমানেই তেওঁলোকক ক্ষমতালৈ আনিবলৈ বা তাৰ পূৰ্ববৰ্তী কংগ্ৰেছ চৰকাৰৰ বিৰুদ্ধে ইমান খড়্গহস্ত হৈছিলো যে মোৰ ঘৰখনেই সৰু-সুৰা ৰাজনৈতিক ৰাজধানী হৈ গৈছিল। তেতিয়া প্ৰফুল্ল কুমাৰ মহন্তক সুধিছিলো যে আজি যে কেন্দ্ৰীয় চৰকাৰৰ ওচৰত অসমৰ, তেতিয়া প্ৰায় ৬০০০ কোটি টকা ঋণ, এই ৬০০০ কোটি টকা ঋণটো পৰিশোধ কৰি অসমক ঋণমুক্ত কৰিবলৈ আপুনি কি ব্যৱস্থা ল'ব মুখ্যমন্ত্ৰী হিচাপে? যেতিয়া কোনোবাই ক্ষমতা বিচাৰে তেওঁ কি কৰিব পাৰিব, কি কৰিব নোৱাৰিব ঠিক কৰি ল'ব লাগিব। তেওঁ ক'লে যে মই সেইটো মুখ্যমন্ত্ৰী হোৱাৰ পিছত বা ক্ষমতালৈ যোৱাৰ পিছত চিন্তা কৰিম। এতিয়া আপুনি কৈছে যে নিবনুৱা সমস্যাৰ কাৰণে এই অশান্তিবোৰ বাঢ়িছে। কিন্তু নিবনুৱা সমস্যাটো একেদিনাই হোৱা নাই। আপোনালোকৰ দিনতো নিবনুৱা সমস্যা বাঢ়িছিলহে, এতিয়াও বাঢ়িছে। নিবনুৱা সমস্যা সমাধান কৰিবলৈ অগপৰ হাতত কি যাদুমন্ত্ৰ আছে?

**হাজৰিকা ঃ** আমি কৃষিভিত্তিক কিছু বা থলুৱা উদ্যোগ গঢ়াৰ ক্ষেত্ৰত বা ডাঙৰ ডাঙৰ Indurstry— যিখিনি আচলতে মুখ্যমন্ত্ৰী ডাঙৰীয়াই কৈছে যে মই আমেৰিকা গৈছো, চীন গৈছো; উদ্যোগপতি সকলক ইয়াত Invest কৰিবৰ কাৰণে... যে তেওঁলোক অহা নাই তেওঁ সেইটো বিধানসভাত স্বীকাৰ কৰিছে। বিধান সভাৰ মজিয়াতো এইখিনি প্ৰশ্ন আমি কৰিছো যে নিবনুৱাসকলক সংস্থাপিত কৰাৰ যিটো প্ৰতিশ্ৰুতি দিছিলে, এতিয়া কল্পতৰু আঁচনি, গাঁও পঞ্চায়তে প্ৰতি চাৰিজনকৈ দিব নোৱাৰে, Self help groupৰ নামত যিটো হৈছে, সেইটোও সঠিকভাৱে আগুৱাব পৰা নাই। গতিকে নিবনুৱাসকলক সংস্থাপিত কৰাৰ ক্ষেত্ৰত কৃষি উদ্যোগ আমি গঢ়িবই লাগিব। যে বৈজ্ঞানিক পদ্ধতিৰে কৃষি কৰ্ম কৰাৰ এক পৰিৱেশ ৰচনা কৰিবলৈ চেষ্টা কৰি থকা হৈছে। World Bank-ৰ পৰা বা Central governmentৰ পৰা বিভিন্ন পেকেজ আহিছে। কিন্তু সিবিলাকো সঠিকভাৱে...

**বৰগোহাঞি ঃ** ৰাজনৈতিক দলৰ এটা নিৰ্দিষ্ট কাৰ্যসূচী থাকিব লাগিব। সেইটো আপোনালোকে কিবা চিন্তা কৰিছে নেকি?

**হাজৰিকা ঃ** আমাৰ দিনত আমি সেই সময়ত চিন্তা কৰি পেলাই ৯৬ ৰ চৰকাৰৰ দিনতে কৰিছো। যেতিয়া আজিৰ সভাপতি চন্দ্ৰমোহন পাটোৱাৰী ডাঙৰীয়া কৃষিমন্ত্ৰী আছিলে, তেতিয়া ধানখেতিৰ Surplus হৈছিল। চেল'টিউবেলৰ পৰা আৰম্ভ কৰি যিখিনি তেতিয়া পদক্ষেপ লোৱা হৈছিল, আজিৰ দিনটোত কিন্তু দেখিছো যে ৮ বছৰীয়া শাসন কালত কৃষিক্ষেত্ৰত যেনেকৈ পদক্ষেপ ল'ব লাগিছিল, তেনেকৈ লোৱা নাই। কৃষিক্ষেত্ৰত আমাৰ চৰকাৰ যদি ভৱিষ্যতে হয়, আমি অধিক গুৰুত্ব দিম।

**বৰগোহাঞি ঃ** সেইটো বৰ আশাৰ কথা।

**হাজৰিকা ঃ** উদ্যোগ স্থাপন কৰিবৰ কাৰণে, শান্তি অবিহনে— ইয়াত যদি উগ্ৰপন্থী কাৰ্যকলাপেই চলি থাকে, তেতিয়া হ'লে উদ্যোগপতিসকল বাহিৰৰ পৰা উদ্যোগ স্থাপন কৰিবলৈ নাহে। গতিকে বেচৰকাৰী যিবিলাক প্ৰতিষ্ঠান গঢ় ল'ব লাগে, সেই ক্ষেত্ৰত আমি গুৰুত্ব আৰোপ কৰিম।

**বৰগোহাঞি ঃ** মই এইটোও বুজিলো যে শান্তি স্থাপনৰ প্ৰতিশ্ৰুতি দিয়েই অগপও ক্ষমতালৈ আহিছিলে, কংগ্ৰেছো আহিছিল। সেই প্ৰতিশ্ৰুতি এতিয়ালৈকে কোনো এটা চৰকাৰেই পূৰণ কৰিব পৰা নাই। গতিকে আপোনালোকে ক্ষমতালৈ আহিলে কেনেকৈ পূৰণ কৰিব পাৰিব, সেইটো আমি সকলোৱে চাবলৈ আশা কৰিছো।

**হাজৰিকা ঃ** কংগ্ৰেছ চৰকাৰৰ দিনত পৰিবেশ এটা পাইছিলে। এতিয়া ৯১ৰ পৰা ৯৬ চৰকাৰৰ দিনত আলফাৰ চেয়াৰমেন, শীৰ্ষ নেতা আলোচনা কৰিবলৈ অসমলৈ আহিছিলে। তেওঁলোকক অসম চৰকাৰে, সেই সময়ত State-ত কংগ্ৰেছ দলৰ চৰকাৰ আছিল, Central-তো আছিল, তেওঁলোকে দিল্লীলৈ লৈ গ'ল। দিল্লীলৈ লৈ গৈ কি আলোচনা কৰিলে, সোণৰ কলম Present দিলে, তাতেই আলোচনাৰ ইতি পৰিল। তাৰ পিছত ছালফাৰ সৃষ্টি হৈ পেলাই ভাতৃঘাতী সংঘৰ্ষ..., এইবিলাক হৈছিল। এতিয়া আকৌ আলফাৰ চি. ইন. চি. পৰেশ বৰুৱাই নিজে তেওঁ PCG গ্ৰুপ বনাই মেলি দি আলোচনাৰ এক পৰিবেশ এখেতসকলে পাইছে। এই আলোচনাটো আগুৱাই নিয়াৰ ক্ষেত্ৰত তেওঁলোক সম্পূৰ্ণ ব্যৰ্থ হৈছে। আৰু আমি সেইকাৰণে ভাবি লৈছো যে অসমৰ এন. ডি এফ বিকে ধৰি এই সমস্যাবিলাক সমাধান কৰাৰ, আলোচনাৰ মাজেৰে সমাধান কৰাৰ ক্ষেত্ৰত সদিচ্ছাৰ অভাৱ কংগ্ৰেছ দলৰ চৰকাৰখনৰ। যাৰ আজি এন. ডি. এফ. বিৰ. মাজত দুটা ভাগ হ'ল, আলফাৰ মাজতো আকৌ ভাগ-বাটোৱাৰা কৰি চীজ ফায়াৰ কৰি তেওঁলোকে কেম্পত ৰাখিছে। গতিকে এইখিনি...

**বৰগোহাঞি ঃ** আপোনাৰ কথাখিনি বুজিলো। এতিয়া আলোচনাৰ শেষ পৰ্যায়লৈ আহিছো। তাৰ আগতে খন্তেক বিৰতি লৈ লওঁ।

*     *     *

**বৰগোহাঞি ঃ** আমি আকৌ মুখামুখিলৈ ঘূৰি আহিছো। আজি কাগজত শিক্ষকসকলে ধ্বনি দিছে— তেওঁলোকক পুলিচে নিৰ্মমভাৱে প্ৰহাৰ কৰাৰ যিটো দৃশ্য কাগজত ওলাইছে, মই খুব আঘাত পাইছো। শিক্ষকসকলৰ দীৰ্ঘদিনীয়া দাবী, —আপোনালোকৰ দিনতো সেই সমস্যা আছিল। ক্ৰমাৎ বাঢ়ি আহিছে। আপোনালোকে ক্ষমতালৈ আহিলে শিক্ষকসকলৰ দাবী পূৰণ কৰিব পৰাকৈ আপোনালোকৰ হাতত এনেকুৱা কিবা আঁচনি আছে নেকি?

**হাজৰিকা ঃ** আজি আপুনি যিটো কথাত দুখ পাইছে, আমিও সংঘাতিক ধৰণে দুখ পাইছো কথাটোত। তেনেধৰণৰ পৰিবেশ আমাৰ চৰকাৰৰ দিনত সৃষ্টি হ'বলৈ নিদিবৰ কাৰণে...

**বৰগোহাঞি ঃ** মাৰপিট নকৰিব। কিন্তু তেওঁলোকৰ...

**হাজৰিকা ঃ** তেওঁলোকৰ প্ৰতি আন্তৰিকতা আছে। আন্তৰিকতাৰে সমাধান কৰিবলৈ চেষ্টাৰ কোনো ত্ৰুটি নকৰো।

**বৰগোহাঞি ঃ** এটা মই বেলেগধৰণৰ প্ৰশ্ন কৰো এই প্ৰসংগতেই। আজি ধনৰ অভাৱত শিক্ষকসকলৰ এই দাবী বিলাক পূৰণ কৰিব পৰা নাই। যিবিলাক শিক্ষকে বিশ বছৰ, পঁচিশবছৰ, ত্ৰিশ বছৰ পৰ্যন্ত শিক্ষকতা কৰিছে। এশ টকা, দুশ টকা দৰমহাত, অকালতে বহুতে প্ৰাণো হেৰুৱাইছে। তেওঁলোকৰ এই দাবী পূৰণ কৰিবলৈ চৰকাৰৰ ওচৰত ধন নাই। কিন্তু যেতিয়া বিধায়কৰ পেঞ্চনৰ দাবী উথাপিত হয়, তেতিয়া সকলো দল লগ লাগি প্ৰায় দুই মিনিটৰ ভিতৰত সেই প্ৰস্তাৱ সমৰ্থন কৰি বিধায়কৰ চিৰকালৰ পেঞ্চনৰ ব্যৱস্থা কৰে। আজি এজন বিধায়ক যদি পাঁচবছৰ বিধায়ক হৈ থাকে, পাঁচ বছৰে তেওঁ পাঁচটা শব্দও উচ্চাৰণ নকৰে। তেওঁ গোটেই জীৱন বহি বহি খাবলৈ, পেঞ্চন দিবলৈ, ভাৰতবৰ্ষ বা অসমৰ ৰাজনৈতিক নেতাসকলে কোনো দ্বিধাবোধ নকৰে। এই যে আপোনালোকৰ এটা Political..., কেৱল নিজৰ স্বাৰ্থ সংৰক্ষণৰ কাৰণে এনেকুৱা লোভ, মই ইয়াক নিৰ্লজ্জ লোভ বুলিয়েই ক'ব খোজো যে একো কাম নকৰা বিধায়কে পাঁচবছৰ থাকিলে বুলিয়েই তেওঁ গোটেই জীৱন ঠেঙৰ ওপৰত ঠেং তুলি বহি খাব পৰাকৈ আপোনালোকে পেঞ্চন দিয়ে। কিন্তু এই শিক্ষকসকলে দেশৰ কাৰণে জীৱনটো বিসৰ্জন দিয়াৰ সত্ত্বেও তেওঁলোকৰ

কাৰণে ধনৰ অভাৱ হয়। পদ্ম হাজৰিকা হিচাপে মই কোৱা কথাখিনিৰ আপোনাৰ কি প্ৰতিক্ৰিয়া হয়?

**হাজৰিকা ঃ** মই ইয়াত জনপ্ৰতিনিধি হিচাপে ৰাইজৰ প্ৰতি এটা দায়বদ্ধতা লৈ পেলাই কাম-কাজ কৰোঁ। এইটো আপুনি কোৱা কথাটো একেবাৰে অসত্যও নহয়। কিছু জনপ্ৰতিনিধিয়ে, বিধায়কে ৰাইজৰ দায়বদ্ধতাৰ প্ৰতি কাণষাৰ নিদি তেওঁলোকে নিৰ্বাচিত হোৱাৰ পিছত তেওঁলোকে নিজৰ চিন্তা-চৰ্চা বেছিকৈ কৰা একাংশ নথকা নহয়, তেতিয়া তেওঁলোকৰ ক্ষেত্ৰত আপুনি কোৱা কথাটো প্ৰযোজ্য হ'ব। কিন্তু যি বিধায়কসকলে নিষ্ঠাৰে ৰাইজৰ দায়বদ্ধতা মনত ৰাখি দায়িত্ব পালন কৰে, তেওঁলোকৰ পেঞ্চনৰ ক্ষেত্ৰত আচলতে— তেওঁলোকৰ যিটো অৱস্থা, কিছুমান বিধায়কৰ দেখিছোঁ, প্ৰাক্তন বিধায়ক, তেওঁলোকৰ চলা-মেলাৰ, যি ৰাইজৰ সেৱা কৰি পেলাই তেওঁলোকে ব্যস্ত থাকোতে তেওঁলোকৰ নিজৰ জীৱনত...

**বৰগোহাঞি ঃ** সেই কথাটো মই আপোনাক কাণ চোৱালো ৰাইজে শুনক বুলি। এই বিষয়ে আলোচনা কৰিবলৈ বহুত সময় লাগিব, আপুনি যিটো ক'লে, সেইটোৰো কিছু যুক্তিযুক্ততা আছে। তাৰ...

**হাজৰিকা ঃ** সেইটো ক্ষেত্ৰত আমাৰ আন্তৰিকতা আছে যে তেওঁলোকৰ সমস্যা...

**বৰগোহাঞি ঃ** মই এইটোৱেই ক'ব খুজিছো যে এজন বিধায়কৰ দুখ-দুৰ্দশাৰ প্ৰতি অন্তৰ যেনেকৈ গলি উঠে, এজন শিক্ষকৰ দুখ-দুৰ্দশাৰ কাৰণে তেনেকৈ নহয়, এইটোৱে কৈছো। সেইসময়ত তেওঁলোকে কিন্তু সকলো মানৱতা বিসৰ্জন দি নিজৰ স্বাৰ্থ কেনেকৈ পূৰণ হয়, তাৰ কাৰণে সকলো, বাওঁপন্থী সোঁপন্থী সকলো ঐক্যবদ্ধ।

**হাজৰিকা ঃ** বিৰোধী দলৰ দলপতি চন্দ্ৰমোহন পাটোৱাৰী ডাঙৰীয়াই বিধানসভাত বক্তব্য ৰাখিছিল কম সময়ৰ কাৰণে। এই শিক্ষকসকলৰ সমস্যাটো চৰকাৰে যে হেমাহি কৰিছে, চৰকাৰৰ যে তেওঁলোকৰ প্ৰতি কোনো আন্তৰিকতা নাই, তেওঁলোকৰ সমস্যা সমাধান কৰিবলৈ, এইটো কিন্তু দাবী জনাইছিল।

**বৰগোহাঞি ঃ** ইলেকচনৰ আগতে সকলো দলেই কৰে। শেষত এটা ৰাজনৈতিক প্ৰশ্ন, মোৰ বহুত দিনৰ কৌতূহ'ল। এটা ৰাজনৈতিক দল। এটা জীৱন্ত ৰাজনৈতিক দল। তাৰ লক্ষণ কি? তেওঁলোকৰ দলত নতুন নতুন মানুহ আহি থাকিব লাগিব চামে চামে। কিন্তু আমি এটা লক্ষ্য কৰিছো, দীৰ্ঘদিন ধৰি অগপত সেই একেখিনিয়েই লোক, একেকেইজন নেতা। আজি কংগ্ৰেছত অসমৰ কংগ্ৰেছতে।

দলে দলে নতুন মানুহ আহিছে। ভাল হওক বেয়া হওক দুর্নীতি কৰিছে, সুনীতি কৰিছে, সেইবোৰ তৰ্ক সাপেক্ষ। কিন্তু যে নতুন নতুন মানুহ আহি আছে, কিন্তু অগপতো চকুত পৰা নাই যে নতুন মানুহ কোনোবা আহিছে, বা আপোনালোকে দুৱাৰখন বন্ধ ৰাখিছে নে আপোনালোকৰ দলটোৰ প্ৰতি নতুন চামৰ কোনো আকৰ্ষণ নাই?

**হাজৰিকা ঃ** নতুনচাম মানুহ আহি আছে। যিমান স্পিডত আহিব লাগিছিল, বা যেনেধৰণে আহিব লাগিছিল, তেনেধৰণৰ আমি এটা পৰিবেশ কৰিবলৈ আমাৰ সভাপতি ডাঙৰীয়াই কৈছে যে দলটোত এটা Change আনিবলৈ। যে নতুন চামক দলত অন্তৰ্ভুক্ত কৰি তেনেকৈ দায়িত্ব দিয়াৰ কথা, বা নতুন চামক আমাৰ প্ৰতি আকৰ্ষিত কৰিবৰ কাৰণে নতুন চিন্তা-চৰ্চা কিছুমান কৰিছো সেইবিলাক ক'বলৈ কিছু সময়ৰ প্ৰয়োজন হ'ব। যি হওক আমাৰ সেই দৰ্জা বন্ধ কৰাৰ প্ৰশ্নই আহিব নোৱাৰে। নতুন চামৰ প্ৰতি আদৰণি জনাইছো। আৰু অলপদিনৰ পিছত আপুনি নিশ্চয় দেখা পাব যে নতুন চামক আমি দলত অংশগ্ৰহণ কৰি তেওঁলোকক দলটো পৰিচালনা কৰাৰ দায়িত্ব দিয়াৰ চিন্তা-চৰ্চা কৰিছো।

**বৰগোহাঞি ঃ** পৰোক্ষভাৱে আপুনি স্বীকাৰ কৰিছে যে এতিয়ালৈকে যিটো গতিৰে নতুন পুৰুষৰ, নতুন জেনেৰেচনৰ মানুহ আহিব লাগিছিল, তেনেকৈ অহা নাই।

এতিয়া আমি যিখিনি আলোচনা কৰিলো সেইখিনিয়ে ৰাইজক যথেষ্ট চিন্তাৰ খোৰাক দিব বুলি আশা কৰিলো। আপোনাকো শুভেচ্ছা জনালো।

**হাজৰিকা ঃ** মোৰ ফালৰ পৰাও আপোনাক শুভেচ্ছা জনালো।

*(১৩ মাৰ্চ, ২০০৯-ত প্ৰচাৰিত)*

# আব্দুল খালেকৰ সৈতে হোমেন বৰগোহাঞি



*"মই ভাবো যে স্বাধীনতাৰ পিছৰে পৰা যোৱা ৬০ বছৰত পৰ্যায়ক্ৰমে অহা বিভিন্ন চৰকাৰে চৰ অঞ্চলত সেই মানুহখিনিৰ বাবে যদি আধুনিক শিক্ষাৰ দ্ৰুত বিস্তাৰৰ বাবে কাম কৰিলেহেঁতেন, যদি কেৱল মাদ্ৰাছা শিক্ষাক নিৰ্ভৰ কৰি নাৰাখিলেহেঁতেন, তেতিয়াহ'লে হয়তো তাৰ অৰ্থনৈতিক ক্ষেত্ৰখনো সলনি হ'লহেঁতেন আৰু তাৰ মানুহৰ দৃষ্টিভংগীও সলনি হ'লহেঁতেন।"*



**হোমেন বৰগোহাঞি ঃ** নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আপোনালোকক আদৰণি জনাইছো। আজি মোৰ অতিথি আব্দুল খালেক। তেওঁ অসম বিধান সভাৰ সদস্য। কংগ্ৰেছী বিধায়ক আৰু জনীয়া সমষ্টিক প্ৰতিনিধিত্ব কৰে। কিন্তু মই তেওঁক এজন কংগ্ৰেছী বিধায়ক বুলি ইয়ালৈ মাতি অনা নাই। তেওঁক মাতি অনাৰ প্ৰধান উদ্দেশ্য হ'ল— অসমৰ ধৰ্মীয় সংখ্যালঘু বা মুছলমান সম্প্ৰদায়ৰ যিখিনি উদীয়মান নেতা, যিখিনি নেতাৰ মুখলৈ চাই সকলোৱে বাট চাই আছে বা যিকেইজন নেতাই তেওঁলোকৰ সম্প্ৰদায়টোক, গোটেই অসমক নতুন ধৰণৰ নেতৃত্ব দিব বুলি আশা কৰিছে, তেওঁলোকৰ মাজৰ এজন তৰুণ নেতা হ'ল আব্দুল খালেক। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ হৈ থাকোতে আছুৰ লগতো জড়িত হৈ পৰিছিল। তাৰ পিছত তেওঁ কৰ্মজীৱন আৰম্ভ কৰিছিল এজন সাংবাদিক হৈ। তাৰ পিছত তেওঁ ৰাজনীতিলৈ গ'ল।

বাৰু খালেক, আপোনাৰ সাংবাদিক হিচাপে এটা উজ্জ্বল ভৱিষ্যৎ আছিলে। সাংবাদিকতা আৰম্ভ কৰিয়েই আপুনি ৰাজনৈতিক ভাষ্যকাৰৰ ৰূপত আত্মপ্ৰকাশ কৰিছিলে। তাৰ পিছত আপুনি ৰাজনীতিলৈ কিয় গ'ল? ৰাজনীতিলৈ বহুত সাংবাদিকেই যায়। আনকি এল কে আদবানি, তেওঁ এসময়ত সাংবাদিকেই আছিল। কিছুমান যায় এটা আদৰ্শগত কাৰণত। কিছুমানে ভাবে "সাংবাদিকতা কৰাতকৈ ৰাজনীতি কৰিলে মই মানুহৰ সেৱা কৰিবলৈ বেছি সুযোগ পাম" আৰু তৃতীয় শ্ৰেণীয়ে ভাবে যে ৰাজনীতিৰ কেৰিয়াৰটো অতি লাভজনক। আপুনি কোনটো ভাবি সাংবাদিকতাৰ পৰা ৰাজনীতিলৈ গৈছিল?

**আব্দুল খালেক ঃ** মই যেতিয়া বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিলো বা যেতিয়া

সাংবাদিক আছিলো তেতিয়া মোৰ গাঁও বৰঠাইৰ পৰা গুৱাহাটীলৈ অহা-যোৱা কৰিবলৈ হ'লে অহাৰ কাৰণে গোটেই দিন আৰু যোৱাৰ কাৰণে গোটেই দিনটো ভাবিব লগা হৈছিল। অৰ্থাৎ কমিউনিকেশ্বনটো এনেকুৱা বেয়া আছিলে। ৰাজনীতিটো মই কেৰিয়াৰ হিচাপে ভবা নাই— এতিয়া, আজিও নাভাবোঁ। ৰাজনৈতিক সাংবাদিক হিচাপে হয়তো মোৰ কেৰিয়াৰ যথেষ্ট সম্ভাৱনাময় আছিল। কিন্তু মই যি এলেকাৰ পৰা আহিছো সেই এলেকাৰ উন্নয়নৰ কাৰণে সুযোগ পাম বুলি মই ভবা নাছিলো আৰু আজিও মই ভাবো যে সিমান সুযোগ নাপালোহেঁতেন। ৰাজনীতিলৈ আহি মোৰ নিজৰ এলেকাৰ উন্নয়নৰ এটা ডাঙৰ সুযোগ পাম বুলি ভাবিছিলো আৰু আজি সেই সুযোগ পাইছো বুলি মই ভাবোঁ।

**বৰগোহাঞি ঃ** আপুনি সেই সুযোগৰ সৎ ব্যৱহাৰ কৰি নিজৰ সমষ্টিটোৰ কিমান উন্নতি কৰিব পাৰিছে?

**খালেক ঃ** সাংঘাতিক পৰিৱৰ্তন আনিব পাৰিছো বুলি মই দাবী নকৰো, কিন্তু মোৰ এলেকাৰ মানুহৰ এটা দীঘলীয়া, আজি ৩০ বছৰ ধৰি, এটা দাবী আছিলে যে উত্তৰ শালমৰাৰ পৰা জনীয়া হৈ বৰপেটালৈ এটা বিকল্প পথ নিৰ্মাণ হ'ব লাগে। মই বিধানসভাৰ সদস্য হোৱাৰ আগতেই এই বিষয় উত্থাপন কৰিছো আৰু বিধানসভাৰ প্ৰতিটো অধিবেশনত উত্থাপন কৰি আহিছো। আৰু এই নিৰৱচ্ছিন্ন প্ৰচেষ্টাৰ ফল হিচাপে অসমৰ মাননীয় মুখ্যমন্ত্ৰীয়ে বিকল্প পথটো নিৰ্মাণৰ কাৰণে যাৱতীয় ব্যৱস্থা গ্ৰহণ কৰিছে।

**বৰগোহাঞি ঃ** কিন্তু ৰাস্তাটো হোৱা নাই এতিয়াও?

**খালেক ঃ** ৰাস্তাটো হোৱা নাই; কিন্তু হোৱাৰ পথত আগবাঢ়িছে।

**বৰগোহাঞি ঃ** মই জনামতে যোৱা পঞ্চায়ত ইলেকশ্বনত আপোনাৰ সমষ্টিত কংগ্ৰেছৰ ফল খুব ভাল হোৱা নাই। তাৰ দ্বাৰা ৰাইজে এইটোৱেই ক'ব খুজিছে নেকি যে আমি স্থানীয় কংগ্ৰেছী বিধায়কজনৰ কাম-কাজত খুব সন্তুষ্ট নহয়?

**খালেক ঃ** মোৰ ওপৰত ৰাইজৰ প্ৰত্যাশা বহুত বেছি আছিল। কথাটো মই স্বীকাৰ কৰো...

**বৰগোহাঞি ঃ** সেই প্ৰত্যাশা আপুনি নিজেও জগাইছিল।

**খালেক ঃ** জগাইছিলোঁ, কিন্তু তাতোকৈ ডাঙৰ কথা হ'ল মোৰ সমষ্টিত প্ৰথমৰে পৰা এটা কংগ্ৰেছ বিৰোধী ভাবধাৰা ৰাইজৰ মাজত আছে। সেই ভাবধাৰা আগতেও আছিল আৰু আজিও সক্ৰিয় হৈ আছে। কিছু মৌলবাদো সোমাই আছে। এই আটাইবিলাকৰ সংমিশ্ৰণত আৰু পঞ্চায়তৰ প্ৰাৰ্থী নিৰ্বাচন সম্পূৰ্ণ সঠিক আছিল

বুলি মই দাবী নকৰো। এই দুয়োটাৰ ফলত পঞ্চায়তত আমাৰ আশানুৰূপ ফল হোৱা নাই বুলি আমি স্বীকাৰ কৰো। এটা বছৰত যিমান ৰাস্তা-ঘাট হৈছে, দলং হৈছে, অন্যান্য কাম হৈছে মোৰ ধাৰণা হৈছে যে ৰাইজৰ ধ্যান-ধাৰণাবোৰ পৰিৱৰ্তন হৈছে।

**বৰগোহাঞি ঃ** আপুনি যেতিয়া ৰাজনৈতিক সাংবাদিক আছিলে, তেতিয়া ৰাজনৈতিক নেতাসকলক, বিধায়ক সকলক, মন্ত্ৰী সকলক আপুনি কঠোৰ ভাষাৰে সমালোচনা কৰিছিল বা সেইটো কৰা আপোনাৰ কৰ্তব্য আছিলে। কিন্তু মই এইখিনিতে এটা প্ৰশ্ন কৰিব খোজো যে অসমৰ জনসমষ্টিৰ প্ৰায় এক তৃতীয়াংশ মুছলমান। সেই অনুপাতে বিধানসভাতো মুছলমান বিধায়কৰ সংখ্যা ইমানেই বেছি যে মাজে মাজে তেওঁলোকে স্পৰ্দ্ধাৰে সৈতে ক'ব পাৰে যে ইচ্ছা কৰিলে আমি দহ মিনিটতে চৰকাৰৰ পতন ঘটাব পাৰো। তেনে স্থলতো আপোনালোকৰ সম্প্ৰদায়টোৰ চৰ অঞ্চলত বাস কৰা পূৰ্ব বঙ্গীয় মূলৰ অসমীয়া মুছলমান সকলৰ বিশেষ যে একো উন্নতি হোৱা নাই তাৰ কাৰণটো কি? বিধায়ক সকলে নানা প্ৰতিশ্ৰুতি দি আহে কিন্তু এবাৰ গুৱাহাটী পোৱাৰ পিছত তেওঁলোকে সংখ্যাৰ জোৰেৰে বা সেৱাৰ জোৰেৰে চৰকাৰৰ পৰা কাম আদায় কৰাত সম্পূৰ্ণৰূপে ব্যৰ্থ হৈছে।

**খালেক ঃ** মই গোটেই কথাখিনি অস্বীকাৰ নকৰো। কিন্তু স্বাধীনতাৰ ৬০ টা বছৰত মোৰ জনগোষ্ঠীৰ অসমৰ মুছলমান সকলৰ কোনো ক্ষেত্ৰতে বিকাশ হোৱা নাই— এই কথা মই স্বীকাৰ নকৰো।

**বৰগোহাঞি ঃ** বিকাশ হোৱা নাই বুলিতো কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

**খালেক ঃ** মোৰ সমষ্টিটোৰ কথাই কৈছো। সাক্ষৰতাৰ হাৰ বাঢ়িছে। শিক্ষিতৰ হাৰ বাঢ়িছে। মানুহৰ জীৱন ধাৰণৰ মান সলনি হৈছে। সেইবিলাক কাৰণত পৰিৱৰ্তন আনিব পাৰিছো। কিন্তু ৰাজনৈতিক নেতাসকলে উন্নয়নৰ ক্ষেত্ৰত যাৰ আটাইতকৈ বেছি সহযোগ লাগে সেইটো হৈছে আমোলাতন্ত্ৰ। এতিয়া আমোলাতন্ত্ৰৰ মেৰপাকত আমি ৰাজনৈতিক নেতাসকলে ইচ্ছা থকা সত্ত্বেও আমি যিবোৰ কথা কৰিম বুলি ভাবো, সেইবোৰ বহুসময়ত হৈ নুঠেগৈ।

**বৰগোহাঞি ঃ** আপুনি এটা খুব গুৰুত্বপূৰ্ণ বিষয় উত্থাপন কৰিছে— মই এতিয়া সেই বিষয়ে আপোনাৰ পৰা আৰু বেছি কথা শুনিবলৈ ইচ্ছা কৰিছো। আপুনি এটা বাক্য আধৰুৱা কৰি এৰিছিলে যে আপোনালোকে যিবিলাক উন্নয়নৰ কাম কৰিব খোজে সেইবোৰ ঠিকভাৱে কৰিব নোৱৰাৰ এটা প্ৰধান কাৰণ আমোলাতন্ত্ৰ। আপুনি কি কাম কৰিব খুজিছিলে আৰু আমোলাতন্ত্ৰৰ কোনধৰণৰ অসহযোগিতাৰ কাৰণে সেই কামটো কৰিব পৰা নাই?

**খালেক ঃ** প্ৰথম কথা মই আটাইবোৰ আমোলাক বেয়া বুলি নকওঁ। কিন্তু মই যিটো কথা প্ৰথমে উত্থাপন কৰিছিলো— বিকল্প পথটোৰ কথা, সেই পথটোৰ মই বিধায়ক হোৱাৰ পিছতে দুবাৰকৈ কেন্দ্ৰীয় চৰকাৰলৈ প্ৰস্তাৱ গৈছে আৰু দুবাৰকৈ প্ৰত্যাখ্যান কৰিছে। আৰু তাত আমাৰ আমোলাতন্ত্ৰৰ যি ভূমিকা থাকিব লাগিছিল, ইতিবাচক ভূমিকা, সেই ভূমিকা নাছিল। আজি পথটো হ'বলৈ ওলাইছে ৰাজনৈতিক নেতৃত্বৰ সদ ইচ্ছাৰ কাৰণে। মই আৰু এটা কথা... মই বিধায়ক হোৱাৰ আগতে মোৰ এজন সাধাৰণ আৰক্ষীৰ বিষয়া বদলীৰ কাৰণে মই মাত্ৰ সেই সময়ৰ গৃহ ৰাজ্য মন্ত্ৰী গৰাকীক কোৱাৰ লগে লগে এঘণ্টাৰ ভিতৰত কাম হৈছে। আৰু মই বিধায়ক হোৱাৰ পিছত মোৰ এলেকাৰ এজন দুৰ্নীতিপৰায়ণ আৰক্ষী বিষয়াক খেদাওঁতে প্ৰায় তিনিমাহ সময় ল'ব লগা হৈছে।

**বৰগোহাঞি ঃ** কি কাৰণে?

**খালেক ঃ** কাৰণ প্ৰতিটো কথাত মই মাননীয় মুখ্যমন্ত্ৰীৰ কাষ চপাটো নিবিচাৰো। বা মন্ত্ৰীৰ কাষ চপাটো নিবিচাৰো। বিধায়ক এজনে তেওঁৰ জিলাৰ আৰক্ষী অধীক্ষক বা জিলাৰ উপায়ুক্ত বা আমোলাতন্ত্ৰৰ অন্য মানুহক কৈও যদি ক'ৰবাত অসুবিধা অনুভৱ কৰে বা ক'ৰবাত দুৰ্নীতি হৈছে, ক'ৰবাত উন্নয়ন হোৱা নাই সেই কথাটো প্ৰভাৱিত কৰিবলৈ চেষ্টা কৰে। কিন্তু আৰু এটা কথা— সেই কথাটোও মই ক'ব লাগিব যে আগতে... আজিও হয়তো ৰাজনৈতিক নেতৃত্বই অনাহকত আমোলাতন্ত্ৰৰ ওপৰত প্ৰভাৱ খটুৱাবলৈ যায়। যাৰ কাৰণে আমোলাতন্ত্ৰই আমাক অনাহকত সন্দেহ কৰে। এই পাৰস্পৰিক সন্দেহ আৰু অবিশ্বাসৰ ফলত আমোলাতন্ত্ৰই বহুসময়ত প্ৰচেষ্টা...

**বৰগোহাঞি ঃ** আপুনি আন প্ৰকাৰে এইটোৱেই কৈছে— আমি যিটো সদায়েই কৈ থাকো যে ৰাজনৈতিক হস্তক্ষেপেই প্ৰশাসন যন্ত্ৰটোক বহু পৰিমাণে ভোটা কৰি তুলিছে।

**খালেক ঃ** ৰাজনৈতিক হস্তক্ষেপৰ কিন্তু প্ৰয়োজনীয়তা আছে।

**বৰগোহাঞি ঃ** প্ৰয়োজনীয়তা আছে। দুটা ধৰণৰ— এটা ৰাইজৰ স্বাৰ্থত হস্তক্ষেপ, এটা ব্যক্তিগত স্বাৰ্থত হস্তক্ষেপ...

**খালেক ঃ** সেই কথাটোৱেই মই ক'ব খুজিছো যে ৰাইজৰ স্বাৰ্থত, জন স্বাৰ্থত মই হাজাৰবাৰ হস্তক্ষেপ কৰিব পাৰো।

**বৰগোহাঞি ঃ** ৰাইজৰ স্বাৰ্থত যদি মন্ত্ৰীয়ে হস্তক্ষেপ নকৰে তেওঁতো মন্ত্ৰী হৈ থাকিবৰ কোনো প্ৰয়োজনেই নাই। তেওঁ, ৰাজনৈতিক নেতৃত্ব তেৱেঁই দিব লাগিব।

**খালেক ঃ** বহুসময়ত আমাৰ কৰ্মী সমৰ্থকসকলেও কেতিয়াবা এনেকুৱা

অনাহক আবদাৰ কৰে যে আমি নিজেই মানি ল'বলৈ টান পাওঁ। কেতিয়াবা আমি বাধ্যও হওঁ।

**বৰগোহাঞি ঃ** আপুনি যিটো কথা কৈছে যে আমোলাতন্ত্ৰৰ অসহযোগিতা, তাৰ কাৰণ মই যিটো ভাবো— মইতো বহুদিন ধৰি এইবোৰ পৰ্যবেক্ষণ কৰি আছো— যেতিয়া মন্ত্ৰীজন খুব বলিষ্ঠ ব্যক্তিত্বৰ অধিকাৰী হয়, তেওঁ যেতিয়া জ্ঞানত গম্ভীৰ হয়, তেওঁ যেতিয়া আমোলা সকলৰ শ্ৰদ্ধা আদায় কৰিব পাৰে, তেনেকুৱা মন্ত্ৰীক ভয় নকৰা বা সমীহ নকৰা আমোলা থাকিবই নোৱাৰে। যেতিয়া আপুনি কয় যে আমোলা সকলে কোনো মন্ত্ৰীক নামানে তাৰ অৰ্থ এটাই যে মন্ত্ৰীজন অযোগ্য, তেওঁৰ ব্যক্তিত্ব নাই। আমোলাক নিৰ্দেশ দিবৰ জোখাৰে তেওঁৰ যিটো জ্ঞান বা অভিজ্ঞতা লাগে সেইটো নাই, সেইটোও এটা ডাঙৰ কাৰণ হয় নে নহয়?

**খালেক ঃ** সেইটো এটা ডাঙৰ প্ৰশ্ন। মন্ত্ৰীজন বা ৰাজনৈতিক নেতাজন জ্ঞানী হ'লেও নহ'ব।

**বৰগোহাঞি ঃ** জ্ঞানী মানে মই সেইটো ওৱাইজ বুলি কোৱা নাই। তেওঁৰ নিজৰ বিষয়টো সম্পৰ্কে জ্ঞান থাকিব লাগিব। কোনোবা যদি শিক্ষা মন্ত্ৰী হয়, শিক্ষাৰ বিষয়টো তেওঁ এমাহৰ ভিতৰত সকলো আয়ত্ত কৰিব লাগিব। সেইটো যদি নকৰে বা নাজানে তেতিয়া হ'লে...

**খালেক ঃ** সেইটো মই স্বীকাৰ কৰো। কিন্তু একেটা সময়তে এই কথাও কওঁ যে আমোলাতন্ত্ৰও জনসাধৰণৰ প্ৰতি দায়বদ্ধ হ'ব লাগিব। বহু আমোলা আমি দেখিছো জনগণৰ প্ৰতি ন্যূনতম দায়বদ্ধতাও নাই।

**বৰগোহাঞি ঃ** যেতিয়া মন্ত্ৰীৰ নিজৰ দায়বদ্ধতা নাথাকে তেতিয়া আমোলাৰো নাথাকিবলৈ বাধ্য। এতিয়া মই আন এটা প্ৰশ্নলৈ আহো— মই যোৱা ত্ৰিশ-চল্লিশ বছৰ ধৰি যিটো সমস্যাই অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱন জৰ্জৰিত কৰি ৰাখিছে সেইটো হৈছে যে অবৈধ বিদেশী সমস্যা। আনকি কেন্দ্ৰীয় মন্ত্ৰীয়েও কোৱা হৈছে যে অবৈধ বিদেশীৰ প্ৰব্ৰজন অসমৰ কাৰণে আটাইতকৈ ডাঙৰ সমস্যা বা ইয়াৰ থলুৱা মানুহৰ অস্তিত্বৰ প্ৰতি ডাঙৰ ভাবুকি। আনহাতে যেতিয়া এই প্ৰশ্নটো উঠে তেতিয়া সংখ্যালঘু মুছলমান নেতাসকলে ক'ব খোজে যে বিদেশী আছে আৰু আচল বিদেশীক চিহ্নিত কৰি তাক খেদিব লাগে। কিন্তু সকলোৰে ওপৰত অত্যাচাৰ কৰিব নোৱাৰে— এইবিলাক কথা কয়। এতিয়া আপুনি এজন উঠি অহা নতুন প্ৰজন্মৰ নেতা হিচাপে, কওকচোন যে অসমত বিদেশী সমস্যা আছে নে নাই? যদি আছে তাৰ গুৰুত্ব বা জটিলতা কিমান?

**খালেক ঃ** অসমত বিদেশী নাগৰিক নাই বুলি মই নকওঁ আৰু বিদেশী

সমস্যাটো আছে। কিন্তু যি হাৰত কৈ থকা হয় বিদেশীৰ প্ৰব্ৰজন সেই হাৰত হোৱা নাই। কিন্তু মই এইটোও মোৰ ব্যক্তিগত মত কৈছো, দলৰ মত নহয়। যিখিনি বিদেশী আছে সেইখিনি চিনাক্ত কৰি বহিষ্কৰণ কৰাটো, আমাৰ দেশৰ সীমাৰ বাহিৰত পঠিওৱাটো যেতিয়ালৈকে বাংলাদেশৰ সৈতে আমাৰ কোনো চুক্তি নাই, সেই চুক্তিখন যেতিয়ালৈকে নহয়গৈ, কিমানদূৰ সম্ভৱ হ'ব সেইটোতো মোৰ সন্দেহ আছে। কিন্তু এই ক্ষেত্ৰত মই ভাবো যে আমাৰ যিখন নাগৰিক পঞ্জী কৰি থকা হৈছে, সেইখন উন্নীত কৰি সকলো নাগৰিকক যদি সচিত্ৰ পৰিচয়-পত্ৰ দিব পাৰো আৰু আমি যদি বিদেশী অহাটো বন্ধ কৰিব পাৰো আৰু মানুহৰ ধাৰণাও যদি আমি সলনি কৰিব পাৰো যে নাই, এতিয়াৰ পৰা বিদেশী অহা নাই। এই ধাৰণাটো যদি হৈ যায় তেতিয়া মই ভাবো এই সমস্যাটো ভালেখিনি সমাধান হ'ব।

**বৰগোহাঞি ঃ** আপুনি কেইবাবাৰো বিদেশ ভ্ৰমণ কৰিছে। এবাৰ আমেৰিকাৰ কেম্পেইনত পৃথিৱীৰ বিভিন্ন দেশৰ বহুত তৰুণ নেতাক মাতিছিলে। ভাৰতবৰ্ষক প্ৰতিনিধিত্ব কৰা আপুনি একমাত্ৰ নেতা আছিল। ঠিক তেনেকৈ আপুনি অষ্ট্ৰেলিয়া, দক্ষিণ পূব এচিয়া ইত্যাদি বহু দেশলৈ গৈছে আৰু লগতে আপুনি বাংলা দেশলৈও গৈছে। বাংলাদেশ আৰু অসমৰ সম্পৰ্ক ইমান ওতপ্ৰোতভাৱে জড়িত যে এখন দেশত কিবা এটা হ'লে তাৰ পোনপটীয়া প্ৰভাৱ অসমত পৰে। আপুনি বাংলাদেশত গৈ সেই দেশ সম্পৰ্কে আৰু সেই দেশৰ মানুহৰ অসম তথা ভাৰতবৰ্ষৰ প্ৰতি কি ধাৰণা লৈ আহিলে?

**খালেক ঃ** প্ৰথম কথা বাংলাদেশৰ সাধাৰণ মানুহৰ ভাৰত সম্পৰ্কে খুব ভাল ধাৰণা আছে। কিন্তু অসম সম্পৰ্কত বাংলাদেশৰ মানুহে ভাবে যে অসমৰ মানুহ বাংলাদেশৰ বিৰুদ্ধে, অসমৰ মানুহ বাঙালীৰ বিৰুদ্ধে এই ধাৰণা এটা বাংলাদেশৰ মানুহৰ মাজত আছে। মই শ্বামীম আখতাৰা বুলি এগৰাকী সাংবাদিকক লগ পাইছিলো। তেখেতৰ ল'ৰাটো আমাৰ মেগৰৰ স্কুলত পঢ়িবলৈ পঠাইছিলে?

**বৰগোহাঞি ঃ** বাংলাদেশৰ পৰা?

**খালেক ঃ** বাংলাদেশৰ পৰা আৰু সেই ল'ৰাটোক বাংলাদেশী বুলি জোকায় কাৰণে তাক কেইবছৰমানৰ পিছত ঘূৰাই লৈ গৈছে। এইটো এটা নিগেটিভ ধাৰণা হৈছে। কিন্তু অসম আৰু বাংলাদেশ মানে উত্তৰ পূব ভাৰতৰ লগত যদি সম্পৰ্কটো ভাল হয়, বিদেশী সমস্যা থকাৰ পিছতো, আমাৰ পৰ্যটনৰ ক্ষেত্ৰত, আমাৰ হেলথ পৰ্যটনৰ ক্ষেত্ৰত, শৈক্ষিক পৰ্যটনৰ ক্ষেত্ৰত যথেষ্ট লাভ হ'ব বুলি ভাবো আৰু বাংলাদেশৰ মানুহেও সেইটো অনুভৱ কৰে। এইখিনিতে মোৰ অন্য এটা ধাৰণাও হৈছে যে বাংলাদেশৰ সংখ্যালঘুসকল অৰ্থাৎ অমুছলমান হিন্দুসকল সঁচাকৈয়ে

তাত অৱহেলিত। বাংলাদেশৰ মাত্ৰ ১৫% হিন্দু আৰু বৌদ্ধ আছে। কিন্তু মই যেতিয়া গৈছিলো তেওঁলোকৰ সংসদত মাত্ৰ দুগৰাকী অমুছলমান সাংসদ আছিল। মই তেওঁবিলাকক কৈছিলো যে আমাৰ ইয়াৰ কথাটো বেলেগ। ইয়াত বাংলাদেশ মূলৰ অৰ্থাৎ সেই সময়ৰ আমাৰ ইয়াৰ বাংলাদেশ মূলৰ মুছলমানসকল যিসকলৰ পূৰ্বপুৰুষ আজিৰ বাংলাদেশৰ পৰা আহিছিল, তেওঁলোকৰ পৰা ২৫ জন বিধায়ক আছিল অসমৰ বিধানসভাত। আৰু তাত মাত্ৰ দুজন অমুছলমান সাংসদ আছে। এইটো মোৰ চকুত বৰ দৃষ্টিকটু হৈছিল আৰু সেই কথাটো মই তেওঁলোকক মুকলিকৈ কৈছিলো।

**বৰগোহাঞি ঃ** বিদেশী সমস্যাৰ কথাটো লৈ আৰু মাত্ৰ এটা কথা কৈ লওঁ যে যেনেকৈ ইয়াৰ হিন্দু নেতাসকলে ক'ব খোজে যে বিদেশী সমস্যাটো এটা বৰ ডাঙৰ সমস্যা, এতিয়াও লাখ লাখ বিদেশী আহি আছে। তাতো তেওঁলোকৰ পৰিসংখ্যা যেনেকৈ সন্দেহজনক, তেওঁলোকে যিমানখিনি তথ্যৰ ভিত্তিত কয় তাতকৈ বেছি আবেগৰ ভিত্তিত কয়। ঠিক তেনেকৈ মুছলমান নেতাসকলেও যেতিয়া কয় যে যিমান বুলি ভাবে সিমান নহয়. সেইটোও তেওঁলোকে বা অনুসন্ধান কৰি কোৱা কথা নহয়। হিন্দুৱেও যিহেতু কয় গতিকে মুছলমানে তাৰ বিৰুদ্ধে ক'ব লাগিব, এনেকুৱা এটা আবেগৰ বশৱৰ্তী হৈ কোৱা বুলি মোৰ ধাৰণা হয়। কাৰণ কোনো এটা পক্ষই তথ্যৰ ভিত্তিত, অনুসন্ধানৰ ভিত্তিত, পৰিসংখ্যাৰ ভিত্তিত নকয়। কয় যে লাখ লাখ আহিছে। একেলগেতো লাখ লাখ আহিব নোৱাৰে। লাখ লাখ আহিছে বুলিনো কোনে দেখি আছে? বা আছে বুলিনো তাৰ প্ৰমাণ কৰিবৰ উপায় কি? ঠিক সেইদৰে লাখ লাখ নাই বুলি ক'বলৈকো মুছলমানসকলৰতো কোনো অধিকাৰ নাই। গোটেই বস্তুটো বৰ ধুঁৱলি-কুঁৱলি হৈ আছে।

**খালেক ঃ** কথাটো হিন্দু আৰু মুছলমানৰ কথা নহয়। আপোনাৰ অধীনতেই মই সাংবাদিকতা কৰিছো। সাংবাদিক হিচাপেও মোৰ কিছু অভিজ্ঞতা আছে। বিদেশী লাখ লাখ হিচাপত আহিছে— সেই কথা মই সাংবাদিক হিচাপেও দেখিছো বা আজিও দেখিছো যে নাই অহা। আপোনাৰ নিশ্চয় মনত আছে যে মুছলমান সমাজত যে উগ্ৰবাদ অলপ হলেও গা কৰি উঠিছে সেই কথা আপোনাৰ কাকতত থাকোতে ময়ে প্ৰথম লিখিছিলো। অন্য সাংবাদিকে লিখা নাছিল বা অন্য কোনো মুছলমান সাংবাদিকেও লিখা নাছিল। কিন্তু কিন্তু লাখ লাখ আহি থকাৰ মোৰ নিজৰ অভিজ্ঞতাৰ পৰা কৈছো এইটো সঁচা নহয়।

**বৰগোহাঞি ঃ** এইটো যে সঁচা নহয় ময়ো কৈছো।

**খালেক ঃ** আজি বদেশী বা বহিৰাগত সমস্যাটো অকল যে অসমতে আছে

এনে নহয় আনকি আমেৰিকা যুক্তৰাষ্ট্ৰতো আছে। মেক্সিক'ৰ পৰা অবাধ প্ৰব্ৰজনে আনকি আমেৰিকাৰো জনগাথনি সলনি কৰি পেলাইছে। আমেৰিকাৰ মানুহেও আৰু প্ৰব্ৰজন নিবিচাৰে। বিশেষকৈ অবৈধ প্ৰব্ৰজন। মই আমেৰিকাত দেখিছো যেতিয়া মেক্সিক'সকলক বহিষ্কাৰৰ কথা আহে, তেতিয়া আমেৰিকানসকলেই বিৰোধিতা কৰে। তাত তেওঁলোকৰ কামৰ কথা আছে। তেওঁলোকৰ পথাৰৰ সমস্যাৰ কথা আছে। কিন্তু একেটা সময়ত যেতিয়া ফোনত কয় ফাৰ ইংলিছ ডায়েল ওৱান, ফাৰ স্পেনিছ ডায়েল টু— তেতিয়া আমেৰিকানসকলৰ আৱেগতো বৰ আঘাত লাগে। সেই কথাবোৰ আছে। কিন্তু এই কথাটো চৰকাৰ বা ৰাষ্ট্ৰযন্ত্ৰইহে ক'ব পাৰিব কিমান আহিছে বা কিমান অহা নাই। সেইটো আমাৰ ৰাষ্ট্ৰযন্ত্ৰৰ বিভিন্ন দায়িত্বশীল ব্যক্তিসকলৰ মাজতো বহু সময়ত মত পাৰ্থক্য দেখা যায়। কিন্তু এই কথা মই প্ৰত্যয়ৰে সৈতে ক'ব পাৰো যে যি হাৰত কৈ থকা হৈছে... মই এই কথাও নকওঁ যে অসমত এজনো বিদেশী নাই। বিদেশী নাগৰিক আছে— সমস্যাটো আছে, কিন্তু পৰিসংখ্যাটো যি হাৰত কোৱা হয় সেই হাৰত নহয়।

**বৰগোহাঞি ঃ** সেইটো নহয়, কাৰণ আন্দোলনৰ সময়ত ৪০ ৰ পৰা ৭২ লাখ বুলি কোৱা মানুহে ৪০০ মানুহকো বহিষ্কাৰ কৰিব নোৱাৰিলে।

**খালেক ঃ** মই আপোনাক আৰু এটা কথা কওঁ। মালয়েছিয়াত আজি চীনা মূলৰ যথেষ্ট মানুহ আছে। মালয়েছিয়াৰ অৰ্থনীতিটোও চীনাসকলৰ অধীনলৈ যথেষ্ট খিনি গুচি গৈছে। কিন্তু তাতো মই দেখিছো, তেওঁলোকে কথাটো অনুভৱ কৰে, কিন্তু ইমান শংকিত নহয়। অসমত মই ভাবো যে বিদেশী নাগৰিক কিমান আছে সেইটো বেলেগ কথা; কিন্তু ইয়াতে শংকিত বেছি। ইয়াত সামাজিক অশান্তিটো বেছি আছে। সেইটোহে মূল কথা।

**বৰগোহাঞি ঃ** ইয়াৰ কাৰণ আছে। কাৰণ অসমীয়াসকলে সদায় এটা— তেওঁলোকে যে লাহে লাহে সংখ্যালঘু হৈ যাবলৈ ধৰিছে, তেওঁলোকে ভাবে যে এনেকৈয়ে যদি বিদেশী আহে তেন্তে আমি নিজৰ ঘৰতে সংখ্যালঘু হ'ম বা অসমত আমাৰ অস্তিত্বই হেৰাই যাব। এনেকুৱা ভয় থাকিব পাৰে।

**খালেক ঃ** এইটোত ছাৰ মই সন্মত নহয়। অসমত অসমীয়াসকল সংখ্যালঘু হ'লে কেতিয়াও অস্তিত্ব হেৰাই যাব বুলি মই বিশ্বাস নকৰো। এই ভয়টো অমূলক। কাৰণ আজি ইজৰাইলত ইহুদিসকলৰ কিমান সংখ্যা, কিন্তু এমুঠি ইহুদিৰ আজি পৃথিৱীত নিয়ন্ত্ৰণ এটা আছে।

**বৰগোহাঞি ঃ** সেইটো কথা নহয়, এই কথাটো ঠিক তেনেকুৱা নহয়। আজি ইজৰাইলত বেছিভাগেইতো ইহুদিয়েই, সংখ্যা কম হ'লেও।

**খালেক ঃ** তাত গৈ পিছত খোপনি পুতিছে।

**বৰগোহাঞি ঃ** ইয়াৰ যিটো ভয় হয়, ভয় বুলি কলেই ভাল। যিহেতু আমাৰ এইখন গণতান্ত্রিক ৰাষ্ট্র। সকলোৰে ভোটাধিকাৰ আছে। ইয়াত যদি এসময়ত বিদেশী মানুহবোৰ দেশী হয় আৰু তেওঁলোকে ভোটাধিকাৰ পালে, ভোট দিলে। তাৰ পিছত দেখিব যে আজি ইয়াত আপুনি নিজে ক'লে ২৫ জন বিধায়ক আছে, কালিলৈ এনেকুৱা হ'ব যে ৪০ জন হ'বগৈ। এসময়ত ৫০ জন হ'ব। তেওঁলোকে ভাবে যে ৰাষ্ট্রৰ যিটো নিয়ন্ত্রণ আমাৰ খিলঞ্জীয়াৰ হাতত নাথাকি তেওঁলোকৰ হাতলৈ যাব।

**খালেক ঃ** সেই কথাটোত মই ক'ব বিচাৰিছো ছাৰ। সেই কথাটোত উদাৰ হ'ব লাগিব। আজি আমেৰিকা যুক্তৰাষ্ট্রৰ ৰাষ্ট্রপতি বাৰাক ওবামা। মোৰ পূর্বপুৰুষ—ময়ো বাংলা মূলৰ মানুহ। মোৰ পূর্বপুৰুষ আহিছিল প্রায় প্রথম মহাযুদ্ধৰ সময়ত। কিন্তু বাৰাক ওবামাৰ পিতৃ আমেৰিকান নাগৰিক আছিল। বাৰাক ওবামাৰ পিতৃ কেনিয়াৰ পৰা আমেৰিকালৈ গৈছিল। বাৰাক হুছেইন ওবামাৰ ছিনিয়ৰৰ পুতেক আজি আমেৰিকা যুক্তৰাষ্ট্রৰ ৰাষ্ট্রপতি। আজি যদি বাংলা মূলৰ কোনোবা মানুহে অসমীয়া মানুহৰ আস্থা অর্জন কৰিব পাৰে—

**বৰগোহাঞি ঃ** সেইটো তুলনামূলকভাৱে কথাটো একপ্রকাৰে হয়, একপ্রকাৰে নহয়।

**খালেক ঃ** মই কৈছো যে বাংলামূলৰ কোনোবা এজন মানুহে আস্থা অর্জন কৰিব পাৰে—

**বৰগোহাঞি ঃ** তেওঁক নেতা বুলি গ্রহণ কৰিব। তেওঁক গোটেই অসমৰ মানুহেই গ্রহণ কৰিব। সেইটোৰেতো সমস্যা। সেইটো হোৱা নাই এই কাৰণেই যে আজি একাংশ মুছলমানক বাকী মানুহে সন্দেহৰ চকুৰে চায়। চৰকাৰেও কৈছে চৰ অঞ্চলত মৌলবাদীয়ে খোপনি পুতিছে। আপুনিও কৈছে যে আপুনিয়ে প্রথম সাংবাদিক যি সেইবোৰ কথা লিখিছিল। মৌলবাদীয়ে খোপনি পুতিছে বা সেইধৰণৰ প্রচাৰ হৈছে মাজে মাজে, পাকিস্তানৰ পতাকা উৰুওৱা বুলিও কয়। মই এয়া কোৱা নাই যে দোষবোৰ কেৱল তেওঁলোকৰ চৰৰ মানুহখিনিৰ বা মুছমানসকলৰহে। দোষ গোটেই অসমৰ জনসমষ্টিৰ। কিন্তু সমস্যা হ'ল আজি যদি চৰ অঞ্চলত মৌলবাদে খোপনি পুতিছে বা পাৰিছে তাৰ কাৰণে মই কিন্তু অকল চৰৰ মানুহখিনিকে দোষ নিদিওঁ। মই যিটো ভাবো সেইটো আপুনিও ভাবেনে নাভাবে ক'ব? মই ভাবো যে স্বাধীনতাৰ পিছৰে পৰা যোৱা ৬০ বছৰত পর্যায়ক্রমে অহা বিভিন্ন চৰকাৰে চৰ অঞ্চলত সেই মানুহখিনিৰ বাবে যদি আধুনিক শিক্ষাৰ দ্রুত বিস্তাৰৰ বাবে কাম কৰিলেহেঁতেন, যদি কেৱল মাদ্রাছা শিক্ষাক নির্ভৰ কৰি নাৰাখিলেহেঁতেন, তেতিয়াহ'লে

হয়তো তাৰ অৰ্থনৈতিক ক্ষেত্ৰখনো সলনি হ'লহেঁতেন আৰু তাৰ মানুহৰ দৃষ্টিভংগীও সলনি হ'লহেঁতেন। সেই কামটো চৰকাৰেও নকৰে আৰু আপোনালোক তাৰ যিসকল বিধায়ক সেইসকলেও এই বিষয়টোত অকণো মনোনিৱেশ নিদিয়ে।

**খালেক ঃ** মই এই কথা আংশিকভাৱে স্বীকাৰ কৰিছোঁ। আজি চাওক, চৰকাৰে শিক্ষাৰ ক্ষেত্ৰত যথেষ্টখিনি কৰা কাৰণে (মই দেশৰ কথা কোৱা নাই) চৰত শিক্ষাৰ হাৰ বাঢ়িছে। মোৰ সমষ্টিত ১৯৭১ চনতে মহাবিদ্যালয় স্থাপন হৈছে, তাত ১৯৫৭ চনতে কেবাখনো হাইস্কুল গঢ় লৈ উঠিছিল। সেই সময়ত আমাৰ ৰাজনৈতিক প্ৰতিনিধি, মাননীয় ফকৰুদ্দিন আলি আহমেদৰ প্ৰচেষ্টাত সেইবোৰ হৈছিল। সেয়া একেবাৰে নাই হোৱা বুলি মই নকওঁ, কিন্তু...

**বৰগোহাঞি ঃ** নাই, ফকৰুদ্দিনৰ নিচিনা মানুহৰ প্ৰচেষ্টাত হৈছে। বাকী আপোনালোকৰ দৰে জাকে জাকে বিধায়ক আহিছে তেওঁলোকে একো কৰা নাই।

**খালেক ঃ** সকলো ৰাজনৈতিক নেতাও একে নহয়, সকলো সাংবাদিকো একে নহয়। গতিকে সেই কথা মই আংশিকভাৱে স্বীকাৰ কৰিছো। আজিও মোৰ ওচৰৰ বিধায়ক দিলদাৰ ৰাজ্জা, চৰৰ ভিতৰত তেওঁ লুইতপৰীয়া মহাবিদ্যালয় খুলি এখন মহাবিদ্যালয় কৰিছে। মোৰ সমষ্টিতো মই নতুনকৈ কমাৰ্চ কলেজ কৰিছো, যাতে আমাৰ চৰৰ ল'ৰা-ছোৱালীৰ বাণিজ্যিক বিকাশ হয়।

**বৰগোহাঞি ঃ** মই এইটোৱে ভাবো যে যিমানখিনি কৰা উচিত আছিল, সিমানখিনি কৰা নাই। কাৰণ মই নিজে চৰ-চাপৰিৰ মানুহৰ লগত সকলো অসমীয়া মানুহতকৈ বেছি জড়িত। গতিকে তেওঁলোকৰ সমস্যাবোৰো মই বুজি পাওঁ। কিন্তু মই ভাবো যে বিধায়কে যিমানখিনি কৰা উচিত তেওঁলোকে নিজৰ কাৰণে সিমানখিনি চিন্তা নকৰে। গতিকে আপুনি কিবা শেষ কথা কয় যদি কওক।

**খালেক ঃ** ছাৰ, মই আগতেই কৈ আহিছো যে সকলো ৰাজনৈতিক প্ৰতিনিধি একে নহয়। যেনেকৈ ফকৰুদ্দিন চাহাবৰ কথা কৈছো, দিলদাৰ ৰাজ্জাৰ কথা কৈছো। আমাৰ দিলদাৰ ৰাজ্জাৰ কিন্তু বৰ বেছি আনুষ্ঠানিক শিক্ষাও নাই। কিন্তু এখন দুৰ্গম চৰত মহাবিদ্যালয় স্থাপন কৰিছে।

**বৰগোহাঞি ঃ** ব্যতিক্ৰম থাকে কাৰণেইতো পৃথিৱীখন চলি আছে। আমি ব্যতিক্ৰমৰ কথা কোৱা নাই। আমি যদি কৰো; তেতিয়া আমি বেছিভাগ মানুহৰ কথা কওঁ।

**খালেক ঃ** সকলো ৰাজনৈতিক নেতাই যদি ইমান কামেই কৰিলেহেঁতেন, তেতিয়াহ'লেতো একেজন নেতাই সদায় জিকি থাকিলেহেঁতেন। মানুহে প্ৰত্যাখ্যান

কৰে কিয়, যেতিয়া ভাবে যে ৰাইজৰ প্ৰত্যাশা অনুসৰি কাম কৰিব নোৱাৰে, তেতিয়াই প্ৰত্যাখ্যান কৰে।

**বৰগোহাঞিঃ** কিন্তু প্ৰত্যাখ্যান কৰাৰ পিছত ৰাইজে যিজনক বাছি লয়, সেইজনেই পুনৰ প্ৰত্যাখান কৰে।

**খালেকঃ** মই এই কথাত সন্মত নহয়। কাৰণ কিছুমান নেতাই ভাল কাম কৰি আছে আৰু কিছুমান নেতাই কৰা নাই। কোনেও কৰা নাই বুলি কোৱা নাই।

**বৰগোহাঞিঃ** মই কৈছো বেছিভাগ নেতাই কামখিনি কৰা নাই। চৰ অঞ্চলত শিক্ষা-দীক্ষা, কলেজেই একমাত্ৰ কথা নহয়। তাৰ মানুহে খেতি কৰে। তেওঁলোক কৃষিজীৱী, সেয়ে তাত পশু চিকিৎসালয় লাগে, আলিবাট লাগে, তাত কল্ড ষ্ট'ৰেজ লাগে। যিবোৰ কৰিলে তাত তাৰ অৰ্থনৈতিক মেৰুদণ্ড মজবুত হয়। ৰাইজক দেখুৱাবলৈ তাত দুখন স্কুল কৰিলেই নিবনুৱা সৃষ্টি কৰাৰ বাহিৰে আন একো নহয়।

**খালেকঃ** আনৰ কথা ক'ব নোৱাৰো, কিন্তু যোৱা ৭/৮ বছৰত চৰৰ যথেষ্ট ৰাস্তা-ঘাট হৈছে, হাস্পতাল গঢ়ি উঠিছে, পশু চিকিৎসালয় অৱশ্যে হোৱা নাই। গতিকে এটা ডাঙৰ পৰিৱৰ্তন হৈছে...

**বৰগোহাঞিঃ** পশু চিকিৎসালয় হোৱা নাই বুলি আপুনি কৈছে সেয়া ডাঙৰ কথা। গোটেই মানুহখিনি কৃষিজীৱি...

**খালেকঃ** ছাৰ, যিটো হোৱা নাই সেইটো মই নাই বুলি কৈছো।

**বৰগোহাঞিঃ** এইটো কিয় হোৱা নাই? কাৰণ এইটো এটা প্ৰতীকি অৰ্থ— য'ত পশু চিকিৎসাৰ আটাইতকৈ প্ৰয়োজন তাত কিন্তু পশু চিকিৎসালয় স্থাপনৰ কথা চৰকাৰেও নাভাবে, আপোনালোকেও নাভাবে। সেয়ে আপোনালোকৰ যে চৰ অঞ্চলৰ কোনো উন্নয়নৰ ব্যৱস্থা কৰা নাই, এইটো এটা তাৰ উৎকৃষ্ট প্ৰমাণ। এই কথাটো বোধহয় মোৰ বাহিৰে আন কোনেও অনুভৱ কৰা নাই, কাৰণ মই আন কাৰো মুখত নুশুনো যে এইবোৰ অঞ্চলত আটাইতকৈ দৰকাৰী বস্তুই হৈছে পশু চিকিৎসালয়। বাৰু যিকি নহওক, আমাৰ সময় হৈ আহিল। আপুনি আহি এইখিনি কথা কোৱাৰ কাৰণে আপোনাক ধন্যবাদ। আৰু আপোনাৰ ৰাজনৈতিক জীৱনৰ উজ্জ্বল ভৱিষ্যত কামনা কৰিলো।

**খালেকঃ** আপোনাকো ধন্যবাদ জনালো।

*(২০ মাৰ্চ, ২০০৯-ত প্ৰচাৰিত)*

# বদৰুদ্দিন আজমলৰ সৈতে হোমেন বৰগোহাঞি



*"অসমীয়া হিচাপেই আপুনি ৰাজনীতিত প্ৰৱেশ কৰিছে। আৰু আপুনি যোৱাবাৰ অসমৰ গোটেই বাইজে শুনাকৈ ঘোষণা কৰিছে যে আপুনি অসমীয়া ভাষা ৰক্ষাৰ কাৰণে সৰ্বস্ব কৰিব, এনেস্থলত আপুনি অসমীয়া মানুহৰ মাজলৈ— মই এইটো কোৱা নাই যে আপোনাৰ নাই, দুজনকৈ বোধহয় বিধায়ক অসমীয়া আছে, কিন্তু বৃহৎ সংখ্যক অসমীয়াৰ মাজলৈ আপুনি যাবলৈ চেষ্টা কৰিছেনে? যদি কৰিছে আপুনি কিয় সফল হোৱা নাই?"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ আৰু স্বাগতম। আজি মোৰ অতিথি বদৰুদ্দিন আজমল চাহাব। আজমল চাহাব, চালাম আলেইকুম— নমস্কাৰ।

ভাৰতবৰ্ষত যেতিয়াই কোৱালিশ্বন ৰাজনীতিৰ যুগ আৰম্ভ হ'ল তেতিয়াৰ পৰাই বিভিন্ন ৰাজ্যৰ যিখিনি আঞ্চলিক দল ডাঙৰ সৰু নিৰ্বিশেষে তেওঁলোকৰ গুৰুত্বটো অভাৱনীয়ভাৱে বৃদ্ধি পালে। আৰু আপোনাৰ দলটোৱে যোৱাবাৰৰ নিৰ্বাচনত প্ৰথমবাৰৰ কাৰণে অৱতীৰ্ণ হৈ কংগ্ৰেছৰ নিচিনা এটা বৃহৎ ৰাজনৈতিক শক্তিৰ বিৰুদ্ধে যুদ্ধ কৰি দহখন আসন লাভ কৰিলে। এতিয়াও আপুনি কেইবাখনো আসনত প্ৰাৰ্থী দিছে আৰু এক প্ৰকাৰে চাবলৈ গ'লে অসমৰ ৰাজনীতিত আপুনি বা আপোনাৰ দলটো এটা নিৰ্ণায়ক শক্তি হৈ উঠিব পাৰে, এই কোৱালিশ্বন ৰাজনীতিৰ কাৰণে। মোৰ প্ৰথম প্ৰশ্নটো হ'ল যে আপুনি কংগ্ৰেছৰ লগত থাকিবলৈ এটা গোপন বা প্ৰকাশ্য ইচ্ছা আছিল। আৰু কংগ্ৰেছেও আপোনাক এতিয়াও নিমন্ত্ৰণ কৰি থকা বুলি কাগজত খবৰ ওলায়। এই যে কংগ্ৰেছত আপুনি যাব নোৱাৰিলে বা যোৱাটো নহ'ল, আপোনালোকৰ যিটো স্বাভাৱিক প্ৰৱণতা সেইটো— কংগ্ৰেছৰ লগত যাবলৈকে আপুনি ভাল পালেহেঁতেন। এইটো আপুনি গোপনো কৰা নাই। সিদিনালৈকে খবৰ ওলাইছে যে কেন্দ্ৰীয় নেতৃবৰ্গই আপোনাক কংগ্ৰেছৰ লগত থকাটো বিচাৰিছিলে। ইমানখিনি হোৱাৰ পিছত আপুনি কংগ্ৰেছত কিয় যাব নোৱাৰিলে বা কিয় নগ'ল?

**বদৰুদ্দিন আজমল ঃ** প্ৰথমতে আমাৰ যিটো ষ্টেণ্ড আছিল আৰু আজিও

আছে, সেইটো হৈছে এণ্টি কংগ্ৰেছ। এই ষ্টেণ্ড লৈয়ে আমি উঠিছো। এতিয়ালৈকে এদিনো কাৰো লগত বা কোনো এজন মানুহৰ লগত তিনি বছৰৰ ভিতৰত চেণ্ট্ৰেল কংগ্ৰেছ হওক বা ইয়াৰ কংগ্ৰেছ হওক আমি কথা পতা নাই যে আমাক কংগ্ৰেছত ল'ব লাগে। পেপাৰ-পত্ৰিকাত দেখি আছোঁ যে চেণ্ট্ৰেলত এইটো হৈ আছে, হাই কমাণ্ডত এইটো হৈ আছে, কংগ্ৰেছত এইটো হৈ আছে, কিন্তু আমাৰ ওচৰত কোনো মানুহেই কোনো যোগাযোগ কৰা নাই। আৰু আমিও কাৰো লগত যোগাযোগ কৰা নাই।

**বৰগোহাঞিঃ** আপুনি যে অৱশেষত থাৰ্ড ফ্ৰণ্ট, তৃতীয় শিবিৰত যোগদানৰ ইচ্ছা প্ৰকাশ কৰিছে, সেইটো কিমান দূৰ আগবাঢ়িছে?

**আজমল ঃ** সেইটো চন্দ্ৰ বাবু নাইডুৰ লগত মোৰ কথা হৈছে। তেওঁ দুদিন পিছত আকৌ ৰিমাইণ্ডাৰ দিছে যে আপোনালোক সোনকালে আহক। মই কৈছো যে আপোনালোকৰ স্থিতি স্পষ্ট হওক, তাৰ পাছত আমি চিন্তা কৰি আছো। We are thinking positively.

**বৰগোহাঞিঃ** থাৰ্ড ফ্ৰণ্টত আপোনাৰ যোৱাৰ সম্ভাৱনা শতকৰা কিমান ভাগ?

**আজমল ঃ** যোৱাৰ সম্ভাৱনা এতিয়ালৈকে ৯০ ভাগ।

**বৰগোহাঞিঃ** আপুনি কি হিচাপ কৰি থাৰ্ড ফ্ৰণ্টত যোগ দিয়াৰ ঠিক কৰিলে?

**আজমল ঃ** এইবাৰ কংগ্ৰেছ দিল্লীত নাহে এইটো স্পষ্ট হৈ গৈছে। আৰু বিজেপিও নাহে। যদি এই দুই ফ'ৰ্চ নাহে তেতিয়া থাৰ্ড ফ্ৰণ্ট আহিব লাগিব।

**বৰগোহাঞিঃ** নহয়, এনেকুৱাওতো হ'ব পাৰে যে তেওঁলোক একক সংখ্যাগৰিষ্ঠতালৈ নাহিব পাৰে; কিন্তু বৃহত্তম দল হিচাপে কংগ্ৰেছৰ নেতৃত্বত বা বিজেপিৰ নেতৃত্বত কোৱালিশ্বন চৰকাৰ হ'ব পাৰে।

**আজমল ঃ** ইউ পি এ গৱৰ্ণমেণ্ট যিটো, কোৱালিশ্বন গৱৰ্ণমেণ্ট আছিল। আৰু এন ডি এ কোৱালিশ্বন গৱৰ্ণমেণ্ট আছিল। দুয়োটাই ৰিজেক্ট হৈছে।

**বৰগোহাঞিঃ** থাৰ্ড ফ্ৰণ্টৰ কাৰ্যসূচী বা ৰাজনৈতিক দৰ্শনৰ লগত আপুনি কিবা মিল বিচাৰি পাইছে নেকি?

**আজমল ঃ** আমি ছাৰ এটা নতুন কথা থাৰ্ড ফ্ৰণ্টৰ ভিতৰত পাইছো যে ভাৰতীয় জনসাধাৰণে এটা পৰিৱৰ্তন বিচাৰিছে। থাৰ্ড এটা বিকল্প, দিছ ইজ নট এ থাৰ্ড ফ্ৰণ্ট।

**বৰগোহাঞিঃ** অৰ্থাৎ এটা থাৰ্ড অপশ্যন।

**আজমল ঃ** হয়, থাৰ্ড অপশ্যন।

**বৰগোহাঞিঃ** আপুনিতো বেছ বুদ্ধিমান মানুহ। গতিকে আপুনি নিজে বুদ্ধি খটাই— ৰাজনৈতিক দলৰ কথা পাহৰি যাওক, আপুনি থাৰ্ড ফ্ৰণ্ট আহি যাব পাৰে বুলি ভবাৰ মোক তিনিটা যুক্তি দিয়কচোন?

**আজমল ঃ** জয়যুক্ত হোৱাৰ এটা ক্লিয়েৰ নাম্বাৰ ওৱান ফৰমূলাটো হ'ব যে আজি ষ্টেট ওৱাইজ পাৰ্টী বিলাক, সেই সৰু সৰু পাৰ্টীবোৰ এতিয়ালৈকে ডিপ্ৰাইভ হৈছে। ভাল ভাল চেকুলাৰ পাৰ্টী, ৰিজনেল পাৰ্টী, যিটো আমি কৰিছো। সেইবিলাক সকলোৱে চেণ্ট্ৰেলত উঠি এটা বিকল্প গঠনৰ চেষ্টা কৰি আছে। ৰিজনেল পাৰ্টীবিলাকে কোনোবা কোনোবা সময়ত ডাঙৰ ডাঙৰ পাৰ্টীৰ পৰা নিৰ্যাতন, ডিপ্ৰাইভনেছ, লাঞ্ছনা-বঞ্চনা পাইছে। পোৱাৰ কাৰণে অৱশেষত গৈ থাৰ্ড ফ্ৰণ্টত বা থাৰ্ড কোৱালিশ্বনৰ... মই ভাবোঁ গোটেই ভাৰতবৰ্ষৰ ডিপ্ৰাইভ কমিউনিটি...

**বৰগোহাঞিঃ** মই বুজিলো, কিন্তু এই যে বিভিন্ন ঠাইৰ পৰা সৰু সৰু আঞ্চলিক দলবোৰ গৈ কেন্দ্ৰত এটা কোৱালিশ্যন চৰকাৰ কৰিব। ভাতো এটা আদৰ্শ, কাৰ্যসূচী, এটা সংঘাত ঘটিব পাৰে, সেইটো প্ৰশ্নলৈ বাৰু পিছত আহিম। কাগজ পত্ৰ পঢ়ি এটা ধাৰণা হয় যে অসমৰ এটা বৃহৎ সংখ্যক কংগ্ৰেছী মানুহে আপোনালোকক তেওঁলোকৰ লগত পাবলৈ বিচাৰিছে। বিচাৰিছে মানে আপোনালোকক ভাল পায় বুলি নহয় প্ৰত্যেকটো ৰাজনৈতিক দলৰ নিজৰ স্বাৰ্থ থাকে আৰু যিটো দলে হয়— কংগ্ৰেছতো বহুতো মুছলমান সদস্য আছে, ভৱিষ্যতলৈও থাকিব তথাপিতো এক বৃহৎ সংখ্যক ধৰ্মীয় ভাষীক আৰু অন্যান্য সংখ্যালঘুক আপোনালোকে প্ৰতিনিধিত্ব কৰে। গতিকে আপোনালোকক বিপক্ষত ৰাখি তেওঁলোকে এটা বিপদ চপাই ল'ব খোজা নাছিল। কিন্তু সকলোৰে এইটোৱেই ধাৰণা যে মুখ্যমন্ত্ৰী তৰুণ গগৈৰ ঘোৰ বিৰোধিতাৰ কাৰণে সেইটো সম্ভৱ নহ'ল। সেইটো এনেকুৱা কেতিয়াবা অনুভৱ হয় যে ব্যক্তিগত কিবা কাৰণত তেওঁ আপোনাক খুব বেয়া পায়। নহ'লে ইমান তীব্ৰ বিৰোধিতা নকৰিলেহেঁতেন। আপোনাক বেয়া পায় বুলি আপুনি ভাবে নেকি? যদি ভাবে তাৰ কাৰণটো কি?

**আজমল ঃ** মোৰ হিচাপত ব্যক্তিগত কোনো কাৰণ নাই যে তেওঁ আমাক বেয়া পাব। মই ভাবোঁ পলিটিকেলি তেওঁ আমাক বেয়া পায়।

**বৰগোহাঞিঃ** পলিটিকেলি বেয়া পোৱাৰ কাৰণটো কি?

**আজমল ঃ** পলিটিকেলি বেয়া পোৱাৰ কাৰণ আছে। তেখেতে জানে যে

এইবাৰ ইউ ডি এফে যিমান ছিট লৈ যাব বা যিমান কংগ্ৰেছক ক্ষতি কৰিব সেইটো অনলি বিকজ ইউ ডি এফৰ বাবেই হ'ব।

বৰগোহাঞিঃ তেতিয়াহ'লেতো বুদ্ধিমান ৰাজনৈতিক নেতাই, অকল সেইটো পক্ষলৈ ঠেলি দিয়াৰ আগতে লগত পাবলৈ বিচাৰিলেহেঁতেন।

আজমল ঃ বিফৰ কনফাৰমেশ্যন অৱ ইউ ডি এফ আমি মেডামৰ ওচৰত গৈছিলো, আমাৰ জমিয়তৰ ডেলিগেশ্যন লৈ। যেতিয়া মেডামক সব ক'লো বোলে তৰুণ গগৈ চাহাবে এইসব কৰি আছে এনেকুৱা এনেকুৱা, মেডামে ইন ৰিপ্লাই অৱ মাই লেটাৰ, অৱ মাই মেমৰেণ্ডাম, আহমেদ পাটেল চাহেব আছিল, দিগ্বিজয় সিং চাহাব আছিল, মহছিনা কিওৱাইয়ো আছিল মোৰ সম্মুখত। মেডামে হঠাতে উঠি কৈ দিলে— তৰুণ গগৈ বহুত জিদ্দী হে, বহুত জিদ্দীহে— ইয়ে ইচকা জিদ কা বাত হে। মই ভাবো এই যে তৰুণ গগৈ বহুত জিদ্দীহে। সেই জিদটোৱে আমাৰ তৰুণদাক খাই আছে এতিয়া। তৰুণ দাই নিছে বুজি পাইছে যে এইবাৰ কংগ্ৰেছৰ কিমান ক্ষতি হ'ব।

বৰগোহাঞিঃ বাৰু, সেইটো বুজিলো। ইলেকশ্যনৰ আগতেতো সকলো দলেই কয় আমাৰ ভাল হ'ব, তোমাৰ বেয়া হ'ব। সেইটো পিছত দেখা যাব। গুৰুত্বপূৰ্ণ কথা কেইবাটাও আছে। আজমল চাহাব, আপুনি যোৱা নিৰ্বাচনত কিমান প্ৰাৰ্থী দিছিলে আৰু কিমান প্ৰাৰ্থীক আপুনি জয়যুক্ত কৰি আনিব পাৰিলে— বিধানসভাৰ নিৰ্বাচনত?

আজমল ঃ ৭২ কেণ্ডিডেট আমি দিছিলো, ৭২-ৰ ভিতৰত ৩২ জন মুছলীম আছিল। দহ গৰাকী আমি জিকাই আনিব পাৰিছো।

বৰগোহাঞিঃ আপোনাৰ যি দহজন বিধায়ক নিৰ্বাচিত হৈ আহিলে, তেওঁলোকৰতো কোনোবাজন কংগ্ৰেছ বা আন দললৈ যোৱা নাই?

আজমল ঃ নাই যোৱা।

বৰগোহাঞিঃ তেওঁলোকক আপুনি ধৰি ৰাখিব পাৰিছে। মই এই কথাটো সুধিলো এই কাৰণেই, যোৱা ২০০৬ চনৰ নিৰ্বাচনৰ কিছুদিন আগতে মোক মুখ্যমন্ত্ৰীয়ে এটা ঘৰুৱা আলোচনাত কৈছিলে, আমি বহু কথাই আলোচনা কৰিছিলো, যে এ ইউ ডি এফে যিটো দল কৰিছে, তেওঁলোকৰ বেছিদিন টিকিবৰ সম্ভাৱনা নাই। কাৰণ তেওঁলোকৰ যিখিনি প্ৰাৰ্থী তেওঁলোকে কেইবাজনেও মোৰ লগত যোগাযোগ কৰিছে। তেওঁলোকে নিৰ্বাচিত হ'লেও তেওঁলোকৰ অন্তৰখন কংগ্ৰেছৰ লগতে আছে বা থাকিবও। কিন্তু দেখা গ'ল যে আপুনি এই সুদীৰ্ঘ তিনি

বছৰ সেই মানুহখিনিক ধৰি ৰাখিব পাৰিছে। কোনেও আপোনাক বিশ্বাসঘাতকতা এতিয়ালৈকে কৰা নাই।

**আজমল :** নাই কৰা।

**বৰগোহাঞি :** ভৱিষ্যতে আপোনাৰ লগত থাকিব বুলি...

**আজমল :** আমাৰ আশা আছে।

**বৰগোহাঞি :** মূলতঃ যিখিনি সংখ্যালঘু মানুহ তেওঁলোকে সদায় নিৰাপত্তাৰ অভাৱত ভোগে। সেইকাৰণে ক্ষমতাশীল দলৰ লগত থাকিবলৈ ভাল পায়। যদি অহাবাৰো নিৰ্বাচনত ভাল ফল নহয়, লোকসভাৰ নিৰ্বাচনত তেতিয়া আপুনি এইটো ভয় কৰে নেকি যে আপোনাৰ কোনোবা বিধায়কে আপোনাক এৰি যাব পাৰে?

**আজমল :** ছাৰ, মোৰ এইটো আশা নাই। কাৰণ আমাৰ মানুহ এটা উদ্দেশ্য লৈ মোৰ লগত আহিছে। আমাৰ চিফ্ মিনিষ্টাৰে কৈ আছে— আলি কুলি বাঙ্গালীৰ মোক ভোট নালাগে। তেখেত খালি...

**বৰগোহাঞি :** তেওঁতো কোৱা নাছিলে।

**আজমল :** কৈ আছে।

**বৰগোহাঞি :** তৰুণ গগৈয়ে?

**আজমল :** খোলাখুলি কৈ আছে। একেলগে কোৱা নাই, তৰুণ গগৈয়ে আলগ আলগ কৈ আছে। হায়দৰাবাদ গৈ কৈ দিলে— বোলে আমাক মুছলীমৰ ভোট নালাগে। আজি আমাৰ বাঙ্গালী ভাইসকলক চাওক, তেখেতৰ বিহেভ কি হৈ আছে, আজি বাঙ্গালীসকলক কি প্ৰতিনিধি দি আছে। তেখেতে এইটো খোলাখুলি, ডাইৰেক্ট নক'লেও এইটো এটা আছে। চেণ্ট্ৰেলক বুজাই আছে বোলে আমি খালি অসমীয়া। অসমীয়া ভাই আমাৰ ভোট। আমাক লাগে। আমাকো অসমীয়াসকলৰ ভোট লাগে। আমি অসমীয়া নাই নেকি? এইটো তেখেতে কৰি আজি এজিপি বিজেপি হোৱাৰ পিছত তেখেতৰ কি কেলকুলেশ্বনত আহিছে সেইটো আমি নাজানো। আমাৰতো এইবাৰ আশা আছে ছাৰ, কমচে কম পাঁচটা আমি টাৰগেট লৈছো ছাৰ, লোকসভাত জিকিব লাগে।

**বৰগোহাঞি :** সেইটো বাৰু সবেই আশা কৰে, ভাল কথা।

**আজমল :** ইন ৰিপ্লাই ছাৰ, মোৰ কমপ্লিট হোৱা নাই। যদি দুজন বা তিনিজন এম পি আমি দিল্লীত পঠাই দিব পাৰো আমাৰ গোটেই অভিযানটো এশ শতাংশই সফল হ'ব।

**বৰগোহাঞিঃ** সেইটো মই জানো। মই সম্পূৰ্ণ একমত হওঁ। আপুনি যদি দুজনো পঠিয়াব পাৰে, যদি কেনেবাকৈ ঠেলা-হেঁচাত দুজনো যদি যায় তেতিয়া সেইটো আপোনালোকৰ বিৰাট নৈতিক আৰু ৰাজনৈতিক জয়তো হ'বই। কিন্তু মোক আপুনি অলপ আগতে ক'লে যে, আপুনি লাঞ্ছিত-বঞ্চিত মানুহে প্ৰতিবাদ কৰিব বা তাৰ পৰা উদ্ধাৰ পাবলৈ যোগ দিছে। তিনি বছৰ হৈ গ'ল— আপুনি তেওঁলোকৰ আশা কিমান পূৰাব পাৰিছে? কি কি কাম কৰিছে, যিখিনি কামৰ কথা কৈ তেওঁলোকক ক'ব পাৰে যে আমাৰ দলটো থকা প্ৰয়োজন?

**আজমল ঃ** ভাৰতবৰ্ষৰ কোনো জেগাতে এইটো হোৱা নাই। অসম গৱৰ্ণমেণ্টে কংগ্ৰেছ গৱৰ্ণমেণ্টে ডাইৰেক্ট মেছেজ দি দিছে— এটা এটা অফিচত মেছেজ দি দিছে ইউ ডি এফত কোনো কাম হ'ব নালাগে। বদৰুদ্দিন আজমলৰ কোনো কাম হ'ব নালাগে।

**বৰগোহাঞিঃ** সেইটো আপুনি প্ৰমাণ দিব পাৰিবনে?

**আজমল ঃ** আছে, আমি যদি ডি চিৰ ওচৰত যাওঁ, বোলে ওপৰৰ পৰা অৰ্ডাৰ আহিছে, এছ পিৰ ওচৰত গ'লে বোলে ওপৰৰপৰা অৰ্ডাৰ আহিছে। আজি যদি এছ ডি অ'ৰ ওচৰত আমাৰ মানুহ যায়, পঞ্চায়তত আমাৰ কিমান মানুহ জিকি আহিছে, এজন মানুহে কোনো এটা কাম কৰিব পৰা নাই। এই সব শুনি মানুহৰ আৰু জিদ বাঢ়ি আছে।

**বৰগোহাঞিঃ** জিদ হে বাঢ়িছে নেকি?

**আজমল ঃ** জিদ বাঢ়ি আছে। এইটো প্ৰুভ হ'ল ছাৰ, আমি আগত যিমান ভোট পাইছিলো, আপোনালোকে জানে, এছেম্বলিৰ ভোট আমি কিমান পাইছিলো। তাৰ পাছত পঞ্চায়তত আমি কিমান পাৰছেণ্ট ভোট পাইছিলো। আমাৰ ভোট বাঢ়ি আছে। আজি আমি লক্ষ্মী ওৰাঙক টিকট দিছো, আজি আমি ৰাজেশ মল্লাক দিছো, আমাৰ এইটো মেছেজতো কি গৈ আছে, টুৱাৰ্ডচ দিচ কমিউনিটি। আমি আমাৰ বঙালী ভাইসকলক নিমন্ত্ৰণ দিছো।

**বৰগোহাঞিঃ** ১৯৮৫ চনৰ নিৰ্বাচনৰ মাত্ৰ দুমাহমানৰ আগতে ইউনাইটেড মাইনৰিটি ফ্ৰণ্টৰ জন্ম হ'ল। আপোনাৰ দলৰ এইটোৱেই ভাল কথা যে অসমীয়া, বাঙালী, মুছলমান সকলো মানুহ আছে। কিন্তু ইউনাইটেড মাইনৰিটি ফ্ৰণ্টত কেৱল বেংগলী হিন্দু, অসমীয়া ভাষী মুছলমানহে আছিল। গতিকে আপোনালোকে তেওঁলোকতকৈ অলপ স্বতন্ত্ৰ কৰিছে। সেইবাৰ এটা বিপুল গণ জাগৰণ হৈছিল সংখ্যালঘুসকলৰ মাজতো। সেইবাৰ কিন্তু সোতৰখন আসন পায়ো সেই দলটোক

টিকাই ৰাখিব নোৱাৰিলে। সোনকালেই দলটোৰ ভাঙন হ'ল। তাৰ এটা কাৰণ কোৱা হয় যে সংখ্যালঘু লোকসকলে যদি নিৰাপত্তা পোৱা নেদেখে তেন্তে লাহে লাহে সেই দলটো ত্যাগ কৰে। আপোনালোকেতো কোৱালিশ্বন চৰকাৰৰ কেতিয়াবা ক্ষমতা পাব পাৰে, কিন্তু আন প্ৰকাৰে ক্ষমতা পোৱাৰ আশা নাই। গতিকে আপুনি দীৰ্ঘম্যাদী কথা চিন্তা কৰি আপোনাৰ দলটো টিকাই ৰাখিব পাৰিম বুলি ভাবিছে তাৰ কাৰণ কি?

**আজমল :** আজিৰ ৰাজনীতিত কোনো মানুহে যদি এটা দল গঠন কৰে তেন্তে মোৰ মতে লীডাৰশ্বিপৰ ওপৰত সেই দলৰ ভৱিষ্যৎ নিৰ্ভৰ কৰে। কিন্তু ইউ এম এফ যেতিয়া গঠন হৈছিল তেতিয়া এনে কোনো লীডাৰ নাছিল যাৰ ওপৰত এশ শতাংশ আস্থা ৰাখি মানুহে আগবাঢ়ি যাব পাৰে। লীডাৰশ্বিপ Ultimately লাগে। এইবাৰ এ ইউ ডি এফত বদৰুদ্দিন আজমলৰ মাজত লীডাৰশ্বিপ দেখি আছে। মানুহে দেখি আছে তেওঁ খুব কমিটেড মানুহ...

**বৰগোহাঞিঃ :** সকলোৱে এই কথা স্বীকাৰ কৰে, কিন্তু এটা গণতান্ত্ৰিক দল যদি মাত্ৰ এজন মানুহৰ ওপৰত ইমান বেছিকৈ নিৰ্ভৰশীল হয়, তেতিয়া জানো সেই দলটোৰ ভৱিষ্যতৰ কাৰণে ভাল হ'ব!

**আজমল :** ব্যক্তিগত কথা নহয়। আজি চাওক কংগ্ৰেছত মেডাম ছোনিয়া গান্ধী...

**বৰগোহাঞিঃ :** সেইটো মই বুজিছো। মই কৈছো যে আপোনাৰ উপযুক্ত, বিশ্বস্ত সহচৰ বা আপোনাৰ লগত সমানে কাম কৰিব পৰা নেতা আৰু উলিয়াইছে নে নাই?

**আজমল :** বহুত উলিয়াইছো। আজি আমাৰ মুছলমানৰ ভিতৰত উলিয়াইছো, আমাৰ অসমীয়া ভাইসকল, কোচ-ৰাজবংশীসকলৰ মাজত উলিয়াইছো। বাঙালীসকলৰ মাজত উলিয়াইছো।

**বৰগোহাঞিঃ :** কোচ-ৰাজবংশীসকলৰ এটা ছাত্ৰ গোটে চমক দিছে যে এ ইউ ডি এফে আমাৰ ইয়াত প্ৰাৰ্থী নিদিলে আমি নিৰ্বাচন বৰ্জন কৰিম।

**আজমল :** মই নাজানো এইটো কোন পক্ষৰ পৰা কাকতত ওলাইছে। মই নিজে কোচ ৰাজবংশীৰ ডাঙৰ ডাঙৰ লীডাৰৰ লগত contact-ত আছো— দুই-এজনৰ নাম এতিয়া মই নোকোৱাটো ভাল হ'ব। দুই-এজন একেবাৰে টপ লীডাৰক মই নিজে অফাৰ কৰিছো— আপোনালোক আহক। ফৰ এক্সামপল নগাঁৱৰ ছিট আপোনালোকক আমি দি দিম। ফৰ এক্সামপল মঙলদৈ ছিটটো...। মই জানো যে

মঙলদৈত তিনি লাখৰ বেছি কোচ-ৰাজবংশীৰ ভোট আছে! আমাৰ নগাঁৱতো not less than...

**বৰগোহাঞি ঃ** তাৰমানে আপুনি অফাৰটো দিছিল!

**আজমল ঃ** মই নিজে Direct অফাৰ দিছো আৰু তেওঁলোকে গ্ৰহণ কৰা নাই। তেওঁলোকৰ বিভিন্ন প্ৰব্লেম আছে।

**বৰগোহাঞি ঃ** বাৰু, এতিয়া আমি প্ৰায় শেষ পৰ্যায়লৈকে আহিছো। আমাৰ অসমত লোকসভাৰ চৈধ্যখন আসন, আঠখন আসনত আপোনালোকে প্ৰতিদ্বন্দ্বিতা কৰিব। এই আঠখনৰ ভিতৰত আপোনালোকে কেইখন আসন পাব? খুব বাস্তৱবাদী কথা ক'ব। এনেয়ে এটা....

**আজমল ঃ** ছাৰ মই বাস্তৱবাদী কথা ক'ম, কিয়নো বিশ-ত্ৰিশ দিনৰ পিছতো সকলো পৰিষ্কাৰ হৈয়ে যাব। আমাৰ আশা আছে— মোৰ দুটা ছিট আছে— ধুবুৰী আৰু শিলচৰ। এই দুটাতেই I will win.

**বৰগোহাঞি ঃ** শিলচৰততো সন্তোষমোহন দেৱ আছে। আপুনি আশা...

**আজমল ঃ** থাকিব দিয়ক। তেখেত যে আছে সেই কথা জানিয়েতো মই গৈছো।

**বৰগোহাঞি ঃ** তাৰমানে শিলচৰ আৰু ধুবুৰী?

**আজমল ঃ** হয়, শিলচৰ আৰু ধুবুৰী। তাৰ পিছত কৰিমগঞ্জৰ ছিটটোত ৯৯ শতাংশ আশা আছে আমি জিকিব লাগে। তাৰ পিছত থাকিল লক্ষ্মী ওৰাঙৰ ছিটটো। লক্ষ্মী ওৰাঙৰ ছিটটো জিকাৰ কাৰণে দিয়া নাই। যদি জিকি যায় খুব ভাল। Main উদ্দেশ্যটো হৈছে নাৰী জগতৰ ওপৰত যি অপমান হৈছে...

**বৰগোহাঞি ঃ** তাৰমানে আপুনি প্ৰতীক হিচাপে দিছে?

**আজমল ঃ** হয়, প্ৰতীক হিচাপে দিছো। সেইটো জিকিব পাৰে, নহয় জিকিব নোৱাৰে। আমাৰ মেছেজটো আছে— আমি বাঙালীভাই সকলৰ লগত আছো, আমি চিন্তা কৰি আছো মহিলাক মৰ্যাদা দিয়াৰ কাৰণে। সেই Section-টো deprive আৰু আমিও deprive। এজন গৰিবে আন এজন গৰীবৰ দুখ বুজিব পাৰিব আৰু সেই কাৰণেই আমি তেওঁক দিছো।

**বৰগোহাঞি ঃ** ইলেকশ্বনলৈ আৰু বেছি দিন নাই। গতিকে আপুনি দুটা বা তিনিটা ছিটত আপুনি যথেষ্ট আশাবাদী।

**আজমল ঃ** কলিয়াবৰ, নগাঁৱত মই আমাৰ ছিৰাজুদ্দিন আজমলক দি আছো। আপুনি এয়া শুনাৰ পিছত আপুনি আপোনাৰ নিজৰ মনোভাৱ ক'ব— এই দুটা

ছিটতে আমাৰ ওলোৱাৰ চান্স আছে। নহ'লেও অন্ততঃ এটা ছিট আমি পাম। দৰঙত আমি আমাৰ জেনেৰেল ছেক্ৰেটাৰী, এম এল এ বিলাসীপাৰা হাফিজ ৰছিদ আহমেদ। তেখেত তিনিবছৰ ইনচাৰ্জ আছিল দৰঙৰ। মানুহৰ হাইলী ডিমাণ্ড আছিল নাম্বাৰ ওৱান ছিৰাজুদ্দিন, নহ'লে বছিৰ চাহাবক দিব লাগে। আমি তেখেতক দি আছো তাত।

**বৰগোহাঞি ঃ** আচ্ছা, সেই ছিটবোৰতো ঘাইকৈ কংগ্ৰেছৰ পৰা আহিব?

**আজমল ঃ** কংগ্ৰেছৰ পৰাই আহিব...

**বৰগোহাঞি ঃ** তাৰমানে আপুনি এইটো নিশ্চিতভাৱে বিশ্বাস কৰে যে অহাবাৰ লোকসভাৰ নিৰ্বাচনত কংগ্ৰেছৰ যি দহটা ছিট আছিল তেওঁলোকে সেই দহটা ৰক্ষা কৰিব নোৱাৰিব।

**আজমল ঃ** Definately. যদি ছাৰ Amtron মেচিনত গৈ কিবা মেজিক কৰি দিয়ে তেতিয়াহ'লে আমি ক'ব নোৱাৰোঁ। কিন্তু মানুহে কয় কংগ্ৰেছে setting কৰি আছে। আপুনি যদি এজিপিৰ button press কৰে, বিজেপিৰ press কৰে, ইউ ডি এফৰ press কৰে তেন্তে সব কংগ্ৰেছত যাব। সেই মেজিক যদি হৈ যায়...

**বৰগোহাঞি ঃ** মেজিকটো বাধা দিয়াৰ সময় আছে। আজি ভাৰতবৰ্ষৰ নিৰ্বাচন আয়োগ যথেষ্ট...

**আজমল ঃ** আমি গৈ আছো। All party আমি গৈ আছো তাত। Next week-ত chief election commissioner অসমলৈয়ো আহি আছে, আমি সকলোৰে মিলি তেওঁৰ ওচৰত অভিযোগ দাখিল কৰিম।

**বৰগোহাঞি ঃ** যদি এনেকুৱা হয়, কংগ্ৰেছে দহখনৰ দুখনো অতি কমেও হেৰুৱাবলগীয়া হয়, তেতিয়া মুখ্যমন্ত্ৰীৰ পক্ষে সেইটো বৰ অস্বস্তিকৰ পৰিস্থিতি হ'ব।

**আজমল ঃ** আমি সেইটো শুনিছো— মুখ্যমন্ত্ৰীয়ে বোলে দিল্লীত এটা agreement দি আহিছে নে কি আমি নাজানো। পেপাৰ-পত্ৰত যি ওলাইছে ১০+ আনিব পাৰিব। I don't know how...

**বৰগোহাঞি ঃ** মোৰ প্ৰশ্ন সেইটো নহয়, মোৰ প্ৰশ্ন— আমি জানো ৰাজনৈতিক পৰ্যবেক্ষক হিচাপে। মানে আপোনালোকে মোক কওক বা নকওক বাহিৰৰ বজাৰত, কাগজত, সংবাদ মাধ্যমত এইটো খুব জোৰ প্ৰচাৰ হৈছে যে কংগ্ৰেছৰ এটা বিৰাট সংখ্যক মানুহে, নেতাই-কৰ্মীয়ে আপোনালোকক ক'ৰবাত বিচাৰিছিলে। কিন্তু তেওঁলোকে ক'ব খোজে যে একমাত্ৰ মুখ্যমন্ত্ৰী তৰুণ গগৈৰ

বিৰোধিতাৰ কাৰণেই সেইটো সম্ভৱ নহ'ল। এতিয়া প্ৰশ্ন হয়— যদি তেওঁ কিয় বিৰোধিতা কৰি নিজৰ মতে কাম কৰিব পাৰিছে? তেওঁ নিশ্চয় কাৰোবাক প্ৰতিশ্ৰুতি দিছে যে মই দহখন আসন আনিব পাৰিমেই। তাৰ লগত আৰু যোগ দিব পাৰিম। এতিয়া প্ৰশ্নটো হ'ল যদি তেওঁ নিজৰ কথা ৰাখিব নোৱাৰে। প্ৰতিশ্ৰুতি ৰাখিব নোৱাৰে, দহখনৰ পৰা আঠখনলৈ কমে বা সাতখনলৈ কমে তেতিয়াতো তেওঁৰ পক্ষত অলপ ৰাজনৈতিক সমস্যা সৃষ্টি হ'ব। নহ'ব জানো?

**আজমল ঃ** হ'ব লাগে, ডেফিনেটলি, হ'ব লাগে।

**বৰগোহাঞি ঃ** অসমত আপুনি আজি লোকসভা প্ৰতিদ্বন্দ্বিতা কৰিছে। দুখনেই পাওক বা পাঁচখনেই পাওক তাৰ পিছৰে পৰা বিধানসভাৰ নিৰ্বাচনৰ প্ৰস্তুতি আৰম্ভ হ'ব। নিৰ্বাচনত কেন্দ্ৰীয় বা সমগ্ৰ ভাৰতবৰ্ষত এলায়েঞ্চ হয়, অসমততো তাৰ ছবিখন বেলেগ হ'ব। এজিপি-বিজেপিৰ যিটো মিত্ৰতা হৈছে— তেওঁলোকেতো ঘোষণাই কৰিছে যে অহা বিধানসভাৰ নিৰ্বাচন পৰ্যন্ত চলিব। এই ক্ষেত্ৰত আপুনি অসমত আপোনাৰ মিত্ৰদল কি হ'ব পাৰে?

**আজমল ঃ** ছাৰ, সেইটো দিল্লী বহু দূৰ হে...

**বৰগোহাঞি ঃ** গতিকে যেতিয়া হ'ব তেতিয়া...

**আজমল ঃ** আজিকালি এজিপি-বিজেপিয়ে যিটো কৈ আছে বোলে মিত্ৰতা কাইলৈ থাকিব। যদি এইবাৰ ৰিজাল্ট ভাল হ'ব পাৰে থাকিব, চেণ্ট্ৰেলত তেওঁলোকৰ কোনো কিছু হয় যদিও আশা নাই। হ'ব পাৰে থাকিব, যদি নহয় ফেইল হোগা...

**বৰগোহাঞি ঃ** এনেকুৱা যদি পৰিস্থিতি হয়, থাৰ্ড ফ্ৰণ্টত আজি চি পি এমৰ অৱস্থা আগতকৈ অলপ বেয়া হৈছে। কাৰণ আজি ৱেষ্টবেংগলত হাৰি গৈছে মমতাৰ হাতত, আৰু মমতাৰ কংগ্ৰেছৰে মিত্ৰতা হোৱাৰ পিছত এনেকৈ তেওঁলোকৰো লোকসভাত আসন কমি যাবও পাৰে। সেই অৱস্থাত যদি থাৰ্ড ফ্ৰণ্টে চৰকাৰ গঠন কৰিব পৰা সংখ্যাগৰিষ্ঠতা নাপায়, আনহাতে কংগ্ৰেছে কোনো দলৰ সমৰ্থন লৈ যদি চৰকাৰ গঠন কৰিব লগা হয় তেনে ক্ষেত্ৰত আপোনাক যদি আপোনাৰ দলক কংগ্ৰেছে নিমন্ত্ৰণ কৰে তেতিয়া আপুনি কি কৰিব?

**আজমল ঃ** কংগ্ৰেছে নিমন্ত্ৰণ নকৰিব ছাৰ। আমাৰ এণ্টি কংগ্ৰেছ যিটো ষ্টেণ্ড্ আছে তাত থাকিব। ধৰি লওক হ'ব পাৰে নতুন জোট বন্ধন হ'ব। সেই জোট বন্ধনটোৱে যদি আমাক অফাৰ কৰে কাৰণ আমি দেখিম এই জোট বন্ধনটো পাৱাৰত যাব পাৰিব। তেতিয়া আমি চিন্তা কৰিম।

**বৰগোহাঞিঃ** কিন্তু এতিয়া যিবিলাকে এণ্টি কংগ্ৰেছ ষ্টেণ্ড লৈ আহিছে। আমি মোলায়ম... সিদিনালৈকে তেওঁৰ নিচিনা দুৰ্ঘোৰ এণ্টি কংগ্ৰেছতো কোনো নাছিল। ছোনিয়া গান্ধীক প্ৰধানমন্ত্ৰী হ'বলৈ তেৱেঁই নিদিছিলে। লালু প্ৰসাদে কংগ্ৰেছৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিলে। কিন্তু চৰকাৰ গঠনৰ সময়ত আপুনি নিজেই কৈছে তাৰতো কথা বেলেগ হ'ব। গতিকে এইটো মই আপোনাক থিয়ৰিটিকেলি সুধিছো যদি এনেকুৱা অৱস্থা হয় আপুনি আজি থাৰ্ড ফ্ৰন্টত আছে, নতুন জোট বন্ধনটোৱে আপোনাক মাতে তেতিয়া আপুনি থাৰ্ড ফ্ৰণ্ট এৰি চৰকাৰক সমৰ্থন দিবলৈ যাবনে নাযায়?

**আজমলঃ** সেইটো এৰা ধৰাৰ কোনো কথাই নাই। যদি পাৱাৰত থাকে, আমি যদি চেণ্ট্ৰেলত যাওঁ আমাৰ নাম্বাৰ ওৱান লক্ষ্য থাকিব লাগিব আমি পাৱাৰত যাব লাগিব। পলিটিকেলি আমি আমাৰ দল জীয়াই ৰখাৰ কাৰণে আমি পাৱাৰত যাব লাগিব। সেইটোৰ কাৰণে আমি সেইটো চিন্তা কৰিম।

**বৰগোহাঞিঃ** মই যদি সোধো যে আপোনাৰ দলৰ মূল আদৰ্শ কি, কাৰ্যসূচী কি? কোনখিনি কথা লৈ আপুনি নিৰ্বাচনত ভোটদাতাৰ ওচৰলৈ যাব তাৰ উত্তৰত আপুনি কি ক'ব বুলি ক'ব?

**আজমলঃ** আমি গোটেই অসমৰ মানুহৰ সমমৰ্যাদা, সমবিকাশ, আজি সব মানুহক...। মানুহ যি জাতি, ধৰ্ম বৰ্ণ নিৰ্বিশেষে সব মানুহৰ এক হিচাপে এক ষ্টেটাছে, এটা ৰেছপেক্ট আমি দিবলৈ যাওঁ, সব মানুহক পলিটিকেলি হওক সব ক্ষেত্ৰত অল ৰাউণ্ড, আমি অসমৰ মানুহৰ উন্নতি চাওঁ। সোণৰ অসম গঢ়াটো আমাৰ সপোন আছে, সেইটো আজমল ফেমিলিৰ এটা ট্ৰেডিচন আছে যে আজমল ফেমিলীয়ে আজিলৈকে অসমৰ পৰা কোনো কিছু লোৱা নাই। বাহিৰত লৈ যোৱা নাই, বাহিৰত যিমান আছে সেইটো আনি অসমত থৈ আছে।

**বৰগোহাঞিঃ** সেইটো আপুনি...

**আজমলঃ** সেইটোৰ কাৰণে আমি আমাৰ এটা চিন্তা আছে। আজি যিমান হৈ আছে, ছাৰ মই মনৰ কথা যদি কওঁ মই দুখী, আই এম নট হেপী বিং এ পলিটিচিয়ান, আই এম ভেৰি মাচ্ছ হেপী এজ এ ছ'চিয়েল ৱৰ্কাৰ। কুৰ্চ্চি লৈ খালি আমি জগ্‌ৰা কৰিছো। কুৰ্চ্চিৱালি পলিটিকচ আমাৰ অসমত খেলিছে।

**বৰগোহাঞিঃ** শেষৰ প্ৰশ্নটো হ'ল এইটো। অসমৰ বৃহৎ সংখ্যক মানুহ মুছলমান বা ইছলামধৰ্মী। তেওঁলোকক অৱজ্ঞা কৰি কোনেও ইয়াত ৰাজনীতি কৰিব নোৱাৰে। ঠিক তেনেকৈ অসমৰ আন জনগোষ্ঠী হিচাপে অসমীয়াসকল

বৃহৎসংখ্যক, গৰিষ্ঠ সংখ্যক। তেওঁলোকক অৱজ্ঞা কৰি ইয়াত কোনেও ৰাজনীতি কৰিব নোৱাৰে। অসমীয়া হিচাপেই আপুনি ৰাজনীতিত প্ৰৱেশ কৰিছে। আৰু আপুনি যোৱাবাৰ অসমৰ গোটেই ৰাইজে শুনাকৈ ঘোষণা কৰিছে যে আপুনি অসমীয়া ভাষা ৰক্ষাৰ কাৰণে সৰ্বস্ব কৰিব, এনেস্থলত আপুনি অসমীয়া মানুহৰ মাজলৈ— মই এইটো কোৱা নাই যে আপোনাৰ নাই, দুজনকৈ বোধহয় বিধায়ক অসমীয়া আছে, কিন্তু বৃহৎ সংখ্যক অসমীয়াৰ মাজলৈ আপুনি যাবলৈ চেষ্টা কৰিছেনে? যদি কৰিছে আপুনি কিয় সফল হোৱা নাই?

**আজমল ঃ** আমি চেষ্টা কৰি আছো ছাৰ। বিং এ নিউ পাৰ্টী মানুহে কি কৰে ছাৰ, কংগ্ৰেছ পাৰ্টীয়ে মোৰ ইমেজটো বিং এ টুপিৱালা, ডাড়িৱালা, এটা মানে এইটো সাম্প্ৰদায়িক ভয়— মানুহৰ ভিতৰত এটা ভয় সুমুৱাই দিছে। যিমান মই আগবাঢ়ি আছো, মই দেখি আছো ডেইলি আমাৰ অসমীয়া ভাইসকল মোৰ ফালে আগবাঢ়ি আহিছে, টুৱাৰ্ৰডছ অসমীয়া ভাইসকল মই এটা ফেইথ পাই আছো, সেইটো মই ভাবোঁ এটা পজিটিভ ছাইন, লাহে লাহে অলপ হ'ব।

**বৰগোহাঞিঃ** সময় লাগিব, আপোনাৰ তিনিবছৰ হৈছেহে।

**আজমল ঃ** মোৰ এটা আশা আছে যে অহা ইলেকশ্বনলৈ আপোনালোকে চাবলৈ পাবই, খোলাখুলি যে কিমান লাখ লাখ অসমীয়া ভাইসকল আমাৰ লগত আহিছে।

**বৰগোহাঞিঃ** বাৰু সেইটো শুনি ভাল পালো। এতিয়া আমাৰ আপোনাৰ লগত বহুত কথা পাতিবৰ মন আছে যদিও সময় নাই। এইখিনি কথা আপুনি কোৱাৰ বাবে ধন্যবাদ দি আজিৰ কাৰণে আমি সামৰিলো।

*(২৭ মাৰ্চ, ২০০৯-ত প্ৰচাৰিত)*

# পংকজ বৰাৰ সৈতে হোমেন বৰগোহাঞি



*"তুমি যদি মোৰ বিষয়ে মিছা কথা ক'বলৈ বন্ধ কৰা, তেন্তে মই তোমাৰ বিৰুদ্ধে সঁচা কথা ক'বলৈ বন্ধ কৰিম।"*



**হোমেন বৰগোহাঞি ঃ** মুখামুখি অনুষ্ঠানলৈ আকৌ এবাৰ আপোনালোকক আদৰণি জনাইছো। নমস্কাৰ জনাইছো। আজি মোৰ অতিথি শ্ৰী পংকজ বৰা, তেখেত সম্প্ৰতি অসম প্ৰদেশ কংগ্ৰেছ কমিতিৰ উপসভাপতি। আৰু প্ৰদেশ কংগ্ৰছৰ মেডিয়া চেলৰ তেখেতে তত্ত্বাৱধায়ক বা অধ্যক্ষ তেওঁ অসম চৰকাৰৰ শিক্ষা মন্ত্ৰীও আছিল।

বৰা, মোৰ প্ৰথম প্ৰশ্নটো হ'ল নিৰ্বাচনৰ সময়ত বিভিন্ন ৰাজনৈতিক দল-নেতাৰ মাজত তৰ্ক যুদ্ধ হয়। প্ৰত্যেকেই আনটো দলতকৈ নিজৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিবৰ কাৰণে বা ৰাইজৰ ওচৰত তেওঁলোকৰ গ্ৰহণযোগ্যতা প্ৰমাণ কৰিবৰ কাৰণে বহু কথা ক'ব লগীয়া হয়। আৰু তেতিয়া স্বাভাৱিকতে প্ৰতিপক্ষই কিছু সমালোচনাও কৰিব লগা হয়। পৃথিৱীৰ সকলো গণতান্ত্ৰিক দেশতেই এইটো নিয়ম চলি আহিছে, নিৰ্বাচনৰ সময়ত উত্তপ্ত বাকযুদ্ধ হয়। কিন্তু অসমৰ ৰাজনৈতিক বিতৰ্কৰ মান, দিনে দিনে ইমান তললৈ গৈ আছে যে নিৰ্বাচনৰ সময়ত বিভিন্ন দলৰ মাজত হোৱা ৰাজনৈতিক বিতৰ্কই ৰাজনৈতিক গালি গালাজ আৰু ব্যক্তিগত আক্ৰমণৰ ৰূপ লৈছে।

**পংকজ বৰা ঃ** যুগৰ পৰিবৰ্তনৰ লগে লগে বহুত কথাও আহি পৰে। কিন্তু যিকোনো বিতৰ্কত সুস্থ পৰিবেশত কোনো ব্যক্তিগত আক্ৰমণৰ পৰ্যায়লৈ নোযোৱাতো অতি বাঞ্চনীয়। আৰু মই ভাবো যে এইটো আমাৰ সংস্কৃতিৰো পৰিপন্থী কথা আৰু সেইটো ৰক্ষা কৰা প্ৰয়োজন। কিন্তু দেখা গৈছে সামগ্ৰিক ভাবে আজি বেছ দুটামান দশক জুৰি অসমৰ ৰাজনীতিত যিধৰণৰ, আপোনাৰ বাক বিতণ্ডা চলিছে আৰু সেই বাক-বিতণ্ডা বিলাক সংবাদ মাধ্যমত যি ধৰণে প্ৰাধান্য পায়, তাতো হয়তো কিছু

লোক আকৃষ্ট হৈ ভাবে যে এনেকুৱা ধৰণৰ কথা কলে বেছি প্ৰাধান্য পাম। আৰু সেই ক্ষেত্ৰত মই ভাবো আমাৰ গোটেই সমাজখনেই এই কথাটোৰ ওপৰত চোকা দৃষ্টি ৰাখি যদি আমি ইয়াত ব্যৱস্থা গ্ৰহণ কৰো তেতিয়াহলে এই ধৰণৰ কথাবিলাক শাম বাঢ়িব।

বৰগোহাঞিঃ নহয় বৰা, আপুনি কলে যে ৰাইজে এনেকুৱা কথা ক'লে ভাল পায় বুলি অনুভৱ কৰিয়েই নেতাসকলে তেনেকুৱা কথা কয়। কিন্তু নেতাসকলে যদি ইয়াতকৈ উচ্চস্তৰৰ কথা ক'লেহেতেন, সাৰগৰ্ভ কথা ক'লেহেতেন। নিৰ্বাচনৰ সময়ত নেতাসকলে যি ধৰণৰ ভাষণ দিয়ে বা পৰস্পৰক সমালোচনা কৰে সেই ভাষাৰ মাজেদি সেই সমালোচনাৰ মাজেদি তেওঁলোকৰ নিজৰ ব্যক্তিগত সংস্কৃতি, তেওঁলোকৰ অধ্যায়ন, তেওঁলোকৰ শিষ্টাচাৰ সেইবোৰো ফুটি উঠে। আজি আমেৰিকাৰ নিৰ্বাচনত একো একোজন প্ৰাৰ্থীয়ে খুব ব্যক্তিগত আক্ৰমণো কৰে, বুদ্ধিদীপ্ত আক্ৰমণ— তাৰ মাজতেই তেওঁলোকে এনেকুৱা কিছুমান কথা কয় যিবোৰ কথা যুগ যুগ ধৰি ইতিহাসৰ কাৰণে সংৰক্ষিত হৈ থাকে। বহু বছৰৰ আগতে আমাৰ ডেকা কালত যেতিয়া এড লাইভ ষ্টিভিনচ ৰাষ্ট্ৰপতি পদৰ প্ৰাৰ্থী হৈছিলে তেওঁ তেতিয়া কেইটামান শব্দ কৈছিলে, সেইবোৰ আমি আজিও পাহৰিব পৰা নাই। আমেৰিকাত যিটো হৈছে বা সমগ্ৰ পৃথিৱীত যিটো হৈছে ইট ইজ এ ৰিভলুশ্যন অফ এ ৰাইজিং এক্সপেক্টেশ্যন। সেই কেইটামান শব্দ, মানুহৰ স্মৃতিত চিৰকালৰ কাৰণে ৰক্ষিত হৈ গ'ল। তেওঁ পৰস্পৰক আক্ৰমণ কৰি কৈছে— তুমি যদি মোৰ বিষয়ে মিছা কথা ক'বলৈ বন্ধ কৰা, তেন্তে মই তোমাৰ বিৰুদ্ধে সঁচা কথা ক'বলৈ বন্ধ কৰিম। কিমানখিনি কথা খোলাখুলিকৈ কোৱা হৈ গ'ল। কিন্তু আমাৰ দল নিৰ্বিশেষে কোনো এজন নেতাৰ মুখত এনেকুৱা বুদ্ধিদীপ্ত কথা, এনেকুৱা স্মৰণীয় কথা বা ৰাইজৰ হৃদয় স্পৰ্শ কৰিব পৰা শুনিবলৈ নাপাও। সেয়ে আমাৰ গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, বিমলা প্ৰাসদ চলিহা, গোলাপ বৰবৰা আৰু বিৰোধী দলৰ ফণী বৰা, গৌৰী শংকৰ ভট্টাচাৰ্য... গৌৰীশংকৰ ভট্টাচাৰ্যৰ বক্তৃতা শুনিবলৈ গুৱাহাটীৰ পৰা মানুহে বাচ ভাৰা কৰি শ্বিলঙলৈ গৈছিল। তেওঁ প্ৰতিপক্ষ অৰ্থাৎ চৰকাৰক এনে তীব্ৰ বাক্য বাণেৰে থকা সৰকা কৰিছিল; কিন্তু কি উচ্চ স্তৰৰ ব্যঙ্গ, উচ্চ স্তৰৰ সমালোচনা। তাত অকণ লঘুতা বা চাপল্য বা শিষ্টাচাৰৰ অভাৱ কোনেও দেখা নাছিল। দেখা গৈছে যে জেনেৰেশ্যন আফটাৰ জেনেৰেশ্যন এইবোৰ তললৈ নামি নামি এতিয়া কেৱল টুলুঙা কথা, ব্যক্তিগত আক্ৰমণত সেইটোত পৰিণত হৈছে।

**বৰা ঃ** আপেনাৰ লগত একমত হৈয়ে মই যোগ কৰিবলৈ বিচাৰিছো যে আপুনি মাননীয় গৌৰীশংকৰ ভট্টাচাৰ্যৰ কথা ক'লে। হয়, অতি শ্ৰদ্ধা... তেখেতৰ ব্যৱহাৰ বা সকলো কথা; কিন্তু এইটো কথা আপুনি নিশ্চয় আজি লক্ষ্য কৰিছে যে পৰিবৰ্তিত পৰিস্থিতিত আজি বিভিন্ন সমস্যাৰ মাজত আমাৰ এজন বিধান সভাৰ সদস্যই কেৱল বিধান পৰিষদত আইন প্ৰণয়ন কৰা— আৰু ইয়াৰ বাহিৰেও আজি কালি এনেকুৱা ধৰণৰ কামতো ব্যস্ত হৈ থাকিব লগা হয় যে সাধাৰণ ৰাইজে আহি আপুনি আমাৰ এইটো হৈছে— এইটো অফিচৰ পৰা এইটো কৰক— ইয়াত গৈ পেলাই এইটো কৰক— তেওঁৰ তাতো বহুত সময় যায়...

**বৰগোহাঞি ঃ** কিন্তু আকৌ মই কৈছো আপুনি দুটা শব্দই কওক বা দুহেজাৰ শব্দই কওক সেই শব্দ কেইটাৰ মাজেদি মানুহজনৰ সাংস্কৃতি, শালীনতাবোধ, অধ্যয়ন আৰু সাংস্কৃতিক মান এইবোৰ ফুটি নুঠে জানো। ইমানেই মানুহ শিক্ষিত হৈছে, ইমানেই গণতন্ত্ৰই বেছিকৈ শিপা বহুৱাইছে সিমানেই ৰাজনৈতিক নেতা সকলৰ কথা বাৰ্তা মান, তৰ্ক -বিতৰ্কৰ মান নিম্নগামী হৈছে।

**বৰা ঃ** মই এইখিনিতে আপোনাক এটা কথা ইণ্টৰাপ্ট কৰি কৈছো— শিক্ষিত মানেইতো জ্ঞানী নহয় নিশ্চয়

**বৰগোহাঞি ঃ** নহয়।

**বৰা ঃ** গতিকে তেনেকুৱা ধৰণৰ কথা কিছুমানো নিশ্চয় হৈছে।

**বৰগোহাঞি ঃ** বাৰু মই যিটো শুনিবলৈ বিচাৰিছিলো সেইটো আপুনি কলেই। আগন্তুক নিৰ্বাচনটো নানা প্ৰকাৰে অতি কৌতূহল উদ্দীপক হৈছে। নাটকীয়া হৈছে। মানুহৰ জল্পনা কল্পনাৰ অন্ত নাই। নিৰ্বাচনটোৱেই যেন ভাৰতৰ ভৱিষ্যৎ বহুপৰিমাণে নিৰ্দ্ধাৰণ কৰিব। সেইটোত সন্দেহৰ অৱকাশ নাই। এইবাৰ পৰিবৰ্তিত পৰিস্থিতিত ইয়াত কিছু জোট বন্ধনৰ চেষ্টা চলিছিল, কিন্তু মুখ্যমন্ত্ৰী গগৈ ডাঙৰীয়াই সেইবোৰ অস্বীকাৰ কৰি ক'লে যে আমি বৰ্তমান যেনেকৈয়ে আছো, তেনেকৈয়ে থাকিব লাগিব। মই কংগ্ৰেছৰ আসনৰ সংখ্যা দহখনতকৈ বৃদ্ধি কৰিব পাৰিম এনেকুৱা এটা কথা মানুহৰ মুখেমুখে ওলাইছে। মই আপোনাক সুধিব খোজা প্ৰশ্নটো হ'ল যে আপোনাৰ মতে, নিৰ্বাচনী বক্তৃতাত আপুনি ক'বইতো মই ১৪ খন পাম, ১৩ খন পাম ইয়াত আমি সেইটো নিবিচাৰো, আপুনি খুব নিৰপেক্ষভাৱে কেইখন আসন পাব বুলি আশা কৰে?

**বৰা ঃ** বিগত নিৰ্বাচনত যি ফলাফল দেখুৱাবলৈ সক্ষম হৈছিলো, অনাগত নিৰ্বাচনত আমি আশাবাদী, আমাৰ বিশ্বাস আছে যে আমাৰ কৰ্ম আচনি আৰু কৰ্মৰ

খতিয়ান আৰু সামগ্ৰিক উন্নয়নৰ দৃষ্টিভংগী সন্মুখত ৰাখি ৰাইজে আমাক আশীৰ্বাদ দিব আৰু আমি আগতকৈ ভাল ফলাফল দেখুৱাবলৈ সক্ষম হ'ব বুলি ভাবিছো।

**বৰগোহাঞিঃ** এইটো এটা দলীয় নেতাৰ ভাষণ হ'ল বৰা, এইটো ঠিকেই আপুনিটো আশা কৰিবই আৰু আশা কৰিবৰ নিশ্চয় বাস্তৱ ভিত্তিও আছে। কংগ্ৰেছ দুবাৰ কৈ ক্ষমতালৈ আহিছে। গুৱাহাটী চহৰতেই নহয়। সমগ্ৰ গাঁৱে-ভূঞে ইমান নতুন নতুন কাম হৈছে। কাম হোৱাৰ কাৰণে... কংগ্ৰেছৰ দিনতে বহুখিনি কাম হৈছে, যেতিয়াই আৰম্ভ নকৰক কিয়। সেইটো কোনেও অস্বীকাৰ নকৰে। কিন্তু কথাটো হ'ল যে অকল ভাল কাম কৰিলেই ৰাইজে আপোনাক ভোট দিব সেইটো কেতিয়াও নহয়। মই উদাহৰণ স্বৰূপে কও, যোৱাবাৰ ৰাজস্থানত যেতিয়া গেহলত মুখ্যমন্ত্ৰী আছিলে, সকলোৱে জানে যে তেওঁ চমকপ্ৰদ ভাল কাম কৰিছিল। তেওঁৰ দুৰ্নীতিৰ কোনো বদনাম নাছিল। কিন্তু সেই অশোক গেহলত নিৰ্বাচনত হাৰিল। চন্দ্ৰ বাবু নাইডুৰ কীৰ্তি কলাপ গোটেই বিয়পি পৰিছিল, কিন্তু তেওঁ নিৰ্বাচনত মুখ ঠেকেচা খালে।

**বৰাঃ** মই এইখিনিতে আপোনাক এটা কথা কব পাৰো নেকি?

**বৰগোহাঞিঃ** নিশ্চয় ক'ব। কথা ক'বলৈকে মাতি অনা হৈছে।

**বৰাঃ** গেহলত ডাঙৰীয়াৰ ক্ষেত্ৰত এটা বেলেগ কাৰকে কাম কৰিছিল। আপুনি দেখিছিল যে গেহলত ডাঙৰীয়াই নিৰ্বাচনৰ পিছত এটা ৰাজনৈতিক দলৰ পৰা যিটো ৰাজনৈতিক দলক আমি সম্পূৰ্ণ সাম্প্ৰাদায়িক দল বুলি কওঁ— ভাৰতীয় জনতা পাৰ্টী। চন্দ্ৰ বাবু নাইডু ডাঙৰীয়াই যিখিনি কাম কৰিছিল সেইখিনি এটা প্ৰশ্ন আছে কংগ্ৰেছ আৰু আন দলৰ মাজত। কংগ্ৰেছে সদায় এটা ভাৰসাম্যতা ৰক্ষা কৰে। আৰবান ইণ্ডিয়া ৰুৰেল ইণ্ডিয়া মানে আমাৰ চহৰ অঞ্চলৰ অসম আৰু গাঁও অঞ্চলৰ অসম তাৰ মাজত এটা বেলেঞ্চ থাকে। তাত সেইতো কাৰণেই বোধকৰো তেওঁলোকে এইটো নিৰ্বিচনত পৰাজিত হৈছিল।

**বৰগোহাঞিঃ** আপোনালোকে ভাবিছে যে কংগ্ৰেছে অসমত সেই ভাৰ সাম্যতাতো কৰি চলিছে গতিকে কামৰ ফল আপোনালোকে আশা কৰিব পাৰে।

**বৰাঃ** হয়।

**বৰগোহাঞিঃ** ৰাজনীতি বা নিৰ্বাচন অকল যুক্তি নিৰ্ভৰ নহয়, অকল তথ্য নিৰ্ভৰ নহয়। এইটো বহু পৰিমাণে আবেগ নিৰ্ভৰো। তাত আমি কও যে এইবাৰ কোনো ওৱেভ নাই বা এইবাৰ ওৱেভ আছে। কংগ্ৰেছে বহুত ভাল কাম কৰা স্বত্বেও তেওঁলোকৰ সন্মুখত কেইবাটাও প্ৰশ্নবোধক চিনো আহিছে। এটা হ'ল

বিজেপি একেবাৰে উলাই কৰিব লগা শক্তি নহয়। যদি কেতিয়াবা কংগ্ৰেছৰ বিকল্প হ'ব লাগে এতিয়াও বিজেপিয়েই বিকল্প। কংগ্ৰেছৰ যেনেকৈ বিপৰ্যয় হৈছে, বিজেপিৰো হৈছে। তথাপিতো তেওঁলোক এটা ডাঙৰ ৰাজনৈতিক শক্তি হৈ আছে। ঠিক সেইদৰে অগপ, অগপৰ আগৰ যিটো সোণালী দিন, সেইখিনি নাই; কিন্তু কমি কমি আহিওতো যোৱাবাৰ ২৩ খন আসন পাইছে। আৰু এইবাৰ আকৌ অগপ, বিজেপিৰ মিত্ৰতা হৈছে। সেই মিত্ৰতাই কিছু পৰিমাণে হ'লেও কংগ্ৰেছক ক্ষতিগ্ৰস্ত কৰিব পাৰে। এনেকুৱা এটা অনুমান বহুতে কৰে। এনেকুৱাও হ'ব পাৰে যে অগপ, বিজেপি মিত্ৰতাই বহুত আসন দখল কৰিব নোৱাৰিব পাৰে কিন্তু কংগ্ৰেছৰ ভোট এনেকৈ খহাব পাৰে, যে আন কোনো তৃতীয় দল এটাও উঠি আহিব পাৰে। অগপ-বিজেপি মিত্ৰতাই কংগ্ৰেছৰ একেবাৰেই ক্ষতি নকৰিব নে?

**বৰা ঃ** এই যিটো মিত্ৰতাৰ কথা আপুনি ক'লে—অগপ-বিজেপি মই ভাবো এই কথাতোৱে আমাক একো অসুবিধা কৰিব নোৱাৰে। কাৰণ দেখা যায় যে দুটা দলে একে শ্ৰেণীৰ বা একে বিষয় লৈ নিৰ্বাচনত ৰাইজৰ ওচৰত ভোট বিচাৰি যায়। সেইটো ক্ষেত্ৰত বোধহয় কোনোবাতো দলৰ শক্তি কম আছে বুলি ভাবিছে— কামতো কৰিছে কিন্তু আৰম্ভণিৰ পৰা আমি বহু বছৰৰ পৰা দেখি আহিছো যে অসম এখন বহু ভাষিক, বহু ধৰ্মীয় বহু জনগোষ্ঠীৰ এখন দেশ, সেই দেশত একে ধৰণে দুটা দল, একে টাৰ্গেট কৰি ওলাই যাওতে সেইটোৱে আমাক যে কিবা ক্ষতি কৰিব— কংগ্ৰেছ দলক সেইটো কথা মই নাভাবো।

**বৰগোহাঞি ঃ** কংগ্ৰেছ আতংকিত হোৱা নাই।

**বৰা ঃ** নাই হোৱা।

**বৰগোহাঞি ঃ** এইটো তৰ্ক সাপেক্ষে কথা। আপোনাৰ বক্তব্যতো খুব ধুনীয়াকৈ কৈছে। দ্বিতীয় প্ৰশ্নটো আহিলে এ ইউ ডি এফ বুলি নতুন যিটো দল হ'ল, সেই দলটোৱে যোৱাবাৰ প্ৰথম নিৰ্বাচনত অৱতীৰ্ণ হৈ তেওঁলোকে ১০ খন আসন লাভ কৰিলে। এই বাৰ লোকসভা নিৰ্বাচনত তেওঁলোকে কেইবা ঠাইতো— বহু ঠাইত তেওঁলোকে প্ৰতিদ্বন্দ্বিতা কৰিলে। তেওঁলোক সাম্প্ৰাদায়িক দল হয় নে নহয় সেই কথালৈ আমি পিছত আহিম, কিন্তু তেওঁলোকে যে যথেষ্ট সংখ্যক মুছলমানৰ ভোট পাব সেই বিষয়ে কোনো সন্দেহ নাই। এই এ ইউ ডি এফে কংগ্ৰেছৰ কোনো ক্ষতি নকৰিব এনেকুৱা এটা কথা আপুনি বুকুত হাত দি ক'ব পাৰিবনে?

**বৰা ঃ** তেওঁলোকে অসমৰ বিধান সভাৰ নিৰ্বাচনত ১০ খন পাইছে। সেইটো ৰাজ্যৰ নিৰ্বাচন; কিন্তু আগন্তুক নিৰ্বাচনতো হৈছে ভাৰতবৰ্ষৰ লোকসভাৰ নিৰ্বাচন।

৫৪৩ খন আসনৰ ভিতৰত ২৭৩ খন আসন যিয়ে পাব তেওঁলোকে চৰকাৰ গঠন কৰিব। গতিকে ইয়াৰ দুটা বিষয়, সম্পূৰ্ণ পৃথক বুলি আমি বিবেচনা কৰো। ভাৰতবৰ্ষত ধৰ্ম নিৰপেক্ষ, সমাজবাদী, গণতান্ত্ৰিক চৰকাৰ এখন গঠন কৰিবলৈ মোৰ দলৰ নেতৃত্বত চৰকাৰ গঠন কৰিলে চৰকাৰখন সুৰক্ষিত হ'ব, অধিকাৰ সমান অধিকাৰ পাব বা গণতন্ত্ৰ সুৰক্ষিত হ'ব সেইটো কথা তেওঁলোকে ভালকৈয়ে জানে। দ্বিতীয় কথাটো আপুনি যিটো কৈছে যে এটা সাম্প্ৰদায়িক...

**বৰগোহাঞি ঃ** তেওঁলোকক কিন্তু মই মুছলমান সম্প্ৰদায়ৰ অনুষ্ঠান বুলি নাভাবো, কিন্তু য'ৰ য'ৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰিছে মুছলমান প্ৰধান অঞ্চলৰ পৰাই কৰিছে। উদাহৰণ স্বৰূপে ধুবুৰী, তাত শতকৰা ৭৬ ভাগ মুছলমান মানুহ। তাত তেওঁলোকে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ গৈছে। আমি জনা মতে তাত কংগ্ৰেছে যিজন প্ৰাৰ্থী দিছে তেওঁ খুব শক্তিশালী প্ৰাৰ্থী নহয়। তেওঁৰ বিৰুদ্ধে মানুহৰ খুব আপত্তিও আছে। গতিকে যদি ইউ ডি এফে কিবা এটা চিট পাই নিশ্চিত ভাবে সেইটো হ'ব পাৰে ধুবুৰী। সেইটো হলেওতো এটা চিট আপোনালোকৰ পৰা কাঢ়ি নিব পাৰিব, আপুনি এইটো ক'ব খোজে নেকি যে অহা নিৰ্বাচনত ইউ ডি এফে এটাও চিট নাপাব?

**বৰা ঃ** এটা শ্ৰেণীৰ লোকে, সংখ্যা লঘুৰ লোকে ১০০ শতাংশই যে কংগ্ৰেছক ভোট দি আহিছে— ৫২ চনৰ পৰা কথাটো কিন্তু নহয়। কাৰণ এটা শতাংশই সদায় আন দলকো ভোট দিয়ে। যিটো আমি দেখিছো নামনি অসমত দেখিছো, মধ্য অসমত দেখিছো কমিউনিষ্ট পাৰ্টীকো তেওঁলোকে বিজয় কৰিছে। গতিকে সেইটো ক্ষেত্ৰত আগৰ পৰাই যিখিনি লোকে চিন্তাতো কৰে যে কংগ্ৰেছৰ বাহিৰেও কাৰোবাক ভোট দিব, তেনেকুৱা আগৰে পৰাই আছে

**বৰগোহাঞি ঃ** কিন্তু আগৰ দিনটো নাই। এতিয়া কোৱালিশ্যনৰ যুগ আহিলে, অনিবাৰ্য ভাবে। এনেস্থলত দুটা চিট লৈ যদি কোনোবা জিকি যায় তেওঁতো ডাঙৰ ভূমিকা ল'ব পাৰে। যেনেকৈ আজিৰ কোৱালিশ্যন চৰকাৰটোত কেৰেলাৰ মুছলীম লীগ কংগ্ৰেছৰ নেতৃত্বাধীন কোৱালিশ্যন চৰকাৰৰ এটা অংশীদাৰ, গতিকে মুছলমানৰ দল হ'লেই তেওঁ ধৰ্ম নিৰপেক্ষ নহ'ব, তেওঁ সমাজবাদী নহ'ব, সেইটো কংগ্ৰেছৰ নেতৃত্বইতো কেতিয়াও কোৱা নাই। মই কেৱল নিৰ্বাচনৰ পৰিসংখ্যাৰ কথাটোহে আনিছো। যিহেতু প্ৰতিটো আসনেই কিবা এটা নিৰ্ণায়ক ভূমিকা ল'ব যদি কোনোবাই ইয়াৰ পৰা অসমৰ পৰা এখনো অকংগ্ৰেছী দলৰ মানুহ যাব পাৰে তাত গৈ তেৱেঁই কোৱালিশ্যনত ডাঙৰ এটা ভাৰসাম্য ৰক্ষাকাৰী দল হবও পাৰে। সাধাৰণতে মুছলমান

জনসাধাৰণ, এটা শাসক দল— ক্ষমতাত থাকে, তেওঁলোকৰ ফালে বেছিকৈ আকৃষ্ট হয়। যদি এইবাৰ ইউ ডি এফে বিভিন্ন কাৰণত যদি কংগ্ৰেছৰ কিছু ভোট ভাটিব পাৰে। তেতিয়াতো কংগ্ৰেছৰ কিছু ক্ষতি হ'ব পাৰে। ইতিবাচক ভাবে কংগ্ৰেছৰ ক্ষতি কৰিব বুলি আপুনি দাবী কৰিব পাৰেনে?

**বৰা ঃ** কথাতোতো মই আগৰ কথাতোৰেই দোহাৰিব খুজিছো যে আমাক ১০০ শতাংশই তেওঁলোকৰ মানুহে কোনো দিনাখনো ভোট দিয়া নাই।

**বৰগোহাঞি ঃ** গতিকে এইবাৰো নিদিব।

**বৰা ঃ** গতিকে যদি এইবাৰ দিব বুলি ভাবো কাৰণ কেন্দ্ৰত চৰকাৰ গঠন হ'ব— সেইটো ক্ষেত্ৰত মই ভাবো যে ১০০ শতাংশ ভোট যেতিয়া কেতিয়াও দিয়া নাছিল আৰু...

**বৰগোহাঞি ঃ** মই এতিয়া শতাংশলৈ যোৱাই নাই, মই আপোনাক, যিহেতু কংগ্ৰেছৰ এজন শীৰ্ষ স্থানীয় নেতা, আপুনি দলৰ উপ-সভাপতি, সেই কাৰণে মই খুব চিধাচিধি সুধিছো আৰু আপোনাৰ পৰা চিধাচিধি উত্তৰটোৰেই বিচাৰিছো, কাৰণ মই ৰাইজৰ হৈ সুধিছো বুলি দাবী কৰিছো, ৰাইজে এইটো বিচাৰিব, যে আপুনি এইটো দাবী কৰে নেকি যে ইউ ডি এফে নিৰ্বাচনত অৱতীৰ্ণ হোৱা স্বত্বেও কংগ্ৰেছৰ কোনো ক্ষতি নহ'ব।

**বৰা ঃ** দাবী কৰিছো যে এইটো ক্ষতি নহয়, কাৰণ আগতেও কৈছো, যে এক শতাংশ ভোট সদায়ে যায়েই, কিন্তু দ্বিতীয় কথাটো হ'ল— নিৰ্বাচনতো আহি আছে, মই বাৰম্বাৰ কৈছো ২৭৩-খন আসন পাব লাগিব। ৰাইজৰ আদালতত আছে এতিয়া গোচৰ। ৰাইজে প্ৰথমে বিচাৰ কৰি কওক, আমিতো কৈয়েই থাকিম।

**বৰগোহাঞি ঃ** ৰাইজে নিৰ্বাচনৰ আগতে হোৱা আলোচনাবোৰ খুব মনোযোগেৰে শুনে, এইবিলাক কথাই কাৰোবাক সামান্য হ'লেওটো প্ৰভাৱিত কৰে। বাৰু আমি এইটো বিষয়ত আৰু অলপ কথা পাতিব লগা আছে। বোধহয় অসমত কংগ্ৰেছৰ বুৰঞ্জীত মাত্ৰ যোৱাবাৰেই কংগ্ৰেছে অকলে চৰকাৰ কৰিব নোৱাৰিলে। বি পি এফৰ লগত কোৱালিশ্বন চৰকাৰ কৰিব লগা হ'ল। আগন্তুক বিধান সভাৰ সাধাৰণ নিৰ্বাচনতো যদি দেশৰ পৰিস্থিতি এনেকুৱাই হৈ থাকে তেতিয়াহ'লে কংগ্ৰেছে আকৌ কোৱালিশ্যন পাৰ্টনাৰ বিচাৰিব লাগিব। আমি যোৱা তিনিবছৰৰ অভিজ্ঞতাৰ পৰা দেখিছো যে বি পি এফো খুব নিৰ্ভৰযোগ্য কোৱালিশ্যন হৈ থকা নাই। কাৰণ তেওঁলোকে যথেষ্ট আদায় কৰিছে। তিনিটাকৈ মন্ত্ৰী পদ আদায় কৰিছে, বহু সা-সুবিধা আদায় কৰিছে; কিন্তু তাৰ মাজে মাজে তেওঁলোকে খুব সন্তুষ্ট নহয়, সুখী

নহয়, মাজে মাজে তেওঁলোকে সাৱধান বাণীও উচ্চাৰণ কৰি থাকে। যদি এনেকুৱা হয় যে অহা সাধাৰণ নিৰ্বাচনৰ পিছত কংগ্ৰেছে পুনৰ পাৰ্টনাৰ বিচাৰিব লগা হয়, তেতিয়াহ'লে বি পি এফ আৰু ইউ ডি এফ, এই দুটাৰ মাজত কোনটো বেছি গ্ৰহণযোগ্য বুলি ভাৱে? সেই প্ৰশ্নটো কৰা অৰ্থটো হ'ল এইটোৱেই যে আজি কংগ্ৰেছৰ একাংশ মানুহে ইউ ডি এফটো সাম্প্ৰদায়িক দল বুলি তেওঁলোকক লগত ল'ব নোখোজে। আপোনালোকৰ হাই কামাণ্ড বা কেন্দ্ৰীয় নেতা, কোনেও আজিলৈকে স্পষ্ট ভাষাৰে কোৱা নাই যে ইউ ডি এফটো সাম্প্ৰদায়িক দল; এইটো আটাইতকৈ তাৎপৰ্যপূৰ্ণ কথা যে মাত্ৰ সৌ সিদিনা অসমৰ প্ৰাক্তন এম পি দ্বিজেন শৰ্মা, অল ইণ্ডিয়া কংগ্ৰেছ কমিটিৰ নব নিযুক্ত সম্পাদক, তেওঁ অসমলৈ আহি এখন সাংবদিক মেল পাতি ঘোষণা কৰিছে যে তেওঁলোকে ইউ ডি এফক সাম্প্ৰদায়িক দল বুলি নাজানে। যদি সাম্প্ৰদায়িক দল বুলি নাভাবে তেতিয়াহ'লে কংগ্ৰেছে তেওঁলোকৰ লগত কোৱালিশ্বন কৰাত কি বাধাটো আছে। আৰু দ্বিতীয় প্ৰশ্ন, মুখ্যমন্ত্ৰীকে ধৰি বহুতে সেই দলটোকেই সাম্প্ৰদায়িক বুলি কৈ থকাৰ বিপৰীতে অল ইণ্ডিয়া কংগ্ৰেছৰ এজন সম্পাদকে সাংবাদিক মেল পাতি কিয় ক'ব লগা হ'ল যে সেই দলটো সাম্প্ৰদায়িক নহয়। তাৰ কিবা ৰাজনৈতিক তাৎপৰ্য আছে নেকি? মই এইটো কৈছো যে তেওঁ নিশ্চয় উচ্চতম নেতাৰ কাৰোবাৰ নিৰ্দেশতহে এই কথাটো ৰাজহুৱাভাৱে কৈছে। নহ'লে এজন সম্পাদক, হি ইজ এ জুনিয়ৰ ফাংচনাৰী, তেওঁৰ নিজৰ বলত এই কথা ক'বৰ কোনো অধিকাৰ নাথাকিব।

**বৰা ঃ** তেওঁ যি কনটেক্সত কথাটো কৈছিলে, সংবাদ মেলত দ্বিজেন শৰ্মা ডাঙৰীয়াই...

**বৰগোহাঞি ঃ** কনটেক্সতো যিয়েই নহওক, সাম্প্ৰদায়িক দল হয় নে নহয়?

**বৰা ঃ** সাম্প্ৰদায়িক বোলা কথাটোৰ যিটো অৰ্থ আপুনিও নিশ্চয় মোৰ লগত একমত হ'ব যে যিকোনো সম্প্ৰদায়, ধৰ্মৰ হওক বা ভাষিক হওক বা জনগোষ্ঠীয় হওক, প্ৰত্যেকৰে নিজৰ আশা-আকাংক্ষা পূৰণ কৰিবলৈ, মাত মাতিবলৈ সম্পূৰ্ণ অধিকাৰ আছে। ধৰক মই যদি কওঁ যে মোৰ আই ভাল, মোৰ আইক মই ভালপাওঁ, মোৰ মাক মই ভাল পাওঁ, সেইটো সকলোৰে অধিকাৰ আছে। কিন্তু সেই মুহূৰ্তত এটা দল সাম্প্ৰদায়িক হয় বুলি মই ভাবো যি মুহূৰ্তত ধৰক ক'ব নিজৰ অধিকাৰৰ পৰা নিজৰ অধিকাৰটো আনৰ ওপৰত জাপি দিবলৈ গৈ আনৰ অথৰিটিটো অৰ্থাৎ মোৰটোৱেই ভাল অন্যৰটো ভাল নহয়, বা বিভিন্ন কথাত আহে। ঠিক এই কথাটো আহিব যে, আপুনি, প্ৰশ্নটো কৰিছিলে যে ইউ ডি এফৰ কথাটো প্ৰত্যক্ষভাৱে

তেনেকুৱা ধৰণৰ কাম কৰা আমি দেখা নাই, কিন্তু পৰোক্ষভাৱে যদি কিবা কৰি আছে সেইটোও আমি নাজানো। হয়তো কাৰোবাৰ পাৰচাপশ্যন হ'ব পাৰে যে কাভাৰটুলি কিবা কৰিছে, কিন্তু অভাৰটুলি একো নাই কৰা। কিন্তু এইটো কথাত মই ৰাখিবলৈ বিচাৰিছো, এইটোৱেই যে যিহেতু কোনোবা এটা দলে যদি এটা বিশেষ গোষ্ঠীক যদি প্ৰতিনিধিত্ব কৰে আৰু ভাবে যে আমাৰ গোষ্ঠী ধৰ্ম হ'ব পাৰে বা ভাষাৰ হ'ব পাৰে, বা অঞ্চলৰ হ'ব পাৰে, যে আমিহে বেছি ভালকৈ প্ৰতিফলিত কৰিব পাৰিম, সেইটোৱে নিশ্চয় গণতন্ত্ৰৰ অধিকাৰ আছে। কিন্তু যি মুহূৰ্তত তেওঁলোকে নিজৰ অধিকাৰটোৰ ওপৰত লোকৰ অধিকাৰটো বঞ্চনা কৰিবলৈ বিচাৰে। সেইখিনি সময়ত এতিয়ালৈকে আনৰ অধিকাৰ কৰা আমি বঞ্চনা কৰা দেখা নাই। বাহিৰত আমি দেখা নাই, ভিতৰত কোনোবাই দেখিছে সেইটো আমি নাজানো।

**বৰগোহাঞি ঃ** সেইটো অনুমানৰ কথা। ভিতৰত দেখাটো, ভিতৰত চাবলৈ কাৰো সাধ্য নাই, আপুনি দল বিলাকতো বাহিৰৰ পৰা চায়েই কাম কৰে। আপুনি যিটো ব্যাখ্যা দিছে সেই অৰ্থত বি পি এফতো এটা সাম্প্ৰদায়িক দল, এক্সকুচিভলি তেওঁবিলাক বড়োবিলাকৰ দল, তেওঁলোকতো সেইটোও এটা সাম্প্ৰদায়িক।

**বৰা ঃ** নহয়, নহয়, সেইটো নাই কোৱা, exclusive কথাটো মই নাই কোৱা, মই কথাটো কৈছো যে আপুনি যদি এজন ব্যক্তিয়ে—

**বৰগোহাঞি ঃ** মই আপোনাৰ কথাটো বুজিছো, বুজিও মই কৈছো যে আপুনি কোৱা সংজ্ঞাৰ বাহিৰলৈ গৈও মই ক'ব খোজো যে সেই ফালৰ পৰা যদি ইউ ডি এফটো সাম্প্ৰদায়িক দল হয়, বি পি এফো সাম্প্ৰদায়িক দল।

**বৰা ঃ** মই সেইটো কোৱা নাই, মই সাম্প্ৰদায়িক বুলি কোৱা নাই।

**বৰগোহাঞি ঃ** আপুনি কোৱা নাই, মই বুজিলো, আপুনি কোৱা নাই,

**বৰা ঃ** কথাটো মই আপোনাক আৰু বহুলভাৱে ক'ব বিচাৰিছো যে যেতিয়া কোনো এটা সম্প্ৰদায়ে এটা ৰাজনৈতিক দল কৰিব খোজে, তেওঁলোকৰ ৰাজনৈতিক আশা-আকাংক্ষা প্ৰতিফলিত কৰা নাই, অধিকাৰ আছে, সেইকাৰণে অঞ্চল বিশেষে গঠন হৈছে। কিন্তু সেই মুহূৰ্তলৈকে সাম্প্ৰদায়িক নহয় সেই মুহূৰ্তলৈকে তেওঁলোকে আনৰ ওপৰত নিজৰ কথাটো সাব্যস্ত...

**বৰগোহাঞি ঃ** সেইটো অৰ্থত ইউ ডি এফ সাম্প্ৰদায়িক হয় নে নহয় অপোনাৰ ব্যক্তিগত...

**বৰা ঃ** সেইটোতো মই ব্যক্তিগত উত্তৰটো ইয়াত দিবলৈ... আপুনি প্ৰথম পৰিচয়ে কৰি দিছে, দলৰ তৰফৰ পৰা আহিছো। মই এই কথাটো কওঁ যে বাহিৰত দেখাতো...

**বৰগোহাঞিঃ** মই বুজিলো, সেইটোৱেই যথেষ্ট উত্তৰ। লোকসভা নিৰ্বাচনত আপুনি নিজেই কৈছে, মেজিক নাম্বাৰ ২৭৩। কংগ্ৰেছে সেইটো অকলে পোৱাৰ আশাটো খুবেই কম। কিন্তু এতিয়া যিহেতু দিল্লীত যিটো ইউ পি এ আগতকৈও দুৰ্বল হৈ গ'ল, প্ৰায় বেছি ভাগ দলেই ইউ পি এক ত্যাগ কৰি কৰি এতিয়া কংগ্ৰেছে প্ৰায় অকলশৰীয়া হৈছে। তেওঁলোকে খুব সহযোগী অংশীদাৰ দল বিচাৰি হাবাথুৰি খাবলগা হৈছে।

**বৰা ঃ** আপুনি কৈছে যে ইউ পি এ ভাঙি ভাঙি গৈছে, ডি এম কে দলটো ওলাই গৈছে এই কথা ঠিক, কিন্তু আজিৰদিনলৈকে আৰ জে ডি, এল জি পি ইউ পি এৰ পৰা আনুষ্ঠানিকভাৱে যোৱা নাই।

**বৰগোহাঞিঃ** মই এইটো নিৰ্বাচনী যুদ্ধৰ পৰিপ্ৰেক্ষিতত কৈছো, আজি তেওঁলোকে বিহাৰ, উত্তৰ প্ৰদেশত কংগ্ৰেছৰ লগত মিলামিলিৰ মাজেদি...

**বৰা ঃ** ইউ পি এৰ পৰা ওলাই যোৱা নাই।

**বৰগোহাঞিঃ** সেইটো মোৰ কথাটো, মই এইটো কৈছো যে ইউ পি এ চৰকাৰৰ পৰা ওলাই যোৱা নাই, কিন্তু ইউ পি এ চৰকাৰ গঠনৰ কাৰণে যোৱা কেইবা মাহৰ পৰা বা বছৰৰ আগৰ পৰা ঘোষণা কৰি আছিলে যে অহা নিৰ্বাচনতো ইউ পি এয়ে ইউ পি এ হৈয়ে নিৰ্বাচনত অৱতীৰ্ণ হ'ব। কিন্তু সেইটো কাৰ্য ক্ষেত্ৰত নহলগৈ। লালুৱে কৈছে আমি আপোনাৰ পিছত আছো, পাছোৱানে কৈছে আমি আপোনাৰ পিছত আছো। ছোনীয়া কংগ্ৰেছৰ সভাপতিৰ পিছত আচলতে তেওঁলোকে তেওঁৰ সন্মুখত প্ৰত্যাহ্বান হিচাপে থিয় দিছে কিন্তু মুখেৰে কৈছে যে পিছত আছো। কোৱালিশ্বন চৰকাৰতো এতিয়াও টিকি আছে আৰু কেইমাহমান টিকি থাকিব। আজি বিহাৰত, উত্তৰ প্ৰদেশত, মৰ্চা হওঁ হওঁ বুলি কিয় নহল, তেওঁলোকে জানে যে আমি যিমানেই বেছি ছিট লৈ যাব পাৰিম, সিমানেই বেছি দৰ-দাম কৰিব পৰা ক্ষমতা বাঢ়িব। তাৰ অৰ্থ এইটো হ'ব যে কেন্দ্ৰত নেতৃত্বাধীন চৰকাৰে হ'লেও কংগ্ৰেছৰ নেতৃত্ব খুব দুৰ্বল হৈ পৰিব। তেওঁলোকৰ দয়াৰ ওপৰত নিৰ্ভৰ কৰিব।

**বৰা ঃ** মই এই কথাটোত আপোনাৰ লগত একমত হ'ব নোৱাৰিলো এটা কথাৰ কাৰণে যে আমাৰ সমীক্ষা আছে যে কংগ্ৰেছৰ এইবাৰ নিৰ্বাচনী ফলাফল ভাল হ'ব।

**বৰগোহাঞিঃ** ভাল হোৱাৰ যুক্তিটো কি? কিয় ভাল হ'ব?

**বৰা ঃ** আপোনাৰ বিভিন্ন ঠাইত— বিভিন্ন ঠাইৰ পৰা আমাৰ যিটো সমীক্ষা কৰা হৈছে, যিটো দেখা গৈছে আমি তাৰ ওপৰতহে কম। ৰাইজে ভোট দিব, আজি

ইয়াতেতো কৈ দিব নোৱাৰো, ভৱিষ্যদ্ৰষ্টাও নহওঁ বা ভৱিষ্যৎবাণীও ক'ব নোৱাৰো। কিন্তু ৰাজনীতিৰ সাধাৰণ ছাত্ৰ হিচাপে, কংগ্ৰেছ দলৰ এজন সাধাৰণ কৰ্মী হিচাপে আমি কথাটো কৈছো। আমি সকলোৱে বিশ্বাস কৰো যে কংগ্ৰেছ দল একক সংখ্যা গৰিষ্ঠতা নহব পাৰে, কিন্তু সৰ্ব বৃহৎ দল হ'ব।

**বৰগোহাঞি ঃ** সৰ্ব বৃহৎ দল হ'ব পাৰে...

**বৰা ঃ** সৰ্ব বৃহৎ দল হ'লে, যিমানবিলাক আমাৰ সমভাবাপন্ন দল আছে আৰু কোৱালিশ্বন পলিটিক্স সেইটো ক্ষেত্ৰত আশাবাদী যে আমাৰ চৰকাৰ এখন গঠন হ'ব—

**বৰগোহাঞি ঃ** চৰকাৰ গঠন হয়তো হ'ব—

**বৰা ঃ** সেইটো কংগ্ৰেছৰ নেতৃত্বত হ'ব।

**বৰগোহাঞি ঃ** সেইটো মই অস্বীকাৰ কৰা নাই। যদি হয় বা বিজেপিৰ চৰকাৰ নহয়, যিখন চৰকাৰ হ'ব কংগ্ৰেছৰ নেতৃত্বতেই হ'ব। মই কেৱল কৈছো যে বিহাৰৰ পৰা আজি আৰ জে দলে বা লালুৱে, পাছোৱানে বেছি ছিট নিব পাৰে, বেছি প্ৰতিনিধি পঠিয়াব পাৰে। উত্তৰ প্ৰদেশত যদি মোলায়েমে বেছি ছিট...

**বৰা ঃ** নোৱাৰিব পঠিয়াবলৈ, সেইকাৰণেই...

**বৰগোহাঞি ঃ** এতিয়াচোন কংগ্ৰেছেই নোৱাৰে বুলি ক'লে। আজি মই কাগজত পঢ়িছো যে আগৰ যিবোৰ— কৰ্ণাটক আপোনালোকৰ হাতত নাই, মধ্য ভাৰত আপোনালোকৰ হাতত নাই, আকৌ আজি দেখিলো, যে অন্ধ্ৰপ্ৰদেশ লৈ খুব চিন্তান্বিত হৈছে। গতিকে আপুনি যিটো আশাবাদ দেখুৱাইছে— কিন্তু কংগ্ৰেছে মুখেৰে যিয়েই নকওক, পেটে পেটে কিন্তু চব সংকিত হৈছে।

**বৰা ঃ** এইটো ৰাইজৰ বিচাৰৰ ওপৰত আমি এৰি দিছো।

**বৰগোহাঞি ঃ** আচলতে আপোনাৰ লগত আৰু বহু কথা পাতিবলৈ পৰা হ'লে ভাল আছিলে। কিন্তু অতি কম সময়ৰ ভিতৰতে, আপুনি বুদ্ধিমান মানুহ, যথেষ্ট চিন্তাৰ খোৰাক দিব পৰা কথা কৈছে আৰু আমাৰ সময়ো হৈ আহিল। আপোনাক ধন্যবাদ দি আজিলৈ আলোচনা সামৰিলো।

*(৩ এপ্ৰিল, ২০০৯-ত প্ৰচাৰিত)*

# প্ৰমোদ গগৈৰ সৈতে হোমেন বৰগোহাঞিং

*"অসমৰ কমিউনিষ্ট আন্দোলনৰ এটা গৌৰৱময় অতীত আছিল। আমি যেতিয়া কলেজলৈ আহো তেতিয়া কমিউনিষ্ট আন্দোলনটো ইমান এটা জোৰদাৰ আন্দোলন আছিল যে, ১৯৬৭ চনৰ নিৰ্বাচনত কমিউনিষ্টৰ এনেকুৱা এটা প্ৰৱেশ ঘটিছিল বিধানসভাত যে আমি ভাবিছিলো ভৱিষ্যতটো কিজানি কমিউনিষ্টৰ হাততেই।"*





**হোমেন বৰগোহাঞিং ঃ** নমস্কাৰ। মুখামুখি অনুষ্ঠানলৈ আকৌ এবাৰ আপোনালোকক স্বাগতম। আজি মোৰ অতিথি প্ৰমোদ গগৈ। তেখেত ভাৰতৰ কমিউনিষ্ট আন্দোলনৰ এজন অগ্ৰণী নেতা। ১৯৮২ চনৰ পৰা আজিলৈকে একেলেথাৰিয়ে সুদীৰ্ঘ পঁচিছ বছৰ বা তাতোকৈ বেছি দিন ধৰি তেওঁ ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকৰ সদস্য। অসম তথা ভাৰতৰ বহুতো ৰাজনৈতিক উত্থান-পতনৰ তেওঁ কেৱল সাক্ষীয়েই নহয়, সেইবোৰৰ লগত তেখেত অতি ঘনিষ্ঠভাৱে জড়িত। আমাৰ মুখামুখিলৈ অহা তেওঁ প্ৰথমজন কমিউনিষ্ট নেতা। গতিকে আমি কমিউনিষ্ট আন্দোলনৰ বিষয়েও তেওঁক দুই-এটা কথা সুধিবলৈ ইচ্ছা কৰিম।

গগৈদেউ, অসমৰ অকংগ্ৰেছী মন্ত্ৰীসভাত যোগ দিয়া আপুনি প্ৰথমজন কমিউনিষ্ট মন্ত্ৰী। আপুনি যিখন মন্ত্ৰীসভাত যোগ দিছিল, সেইখনৰ নেতৃত্বত আছিল অসম গণ পৰিষদ। এইবাৰ নিৰ্বাচনত আপুনি বা আপোনাৰ বাঁওপন্থী দলবোৰে অসম গণ পৰিষদৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ সাজু হৈছে। এই কেইবছৰতে অগপৰ কি ইমান ডাঙৰ ঘটনা হৈ গ'ল যে যাৰ কাৰণে এসময়ৰ মিত্ৰ দলটোক পৰিত্যাগ কৰি যুদ্ধত হৰুৱাবলৈ আপোনালোক প্ৰস্তুত হৈছে।

**প্ৰমোদ গগৈ ঃ** তেখেতসকলৰ লগত আমি ১৯৯৬ চনৰ নিৰ্বাচনত একেলগে প্ৰতিদ্বন্দ্বিতা কৰিছিলো আৰু আমাৰ মূল উদ্দেশ্য আছিল কংগ্ৰেছ আৰু বিজেপিক পৰাজিত কৰাটো। সেই উদ্দেশ্যতে আমি সফল হ'লো। কিন্তু পৰৱৰ্তী কালত ২০০১ চনত তেখেতসকলে বিজেপিৰ লগত বুজাবুজি কৰাটো স্থিৰ কৰিলে। সেই স্থিৰ কৰাৰ লগে লগে আমি চৰকাৰৰ পৰা পদত্যাগ কৰিলো।

**বৰগোহাঞি ঃ** আচ্ছা, ভাৰতীয় জনতা পাৰ্টি আৰু কংগ্ৰেছ, এই দুয়োটা দলকে আপোনালোকে সমান শত্ৰু বুলি ভাবেনে? নে কোনোবা এটাৰ বিৰুদ্ধে শত্ৰুতা বেছি?

**গগৈ ঃ** দুটা পাৰ্থক্য আছে। মানে কংগ্ৰেছ দলৰ সৈতে আমাৰ কিছুমান মৌলিক পাৰ্থক্য আছে। কিন্তু এটা কথা আমি স্বীকাৰ কৰিব লাগিব ভাৰতৰ স্বাধীনতা আন্দোলনৰ অগ্ৰণী সংগঠন আছিল জাতীয় কংগ্ৰেছ।

**বৰগোহাঞি ঃ** আপোনালোকে কিন্তু কমিউনিষ্টসকলে সেই জাতীয় সংগ্ৰামৰ বিৰোধিতা কৰিছিলে। সেইটো প্ৰাচীন ইতিহাস।

**প্ৰ. গ. ঃ** মানে সেই কথাটো একেবাৰে সত্য নহয়। আমাৰ কমিউনিষ্টসকলে সেই সময়ত কংগ্ৰেছৰ আন্দোলনৰ ভিতৰতে আছিল। এটা মাত্ৰ মত পাৰ্থক্য হৈছিল কংগ্ৰেছৰ লগত, যেতিয়া দ্বিতীয় মহাযুদ্ধ আৰম্ভ হয় তেতিয়া। সেইখিনি সময়ত আমি কমিউনিষ্টসকলে সমগ্ৰ বিশ্বত উপলব্ধি কৰিছিলো যে আমি হিটলাৰৰ ফেচীজিমক পৰাজিত কৰিব লাগিব।

**বৰগোহাঞি ঃ** সেইখন যুদ্ধ আপোনালোকৰ ভাষাত আছিল জনযুদ্ধ...

**গগৈ ঃ** কিন্তু আমি স্বাধীনতা আন্দোলনৰ কোনোদিনে বিৰোধিতা কৰা নাছিলো।

**বৰগোহাঞি ঃ** আপোনালোকৰ ভাষাত অগপ এটা বুৰ্জোৱা দল। তেওঁলোকৰ আন্দোলনৰ কাৰ্যসূচীৰ আদৰ্শ, তাৰ লগত আপোনালোকৰ আন্দোলন-আদৰ্শৰ কোনো সাদৃশ্য নাই। আপুনি সেই মন্ত্ৰীসভাত যোগ দি কংগ্ৰেছ আৰু বিজেপিক প্ৰতিহত কৰাৰ বাহিৰে কিবা কমিউনিষ্ট কাৰ্যসূচী হাতত ল'ব পাৰিলেনে? বা সেইখন মন্ত্ৰীসভাত অসমৰ প্ৰতি আপোনাৰ উল্লেখযোগ্য অৱদান কি আছিল এজন কমিউনিষ্ট নেতা হিচাপে?

**গগৈ ঃ** গণ পৰিষদ দলে প্ৰধানতঃ অসমীয়া মানুহৰ স্বাৰ্থক প্ৰতিনিধিত্ব কৰিছিল। অসমীয়া মানুহৰ মাজত এতিয়াও ডাঙৰ— বৃহৎ পুঁজিপতিৰ সৃষ্টি হোৱা নাই। সৰু বা মজলীয়া পুঁজিপতি আছে আৰু আমি সেইখিনি সময়ত, চৰকাৰ থকাৰ সময়ত আমি এটা চেষ্টা কৰিছিলো। এটা উমৈহতীয়া কাৰ্যসূচী প্ৰস্তুত কৰিছিলো যাতে আমি অসমৰ বৃহত্তৰ স্বাৰ্থত ৰূপায়ণ কৰিব পাৰো। কিছুমান আমি কাৰ্যসূচী কৰিব পাৰিছিলো, কিছুমান নোৱাৰিলো। এটা কথা মোৰ দায়িত্বত যিটো বিভাগ আছিল— বান নিয়ন্ত্ৰণ বিভাগ, সেই পাঁচ বছৰৰ ভিতৰত কিন্তু এটা বিৰাট আমূল পৰিৱৰ্তন কৰিব পাৰিলো। প্ৰথম কথা হৈছে— কেন্দ্ৰীয় চৰকাৰে আগতে

আমাক গোটেইখিনি লোণ হিচাপে দিয়ে, ৮০ শতাংশ Loan, ২০ শতাংশ গ্ৰাণ্ট। ফলত আমি পইচা নাপাওঁ। যিহেতু তেতিয়া দিল্লীত ইউনাইটেড ফ্ৰণ্টৰ চৰকাৰ আছিল। দেৱেগৌড়া প্ৰধানমন্ত্ৰী আছিল, ইন্দ্ৰজিত গুপ্ত হোম মিনিষ্টাৰ, তেতিয়া আমি বহু লাগি লাগি সেই ছিষ্টেমটো ... হ'ল— অসমত বাণ নিয়ন্ত্ৰণৰ কাৰণে কেন্দ্ৰই যিমান পইচা দিব তাৰ ৯০ শতাংশ হৈছে গ্ৰাণ্ট আৰু ১০ শতাংশ Loan।

বৰগোহাঞিঃ তাৰমানে আপুনি কমিউনিষ্ট মন্ত্ৰী হিচাপে কিছু কৃতিত্ব ৰাখি যাব পাৰিছে।

গগৈঃ হয়, সেইখিনি কৰিলো আৰু যিবোৰ জেগাত আমি কাম কৰিলো, বহু দৃষ্টান্ত আছে। মাত্ৰ তাৰে এটা ক'ব খুজিছো— ঢকুৱাখনাত মথাউৰিটো আমি তিনিমাহৰ ভিতৰত তিনি কোটি টকা খৰচ কৰি নিৰ্মাণ কৰিলো। ইমান কম সময়ৰ ভিতৰত এনেকুৱা এটা ডাঙৰ মথাউৰি সম্পূৰ্ণ কৰাৰ দৃষ্টান্ত বিৰল...

বৰগোহাঞিঃ সেইটো এতিয়াও তাৰ মানুহে কৃতজ্ঞতাৰে স্মৰণ কৰে। যিহেতু মুখামুখিত মই প্ৰথমবাৰৰ কাৰণে এজন প্ৰবীণ কমিউনিষ্ট নেতাক পাইছো, সেই কাৰণে এটা কথা শুনিবলৈ মন গৈছে যে আপোনালোকে যৌৱন কালত যি আদৰ্শবাদৰ তাড়ণাত কমিউনিষ্ট আন্দোলনত যোগ দিছিল, বহু ত্যাগ স্বীকাৰ কৰিলে। আজি গোটেই পৃথিৱীতে আপোনালোকে যিয়েই নাভাবক কিয়, বাহিৰৰ পৰা দেখাত কমিউনিষ্ট আন্দোলন এটা ব্যৰ্থ আন্দোলন বুলি পৰিগণিত হৈছে। কাৰণ দুখন বৃহত্তম দেশ ৰাছিয়া আৰু চীন, চীন নামত এতিয়াও কমিউনিষ্ট দেশ, কিন্তু আমি দূৰৈৰ পৰা দেখাত কমিউনিষ্ট আদৰ্শৰ যিটো নৈষ্ঠিক চৰিত্ৰ তাত দেখিবলৈ নাপাওঁ, পুঁজিবাদী ৰাষ্ট্ৰৰ লগত চীনৰতো আমি বিশেষ পাৰ্থক্য নেদেখো। আনহাতে এইটোও ক'ব খোজোঁ— গোটেই পৃথিৱী জুৰি যি আৰ্থিক মন্দাৱস্থা হ'ল, সেইটো হোৱাৰ ফলত আনকি পুঁজিবাদী দেশ আমেৰিকান অৰ্থনীতিবিদসকলেও স্বীকাৰ কৰিছে যে আকৌ নতুনকৈ অধ্যয়ন কৰাৰ প্ৰয়োজন আছে। মাৰ্ক্সক আমি একেবাৰে বাতিল কৰিব নোৱাৰোঁ। এইটো পৰিপ্ৰেক্ষিতত আপুনি কমিউনিষ্ট আন্দোলন আৰু আদৰ্শৰ ভৱিষ্যত কি বুলি অনুভৱ কৰে?

গগৈঃ মাৰ্ক্সিছিজিমে এটা কথা সদায় কৈ থৈ গৈছে যে মাৰ্ক্সিছিজিম ইজ এ ছায়ন্স, এণ্ড ছায়ন্স অলৱেজ ক্ৰিয়েটিভ। ১৮৪৮ চনত কাৰ্ল মাৰ্ক্সে যি মেনিফেষ্ট লিখিছিল, তাৰ বহু পৰিৱৰ্তন হৈছে। ৰাছিয়াত যি অক্টোবৰ ৰিভলুশ্যন হৈছিল। তাৰো বহু পৰিৱৰ্তন হৈছে। সেই কাৰণেই কৈছে যে চায়ন্স ইজ অলৱেজ

ক্ৰিয়েটিভ। আমাৰ আদৰ্শটো সদায় বাস্তৱ পৰিস্থিতিৰ লগত খাপ খুৱাই চলিব লাগিব। এটা কথা আমি স্বীকাৰ কৰো যে আজি পৃথিৱীত বহু পৰিৱৰ্তন হৈছে, কিন্তু এই পৰিৱৰ্তনৰ ফলত সমাজবাদৰ বিপৰ্যয় হোৱা নাই, অগ্ৰগতিহে হৈছে।

**বৰগোহাঞিঃ** প্ৰমাণ?

**গগৈঃ** যেনেকৈ ১৭ চনত একমাত্ৰ ৰাছিয়াত, এতিয়া পৃথিৱীৰ সকলোৱে স্বীকাৰ কৰিছে যে পৃথিৱীৰ জনসংখ্যা কৈছে ৬৬০ কোটি। তাৰ ভিতৰত সমাজবাদী দেশবিলাকৰ জনসংখ্যা হৈছে 80% of the world population.

**বৰগোহাঞিঃ** আপুনি সমাজবাদী দেশৰ শাৰীত কোন কোন দেশক ধৰিছে? গোটেই আমেৰিকাৰ দেশখিনি আৰু চীনকো সাঙুৰিছে?

**গগৈঃ** চীন। আমি গৌৰৱ কৰোঁ এছিয়াৰ সৰহভাগ দেশ কিন্তু Sociallism দেশ। চাইনা, ভিয়েটনাম, মংগোলীয়, কোৰিয়া। বিভিন্ন দেশত কিছুমান difference থাকে। সেইবোৰ থকাটো স্বাভাৱিক। কাৰণ কাল্‌চাৰ বেলেগ, ট্ৰেডিশ্বন বেলেগ; কিন্তু আয়ডিলজীটো একে। আমাৰ বহু ঘাত-প্ৰতিঘাত হৈছে, কিন্তু এটা কথা স্বীকৃত হৈছে যে আমাৰ পৃথিৱী heading towards sociallism. যেনেকৈ লেটিন আমেৰিকাৰ দেশবোৰৰ কথা কোনেও ভাবিব পৰা নাছিল। লেটিন আমেৰিকাৰ দেশবোৰৰ President হৈছে ethier কমিউনিষ্ট, নহয় লেফট। আগতে অকল কিউবা আছিল, এতিয়া Cuba not alone. এতিয়া Capitalism only confined to Europe and America.

**বৰগোহাঞিঃ** অসমৰ কমিউনিষ্ট আন্দোলনৰ এটা গৌৰৱময় অতীত আছিল। আমি যেতিয়া কলেজলৈ আহো তেতিয় কমিউনিষ্ট আন্দোলনটো ইমান এটা জোৰদাৰ আন্দোলন আছিল যে, ১৯৬৭ চনৰ নিৰ্বাচনত কমিউনিষ্টৰ এনেকুৱা এটা প্ৰৱেশ ঘটিছিল বিধানসভাত যে আমি ভাবিছিলো ভৱিষ্যতটো কিজানি কমিউনিষ্টৰ হাততেই। কিন্তু এতিয়া কমিউনিষ্ট আন্দোলনটো অসমত খুব স্তিমিত হৈ আহিছে বা কমিউনিষ্ট পাৰ্টিত, দুয়োটা পাৰ্টি CPM, CPI দুয়োটাতে যোগ দিয়া মানুহৰ সংখ্যা কমি আহিছে। আৰু আগতে এই আন্দোলনটোৱে বা দল দুটাই তৰুণ প্ৰজন্মক যেনেকৈ আকৃষ্ট কৰিছিল, যোৱা বহু বছৰ ধৰি সেইটো হোৱা দেখা নাই। অৰ্থাৎ ই লাহে লাহে, আপোনালোক যেনেকৈ শীৰ্ষ নেতাসকলৰ বাৰ্ধক্যৰ ফালে আগবাঢ়িছে, তেনেকৈ আপোনালোকৰ পাৰ্টিটোও যেন অসমত বাৰ্ধক্যৰ ফালে আগবাঢ়িছে। অসমত কমিউনিষ্ট পাৰ্টিৰ ভৱিষ্যত আপুনি কি বুলি ভাবে?

**গগৈ ঃ** আমাৰ কিছুমান অসুবিধাৰ আমি সন্মুখীন হৈছো। সেই সন্মুখীন হোৱাৰ দুটা কাৰণ আছে। এটা হৈছে, এক্সটাৰনেল— ৬২ চনত চীনৰ আক্ৰমণ। সেইটোৱে অসমৰ মানুহৰ মনত এটা সন্দেহৰ সৃষ্টি কৰিলে যে কমিউনিষ্টবিলাকে অসমখন চাইনাক দি দিব বিচাৰে নেকি, যদিও সেইটোৰ আমি বিৰোধী আছিলো। আমাক তেতিয়া জেইলত ৰাখিছিলে।

**বৰগোহাঞিঃ ঃ** তাৰ পৰা একাংশ কমিউনিষ্টকহে, চি পি এমে চীনক সমৰ্থন কৰাৰ বাবেইতো পাৰ্টী বিভক্ত হ'ল।

**গগৈ ঃ** ছেকেণ্ড, যিটোৱে আমাক ক্ষতি কৰিলে ৭৮ চনত বিধান সভাৰ নিৰ্বাচনত অসমত আমি কমিউনিষ্ট জিকিছিলো ২৬ জন, কিন্তু সকলোতকৈ আমাক ক্ষতি কৰিলে অসম আন্দোলনে। সেই অসম আন্দোলনৰ মূল লক্ষ্য হ'ল আমাৰ এগেইনষ্টে, যাৰ ফলত অপ্ৰিয় হ'লেও আমি স্বীকাৰ কৰোঁ আমাৰ পাৰ্টীৰ আমি দহজন কৰ্মীক হেৰুৱাব লগা হ'ল।

**বৰগোহাঞিঃ ঃ** নহয়, আন্দোলনটো যিমান বিদেশীৰ বিৰুদ্ধে ঠিক সিমানেই কমিউনিষ্টৰ বিৰুদ্ধেও আছিল।

**গগৈ ঃ** সেইটোৱে আমাক যথেষ্ট ক্ষতি কৰিলে আৰু এইটো ঠিক আজি আমি গৌৰৱ কৰোঁ— অসম আন্দোলনটো নোহোৱা হ'লে হয়তো আজি এছেম্বলিত কমিউনিষ্ট মেজৰিটি হোৱাৰো সম্ভাৱনা আছিল।

**বৰগোহাঞিঃ ঃ** মেজৰিটি নহ'লেও এটা ডাঙৰ শক্তিশালী গ্ৰুপ হিচাপে...

**গগৈ ঃ** ৭৮ চনত যে আমি ২৬ পাইছিলো তাৰ পিছত আহি অসম আন্দোলনৰ পিছত যেতিয়া ৮৫ ত উই ৰিডিউচড টু জিৰো, এজন আমি পাইছিলো; কিন্তু সেইটো আমি ৰিকভাৰ কৰিছো এতিয়া লাহে লাহে। মানুহৰ ইছ্যুবিলাক অসমত আমি কৈছো যে অসমত বিভিন্ন জনগোষ্ঠীয়ে বাস কৰে। অসমত অসমীয়া বিভিন্ন ট্ৰাইবেল, জনগোষ্ঠী, ভাষিক ধৰ্মীয় সংখ্যালঘু সকলোৰে যিখিনি ন্যায়সংগত জাষ্টিফাইড ইছ্যু সেইখিনি আমি টেক আপ কৰিবৰ বাবে চেষ্টা কৰিছো আৰু সেইকাৰণে আমাৰ প্ৰগ্ৰেছটো হৈছে কিন্তু সেইটো কথা মই এডমিট কৰিছো।

**বৰগোহাঞিঃ ঃ** সেইটো হ'লেও মই এইটো আপোনাক বাৰে বাৰে প্ৰশ্ন কৰি আছো— অসমত কমিউনিষ্ট পাৰ্টীৰ ভৱিষ্যৎ অদূৰ ভৱিষ্যতত কি হ'ব বুলি ভাবে, সুদূৰ ভৱিষ্যতত কি হ'ব বুলি ভাবে?

**গগৈ ঃ** মই বিশ্বাস কৰো যে কমিউনিষ্ট পাৰ্টীৰ চাইলত সদায় বাধা-বিঘিনি থাকেই। অসমতো কমিউনিষ্ট পাৰ্টীৰ অগ্ৰগতি হৈছে, অগ্ৰগতি হ'ব। কেতিয়াবা ক্ষীপ্ৰতাৰে হ'ব আৰু কেতিয়াবা মন্থৰ গতিত হ'ব।

**বৰগোহাঞি ঃ** যিটো আমি কওঁ নতুন পুৰুষ— নতুন প্ৰজন্ম তেওঁলোকৰ মানুহক, সেই শ্ৰেণীৰ মানুহক আপোনালোকে আকৃষ্ট কৰিব পাৰিছেনে?

**গগৈ ঃ** সেইটো ধৰক কিছুমান জেগাত আমাৰ নিউ জেনেৰেশ্বনৰ আকৰ্ষণটো অলপ কম হৈছে। এইটো কিছুমান জেগাত বেছি হৈছে। আজি ইয়ংগাৰ জেনেৰেশ্বন। সেইটো আমি কৈছো— সলনি হ'বলৈ হ'লে— সেইটো কৰিব পাৰে ইয়ংগাৰ জেনেৰেশ্যনে তেওঁলোকৰ থিংকিং, তেওঁলোকৰ ধৰক ৱৰ্ল্ড নলেজ, চাইন্স এণ্ড টেকন'লজি সম্পৰ্কে ধাৰণা... সেইকাৰণে আমি এতিয়া চেষ্টা কৰিছো ইয়ংগাৰ জেনেৰেশ্যনক বেছিকৈ এই আদৰ্শৰ ভিতৰলৈ অনা। নেতৃত্বত তেওঁলোকক বহুওৱা, কাৰণ

**বৰগোহাঞি ঃ** এইটো আপুনি মুঠতে এতিয়াও আশাটো এৰি দিয়া নাই, কমিউনিষ্ট মুভমেণ্ট আকৌ ইয়াত পুনৰ জাগ্ৰত হ'ব, পুনৰুত্থান হ'ব বুলি আশা কৰিছে।

আপোনালোকে এইবাৰ থাৰ্ড ফ্ৰণ্ট তৃতীয় শিবিৰৰ যো-জা কৰিছে। আপোনালোকে ১৯৭২ চনত কমিউনিষ্ট সকল ইন্দিৰা গান্ধীৰ নেতৃত্বাধীন কংগ্ৰেছৰ লগত প্ৰায় চামিল হোৱাৰ নিচিনাই হৈছিল, উগ্ৰ সমৰ্থক আছিল।

**গগৈ ঃ** বুজাপৰা হৈছিল।

**বৰগোহাঞি ঃ** তেতিয়া মানে বেছ... আৰু অসমতেই দেখিছো ফণী বৰাহঁত মোৰ ব্যক্তিগত বন্ধুৱেই আছিলে। মই তেতিয়া ইন্দিৰা গান্ধীৰ সমৰ্থন কৰিছিলো। আজি যে বেংকৰ ৰাষ্ট্ৰীয়কৰণ হ'ল সেইটো এটা ডাঙৰ প্ৰগতিশীল পদক্ষেপ বুলি ভাবিছিলো। কিন্তু মই যিমান সমৰ্থন কৰিছিলো, ফণী বৰাহঁত মোতকৈও বেছি উগ্ৰ সমৰ্থক আছিল। কিন্তু মাজে মাজে আপোনালোকে কংগ্ৰেছৰ— যোৱা মনমোহন সিঙৰ চৰকাৰক আপোনালোকে বাহিৰৰ পৰা সমৰ্থন দিছিলে, এটা প্ৰশ্নত আপোনালোকে তেওঁলোকক ত্যাগ কৰিছে। কিন্তু এতিয়া যিটো তৃতীয় শিবিৰ কৰিছে, তাত সৌ সিদিনা চি পি এমৰ প্ৰকাশ কাৰাটে ঘোষণা কৰিছে যে এইবাৰ কেন্দ্ৰীয় চৰকাৰ হ'লে বিজেপিক বাদ দি যিয়ে চৰকাৰ নকৰক কিয় সেই চৰকাৰত যোগ দিবলৈ প্ৰস্তুত। এইটো এই যে আপোনাৰ নীতি সলনি হৈ আছে, তাৰ কাৰণটো কি?

**গগৈ ঃ** প্ৰকাশ কাৰাটে যিটো কৈছে সেইটো চি পি এমৰ বক্তব্য হ'ব পাৰে কিন্তু আমাৰ দলৰ বক্তব্য নহয়।

**বৰগোহাঞি ঃ** কিন্তু আপোনালোক সেই তৃতীয় শিবিৰত আছে।

**গগৈ ঃ** তৃতীয় হ'লেও আমি সকলো দলে একমত হৈছো বাওপন্থী দলে— যে ভৱিষ্যতে যিটো চৰকাৰ হ'ব কংগ্ৰেছ আৰু ভাৰতীয় জনতা পাৰ্টী বাদ দি।

**বৰগোহাঞি ঃ** প্ৰকাশ কাৰাটে যিটো কৈছে আপোনালোকে, হয়তো চি পি আয়ে সেইটো নক'ব পাৰে। তেওঁ কৈছে, তেওঁ হয়তো এনেকুৱা দেখিছে যে কংগ্ৰেছ আৰু বিজেপিক বাদ দি অকল থাৰ্ড ফ্ৰণ্টে চৰকাৰ কৰাৰ সম্ভাৱনা খুব বেছি নাই। তেনেস্থলত তেওঁলোকে, যিটো চৰকাৰ হ'ব বিজেপিৰ বিকল্প সেইটো বোধহয় সমৰ্থন কৰাৰ বাহিৰে আন উপায় নাই। তেওঁলোকে এইটো কথাও লগতে কৈছে যে জ্যোতিবসুক যেতিয়া প্ৰধানমন্ত্ৰীৰ পদ দিয়া হৈছিলে, তেওঁক চি পি এমে হ'বলৈ নিদিলে। জ্যোতিবসুৱে ক'লে এইটো এটা হিষ্টৰিকেল ব্লাণ্ডাৰ। এতিয়া স্বীকাৰ কৰে। প্ৰকাশ কাৰাটেও সিদিনা প্ৰাকে প্ৰকাৰন্তৰে কৈছে যে সেইটো ডাঙৰ ভুল হৈছিলে। প্ৰকাশ কাৰাটে যিয়েই যি নকওক, আপোনাৰ মতে কংগ্ৰেছ চৰকাৰ হ'লেও আপোনালোকে যোগ নিদিব।

**গগৈ ঃ** অহা নিৰ্বাচনত ভাৰতবৰ্ষত কংগ্ৰেছৰ নেতৃত্বত চৰকাৰ হোৱাৰ সম্ভাৱনা নাই।

**বৰগোহাঞি ঃ** তাৰ তিনিটা যুক্তি দিয়ক। কিয় নহ'ব!

**গগৈ ঃ** মোৰ প্ৰথম কথাটো হ'ল।

**বৰগোহাঞি ঃ** বাস্তৱবাদী যুক্তি।

**গগৈ ঃ** বাস্তৱবাদী। প্ৰথম যুক্তি হ'ল এতিয়া ইউ পি এত আনুষ্ঠানিকভাৱে কংগ্ৰেছৰ লগত কোনো নাই।

**বৰগোহাঞি ঃ** তেওঁলোকে কৈছে তৃণমূল আহিলে।

**গগৈ ঃ** অকল তৃণমূল আহিলে, নেশ্বনেল কনফাৰেন্স...

**বৰগোহাঞি ঃ** দুটা আহিলে।

**গগৈ ঃ** বাকী সকলো ওলাই গৈছে। সমাজবাদী পাৰ্টী, আৰ জে দি, ৰামবিলাস পাছোৱান...

**বৰগোহাঞি ঃ** সমাজবাদী বোধহয় আগতেও নাছিলে। সোমাইছে-ওলাইছে।

**গগৈ ঃ** তেওঁলোকে তেতিয়া ইউ পি এত অংশীদাৰ নহয়। আমি যিহেতু মন্ত্ৰীসভাৰ পৰা ৰিজাইন দিয়া নাই, আগলৈ আমি মনমোহনৰ কথা সলনি হ'লে ভাবিব পাৰো। কিন্তু প্ৰকৃততে কংগ্ৰেছৰ লগত ইউ পিৰ সহযোগী দল...

**বৰগোহাঞি ঃ** আচ্ছা সেইটো এটা যুক্তি হ'ল, যে তেওঁলোক অকলশৰীয়া হৈছে। দুই নম্বৰ যুক্তি কি?

**গগৈ ঃ** আচ্ছা দুই নম্বৰ হৈছে কংগ্ৰেছ চৰকাৰত যোৱা সময়ছোৱাৰ নীতিৰ ফলত কেৱল ইণ্ডো ইউ এছ ট্ৰিটি টোৱেই নহয়, ইক'নমিক পলিচি,— যেনেকৈ এতিয়া ভাৰতবৰ্ষত তেওঁলোকে নিজেই স্বীকাৰ কৰিছে যে আমাৰ যিবোৰ পাব্লিক ছেক্টৰ ইণ্ডাষ্ট্ৰি, তাৰ পৰা ৪০,০০০ মানুহক বৰ্খাস্ত কৰা হৈছে। আৰু যিটো আমাৰ টেক্সটাইল মিল— দহ লাখ মানুহ আন এমপ্লইড হৈছে। এমপ্লইমেণ্টৰ অপৰচুনেটি হোৱা নাই। সেই কাৰণে সাধাৰণতে সৰ্বসাধাৰণ মানুহৰ সমৰ্থনটো কংগ্ৰেছৰ কাৰণে কমি গৈছে।

**বৰগোহাঞি ঃ** তিনি নম্বৰ কাৰণ দিব পাৰিবনে?

**গগৈ ঃ** তিনি নম্বৰ কাৰণটো হৈছে, আমি কৈছো যে জন সমৰ্থন টো আগতকৈ কমি গৈছে আৰু সেই কাৰণে ভাৰতবৰ্ষৰ এতিয়া কংগ্ৰেছে অকলে চৰকাৰ কৰিব পৰা নাই।

**বৰগোহাঞি ঃ** যোৱা বহু বছৰ ধৰি?

**গগৈ ঃ** বহু বছৰ ধৰি। এতিয়া যিখিনিয়ে কৈছে যে তেওঁলোকে সমৰ্থন কৰিব, নিৰ্বাচনৰ পিছত কিন্তু অৱস্থাৰ পৰিৱৰ্তন হ'ব।

**বৰগোহাঞি ঃ** বাৰু সেইটো বুজিলো। এতিয়া অসমত আপোনালোকে যিটো থাৰ্ড ফ্ৰন্ট কৰিলে সেইটো আমি দেখোতেতো এটা মৃত সন্তান প্ৰসৱ কৰাৰ নিচিনা হ'ল।

**গগৈ ঃ** নহয়, এইটো আমি যি পাঁচটা পাৰ্টী লগ খাইছো...

**বৰগোহাঞি ঃ** বাকী কেইটা কি কি...

**গগৈ ঃ** চি পি আই আছো। চি পি এম আছে, এন চি পি আছে। এ ইউ ডি এফ আছে আৰু বড়ো পিপুলচ পাৰ্টী...

**বৰগোহাঞি ঃ** এ ইউ ডি এফৰ লগততো আপোনালোকৰ নতুন যুদ্ধই হ'ল।

**গগৈ ঃ** যুদ্ধ এনেকুৱা হৈছে যে আমাৰ ১৪ ছিট। তাৰ ভিতৰত ১০ টাত আমাৰ বুজাপৰা হৈ গ'ল। চাৰিটাত এতিয়াও আমাৰ মনোমালিন্য আছে। যিটো আমি আলোচনা কৰি আছো।

**বৰগোহাঞি ঃ** আপুনি ইমান অভিজ্ঞ প্ৰবীণ ৰাজনৈতিক নেতা। আপোনাৰ আদৰ্শৰ কথা, ইউজফুল থিংকিং, এই সকলো কথা বাদ দি অহা ১৪ টা ছিটৰ ভিতৰত কংগ্ৰেছে খুব বেছি কিমানটা পাব বুলি ভাবে?

**গগৈ ঃ** কংগ্ৰেছে...

**বৰগোহাঞি ঃ** একদম বাস্তৱ ভিত্তিত ক'ব।

**গগৈ ঃ** মোৰ বোধেৰে ৯টা ছিট নাপায়, কমিব। খুব বেছি চাৰিটা বা পাঁচটা, পাব পাৰে।

**বৰগোহাঞিঃ** তাতকৈ বেছি নাপায়?

**গগৈ ঃ** নাপায়।

**বৰগোহাঞিঃ** আপুনি এইটো জোৰ দি কৈছে?

**গগৈ ঃ** জোৰ দি মই দুটা কাৰণেই কৈছো। এটা হৈছে তেওঁলোকৰ চেণ্ট্ৰেল ইণ্টেলিজেন্সীৰ ৰিপৰ্ট— তেওঁলোকে কৈছে ৪টা পাব বুলি।

**বৰগোহাঞিঃ** যেতিয়া ইন্দিৰা গান্ধী ১৯৭৭ চনত নিৰ্বাচনত অৱতীৰ্ণ হ'ল, তেওঁ কৈছিল চেণ্ট্ৰেল ইণ্টেলিজেন্সীৰ ৰিপৰ্ট মতে, তেওঁলোকে ভৱিষ্যৎ বাণী কৰি দিলে যে ইলেকশ্যন কৰিলে মেজৰিটি পাব। সেইটো ওলোটা হ'ল। সেয়ে তেওঁলোকৰ ৰিপৰ্টো বাদ দি আপোনালোকে যিটো গালভ ট্ৰেইনিং বুলি কয়।

**গগৈ ঃ** কিন্তু গালভ ট্ৰেইনিংৰ কংগ্ৰেছৰ ছিট কমিব।

**বৰগোহাঞিঃ** কমিব। পাঁচটা হওক ছয়টা হওক কিন্তু নটা নাপায়। বাৰু মই ছয়টাই ধৰিলো, বাকী আঠটা ছিট কোনে কোনে পাব?

**গগৈ ঃ** আমাৰ যি পাঁচটা পাৰ্টী একেলগে আছোঁ, এই পাঁচটা পাৰ্টীৰ ভিতৰত আমাৰ ধাৰণা যে আমাৰ তিনি-চাৰিটা ছিট পাম।

**বৰগোহাঞিঃ** পাঁচটা পাৰ্টীয়ে তিনিটা ছিট পাব। আচ্ছা আপুনি কি— এ ইউ ডি এফে এটা বা দুটা পাব পাৰে, এতিয়া বদৰুদ্দিনে কৈ গৈছে আমি দুটা পাম, সেইটো একেবাৰে অসম্ভৱ নহ'বও পাৰে। বাকী কোনে কেইটা পাব?

**গগৈ ঃ** আমি ধৰি লৈছো যে যোৰহাট ছিটটো আমি পাম।

**বৰগোহাঞিঃ** আপুনি পাব?

**গগৈ ঃ** পাম।

**বৰগোহাঞিঃ** কি যুক্তিত পাব?

**গগৈ ঃ** যুক্তি হৈছে মানে যোৱাবাৰ বিজয়কৃষ্ণ সন্দিকৈ জিকিছে কেৱল মাত্ৰ ৫০,০০০ ভোটত, আমাতকৈ।

**বৰগোহাঞিঃ** সেইবাৰ দয়ানন্দ বৰগোহাঁই আছিল নহয়।

**গগৈ ঃ** দয়ানন্দ বৰগোহাঁই তেতিয়া বিজেপিৰ আছিল।

**বৰগোহাঞিঃ** কিন্তু তেওঁ নোহোৱা হ'লে ধ্ৰুপদৰ ভোট আছিল নেকি?

**গগৈ ঃ** তেওঁ নোহোৱা হ'লে যোৱাবাৰ...., যোৱাবাৰ শেষত এ জি পিয়ে

দুলাল বৰাক তুলি নিদিয়া হ'লে আমি যোৱাবাৰেই জিকিলোহেঁতেন। দুলাল বৰাক তুলি মানে ৬০,০০০ হাজাৰ নিলে।

**বৰগোহাঞিঃ** ছেকেণ্ড ধ্ৰুপদ বৰগোহাঁই হৈছিল নেকি?

**গগৈঃ** আমাৰ লগত কংগ্ৰেছৰ তেতিয়া ব্যৱধান আছিল মাত্ৰ ৫০,০০০।

**বৰগোহাঞিঃ** এটা প্ৰশ্ন আছে। কামাখ্যা তাছা উঠাৰ কাৰণে চাহ বাগিচা-চাহ জনগোষ্ঠীৰ ভোট তেওঁ বহুখিনি নিব।

**গগৈঃ** কামাখ্যা তাছাই যিখিনি নিব, সেইখিনি কংগ্ৰেছৰ যাব।

**বৰগোহাঞিঃ** গতিকে আপোনালোকে যুক্তি সহকাৰে আশা কৰিব পাৰে যে সেই ছিটটো আপোনালোকে পাই যাব। এ ইউ ডি এফক দুটা দিলে। আপোনালোকে কমকৈ হ'লেও এটা পাব। বাকীখিনি চি পি এমে পাব পাৰেনে?

**গগৈঃ** চি পি এমৰ তেওঁলোকে আমাক কোৱা মতে তেওঁলোকে বৰপেটাটো আশা কৰে। আৰু ধৰক যি ক্লজ কনটেষ্ট হৈছে কোকৰাঝাৰতো আমি বড়ো পিপুলচ পাৰ্টী সেইটো আমাৰ লগত আছে—

**বৰগোহাঞিঃ** ৰবিৰামৰ পাৰ্টী।

**গগৈঃ** ৰবিৰাম ব্ৰহ্ম। তেওঁলোকে কৈছে যে দে আৰ হ'পফুল।

**বৰগোহাঞিঃ** সেইটো হয়তো হ'লহেঁতেন, শব্দ ৰাভা যদি নুঠিলহেঁতেন। কোকৰাঝাৰত অবড়ো মানুহখিনিৰ যিটো মনত পুঞ্জীভূত ক্ষোভ আছে, এতিয়া যদি দুজন বড়োৰ মাজত তাৰ বড়ো ভোট ভাগ হয়, তেতিয়া সেইখিনি ভোটটো শব্দ ৰাভাই পাব।

**গগৈঃ** তেনেকৈ হয়, সেয়ে আমি মোটামুটিভাৱে ধৰিছো চাৰিটামান ছিট পাম।

**বৰগোহাঞিঃ** এন চি পিয়েতো পাবৰ কোনো আশা নেদেখো।

**গগৈঃ** সেইটো মই নকওঁ আৰু।

**বৰগোহাঞিঃ** বাৰু যিহওক আপুনি কংগ্ৰেছক আমাৰ মতে ছয়টাই দিলে, আপোনালোকে চাৰিটা পালে, দহটাহে হ'ল। বাকী চাৰিটা ক'লৈ যাব?

**গগৈঃ** বিজেপিয়েতো মঙলদৈতো নাপায়।

**বৰগোহাঞিঃ** নগাঁৱত পাব পাৰে।

**গগৈঃ** নগাঁৱত মানে সাধাৰণতে বিজেপিয়ে পায়। এইবাৰ বিজেপিয়ে পাব নে নাপাব— ফাইনেলি পিকচাৰটো হ'ব— আফটাৰ উইড্ৰৱাল অৱ দ্য নমিনেশ্যন।

**বৰগোহাঞিঃ** যদি সঁচাকৈয়ে আপোনালোকে এটা ছিটো পাৰ্লিয়ামেণ্টত পায়, তেন্তে এইটো আপোনালোকৰ কাৰণে এটা ডাঙৰ Come back হ'ব।

**গগৈ ঃ** এইটো ছেকেণ্ড হ'ব, আগতে এবাৰ ধীৰেশ্বৰ কলিতা elect হৈছিল।

**বৰগোহাঞিঃ** সেইটো আগৰ কথা, তেতিয়াতো কমিউনিষ্ট আন্দোলনৰ জয় জয় ময় ময় অৱস্থা আছিল।

**গগৈ ঃ** এইবাৰ আমাৰ কাৰণে Situation favourable দুটা কাৰণে. এটা হৈছে আৰু re-alignment ছেকেণ্ড হৈছে এইবাৰ পপুলাৰ Support আমাৰ যথেষ্ট ভাল। আমি যিবোৰ ইছ্যুৰ কাৰণে fight কৰিছো, যেনে, ONGC-ৰ প্ৰাইভেটাইজেশ্বনৰ বিৰুদ্ধে, appointment-ৰ কাৰণে, কৃষকৰ মাটিৰ কাৰণে, নিবনুৱাৰ সংস্থাপনৰ কাৰণে সেই কাৰণে যুৱ প্ৰজন্মৰ support আমাৰ কাৰণে খুব ভাল।

**বৰগোহাঞিঃ** এইটো কেৱল কমিউনিষ্ট নেতা কাৰণে নহয়, এজন অভিজ্ঞতাপুষ্ট ৰাজনৈতিক নেতা হিচাপে সুধিব বিচাৰিছো— এতিয়া কংগ্ৰেছৰ ১১টা আছে। যদি এটাও কমে সেইটো মুখ্যমন্ত্ৰী গগৈৰ কাৰণে এটা ডাঙৰ আঘাত হ'ব বুলি মানুহে অনুমান কৰে— সঁচা-মিছা নাজানো, কিন্তু চাৰিওফালে শুনা গৈছে যে গগৈ ডাঙৰীয়াই ৯টা ছিটে অক্ষত ৰাখিব, পাৰিলে এটা বঢ়াব বুলিহে— এনেকুৱা কথা কৈ আহিছে। সেইদিনা শিলচৰৰ জনসভাতো কৈ আহিছে যে একমাত্ৰ তেওঁৰ কাৰণেহে এ ইউ ডি এফে কংগ্ৰেছত যোগ দিব নোৱাৰিলে বা মিত্ৰতাটো নহ'ল। মোৰ প্ৰশ্নটো হ'ল— কাৰণ এই প্ৰশ্নটোৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰে। কাৰণ মুখ্যমন্ত্ৰীজনৰ কিবা এটা ৰাজনৈতিক বিপৰ্যয় হয়, তাত পৰিণাম ২০১১ চনৰ বিধানসভা নিৰ্বাচনতো পৰিব। যদি Centre-ত কংগ্ৰেছ আহিব নোৱাৰে, আপোনাৰ কথা মতে তাৰ প্ৰভাৱ বিধানসভা নিৰ্বাচনতো পৰিব। যদি আপোনাৰ মতে ৯টা কংগ্ৰেছে নাপায়, যদি এটা বা দুটাত কমে, তেতিয়া মুখ্যমন্ত্ৰী গগৈৰ কাৰণে তাৰ পৰিণাম কি হ'ব?

**গগৈ ঃ** দিল্লীত যদি কংগ্ৰেছ চৰকাৰ নাথাকে, তেন্তে অসমতো কংগ্ৰেছ চৰকাৰ নাথাকে। কাৰণ বড়োৱে withdraw কৰিব।

**বৰগোহাঞিঃ** কাৰ থাকিব তেতিয়া?

**গগৈ ঃ** Fresh election most probably.

**বৰগোহাঞিঃ** Fresh election-ত কোন অহাৰ আশা দেখে। তেতিয়া আপোনালোকে কি কৰিব?

**গগৈ ঃ** কিন্তু অহাবাৰ অসমত Fresh election হ'লে, দেখা যাব যিটো situation হ'ব। দিল্লীত alternative-টো এনেকুৱা, দিল্লীত আমাৰ মতে কংগ্ৰেছে

**চৰকাৰ কৰিব নোৱাৰে। আমি বামপন্থী দলবিলাকে মিলি, আমি Majority নাপাওঁ, কিন্তু we will emerge the strongest!**

**বৰগোহাঞিঃ** তেতিয়াটো আপোনালোকে কাৰোবাক support কৰিব লাগিব।

**গগৈঃ** Support-তো আচলতে কাৰোবাৰ লগত মিলি... এতিয়া ধৰক ভাৰতবৰ্ষত আমাৰ লগত দহটা দল আছে। চাৰিটা left party, বাকী কেইটা অন্য party. আমি 27 তটো majority নাপাওঁ, কিন্তু We hopeful যে We will get around 200 seats. কংগ্ৰেছৰ more or less ধৰক ১০০...

**বৰগোহাঞিঃ** মাত্ৰ এশটা ছিট দিছে আপুনি কংগ্ৰেছক।

**গগৈঃ** More or less. কংগ্ৰেছৰ বুলি কৈছো। allied যদি থাকে কোনোবা বেলেগ কথা। বিজেপিৰ খুব বেছি ধৰক ১৪০—১৫০ ছিট।

**বৰগোহাঞিঃ** বিজেপিয়ে কংগ্ৰেছতকৈ বেছি পাব?

**গগৈঃ** বেছি পাব। এতিয়ালৈকে বেছি পাব।

**বৰগোহাঞিঃ** কংগ্ৰেছৰ এটা অবক্ষয় হৈ আহিছে। ভাৰতৰ বেছিখিনি বৃহৎ ৰাজ্যত কংগ্ৰেছ প্ৰায় অস্তিত্বহীন হৈ আহিছে। যেনেকৈ পাকিস্তানত তাৰ প্ৰতিষ্ঠাতা মুছলীম লীগ নিঃশ্চিহ্ন হৈ গ'ল, ইটালীত যেনেকৈ খ্ৰীষ্টান ডেম'ক্ৰেটিক পাৰ্টি, প্ৰায় ৪০ বছৰ তাত ৰাজত্ব কৰিছিল, একেবাৰে অস্তিত্বহীন হৈ গ'ল। অদূৰ ভৱিষ্যতত নহ'লেও, সুদূৰ ভৱিষ্যতত কংগ্ৰেছৰো তেনেকুৱা এটা পৰিণতি হ'ব পাৰে বুলি আপোনালোকে আশংকা কৰে নেকি?

**গগৈঃ** সেইটো সম্ভাৱনা নুই কৰিব নোৱাৰি।

**বৰগোহাঞিঃ** নুই কৰিব নোৱাৰি। বাৰু সেইবোৰ ভৱিষ্যতৰ গৰ্ভত। মই অভিজ্ঞ নেতা হিচাপে আপোনাৰ পৰা এইখিনি জানিলো। এইখিনি কথা কৈ আমাক চিন্তাৰ খোৰাক দিয়াৰ কাৰণে আপোনাক ধন্যবাদ দি আজিলৈ সামৰিলো।

**গগৈঃ** আপোনাকো ধন্যবাদ।

*(১০ এপ্ৰিল, ২০০৯-ত প্ৰচাৰিত)*

# নিৰ্মল কুমাৰ চৌধুৰীৰ সৈতে হোমেন বৰগোহাঞি



*"জৰ্জ অৰৱেলে এষাৰ কথা কৈছিলে, তেওঁ ইংৰাজী ভাষা শুদ্ধ কৰাৰ কামত ডাঙৰ ভূমিকা লৈছিল। তেওঁ কৈছিল যে ৰাজনীতিক কলুষিত কৰাৰ প্ৰধান উপায় হ'ল ভাষাক কলুষিত কৰা। যি ৰাজনীতিকে শুদ্ধ ভাষা, শালীন ভাষা প্ৰয়োগ কৰিব নাজানে বা নকৰে তেওঁ সমগ্ৰ ৰাজনৈতিক প্ৰক্ৰিয়াটোকেই কলুষিত কৰে।"*



হোমেন বৰগোহাঞি ঃ নমস্কাৰ জয়জয়তে আজি আপোনালোক সকলোলৈকে ৰঙালী বিহুৰ ওলগ জনালো। আজি মোৰ অতিথি ড' নিৰ্মল কুমাৰ চৌধুৰী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ মুষ্টিমেয় সফল উপাচাৰ্য কেইজনৰ ভিতৰত এজন আছিল--- ড' নিৰ্মল কুমাৰ চৌধুৰী। তেখেতে দ্বিতীয় কাৰ্যকাল এটা পোৱা হ'লে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাগ্য আৰু ভৱিষ্যত বহুখিনি সলনি হৈ গ'লহেঁতেন বুলি মোৰ বিশ্বাস। কাৰণ ধ্বংসস্তূপৰ পৰা বিশ্ববিদ্যালয়খনক উদ্ধাৰ কৰি তেখেতে তাত এটা নতুন জীৱন দিছিল।

চৌধুৰীক আমি বছৰৰ পিছত বছৰ দেখি আহিছো, প্ৰতিবছৰে ৰাইজে কিছুমান মানুহক সংসদলৈ পঠিয়াই। তেওঁলোকে ভোট দিয়াৰ সময়ত হাত দঙাৰ বাহিৰে আন একো কৰা চকুত নপৰে। এবছৰৰ মূৰত কোনোবাই লিখি দিয়া প্ৰশ্ন এটা দিব পাৰে বা প্ৰশ্ন এটা কৰে। কৰি তেওঁ কয় যে মই অমুকটো প্ৰশ্ন কৰিলো। সকলোৰে মুখে মুখে এটা কথাই যে হেম বৰুৱা আৰু দীনেশ গোস্বামীৰ নিচিনা দুই এজনৰ বাহিৰে আজিলৈকে... মই নকওঁ যে প্ৰত্যেকজনেই তাত বোবা হৈ আছে, কিন্তু তুলনামূলকভাৱে আন আন ৰাজ্যৰ সাংসদসকলে যি ধৰণৰ এটা ব্যক্তিত্ব, যিধৰণৰ তেওঁলোকৰ কাৰ্যদক্ষতা, বাগ্মিতা, বিদ্যা দেখুওৱাবলৈ সমৰ্থ হৈছে, তাৰ তুলনাত অসমৰ সাংসদসকল খুব নিষ্প্ৰভ। তেওঁলোকক যি অপৰ্যাপ্ত পৰিমাণৰ সুবিধা দিয়া হয়, সেইটো আমাৰ দৰিদ্ৰ দেশৰ সাধাৰণ মানুহৰ তুলনাত ইমানেই বেছি যে আগৰ যুগৰ ৰজা মহাৰজাৰ লগতহে সেইটো তুলনা কৰিব পাৰি। তেনেকুৱা এজন সাংসদ বা আনকি আমাৰ বিধায়কে এবাৰ মাত্ৰ সাংসদ বা বিধায়ক হোৱাৰ পাছত পাঁচবছৰে

যদি একো এটা শব্দ উচ্চাৰণ নকৰে, তেওঁ গোটেই জীৱনলৈ পেঞ্চন ভোগ কৰে। অথচ একোজন শিক্ষকে ত্ৰিশ বছৰ, চল্লিশ বছৰ সামান্য দৰমহাত সৰ্বস্ব ত্যাগ কৰি জীৱনটো কটোৱাৰ পিছতো, পেঞ্চন নোপোৱাকৈ, আনকি দৰমহাৰ অভাৱতো আত্মহত্যা কৰিব লগা হয়। কি বিচাৰত এই সাংসদসকলক নিৰ্বাচন কৰা হয়? এইবাৰো যিসকলক নমিনেচন দিয়া হৈছে, তেওঁলোকৰ মুখলৈকো ৰাইজে খুব আস্থাৰ চকুৰে চাব নোৱাৰে। কাৰণ তেওঁলোকৰ যোৱা পাঁচবছৰৰ কাৰ্যকলাপ দেখিছে। এতিয়া মই যিখিনি কথা ক'লো তাৰ ওপৰত আপোনাৰ মন্তব্য কি?

**নিৰ্মল কুমাৰ চৌধুৰী ঃ** আপুনি যিটো কথা কৈছে মই একমত। এসময়ত আমাৰ সাংসদ আৰু বিধায়কসকল, যেনে, মানৰ লোক আছিল, আজিকালি তেনে মানৰ লোক আমি দেখিবলৈ পোৱা নাই। দুই এজন ব্যাতিৰেকে। এওঁলোক আটায়ে কিন্তু ৰাইজৰ ভোট পায়েই নিৰ্বাচিত হয়। ৰাইজে ভোট দিওঁতে যিসকল প্ৰাৰ্থী থাকে, তাৰ মাজতহে তেওঁলোকে ভোট দি বাছিব পাৰে। এইকাৰণে এই প্ৰাৰ্থী বাছনি যেতিয়া কৰে, ৰাজনৈতিক দলে, সেই নিৰ্বাচিত প্ৰাৰ্থীৰ মাজৰ পৰাই ৰাইজে বাছিবলগা হয়। আপুনি দীনেশ গোস্বামীৰ নাম লৈছে। মোৰ মনত আছে তেওঁ আমাৰ লগৰে আছিল। তেওঁক খুব কম বয়সতে কংগ্ৰেছ দলে প্ৰাৰ্থিত্ব দিছিল। আৰু তেওঁ বিজয়ী হৈছিল সাংসদ হিচাপে। প্ৰাৰ্থিত্ব দিওঁতে তেওঁৰ অৰ্হতা বিচাৰ কৰি চাইছিল। তেওঁ খুব ভাল তাৰ্কিক আছিল। কলিকতা বিশ্ববিদ্যালয়ত থাকোঁতে তেওঁ তৰ্ক প্ৰতিযোগিতাত সৰ্বভাৰতীয় পৰ্যায়তে প্ৰথম স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল। আমাৰ যিটো এতিয়াৰ কথা, এতিয়াৰ যিসকলক প্ৰাৰ্থি হিচাপে থিয় কৰায়, সেইখিনিতে মোৰ মতেৰে আমাৰ কিছু কেণা আছে। এতিয়া ৰাজনৈতিক দলে তেওঁলোকে জিকিব পৰা চাই প্ৰাৰ্থী নিৰ্বাচন কৰে।

**বৰগোহাঞি ঃ** আমি দেখোঁ যে খুব ধনকুবেৰ কিছুমানক প্ৰাৰ্থিত্ব দিয়া হয়। তেওঁলোকৰ আন কোনো যোগ্যতা নাই। তাৰমানে ধনেই জিকিবপৰা একমাত্ৰ মূলধন নেকি?

**চৌধুৰী ঃ** আপুনি মূল কথালৈকে আহিছে। ৫২ চনৰ পৰাই নিৰ্বাচন দেখিবলৈ পাইছো। ক্ৰমান্বয়ে ধনৰ প্ৰভাৱ বাঢ়িছে। এতিয়া ধনৰ জোৰতেই নিৰ্বাচনত জয় কৰাটো সম্ভৱ বুলি আমাৰ ধাৰণা হৈছে আৰু মোৰ বোধহয় সেই ধাৰণা ভুল নহয়। ধনৰ যিটো প্ৰভাৱ ৰাজনীতিত পৰিছে, নিৰ্বাচনী ৰাজনীতিত, তাৰ ফলতেই গোটেই ব্যৱস্থাটো এটা ব্যৱসায়ৰ নিচিনা হৈছে। আগেয়ে ই এটা সমাজসেৱা আছিল মূলতঃ

**বৰগোহাঞি ঃ** হয়।

**চৌধুৰী ঃ** এতিয়া কিন্তু মূলতে গোটেই কথাটো এটা ব্যৱসায়ত পৰিণত হৈছে। সেইকাৰণে তেওঁলোকে কিবাকৈ নিৰ্বাচিত হ'ব পাৰিলে গোটেইখিনি— যিখিনি ধন খৰচ হয়, সেইখিনি যে তেওঁলোকে আদায় কৰি ল'ব পাৰিব, সেইটো এটা তেওঁলোকে আশা কৰে।

**বৰগোহাঞি ঃ** আপুনি এজনৰ সমাজৰ মুধাফুটা মানুহ। এজনে চাৰি কোটি টকা বিনিয়োগ কৰি সাংসদ হ'ব বা এক কোটি টকা খৰচ কৰি বিধায়ক হ'ব। তেওঁতো গোটেই দৰমহাৰে সেই টকা উচল নহয়গৈ। তেন্তে কি কৰি সেই টকাটো তেওঁলোকে আদায় কৰিব পাৰে?

**চৌধুৰী ঃ** খোলাখুলিকৈ ক'বলৈ গ'লে, এইটো দুৰ্নীতিৰ সহায়ত। তাৰ বাহিৰে এইটো কৰাটো সম্ভৱ নহয়।

**বৰগোহাঞি ঃ** আপুনি এইটোৱেই ক'লে যে— আমি এইটোৱেই মীমাংসা কৰিব পাৰোঁ যে গোটেই ৰাজনৈতিক প্ৰক্ৰিয়াটো নিৰ্বাচনী প্ৰক্ৰিয়াটো, দেশত দুৰ্নীতি বৃদ্ধি কৰাত এটা প্ৰধান কাৰণত পৰিণত হৈছে।

**চৌধুৰী ঃ** হয়।

**বৰগোহাঞি ঃ** তেতিয়াহ'লে ৰাজনৈতিক দলবিলাকক কেনেকৈ শিক্ষা দিয়া যায়? এই যে অযোগ্য মানুহক, ধনী মানুহক প্ৰাৰ্থিত্ব দি তেওঁলোকে সাংসদলৈ যাব— কেৱল হাত দাঙিবলৈ, ভোট দিবলৈ। বা এটা বিশেষ দলক চৰকাৰ গঠন কৰাত সহায় কৰিবলৈ, সংখ্যাগৰিষ্ঠতা বঢ়াবৰ কাৰণেই এই মানুহবিলাকক পঠিওৱা হয়। ৰাইজৰ কোনো স্বাৰ্থৰ কথা চিন্তা কৰা নহয়। এই প্ৰক্ৰিয়াটো বন্ধ কৰাৰ উপায় কি?

**চৌধুৰী ঃ** সময় এটা আহিব। যিহেতু এইটো সলনি হ'বই লাগিব। আৰু এইটো সলনি কৰাত ৰাইজেই আগভাগ ল'ব লাগিব।

**বৰগোহাঞি ঃ** মই ভাবো যে ভাৰতবৰ্ষৰ যিকেইটা অনুষ্ঠানে দেশখনক এতিয়াও ৰক্ষা কৰি আছে তাৰ ভিতৰত এটা উচ্চতম ন্যায়ালয়, নিৰ্বাচন আয়োগ...

**চৌধুৰী ঃ** ন্যায়পালিকা।

**বৰগোহাঞি ঃ** ন্যায়পালিকা। নিৰ্বাচন আয়োগেও অন্ততঃ টি.এন. শেষাণে এটা যুগান্তকাৰী পৰিৱৰ্তন আনিছিলে। তেতিয়াৰ পৰা আজিলৈকে দিনকদিনে ইয়াৰ কাম-কাজ উন্নত হৈ গৈ... মইতো এতিয়া নিৰ্বাচন আয়োগক ভাৰতীয় গণতন্ত্ৰ ৰক্ষাৰ এটা অতন্দ্ৰ প্ৰহৰী বুলি গণ্য কৰো।

এইবাৰ নিৰ্বাচন আয়োগে এটা ব্যৱস্থা কৰিছে যে কোনো এজন প্ৰাৰ্থী যদি

আপোনাৰ পছন্দ নহ'ল, আপুনি কাকো সমৰ্থন নকৰি, ন' বুলি এটা বিকল্প দিছে আপুনি ন' বুলি কৈ আহিব পাৰে। এইটো, যদি ৰাইজৰ মাজত কথাটো ভালকৈ প্ৰচাৰ কৰা হয়, ৰাইজে এইটো ব্যৱস্থা সম্পূৰ্ণ সদ্ব্যৱহাৰ কৰে, কাকো ভোট নিদিব। তেতিয়াতো এটা ডাঙৰ কথা হ'ব পাৰে।

**চৌধুৰী ঃ** সেইটো হয়। কিন্তু সেইটোৰ পৰা কিমানখিনি আমাৰ উপকাৰ হ'ব মোৰ কিন্তু সন্দেহ আছে। কাৰণ আপুনি যদি ৮৩ চনৰ অসম বিধানসভা নিৰ্বাচনৰ কথা মনত পেলায়, কেইশমান ভোট পাইয়ো আমাৰ এজন বিধায়ক নিৰ্বাচিত হৈছিল। এতিয়া আমাৰ আটাইতকৈ অধিক সংখ্যক ভোট পোৱাজনেই নিৰ্বাচিত হোৱাৰ যিটো প্ৰথা আৰু সেইটোৱেই হয়তো মুঠ ভোটদানকাৰীৰ ত্ৰিশ শতাংশৰো কম। এনেকুৱা ধৰণৰ...

**বৰগোহাঞিঃ ঃ** এইটো হ'ব। আপুনি ন' বুলি ক'লেও কোনোবা নহয় কোনোবা এজন যাবই। কিন্তু এটা কথাতো হ'ব পাৰে, ধৰক, যোৱা নিৰ্বাচনত এজন প্ৰাৰ্থীয়ে ধনৰ বলত তিনি লাখ ভোট পাইছিলে। এইবাৰ কিন্তু ৰাইজ সজাগ হৈ তেওঁৰ নামত হয়তো একলাখ দিলে। কিন্তু দুইলাখে ন' বুলি লিখি থৈ আহিলে। এইটোতো বুজা গ'ল যে যোৱাবাৰ তিনিলাখ পোৱাজনে এইবাৰ একলাখ পালে বা তাতোকৈ কম পালে। এনেকৈ যদি দুটামান ইলেকচন ঘটি যায় তেতিয়া মই ভাবোঁ যে ৰাজনৈতিক দলবোৰে— এওঁ ধনী মানুহ কাৰণে এওঁক দিছিলো— কিন্তু ৰাইজে এইবাৰ তেওঁক ভোট নিদিলে... এনেকৈ বোধহয় খুব মন্থৰ গতিৰে হ'লেও নতুন প্ৰক্ৰিয়া আৰম্ভ হ'ব পাৰে নেকি?

**চৌধুৰী ঃ** অ' হয়। কিন্তু সেইটো ফলপ্ৰসূ হ'বলৈ বেচ সময়ৰ প্ৰয়োজন হ'ব। আপুনি যিটো ন' ভোটৰ কথা কৈছে, সেই ভোটটো কাৰ বিপৰীতে দিছে, সেইটো জনা নাযায়। তেতিয়া বুজায় এজনো পছন্দৰ...

**বৰগোহাঞিঃ ঃ** নহয় বুলিহে বুজাব।

**চৌধুৰী ঃ** বুজাব, বুজাব।

**বৰগোহাঞিঃ ঃ** আপোনাক বেয়া পালো সেইবুলিতো বুজাব নোৱাৰে।

**চৌধুৰী ঃ** যদি এইটো বুজাব পৰা গ'লহেঁতেন, যে তেওঁৰ বিৰুদ্ধে মই ভোট দিছো। Negative Voting যিটো। এইটো ব্যৱস্থা যদি কৰা যায়, তেতিয়াহ'লে আপুনি যিটো কথা কৈছে, সেইটোৰ পৰা কাম হ'ব, কিন্তু মই এটা কথা ভাবিছো, আমাৰ বোধহয় তেখেত আগৰ মুখ্য নিৰ্বাচনী আয়ুক্ত গিল যে আছিল, তেখেতে

কৈছিল যে যেতিয়ালৈকে মুঠ ভোটদানকাৰীৰ পঞ্চাশ শতাংশ অধিক কোনো এজনে ভোট নাপায় তেওঁ নিৰ্বাচিত হ'ব পৰা ব্যৱস্থা থাকিব নালাগে।

**বৰগোহাঞি ঃ** পৃথিৱীৰ বহু দেশত কিন্তু তেনেকুৱা আছে। সেইকাৰণে বাৰম্বাৰ নিৰ্বাচন পাতিব লগা হয়।

**চৌধুৰী ঃ** হয়। সেইকাৰণে এবাৰ নিৰ্বাচন পাতি, যিহেতু কোনেও পঞ্চাছ শতাংশৰ বেছি নাপায়, ভোট যিমান দিলে। যদি পঞ্চাছ শতাংশৰ বেছি পায় তেওঁক নিৰ্বাচিত ঘোষণা কৰিব লাগে। নহ'লে আটাইতকৈ বেছি প্ৰথম দুজনৰ মাজত আকৌ এবাৰ নিৰ্বাচন পাতিব লাগে।

**বৰগোহাঞি ঃ** নিৰ্বাচন পাতিব লাগে। পৃথিৱীৰ কেইবাখনো দেশত সেইটো নিয়ম আছে।

**চৌধুৰী ঃ** মই ভাবোঁ আমাৰ ইয়াত এনেকুৱা ধৰণৰ সংগঠনৰ প্ৰয়োজন। এইটো অলপ ব্যয়বহুল হ'ব। কিন্তু এতিয়া আমাৰ যিমানবোৰ খেলিমেলি...

**বৰগোহাঞি ঃ** দেশখন ৰক্ষা কৰাৰ কাৰণে সেইখিনি খৰচ কৰাটো ডাঙৰ কথা নহয়। তথাপিতো শেষ পৰ্যন্ত ব্যক্তিগতভাৱে মই এতিয়াও নিৰ্বাচন আয়োগৰ ওপৰত সব ভাৰসা ৰাখিছো। কাৰণ কোনো ৰাজনৈতিক দলৰ ওপৰত এই ক্ষেত্ৰত মোৰ কিন্তু বিন্দুমাত্ৰাও ভাৰসা নাই। কাৰণ ধৰক এই যে মই বিধায়কৰ পেঞ্চনৰ কথা ক'লো, সৰ্বহাৰাক প্ৰতিনিধিত্ব কৰা কমিউনিষ্ট সকলেও ইয়াৰতো কোনো প্ৰতিবাদ নকৰিলে। মানে সেইটো বিষয়ত কিন্তু বাওঁপন্থী-সোঁপন্থী সকলো একাকাৰ।

যিটো নিৰ্বাচনী প্ৰচাৰ অভিযান চলিছে, যি ধৰণৰ ৰাজনৈতিক বিতৰ্ক, মানে সকলোৰে, আনকি অশিক্ষিত মানুহৰ মুখে মুখে এনেকুৱা কথা চলিছে যে ৰাজনৈতিক বিতৰ্কৰ মান ইমান তললৈ কেতিয়াও নামি যোৱা নাছিল। এইবাৰ চূড়ান্ত বোলে নিম্নতম স্থানত উপনীত হৈছেগৈ যে মানুহে কাণত সোপা দিবলগীয়া অৱস্থা হৈছেগৈ। আগতে ৰাজনৈতিক নেতাসকলৰ ভিতৰত, বিধায়কৰ ভিতৰত বা সাংসদৰ ভিতৰত মেট্ৰিক পাছেই বহুত কম আছিল।

**চৌধুৰী ঃ** হয়।

**বৰগোহাঞি ঃ** বিমলা প্ৰসাদ চলিহা, আমাৰ দেৱকান্ত বৰুৱাই তেওঁক জোকাইছিলে droped মেট্ৰিকুলেট বুলি। কিন্তু তেওঁতো বিৰাট ভদ্ৰ, ইমান সংস্কৃতিবান এটা ব্যক্তিত্ব আছিলে, সংস্কৃতিবান হ'বলৈ....

**চৌধুৰী ঃ** আদৰ্শনীয় ব্যক্তিত্ব।

**বৰগোহাঞি ঃ** আদৰ্শনীয়। আজিলৈকে আমিতো তেওঁক মানে এনেকৈ শ্ৰদ্ধাৰে স্মৰণ কৰোঁ। সেই যুগৰ সকলোজনেই ফখৰুদ্দিন আলি আহমেদ, তেওঁ

বাকী যিমানেই দোষ নাথাকক কিয়, শিষ্টাচাৰৰ জীৱন্ত প্ৰতিমূৰ্তি। জৰ্জ অৰৱেলে এযাৰ কথা কৈছিলে, তেওঁ ইংৰাজী ভাষা শুদ্ধ কৰাৰ কামত ডাঙৰ ভূমিকা লৈছিল। তেওঁ কৈছিল যে ৰাজনীতিক কলুষিত কৰাৰ প্ৰধান উপায় হ'ল ভাষাক কলুষিত কৰা। যি ৰাজনীতিকে শুদ্ধ ভাষা, শালীন ভাষা প্ৰয়োগ কৰিব নাজানে বা নকৰে তেওঁ সমগ্ৰ ৰাজনৈতিক প্ৰক্ৰিয়াটোকেই কলুষিত কৰে। এতিয়া যিমানেই মানুহ শিক্ষিত হৈছে, সিমানেই কিয় তেওঁলোকৰ মুখৰ ভাষা অশালীন হৈছে? সামাজিক আচৰণ কিয় ইমান নিম্নগামী হৈছে?

**চৌধুৰী ঃ** প্ৰকৃত উত্তৰ দিয়াটো মোৰ কাৰণে সম্ভৱ নহয়। কিন্তু মই অনুমান কৰিব পাৰোঁ...

**বৰগোহাঞি ঃ** আপোনাৰ নিজৰ অনুমানটো কি?

**চৌধুৰী ঃ** মোৰ অনুমানত মই কওঁ যে মানুহ এতিয়া ক্ষমতাৰ লোভত ইমান লুভীয়া হৈ গৈছে...

**বৰগোহাঞি ঃ** লুভীয়া নে বলিয়া?

**চৌধুৰী ঃ** বলিয়াই হৈছে। বলিয়া শব্দটোৱেই উপযুক্ত শব্দ। তেওঁলোকৰ হিতাহিত জ্ঞান নোহোৱা হৈ গৈছে। সেইকাৰণে তেওঁলোকে অতি নিম্নস্তৰলৈ যাবলৈকো শংকাবোধ নকৰে। যিকোনো প্ৰকাৰে, যিকোনো উপায়েৰে ক্ষমতা দখল কৰাটোৱেই তেওঁলোকৰ উদ্দেশ্য হৈ পৰিছে।

**বৰগোহাঞি ঃ** এইটো কিন্তু মই ভাবিছো যে আমাৰ অসমতহে ঘটিছে। সিদিনা টেলিগ্ৰাফত দেখিলো, এটা পূৰা সম্পূৰ্ণ পৃষ্ঠাত গোটেই ভাৰতবৰ্ষত ৰাজনৈতিক বিতৰ্কৰ মান কিমান নিম্নগামী হৈছে, বিভিন্ন উদ্ধৃতিৰে সৈতে, প্ৰমাণ কৰি দেখুৱাইছে। ৰাজনীতি হৈ পৰিছে সম্পূৰ্ণ dehumanised পলিটিক্স। সম্পূৰ্ণ আদৰ্শবৰ্জিত পলিটিক্স। ক্ষমতাৰ লালসাত গোটেই মানুহবোৰ এনেকুৱা উন্মাদ হৈছে যে যেনেকৈ আমি দা-কটাৰীৰে যুদ্ধ কৰোঁতে, কাৰ গাত কি লাগিলে সেইটো খবৰ নকৰোঁ, এতিয়া দা-কটাৰীৰ পৰিৱৰ্তে শব্দক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছে। গতিকে তেওঁলোকে মানে প্ৰতিপক্ষক আঘাত কৰাৰ বাহিৰে, আন একো উপায় বিচাৰি পোৱা নাই।

এই গোটেই নিৰ্বাচনী বিতৰ্কটো মই, যিমানদূৰ সম্ভৱ প্ৰতিটো শব্দ শুনিবৰ চেষ্টা কৰিছো। একেবাৰে ওপৰৰ পৰা তললৈকে এজনো নেতাৰ মুখত এটা আদৰ্শৰ কথা, সমাজৰ মংগল হ'বপৰা কিবা এটা কথা বা তেওঁলোকে কি কাম কৰি দেশখনক বা সমাজখনক উন্নতিৰ পথলৈ নিব খুজিছে, এটা কথাও কাৰো

মুখত আজিলৈকে মই শুনা নাই। প্ৰতিজনৰ মুখত কেৱল তোতকৈ মই ভাল, মই এইটো, মই সেইটো, মই তোক এনেকে বধিম মানে, আমাৰ যে উজনি অসমৰ, আপোনালোকৰ ভাওনাৰ জ্ঞান নাই বোধহয়, উজনি অসমত যে ভাওনাবোৰ হয়, ভীম-বকাসুৰৰ যুদ্ধ, এই যে আস্ফালন কৰে, এই বস্তুতো যে কিয় আছে, মানুহৰ মুখৰ পৰা অশালীন ভাষাটো আছেই, কিন্তু সমাজৰ মংগল চিন্তা তেওঁলোকৰ মগজুৰ পৰা সমূলি বাদ কিয় পৰিছে?

**চৌধুৰী ঃ** তেওঁলোকৰ এই মই যিটো কৈছোঁ, প্ৰতিদ্বন্দ্বীজনক হেয় প্ৰতিপন্ন কৰা, প্ৰতিদ্বন্দ্বীজনৰ কি দোষ আছে, কি নাই, তেওঁ কি কৰিব পৰা নাই, সেইটোৰ ওপৰতো গুৰুত্ব বেছি। তেওঁ কি কৰিব, মোৰ মতেৰে তেওঁলোকৰ নিজা কোনো ভাল ভৱিষ্যতৰ আঁচনিয়েই নাই যিটো কাৰণে এইটো তেওঁলোকে মানুহক ৰাইজৰ আগত দাঙি ধৰিব পৰা নাই, তাৰ সলনি আনজনে আগতে কি বেয়া কাম কৰিলে, তেওঁৰ কি বেয়া, সেইটোৰ ওপৰতহে তেওঁলোকে জোৰ দিয়ে।

**বৰগোহাঞি ঃ** মই ভাবোঁ যে এই যিটো অৱক্ষয় হৈছে, এইটোতো ভয়ংকৰ ঘটনা। এইটো মানে খুব লঘু হিচাপে ল'বলগীয়া কথা নহয়। এই যে অশালীন, অশ্লীল কথা-বাৰ্তা চলিছে, এইটোৱে গোটেই সমাজখনক কলুষিত কৰিছে। সৰু ল'ৰা-ছোৱালীবোৰে জন্মৰ পৰা সেইটো আদৰ্শ লৈ লৈ... ভৱিষ্যতৰ কেনেকৈ এখন সমাজ গঢ় লৈ উঠিব? গতিকে ইয়াকতো যিকোনো প্ৰকাৰে বন্ধ কৰিব লাগিব। তাৰ এটা উপায় এইটো নহয়নে যে আমাৰ ভোটদাতাবিলাকক সজাগ কৰিবলৈ, শিক্ষিত কৰিবলৈ এটা civil society-ৰ এটা উদ্যমৰ প্ৰয়োজন। পৃথিৱীৰ বহু দেশত এনেকুৱা আছে যে ভোটাৰক শিক্ষিত কৰিবৰ কাৰণে, আপোনাৰ নিচিনা যিসকল উচ্চশিক্ষিত মানুহ, তেওঁলোকে এটা অনুষ্ঠান গঠন কৰি, নিৰ্বাচনৰ দুমাহৰ আগৰে পৰা যেনেকৈ প্ৰচাৰ অভিযান চলে, তেনেকুৱা এটা আপোনালোকে সংগঠন কৰি এটা প্ৰচাৰ অভিযান, যে ভোটাৰক কেনেকৈ শিক্ষিত কৰা যায়— কেনেকৈ ভোট দিব লাগে... ভোটাৰেই যদি এইটো প্ৰতিহত নকৰে, আনতো একো উপায় নাই।

**চৌধুৰী ঃ** ইতিমধ্যে আমি আগবাঢ়ি যাবই লাগিছিল এই দিশত। তথাপিও আৰু পলম নকৰি এই দিশত আগবাঢ়িব পাৰিলেহে ভৱিষ্যতে আমি এটা ভাল দিন দেখা পোৱাৰ আশা কৰিব পাৰোঁ।

**বৰগোহাঞি ঃ** এটা কাম কৰিব নোৱাৰি নেকি— এই নিৰ্বাচনৰ ফলাফলটো চাই লৈ তেনেকুৱা মানুহবোৰক ৰাইজে যদি এতিয়াও অন্ধভাৱে— যি আটাইতকৈ অবাঞ্চিত মানুহ, তেওঁলোকক আকৌ পঠিয়ায়, তেতিয়া বুজিব লাগিব যে আমাৰ

যিটো ৰাইজৰ মাজতে ভোটদাতাসকলৰ মাজতো কিবা এটা ডাঙৰ ত্ৰুটি আছে। গতিকে আগন্তুক বিধানসভা নিৰ্বাচনৰ আগে আগে ৰাইজক শিক্ষিত কৰিবলৈ, আৰু প্ৰাৰ্থীবিলাককো সতৰ্ক কৰি দিবলৈ গুৱাহাটীৰ পৰা এনেকুৱা এটা সংগঠন কৰি অসমৰ বিভিন্ন ঠাইলৈ আপোনালোকে আবেদন কৰে যে প্ৰত্যেক চহৰে-চহৰে, গাঁৱে-ভূঞে, এনেকুৱা সংগঠন গঢ় লৈ উঠে, তেতিয়াহ'লে হয়তো সম্পূৰ্ণ বাধা দিব নোৱাৰিলেও বাধা দিয়াৰ প্ৰক্ৰিয়াটো আৰম্ভ হ'ব। হয়তো দহ পোন্ধৰ বছৰৰ পিছত তাৰ এটা শুভফল দেখা দিব।

এন. ডি. এৰ কাৰ্যকাল আমি পাঁচটা বছৰ দেখিলো। ইউপিএৰ কাৰ্যকাল পাঁচটা বছৰ দেখিলো বা অন্য প্ৰকাৰে ক'বলৈ গ'লে বিজেপিৰ কাৰ্যকাল পাঁচটা বছৰে দেখিলো। কংগ্ৰেছৰ কাৰ্যকালো পাঁচ বছৰ দেখিলো। দুই পক্ষৰে ভালো আছে, বেয়াও আছে। কিন্তু আপুনি খুব নিৰপেক্ষভাৱে ১০ নম্বৰৰ ভিতৰত এন-ডি-এক কিমান নম্বৰ দিব, কংগ্ৰেছক, UPA-ক কিমান নম্বৰ দিব?

**চৌধুৰী ঃ** মই নম্বৰ কোৱাৰ আগতে এটা কথা কৈ লওঁ, যিটো পৰিস্থিতিত এই চৰকাৰ কেইখন হৈছিল, সেইসময়ৰ কথা মনত ৰাখিহে এই মূল্যায়ন কৰা হ'ব।

**বৰগোহাঞি ঃ** নিশ্চয়, নিশ্চয়। হয়।

**চৌধুৰী ঃ** বেলেগ পৰিস্থিতিত দুখন চৰকাৰে কাৰ্যভাৰ গ্ৰহণ কৰিছে। আৰু সেই পৰিস্থিতি চাই আৰু সেইকালৰ তেওঁলোকৰ শেষ সময়ত যিটো, এইখিনি চাই মই এন-ডি-এক দিব খোজো সাত নম্বৰ, আৰু ইউ-পি-এক দিব খোজো ছয় নম্বৰ।

**বৰগোহাঞি ঃ** আপোনাৰ এইটো কথাৰ পৰা এনেকুৱা ধাৰণা আমাৰ ভোটদাতাই কৰিব পাৰে যে আমি এইবাৰো এন-ডি-একে আমি..., তেতিয়াহ'লেতো তেওঁলোকে কাৰ্যকালত কংগ্ৰেছতকৈ সামান্য হ'লেও বেছি ভাল কাম কৰিছিলে। এইকাৰণে আমি তেওঁলোকক কিয় সমৰ্থন নকৰিম? এনেকুৱা এটাতো হ'ব পাৰে। গতিকে এই বিষয়ে আপুনি অহা পাঁচবছৰৰ কাৰণে এন-ডি-এৰ প্ৰত্যাগমন বিচাৰে নে কিবা কাৰণত ইউ-পি-এ আহিলে বেয়া নহয় বুলি ভাবে?

**চৌধুৰী ঃ** এতিয়া গোটেই কথাটো— সেই আগৰ সেই এন-ডি-এও নাই, আগৰ ইউ-পি-এও নাই আৰু এতিয়া এনেকুৱা এটা পৰিস্থিতি হৈছে— গোটেইখিনি যে ইয়াৰ পিছৰ চৰকাৰ কেনেধৰণৰ হ'ব সেইটো ক'ব নোৱাৰি। এতিয়া আগৰ সেই এন-ডি-এৰ যিসকল অংশীদাৰ আছিল, তেওঁলোক সকলো ভাগ হৈ গ'ল, নেতৃত্বৰো সলনি হ'ল। ইউ-পি-এৰো সেই একে অৱস্থা। তেনেক্ষেত্ৰত এতিয়া সেই কথাটো কোৱাটো মোৰ কাৰণে সম্ভৱ নহয়।

**বৰগোহাঞি :** আপুনি কোৱাটো ঠিক যে অকল যদি তেওঁলোকৰ পাৰফৰ্মেন্স চাই ক'বলৈ হয়, মই সাত-ছয়টো ঠিক নাজানো, কিন্তু এন-ডি-এ একো ভাল কাম কৰা নাই, ইউ-পি-এ বেছি ভাল কাম কৰিছে, এইটো নিশ্চয় ক'ব নোৱাৰো। এন-ডি-এ বহুত ভাল ভাল কামেই কৰিছিলে। আমি এই নিৰ্বাচনৰ আগে আগে যিলানি মুখামুখি কৰিছিলো, তাত অসমৰ সকলো দলৰ নেতাক মাতিছিলো। কিন্তু ভাৰতীয় জনতা পাৰ্টী, তেখেতসকল প্ৰচাৰ অভিযানত ইমান ব্যস্ত হ'ল, কোনো এজনে আহিব নোৱাৰিলে। ভাৰতীয় জনতা পাৰ্টীয়ে তেওঁলোকৰ ৰাজনৈতিক শ্লোগান যিয়েই যি নহওক, ক্ষমতালৈ অহাৰ লগে লগে তেওঁলোক অলপ সংযত হৈ পৰে। ধৰক ৰামমন্দিৰ কৰিম বুলি কৈ থাকে। পাঁচ বছৰ থাকিলে ৰামমন্দিৰ কৰিব নোৱাৰিলে বা কৰিবলৈ চেষ্টাও নকৰিলে। গতিকে Political শ্ল'গান দিয়া আৰু চৰকাৰলৈ গৈ— আপোনাৰ যেতিয়া অটল বিহাৰী বাজপেয়ী প্ৰথম জনতা চৰকাৰৰ দিনত বৈদেশিক মন্ত্ৰী হৈ আছিল, তেওঁ চীন দেশলৈ গৈছিল, তেতিয়া তেওঁ, মানে ভাৰতীয় জনসংঘ, জনসংঘই যিবোৰ কথা কৈছিলে, সেইবোৰ তেওঁ এবাৰো তাত কোৱা নাই। এটা প্ৰশ্নৰ উত্তৰত তেওঁ ক'লে যে মনত ৰাখিব, মই এতিয়া ভাৰতীয় জনসংঘৰ সদস্য নহয়, মই ভাৰতৰ বিদেশ মন্ত্ৰী। হয়, তেখেত এবাৰ মন্ত্ৰী হ'লে তেওঁ পাৰ্টীৰ মানুহ হৈ নাথাকে...

**চৌধুৰী :** দায়িত্ব আহি যায়।

**বৰগোহাঞি :** দেশৰ মন্ত্ৰী হৈ যায়। এইখিনি কোৱাৰ পিছত মই ব্যক্তিগতভাৱে ভাৰতীয় জনতা পাৰ্টীৰ এটা কাৰ্যসূচী খুব বিৰোধিতা কৰোঁ বা দুখ পাওঁ, সেইটো হ'ল কি যে ভাৰতবৰ্ষৰ এশ কোটি মানুহৰ ভিতৰত প্ৰায় সত্তৰ কোটি মানুহেই হিন্দু। পোন্ধৰ কোটি মুছলমান। এই তেওঁলোকে যে ধৰ্মৰ নামত, এই কামবোৰ কৰিছে, এইটো কৰাৰ ফলত... মুছলীম লীগে ধৰ্মৰ নামত দ্বিখণ্ডিত কৰিলে। এতিয়া যদি ধৰ্মৰ কথা বেছিকৈ কৈ থাকে, এতিয়াওতো তেওঁলোকে ৰামমন্দিৰৰ নামটো এৰা নাই। আজি আধুনিক যুগৰ এটা ৰাম মন্দিৰৰ প্ৰস্তাৱটোকে লৈ এটা ৰাজনৈতিক দল টিকি থাকিব খোজে বা জনপ্ৰিয়তাৰ একমাত্ৰ অৱলম্বন বুলি ভাবে, তেতিয়া এইখন দেশৰতো ভৱিষ্যত মংগল নহ'বও পাৰে। ভাৰতীয় জনতা পাৰ্টীৰ অতি উগ্ৰ হিন্দুত্বৰ কাৰ্যসূচীটোৱে দেশৰ অলপ অমংগল কৰিব বুলি আপুনি নাভাবেনে?

**চৌধুৰী :** অমংগল ইতিমধ্যে কিছু পৰিমাণে কৰিছে আৰু এই তেনেকুৱা উগ্ৰ ধৰ্মৰ মতবাদ লৈ থকা কোনো দলৰে আমাৰ দেশত ভৱিষ্যত উজ্জ্বল নহয়।

**বৰগোহাঞি :** আপুনি যে কংগ্ৰেছক বা ইউ-পি-এক ছয় নম্বৰ দিলে, এন-

ডি-এক সাত নম্বৰ দিলে, কোনোবাই যদি সোধে কোনটো কামে আপোনাৰো এন-ডি-এৰ প্ৰতি বেছি আকৃষ্ট কৰিছে। তুলনামূলকভাৱে ইউ-পি-এৰ প্ৰতি কম আকৃষ্ট হৈছে? এন-ডি-এই কৰা দিনত কৰা আটাইতকৈ ভাল কাম কোনটো বুলি ভাবে যিটো পিছত এওঁলোকে কৰিব পৰা নাই বা নকৰিলে?

**চৌধুৰী ঃ** এন ডি এৰ দিনত দেশ হিচাপে ভাৰতৰ আত্মসন্মান তেওঁলোকে বঢ়াবলৈ, বিভিন্ন ধৰণে বঢ়াবলৈ সক্ষম হৈছে। যিটো প্ৰথমবাৰ মই দেখিবলৈ পাইছিলো আৰু মনত এটা আশাৰ সঞ্চাৰ হৈছিল যে নহয় আমাৰ দেশখন এতিয়া এখন আগশাৰীৰ দেশ হোৱাত আৰু কোনো বাধা নাই। প্ৰথম এটা মানসিক পৰিৱৰ্তন মই অহা দেখিবলৈ পাইছিলো। এইটো, মই এই কাৰণেই আৰু যিটো পৰিস্থিতিত তেওঁলোকে ক্ষমতা লৈছিল, সেই পৰিস্থিতিৰ ওপৰত ভিত্তি কৰিয়েই মই এই কথাখিনি কৈছো।

**বৰগোহাঞি ঃ** যিটো নিউক্লীয়াৰ ডীল হ'ল বা আমেৰিকাৰ লগত যিভাৱে এটা আপোচ কৰাৰ নিচিনা হ'ল, সেইটোৰ প্ৰতিবাদত বাওঁপন্থী দলবিলাকে কংগ্ৰেছৰ সমৰ্থন প্ৰত্যাহাৰ কৰিলে। সেইটো প্ৰশ্নত আপোনাৰ মত কি?

**চৌধুৰী ঃ** মই এইটো সমৰ্থন কৰো।

**বৰগোহাঞি ঃ** এইটো সমৰ্থন কৰে। এইটোত আপোনাৰ কোনো দ্বিমত নাই?

**চৌধুৰী ঃ** নাই। এইটোত নাই। এইটো আমাৰ উপযুক্ত সিদ্ধান্ত লোৱা বুলিয়েই মই বিবেচনা কৰো।

**বৰগোহাঞি ঃ** অটলবিহাৰী বাজপেয়ী আৰু মনোমোহন সিং— এই দুজন প্ৰধানমন্ত্ৰী। দুইজনৰে অতি উজ্জ্বল ভাবমূৰ্তি। দুই জন দেশৰ খুব শ্ৰদ্ধেয় ব্যক্তি বুলি ভাবো। তথাপিতো প্ৰধানমন্ত্ৰী হিচাপে সামগ্ৰিক বিচাৰত কোনজন বেছি সফল প্ৰধানমন্ত্ৰী বুলি আপুনি ভাবে?

**চৌধুৰী ঃ** অটলবিহাৰী বাজপেয়ী। কোনো সন্দেহ নাই।

**বৰগোহাঞি ঃ** কি কি কাৰণ? তেওঁৰ কোনখিনি কথাই বেছি আকৃষ্ট কৰিছিল?

**চৌধুৰী ঃ** ইয়াৰ আগতে যিটো কথা ক'লো তেওঁলোকে মানে আমাক এটা, আত্মবিশ্বাস— ভাৰতীয় হিচাপে আনি দিয়াত তেওঁ যিটো নেতৃত্ব দিছিল, সেইটোৰ কাৰণে আৰু দুৰ্ভাগ্যবশতঃ বৰ্তমানৰ প্ৰধানমন্ত্ৰী, তেওঁ যেন আমাৰ ঠিক নেতা নহয়, এনেকুৱা এটা ভাব মোৰ মনত হৈছে। অটলবিহাৰী বাজপেয়ী বা তাৰ আগৰ প্ৰধানমন্ত্ৰী, তেওঁলোক প্ৰধানমন্ত্ৰীও আছিল, দেশৰ নেতাও আছিল। কিন্তু বৰ্তমানৰ প্ৰধানমন্ত্ৰীজনক আমাৰ দেশৰ নেতা যেন নালাগে।

**বৰগোহাঞি ঃ** তেওঁ প্ৰধান মন্ত্ৰী।

**চৌধুৰী ঃ** প্ৰধানমন্ত্ৰী।

**বৰগোহাঞি ঃ** নেতা নহয়।

**চৌধুৰী ঃ** নহয়। নাই এইটো কিন্তু দুৰ্ভাগ্যজনক কথা।

**বৰগোহাঞি ঃ** এইটো দুৰ্ভাগ্যজনক কথা। যিটো পৰিস্থিতিত তেওঁ হ'ল বা হ'বলৈ বাধ্য কৰা হ'ল, বা এতিয়ালৈকে তেওঁ সেইটো মানি লৈছে। সেইফালৰ পৰা আপোনাৰ কথাতো বোধহয় কোনো দ্বিমত হ'ব নোৱাৰে।

**চৌধুৰী ঃ** তেখেত দক্ষ।

**বৰগোহাঞি ঃ** দক্ষ, দক্ষ।

**চৌধুৰী ঃ** অতি দক্ষ লোক।

**বৰগোহাঞি ঃ** সকলো। তেওঁ এজন ডাঙৰ ইণ্টেলেক্টচুৱেল। তেওঁৰ এনেকুৱা সততাৰ এটা অতি বিৰল, অটলবিহাৰী বাজপেয়ীৰো সেইটো আছিলে।

**চৌধুৰী ঃ** আছিল।

**বৰগোহাঞি ঃ** কিন্তু এটা কথা। আপুনি কোৱাটোৰ লগত মোৰ দ্বিমত নাই। যিটো অৰ্থত অটলবিহাৰী বাজপেয়ী প্ৰধানমন্ত্ৰী আৰু দেশৰ সৰ্বোচ্চ নেতা আছিল, সেইটো অৰ্থত মনোমোহন সিঙে পৰিস্থিতিৰ কাৰণেই হওক বা তেওঁৰ খুব নৰম ব্যক্তিত্বৰ কাৰণেই হওক, সেইটো হ'ব পৰা নাই। বাৰু যিহওক, আমি নিৰ্বাচনৰ আগমুহূৰ্তত আপোনাৰ নিচিনা বিদগ্ধ মানুহৰ পৰা বহুত কথা শুনিলো। আশা কৰোঁ আমাৰ শ্ৰোতাসকলে কিছু চিন্তাৰ খোৰাক পাব। আজিলৈ সময় হৈ আহিলে আপোনাক অহাৰ কাৰণে ধন্যবাদ দি আজিলৈ সামৰো।

*(১৭ এপ্ৰিল, ২০০৯-ত প্ৰচাৰিত)*

# খগেন মহন্ত অৰ্চনা মহন্তৰ সৈতে হোমেন বৰগোহাঞি



*"জেং বিহু মই বহুদিন আগতে তুলিছিলো, বৰ কষ্ট কৰি এজন গাঁওবুঢ়াৰ ওচৰলৈ গৈ তেওঁক হাতে-ভৰিয়ে ধৰাৰ নিচিনা আৰু। তেওঁ শুনিব নিদিয়ে, গাব নিদিয়ে। কাৰণ মহিলাৰ বিহু। এখন ওখ বাৰী, যিখন বাৰীত মাহতলী থাকে, কিনাৰৰ গোটেই বাৰীখন থাকে তিতাবাহেকৰ ফুলৰ..."*



**হোমেন বৰগোহাঞি ঃ** আজি মোৰ অতিথি খগেন মহন্ত আৰু শ্ৰীমতী অৰ্চনা মহন্ত। জানুৱাৰী মাহত তেওঁলোক আপোনালোকৰ সন্মুখলৈ আহিছিল। সেয়া আছিল ইংৰাজী বছৰৰ প্ৰথম মাহ। আজি অসমীয়া নতুন বছৰৰ প্ৰথম মাহত আমাৰ নিমন্ত্ৰণ ৰক্ষা কৰি আমাৰ মাজলৈ আহিছে।

মই বিহুগীতক তিনিটা ভাগত ভাগ কৰিছো। প্ৰথমতো যুগ হ'ল বৃটিছসকল অহাৰ আগলৈকে চহা নিৰক্ষৰ কৃষিজীৱী সমাজে মুখে মুখে যিবোৰ অপৰূপ বিহুগীত ৰচনা কৰিছিল তাৰ কিছু নমুনা আজি আমি মহন্ত দম্পতীৰ পৰা শুনিব বিচাৰিম। দ্বিতীয় পৰ্যায়ত সমগ্ৰ বৃটিছ শাসনৰ কালছোৱাত অসমত এক শিক্ষিত সমাজ গঢ় লৈ উঠিল, বাহিৰৰ সাহিত্যৰ প্ৰভাৱো আহিল, এই গোটেইবোৰ মিলি হয়তো বিহুগীতৰ ৰচনাত তাৰো কিছু প্ৰভাৱ পৰিছে। বাগিচাৰ চাকৰিয়েও কিছু প্ৰভাৱ পেলালে। গতিকে সেই যুগত কেনেকুৱা বিহুগীত ৰচনা হৈছিল, সুৰ কি আছিল, কেনেকৈ গাইছিল। তৃতীয় যুগটো আহিলে সাম্প্ৰতিক কালৰ বাণিজ্যৰ যুগ। বিহু নগৰলৈ, মঞ্চলৈ আহিল, বিহু উৎসৱটোক এটা বাণিজ্যিক ৰূপ দিয়া হ'ল। তথাকথিত আধুনিক ৰূপ দিয়া হ'ল। মহন্ত দম্পতীক দেশ-বিদেশৰ বিভিন্ন প্ৰভাৱ আহিলে, এইবোৰৰ প্ৰভাৱত বিহুগীতে কি ৰূপ ল'লে; এই তিনিটা যুগৰ বিহুগীতৰ চানেকি আমি আপোনালোকৰ পৰা শুনিব খুজিছো।

**খগেন মহন্ত ঃ** বিহুক কেন্দ্ৰ কৰি সৃষ্টি হোৱা ৰঙালী বিহু উৎসৱ, ইয়াৰ আচাৰ-অনুষ্ঠান আদিত বিভিন্ন লোকবিশ্বাস নিহিত হৈ আছে। বিহু নামৰ কথা যেতিয়া মনলৈ আনো তেতিয়া লাহে লাহে চ'ত মাহটোলৈ মনত পৰে। চ'ততে বিহু

তৰে। মোৰ ব্যক্তিগত অভিজ্ঞতা, গ্রামাঞ্চলত ঘূৰি, চহা জীৱনৰ মাজত ঘূৰি তাৰপৰা সংগ্রহ কৰা বিহু নামবোৰৰ নামৰ মাজেৰে পোৱা শিক্ষা, ইত্যাদি মাজেৰে যিখিনি দেখা পাওঁ চ'ত মাহত বিহুটো এইবাবে যে খৰাং পথাৰখন কোমল হ'ব লাগিব শস্য সম্ভৱা হ'ব লাগিব, শস্য সম্ভৱা হ'বৰ বাবে তিতিব লাগিব, এইটো হ'বৰ বাবে আপুনি লক্ষ্য কৰিছে যে চ'ত বহাগৰ সংক্রান্তিৰ পৰা বহাগৰ ৮ তাৰিখলৈকে প্রতিটো দিনৰে একো একোটা নাম আছে— যেনে গৰু বিহু, মানুহ বিহু, গোঁসাই বিহু। এই আঠটা দিনত বিহু মাৰে। বিহু মাৰিছিল কাৰণেই সংক্রান্তিৰ দিনৰ পৰা এই আঠ দিনৰ ভিতৰত যেন তেন প্রকাৰেৰে এজাক নহয় এজাক ধুমুহা-বৰষুণ-বতাহ হ'বই। গতিকে মই ভাবিলো যে এইযে ধুমুহা জাক আহে, বড়োসকলে বিশ্বাস কৰে বৰদৈচিলা মাকৰ ঘৰলৈ গৈছে আৰু আমি কওঁ বৰদৈচিলা মাকৰ ঘৰলৈ যায়। আৰু অষ্টম দিনা বিহু সামৰি বিহু উৰুৱাই দিয়ে। দি মানুহ কর্ম্মমুখী হয়। উৎসৱটো হৈছে কর্ম্মমুখী উৎসৱ। আজিকালি এইটো কর্ম বিমুখ উৎসৱত পৰিণত হৈছে।

বৰগোহাঞি ঃ আপুনি বৰ ডাঙৰ কথা এষাৰ কৈছে! মানুহে শুনাটো দৰকাৰ। কর্ম্মমুখী উৎসৱ আছিল এতিয়া কর্ম বিমুখ উৎসৱত পৰিণত হৈছে।

মহন্ত ঃ সেইযে অষ্টম দিনত বিহু উৰুৱালে তাৰ পিছত ঢোলত চাপৰ এটাও নামাৰে। কাৰণ ইতিমধ্যে ধৰিত্রী কোমল হ'ল... নাঙল লৈ মাটিত নামিলে।

বৰগোহাঞি ঃ এতিয়া কিন্তু জেঠ মাহলৈকে বিহু গাই থাকে।

মহন্ত ঃ বিহু যেতিয়া তৰিছে, ইতিমধ্যে কঠিয়াখিনি ডাঙৰ হৈছে। ক'ৰবাত গৰুৱে খাব বুলি জেওৰা দিব লাগিব। কামি চাচি আছে। কট্‌ৰ কট্‌ৰ কৈ। বিহু গাই আছে— বিহুনো ক'ৰপৰা জন্ম হ'ল, কিনো হ'ল, মালিতা হিচাপে গাই আছে!

ঐ লাহে লাহে ঐ বিহু কোনে ঢালে আহে
মান দেশত আছিলি মানতৰা এযুৰি
বিহু কোনে ঢালে আহে
আছিলে নৰীয়া পৰি সমনীয়া
বিহু কোনো ঢালে আহে।

বৰগোহাঞি ঃ এই সুৰটো চাগে সেই চহা মানুহৰ... মানুহক ইম্প্রেছড্ কৰা... মানে অন্তৰৰ পৰা যিটো সুৰ আহিছে...

শ্রীমতী মহন্ত ঃ সহজ-সৰলভাবে।

মহন্ত ঃ আকৌ মালিতা গাইছে—
মোৰ ঘৰ কলীয়া,
ঐ আলাসৰ দেৱতা!

নিলগত আছিলি ঐ।
ঐ কলীমতীক লগ পাই নামি আহিলি
ঐ জিৰালি কলীয়াবৰত।

এইবিলাক বিহুৰ মালিতা। লোক-বিশ্বাসৰমতে বিহু আহিছিল নাহৰৰ কলি নচুৱাই বিহুবৰৰ বোকোচাত উঠি।

**বৰগোহাঞি ঃ** নাহৰৰ কলি নচুৱাই আহিছে বিহুবৰৰ বোকোচাত উঠি, ইমান সুন্দৰ কবিত্বময় প্ৰকাশ।

**মহন্ত ঃ** এইবিলাক মানুহ আনুষ্ঠানিকভাৱে শিক্ষিত নাছিল হয়তো, কিন্তু তেওঁসকলৰ যিটো শিক্ষা— আজিও আমাৰ হৃদয়ত একেবাৰে সাঁচ বহি থকা জ্ঞান আমি তেওঁলোকৰ পৰা পাইছো।

**বৰগোহাঞি ঃ** প্ৰকৃতি সৌন্দৰ্যই যিটো অকৃত্ৰিম আৱেগ জগাইছিল, তাৰ প্ৰকাশ ঘটিছিল।

**মহন্ত ঃ** সম্প্ৰতি কালত দুই একে ইফালে-সিফালে— আজিও মই পঢ়িছো বাতৰি কাকতত যে মন গ'লেই বিহু লিখিব পাৰি। লিখিবই। কিয় নিলিখিব। আজিকালি বিহুটো বেলেগেই। বিহুটো তেতিয়ালৈকে গ্ৰহণযোগ্য হ'ব যেতিয়ালৈকে সামগ্ৰিকভাৱে গ্ৰাম্য সমাজক লৈ, চহা জীৱনক লৈ, নগৰীয়া জীৱনক লৈ সামগ্ৰিকভাৱে জাতিটোক লৈ— জাতিটো যিমানলৈকে উত্তৰণ বা উন্নতি ঘটিছে, সিমানলৈকে গ্ৰহণীয় হ'ব।

**বৰগোহাঞি ঃ** বিহুৱে যি মাটিৰ পৰা ৰস আহৰণ কৰি ফলে-ফুলে জাতিস্কাৰ হৈছে তাক যদি গুৰিতে কাটি দিয়া হ'য় সেইটোতো আৰু বিহু হৈ নাথাকে।

**মহন্ত ঃ** একেবাৰে আচল কথা কৈছে। এইটো মানে একেবাৰে শিপা কটা কথা।

**বৰগোহাঞি ঃ** শিপা কাটি নকল, প্লাষ্টিকৰ ফুলৰ নিচিনা কথা হৈছে। প্লাষ্টিকৰ ফুলো দেখিবলৈ আচল ফুলৰ দৰে, এতিয়াৰ বিহু নাচ আৰু গীতও নকল প্লাষ্টিকৰ ফুলৰ দৰে।

বৃটিছ যুগত বিহুলৈ কি পৰিবৰ্তন আহিল?

**মহন্ত ঃ** ৰেল গাড়ীৰ ৰাস্তা এটা কৰি ল'লে— যিহেতো উজনীলৈ যাওঁতে দূৰ হয় ,তেওঁলোকৰ বাগিচাৰ ওচৰে ওচৰৰে ৰেলৰ আলিটো গুচি গৈছে।

**বৰগোহাঞি ঃ** সেয়া বাণিজ্যিক প্ৰয়োজনতহে কৰিছে।

**মহন্ত ঃ** তেতিয়া আৰ্থ-সামাজিক জীৱনৰ অংগ হৈ পৰিছে ,কেনেকৈ, আগতে

খেতিয়কজনে গৰুগাড়ী এখনত ডাঙৰীখিনি, কঠিয়াখিনি তুলি ১৫ মাইল দূৰৈৰ পামত গৈ কৰে। এতিয়া এতিয়া হ'ল কি ৰেলৰ উকি শুনি ডাঙৰীখিনি কান্ধত লৈ ৰেলত উঠিলে আৰু ১৫ মাইল দূৰৈত নামি দিলে। দিনটো কলে। আঠিয়া কল, চিৰা ঘৰৰ পৰা যি নিছিল খালে, আকৌ গধূলি ৰেলৰ উকি শুনি ৰেলত উঠি ঘৰ পালেহি। ঘৰ পাই ক'লে ঐ ল'ৰাৰ মাক দে, মই হাত-ভৰি ধুলো।

**বৰগোহাঞিঃ** ৰেলৰ উকিটোৱে মানুহৰ কল্পনাক খুব আলোড়িত কৰে নহয়? যেন বহুত দূৰ দূৰণিলৈ মানুহক মাতিছে, এনেকুৱা এটা ভাব হয়।

**মহন্তঃ** কিন্তু সেইটো— ৰেলগাড়ী অহাৰ লগে লগেই ৰেল গাড়ীখন বিহুগীতত সোমোৱা নাই। কাৰণ ৰেলগাড়ীখন জীৱনৰ অংগ হোৱা নাছিল, জীৱনৰ ভিতৰত সোমোৱা নাছিল

**শ্ৰীমতী মহন্তঃ** যেতিয়া জীৱনৰ ভিতৰত সোমাই গ'ল—

**মহন্তঃ** যেতিয়া জীৱনত সোমাই গ'ল—

**বৰগোহাঞিঃ** তেতিয়াই হৃদয়ত সোমাব।

**মহন্তঃ** যেতিয়া হৃদয়ত সোমাই গ'ল তেতিয়াহে সামগ্ৰিকভাৱে জাতীয় জীৱনৰ এটি অংগ হ'ল।

**বৰগোহাঞিঃ** মানুহৰ চেতনাৰো এটি অংগ হ'ল।

**মহন্তঃ** তেতিয়াই গালে—

উকিয়াইনো উকিয়াই ৰেলগাড়ীখন চলি যায়
অ' আইতা
ই ষ্টেচনৰ মুখলৈ চায়।
তোমাক দিব উলিয়াই ঐ
মইনো কান্দিম ৰিঙিয়াই অ'
অ' আইতা,
তোমালোকৰ পদূলিলৈ চাই।

**বৰগোহাঞিঃ** এইবোৰ কিন্তু সেই চহা মানুহৰে ৰচনা আছিল। তেওঁলোকৰ কল্পনাক যিদৰে আলোড়িত কৰিছিল ৰেলগাড়ীখনে, তেওঁলোকৰ ভাষাত সোমাই গ'ল।

**মহন্তঃ** তেওঁলোকৰ জীৱনৰ, আৰ্থ-সামাজিক জীৱনৰ অংগ হৈ গ'ল নহয়, সেই কাৰণে আহি সি সোমাল। তাৰমানে এইটো নহয় যে ৰেলগাড়ীখন আহিছে বাবে ৰেল লিখি দিছে।

**শ্ৰীমতী মহন্ত :** নাহৰ ফুল, তগৰ ফুলৰ লগতে আহিয়ে যায় ট্ৰেইনখন।

**মহন্ত :** গতিকে ষ্টেচন শব্দ সোমাই গৈছে, অতি সাহসিকতাৰে তেওঁলোকে এই শব্দ সুমুৱাই দিব পাৰিছে।

**শ্ৰীমতী মহন্ত :** ক'ব নোৱাৰাকৈয়ে আহিছে।

**বৰগোহাঞি :** স্বাভাৱিকভাৱে সোমাই গৈছে বাহিৰৰ পৰা আৰোপ কৰা নহয়। তেওঁলোকৰ অন্তৰৰ পৰা আহিছে।

**মহন্ত :** আৰু গায়—

ভটিয়াই গ'লৈগে কোম্পানীৰ জাহাজ ঐ, বাটত খায়ে গ'ল ঐ জৰা।

**শ্ৰীমতী মহন্ত :** জৰা টেঙা লৈ যায়। (হাঁহি মাৰে)

**মহন্ত :** তেওঁলোকে চিঙ্ৰা লৈ নাযায় কিন্তু। এতিয়াও চিঙ্ৰাটো ভৰাব পৰা হোৱা নাই।

**বৰগোহাঞি :** আমাৰ গাঁওৰ পৰা ব্ৰহ্মপুত্ৰ ৮ মাইল দূৰৈত। এতিয়াৰ হিচাবত ১২ কি.মি.। আমি গা-ধুবলৈ গৈ সেই জাহাজখনৰ উকিটো শুনো। মই তেতিয়ালৈকে ব্ৰহ্মপুত্ৰ দেখা নাই; কিন্তু জাহাজখনৰ উকিটো আঠমাইল উৰি আহি আমাৰ কাণত পৰে। আমি তেতিয়া গা-ধুবলৈ এৰি, খেলিবলৈ, সাতুৰিবলৈ এৰি ক্ষন্তেক সময়ৰ বাবে উন্মনা হৈ পৰো। যে কিমান দূৰৈৰ পৰা সেই জাহাজখনৰ উকিটো আহিছে। ক'ৰ পৰা জাহাজখন আহিছে, ক'লৈ গৈছে, সেইখন কোন অজান জগত। এতিয়া আপোনাৰ বিহুটো শুনি সেইটো মনত পৰিছে।

**মহন্ত :** গাঁৱত শিকিছিলো, বিহুৰ যন্ত্ৰপাতি সকলো বিহুৰ নামতে সোমাই আছো। (মহন্ত দম্পতীয়ে একেলগে গায়)

ঐ কলীদৈ ম'হৰে শিঙে ঐ মইনা,
সাজিলো ৰংদৈ পেপাঁ ঐ মইনা,
ক'লী দৈ ম'হৰ ম'হৰে শিঙ ঐ মইনা
নলৰে এচাৰি বাঁহৰে বুলনি নলীয়া কটাৰী লৈয়ে...
তাৰে ধন কাটিলো পেপাঁ ঐ মইনা,
টিহিটি, টিহি কৈ বাজে ঐ মইনা মইনা
দেহা মনে ঐ উতলা উতলা কৰে,
আগলী বাঁহৰে পাবে ঐ মইনা
সাজো লাহৰী গগণা ঐ মইনা

আগলী বাঁহৰে বাহৰে পাব
দুফালে দুছটি, মাজতে এছটি
মুগা সুতা লগায়ে বায়ে ঐ
বহি তাঁতৰ পাতত বায়ে ঐ মইনা
কেও কেওঁ কৈ কৈ বাজে ঐ মইনা মইনা
দেওধনী জাঁগি যায় ঐ গাত।

**মহন্ত ঃ** উজনীত যে বিহুটো— আচলতে, সেইটো নামনিলৈ অনাহে হৈছে।

**বৰগোহাঞি ঃ** অনাটো কোনো দোষণীয় কথা নহয়; বতাহ যেনেকৈ চাৰিওফালে বৈ যায়, ঠিক তেনেকৈ ভাল বস্তু চাৰিওফালে বিয়পি যাব।

**মহন্ত ঃ** বৈ যোৱাব লাগিব। সাতটা দিনৰ বাবে একেধৰণে যদি নগৰীয়া বিহুও উদ্‌যাপিত হ'য়, তেতিয়া আমি দেখিলো মানুহৰ এটা জাতি যেন লাগিব। সাত দিনৰ কাৰণে হ'লেও। বাকীখিনি আমি খকা-খুন্দা কটা-মৰা কৰিয়ে থাকো—

উজনীৰ বিহুত ঠাইবোৰৰ নাম থাকে। (দুয়ো গায়)

ঐ পাত, পাত, পাত চণ্টক, মৰিয়ণী মাজুলী কিমান বাট
ঐ পাত, পাত, পাত চণ্টক, মৰিয়ণী মাজুলী কিমান বাট
ইফালে নাচাবি, সিফালে নাচাবি
মাজতে নাচি থাক।
ঐ নাচোনত লাগিব লাগিব পাক।
পাক, পাক ঐ পাক, নাচোনত লাগিব লাগিব পাক।
চাচোন বান্ধে, জাঁতি বাঁহৰ কাকৈ শুকান সৰিয়হৰ
বেলনা বান্ধে, ধনশিৰী বগৰী তলৰে নৈ
আহ ঐ আহ ঐ ওমলোগৈ।

**বৰগোহাঞি ঃ** বিহুগীতত প্ৰকৃতি, সংস্কৃতি, ভূগোল, ইতিহাস, জীৱনধাৰা সকলো সোমাই থাকে। জেং বিহুটো আচলতে কি এক নিৰ্দিষ্ট ঠাইত সীমাবদ্ধ নেকি?

**মহন্ত ঃ** জেং বিহু বিভিন্ন গাঁৱত আছে কিন্তু আইসকলে কৰে।

**বৰগোহাঞি ঃ** আন বিহুগীতৰ লগত জেং বিহুৰ পাৰ্থক্য বুজাবলৈ আপুনি এটামান কলি গাই দিয়কচোন।

**মহন্ত ঃ** জেং বিহু মই বহুদিন আগতে তুলিছিলো, বৰ কষ্ট কৰি এজন গাঁওবুঢ়াৰ ওচৰলৈ গৈ তেওঁক হাতে-ভৰিয়ে ধৰাৰ নিচিনা আৰু। তেওঁ শুনিব নিদিয়ে, গাব

নিদিয়ে। কাৰণ মহিলাৰ বিহু। এখন ওখ বাৰী, যিখন বাৰীত মাহতলী থাকে, কিনাৰৰ গোটেই বাৰীখন থাকে তিতাবাহেকৰ ফুলৰ...

**বৰগোহাঞি ঃ** (হাঁহি-হাঁহি) আপুনি মানে গোটেই বাৰীখন তুলি আনিছে।

**মহন্ত ঃ** (হাঁহি-হাঁহি) মাজত হয় এজোপো আম নহয় এজোপা কঁঠাল বাৰীখনতে থাকে তাতে গৈ পেলাই মহিলাসকলে গামোচা এখন বান্ধি দিয়ে।

**বৰগোহাঞি ঃ** মানে প্ৰকৃতিৰ লগত জীৱনটোযে ইমান নিবীৰভাৱে সংলগ্ন। মানুহৰ জীৱন, প্ৰকৃতিৰ জীৱন একেডাল সূতাৰে গাঁথা হৈ আছিলে তেতিয়া।

**মহন্ত ঃ** সাম্প্ৰতিক কালত এতিয়া কেউফালে জনপ্ৰিয় হৈছে ৰেপ মিউজিক। খুব ফাৰ্ষ্ট, মুখখন একেবাৰে লাওপাত-কঁচুপাতৰ নিচিনাকৈ গান গাই— একেবাৰে...

**বৰগোহাঞি ঃ** (হাঁহি) এক্‌জেক্টলি, একেবাৰে লাওপাত-কঁচুপাত।

**মহন্ত ঃ** কিন্তু এই বস্তুবিলাক আমাৰ আইসকলৰ মাজতে আছে। আমাৰ পুৰণি বুৰঞ্জীয়ে ঢুকি নোপোৱা দিনতে।

**বৰগোহাঞি ঃ** আমি কাৰো পৰা শিকিব নেলাগে, আমাৰে আছিলে।

**মহন্ত ঃ** আচৰিত ৰিডিম, সেইকাৰণে প্ৰত্যেকটো জাতিৰ নিজস্ব ৰিডিম ছন্দ, গতি, লয়, একোটা— প্ৰত্যেকটে' জাতি-উপজাতিৰ জনগোষ্ঠীৰ নিজস্ব অংগ সঞ্চালন বেলেগ।

**বৰগোহাঞি ঃ** ৰেপ মিউজিকটো মূলতঃ আফ্ৰিকান সংগীতৰ পৰাইতো আহিছিলে। আমাৰ যে কৈছে অসমীয়া বিহুগীততো বা বিভিন্ন ঠাইতো আছে; প্ৰাচীন কালতেই সেই সমাজৰ অৰণ্যবাসী সমাজৰ বহু কথাত মিল আছিলে।

**মহন্ত ঃ** আফ্ৰিকান মিউজিকৰ ছাণ্টান্না বুলি যিখন ৰেকৰ্ড আছে, সেইখন যদি আপুনি শুনে তাত দেখা পাব, বিহুৰেই বজাইছে নেকি?

**বৰগোহাঞি ঃ** মানে সেই মেঘৰ শব্দ, বতাহৰ শব্দ, ধুমুহাৰ শব্দ, বৰষুণৰ শব্দ।

**মহন্ত ঃ** সেই গীতবিলাক এনেকুৱা আছিলে, তাত ঢোল নেথাকে, বহিলে, চাপৰি বজায়, ৰেপনিডাল বজায় কড়ি এটাৰ সৈতে, কৰতাল বজায়, পাটিতাল বজায় আৰু এলুমিনিয়ামৰ বাঁহী এটা বজায়।

**বৰগোহাঞি ঃ** সেইটো বাৰু নতুনকৈ কৰি দিছে। আগতেতো এলুমিনিয়াম নাছিল।

**মহন্ত ঃ** তাকেতো, এলুমিনিয়ামৰ বাঁহীটো যে কেনেকৈ ক'ৰপৰা...

**বৰগোহাঞি ঃ** সেইটো মানুহৰ উদ্ভাৱনী শক্তি, দেখিলে যে কামত লগাব পাৰি।

**মহন্ত ঃ** এ কেতেকী চৰায়ে...

এ আজি বিহু বিহু কালি বিহু বিহু (ৰেপ সংগীতৰ দৰে গায়)

**বৰগোহাঞি ঃ** ৰেপ মিউজিকতকৈ এইটোতো বেছি ভাল।

**মহন্ত ঃ** ঢোলে-খোলে একেবাৰে গোটেই

লিৰিকেল কোৱালিটিটো বেছি ইয়াত। এতিয়া যিটো আধুনিক ৰেপ মিউজিক, সেইটো ঘাইকৈ পুৰুষে গায়। আচ্ছা আমাৰ মহিলাসকলে সেই যুগতে এটা নিজৰধৰণে ৰেপ মিউজিকৰ লগত ফেৰ মাৰিব পৰা এটা বস্তু, এটা সাংগীতিক লহৰ সৃষ্টি কৰিছিল।

**বৰগোহাঞি ঃ** এতিয়া মহন্ত, আপুনি এই বৰ্তমান বাণিজ্যিক যুগলৈ আহক।

**মহন্ত ঃ** প্ৰথমে বহুদিন বিহু আমিয়েই গালো। গাই ফুৰিলো গাই ফুৰিলো, তেতিয়া আমি বাণিজ্যিক দিশটো ইমান চোৱা নাছিলো, চাইছিলো বিহুটো কেনেকে এটা কৰিব পাৰি। কিন্তু নতুন চামৰ মাজত কিছু শিল্পী আহিলে, হঠাৎ দেখিবলৈ ল'লে বৰ জনপ্ৰিয়। আমাৰ এখন ৰেকৰ্ড আছিল— ধনশিৰি পাৰে হৈ ঢপলিয়াই আহিলো, পকা তুলতুল বিলাহী— এনেকুৱা গীতৰ যিখন ৰেকৰ্ড আছিল, খুব জনপ্ৰিয় হৈছে, এই চিডি কোম্পানীৰ খুব বিক্ৰী হৈছে।

**বৰগোহাঞি ঃ** সেইটো আধুনিক যুগৰ সৃষ্টি নে আগৰ যুগৰ?

**মহন্ত ঃ** আগৰ।

**বৰগোহাঞি ঃ** গীতটো আগৰ যুগৰ?

**মহন্ত ঃ** সেইটো আজি এখন কাকতত হয়তো আধুনিক কৰি পেলালে। আধুনিক গীত বুলি কোৱা হৈছে, কেশৱ মহন্তই লিখা বুলি কোৱা হৈছে, কেশৱ মহন্তই। লিখা আছে, ধৰিব নোৱাৰে কোনেও। কেশৱ মহন্ত যি লিখিছে— পাটকাই নহ'লে হিমালয় নহ'লে বগাই চালোহেঁতেন টিং, দিকচৈ বাটতে থাকিবলৈ ল'লা কাণত নপৰে সেই ৰিং।

**বৰগোহাঞি ঃ** অতীতৰ যুগটো খুব মানে আত্মস্থ কৰি লৈ অতীতৰ মানুহটো হৈ লিখিছে।

**মহন্ত ঃ** গতিকে তেওঁ যিটো লিখিছে কুৰি হেজাৰ বছৰ আগৰ বুলি ক'লেও কোনেও ক'ব নোৱাৰে... কিন্তু সাম্প্ৰতিক কালত দেখিলে যে ব্যৱসায়িক দিশটোত... এইটোচোন বহুত বেপাৰ কৰিব পাৰি। মই এটা বিহুৰ কেছেট কৰিবৰ কাৰণে

গোটেই বছৰটোত সংগ্ৰহ কৰো, কৰি কোনোমতে ৪২ মিনিটৰ বিহু উলিয়াওঁ।

**বৰগোহাঞিঃ** মানে এটা বছৰত ৪২ মিনিটৰ বিহু উলিয়ায়?

**মহন্তঃ** মানে গোটেই গাঁৱে গাঁৱে গৈ ক'ৰবাত হয়তো সান্দহ খুৱালে, কেতিয়াবা গৈছো বকোৰফালে...

**বৰগোহাঞিঃ** আপুনি কিন্তু এটা ডাঙৰ সাধনা কৰি ভৱিষ্যৎ বংশৰ কাৰণে বহুত বস্তু ৰক্ষা কৰি গ'ল।

**মহন্তঃ** কিন্তু সম্প্ৰতি যি ব্যৱসায়িক দিশত বিহুটো আহি গ'ল, আহি যাওঁতে হ'ল কি ইয়াতে হোটেলত গধূলি সময়ত বহিলে, আপুনি অলপ আগতে কৈছিল, কাগজ হ'লেই হ'ল, কলম হ'লেই হ'ল, আজিকালি লিখিব পাৰি। ঠিক তেনেকুৱা হৈছে। কাইলৈ বিহুগীতৰ কেছেট ৰেকৰ্ডিং হ'ব ৪৫ মিনিটৰ। আজি হোটেলত বহি গ'ল, বহি লৈ একেকোবেই লিখি দিলে। আৰু লিখোতে কি লিখিছে! নগৰীয়া মধ্যবিত্ত জীৱনৰ প্ৰেম-পীৰিতি আৰু বিহুগীতখিনিক কেৱল যৌন প্ৰবৃত্তিমূলক গীত— কিছু এটা জমনি কৰি দিলেই বেপাৰো হ'ব, আৰু...

**মহন্তঃ** লিখোতে চিন্তা এটা হয় যে কিটো শব্দ শুনিলে গ্ৰাহকে কিনিব।

**বৰগোহাঞিঃ** বিহুটো এতিয়া এটা পণ্য সামগ্ৰী।

**মহন্তঃ** পণ্য সামগ্ৰীত... পৰিণত হ'ল। লগতে মই এষাৰ কথা ক'ব খুজিছো যে বিহুৰ তাৎপৰ্য নুবুজাকৈ বিহু লিখাটো যিটো মোৰ ধাৰণা আপোনাক কৈছিলোৱেই। এখন বিয়াত যেনেকৈ ধৰ্মও থাকিব, নাম থাকিব, জোকোৱা-জোকি থাকিব, নামেৰে উত্তৰা-উত্তৰি হ'ব।

**বৰগোহাঞিঃ** নিৰ্মল ধেমালিৰ পৰা ধৰ্মলৈকে গোটেইখিনি।

**মহন্তঃ** হয় হয়, গোটেইখিনি থাকিব।

**শ্ৰীমতী মহন্তঃ** গোটেইখিনি থাকিব।

**বৰগোহাঞিঃ** জীৱনক সাঙুৰি লোৱা চব বস্তুৱেই।

**মহন্তঃ** গতিকে বিহু বুলি ক'লে সামগ্ৰিকভাৱে সেইটোহে হ'ব। কাৰণ বিয়া পতিছো— অষ্টম দিনৰ পৰা আমি কৰ্মমুখী হ'ম।

**বৰগোহাঞিঃ** এটা বছৰৰ কৰ্মৰ প্ৰস্তুতি সেইটো।

**মহন্তঃ** কেৱল যদি যৌন প্ৰবৃত্তিমূলক কিছু কথাৰে সৈতে... তুমি পিন্ধিছা মেক্সি, দেখিবলৈ হৈছা ছেক্সী...

**বৰগোহাঞি ঃ** এইবোৰো গাইছে? এইটো বিহুগীতত লিখিছেই? এইটো বিহুগীত হ'ব নোৱাৰে।

**মহন্ত ঃ** কিন্তু সেইটো এতিয়া এটা চামে গ্ৰহণ কৰিব খুজিছে।

**বৰগোহাঞি ঃ** সেইকাৰণে মহন্ত আপুনি আজিকালিৰ যুগত যিটো বিহুগীত বুলি চলিছে, বিহুৰ ভাষা বদলি হৈছে, ভাব বদলি হৈছে, সুৰ সলনি হৈছে, তাৰ এটা নমুনা হিচাপে— এতিয়া বিহু বুলিনো মানুহে কোনটোনো গ্ৰহণ কৰিছে, বা মানুহে গ্ৰহণ কৰিবলৈ বাধ্য হৈছে?

**মহন্ত ঃ** নহয় এতিয়া মই সেইটোৰেইতো ক'লো, গ্ৰহণ কৰাটো মানে হিন্দী চিনেমাৰ গীত এটিৰ সুৰ... যিটো আপোনাৰ— কাঞ্চাৰে কাঞ্চীৰে..: মাজত দুই এটা শব্দ দি দিছে, ৰহেদৈ, মাইজান, চেনীমাই, বিজুলী,

**শ্ৰীমতী মহন্ত ঃ** মাজত ঢোলৰ চাপৰ

**মহন্ত ঃ** নিদৰ্শন স্বৰূপে বহুতো মোৰ হাতত আছে, কিন্তু মই গোটেইবোৰ গাব নোখোজো।

**বৰগোহাঞি ঃ** কিন্তু মোৰ উদ্দেশ্যটোৰেই ব্যৰ্থ হ'ব দেখোন। মই এতিয়া তিনিটা যুগৰ নমুনা দেখুৱাব খুজিছিলো।

**শ্ৰীমতী মহন্ত ঃ** (হাঁহি হাঁহি) সেইটো কোৱা হৈছে, নমুনাটো কোৱা হৈছে আৰু।

**বৰগোহাঞি ঃ** কিন্তু গাব নোখোজে আৰু। তুমি পিন্ধিলা মেক্সী

**মহন্ত ঃ** দেখিবলৈ হ'লা ছেক্সী। সেইটো মই কেনেকৈ গাম?

**বৰগোহাঞি ঃ** নাই নাই, সেইটো মই গাবলৈ নকওঁ।

**মহন্ত ঃ** যি ৰচনা আমি গাইছিলো... পাটকাই নহ'লা, হিমালয় নহ'লা...

**বৰগোহাঞি ঃ** সেইটোকে গাওক। সেইটোকে গাই মধুৰেন সমাপয়েত কৰক।

**মহন্ত ঃ** সেইটো আজিৰ গীত কিন্তু। কেশৱ মহন্তই লিখা।

**বৰগোহাঞি ঃ** কেশৱ মহন্তই আজিৰ যিটো গীত ৰচনা কৰিছিল, অথচ তাত চিৰকালৰ বিহুটো সোমাই আছে।

**শ্ৰীমতী মহন্ত ঃ** তেনেকুৱাই হ'ব লাগে এতিয়া।

**মহন্ত ঃ** তেওঁ যোজনা লিখিছে

(গীতটো গাই)

কোমলকৈ বাঁহৰে লেকেচি লেহুকা

পাতলকৈ পাবতে পাখি
বা লাগিছে মন ছিঙা সুন্দৰী
অ' আমাকো নথবা ৰাখি
পাটকাই নহ'লা হিমালয় নহ'লা
বগাই চালোহেঁতেন

**মহন্ত ঃ** বিহুৰ ছন্দৰ পৰাই মই ক'ত ওলাই গ'লো, তেওঁবা ছন্দৰ পৰা ক'ত ওলাই গ'ল বা তেওঁ বিহুৰ ভাষাৰ পৰা ক'ত ওলাই গ'ল...

**বৰগোহাঞি ঃ** আপুনি যদি কেশৱ মহন্তই লিখা বুলি নক'লেহেঁতেন, মইতো সেই... মই ভাবিছো... এশ বছৰ আগতেও মানুহে এনেকৈয়ে বিহু গাইছিলে। এনেকৈয়েই বিহুগীত ৰচনা কৰিছিলে, সেই বুলিয়েই মই ভাবিলোহেঁতেন।

**শ্ৰীমতী মহন্ত ঃ** বৰ্তমানো এতিয়া... তেনেকুৱা বিহুবিলাকহে আমাৰ গাবলৈ মন যায়।

**বৰগোহাঞি ঃ** বিহুগীত আচলতে কি বস্তু আছিলে, আমি এতিয়া কি কৰি পেলাইছো, তাৰ এটা আভাস মানুহে পালে। মই ভাবো যে বিহুৰ বতৰত অসমবাসীলৈ, অসমীয়া ৰাইজলৈ ইয়াতকৈ ডাঙৰ মধুৰ উপহাৰ একো হ'ব নোৱাৰে। এই অনন্য উপহাৰ দিয়াৰ কাৰণে আপোনালোক দুয়োকে নমস্কাৰ আৰু ধন্যবাদ জনাইছো।

**মহন্ত/শ্ৰীমতী মহন্ত ঃ** ধন্যবাদ।

*(২৪ এপ্ৰিল, ২০০৯-ত প্ৰচাৰিত)*

# ডাঃ চেলিম আলিৰ সৈতে হোমেন বৰগোহাঞি



*"খাদ্য যেতিয়া বাঢ়ে মানুহৰ জনসংখ্যাও বাঢ়ে। কিন্তু এটা সময়ত গৈ খাদ্যৰ উৎপাদন বাঢ়ি গৈ থাকে, কিন্তু জনসংখ্যা আৰু নাবাঢ়ে।"*



**হোমেন বৰগোহাঞি :** নমস্কাৰ। আকৌ এবাৰ নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ স্বাগতম জনাইছো। আজি মোৰ অতিথি ড° চেলিম আলি। ১৯৭৮ চনত উচ্চ শিক্ষাৰ কাৰণে এখেত জাৰ্মানীলৈ গৈছিল। মাজে মাজে অসমলৈ আহিলেও এখেত জাৰ্মান নাগৰিক আৰু জাৰ্মানীৰ ছোৱালী বিয়া কৰাইছে। তেখেত জাৰ্মানীৰ অলডেনবাৰ্গ বিশ্ববিদ্যালয়ৰ সমাজ বিজ্ঞান বিভাগৰ অধ্যাপক আৰু সমাজ বিজ্ঞানৰ ক্ষেত্ৰত তেখেতৰ অধ্যয়নৰ বিশেষ ক্ষেত্ৰৰ— সমাজ বিজ্ঞানৰ যিটো শাখাই খাদ্য সম্পৰ্কে গৱেষণা কৰে আৰু অধ্যয়ন কৰে। খাদ্য মানে ডাক্তৰৰ ভাষাত যিটো খাদ্য সেইটো নহয়, সমগ্ৰ বিশ্বত খাদ্যৰ লগত যিটো অৰ্থনীতি জড়িত আছে— খাদ্যৰ সমস্যা, খাদ্যৰ অভাৱ, এইবিলাক কথা লৈ সমাজ বিজ্ঞানৰ যিটো শাখাই অধ্যয়ন কৰে; সেই বিষয়ত তেখেতে বিশেষভাৱে অধ্যয়ন কৰিছে। তেখেতে নিজে কিছুমান সৰু সৰু কিতাপ লিখিছে। এখন লিখিছে মাংসৰ বিষয়ে। এখন লিখিছে আলুৰ বিষয়ে। তেওঁ নিজৰ পইচাৰে সেইখিনি ছপা কৰি, সেইবোৰ বিনামূলীয়াকৈ বিতৰণ কৰে। সেইবোৰ কথা বিবেচনা কৰি মই তেখেতক আজি অসমৰ মানুহৰ লগত চিনাকি কৰি দিবলৈ আৰু তেখেতৰ কেইটামান মূল্যবান কথা শুনিবলৈ মাতি আনিছো।

আপুনি জাৰ্মানীলৈ গৈ প্ৰথম কি ধৰণৰ অসুবিধাৰ সন্মুখীন হৈছিলে, কেনেকৈ আপুনি সমাজ বিজ্ঞান পঢ়িবলৈ সুবিধা পালে? আপোনাৰ নিজৰ বিষয়ে পৰিচয়টো চমুকৈ দিয়ক।

**ড° চেলিম আলি :** মই লণ্ডনত এটা কম্পিউটাৰ ট্ৰেইনিং ক'ৰ্ছৰ কাৰণে গৈছিলো। কিন্তু কামটো লণ্ডনত কৰিলে দেখিলো খৰচ খুব বেছি। সেয়ে

জাৰ্মানীলৈ গুচি আহিলো। মই চেষ্টা কৰিলো এই ট্ৰেইনিংটো তাত ল'বৰ কাৰণে। এখন প্ৰদৰ্শনীত পাব্লিছিং হাউছৰ মালিক এজনক লগ পালো। তেখেতে পাব্লিছ কৰিছিল বিকল্প মেডিচিনৰ...

**বৰগোহাঞি ঃ** চিকিৎসা পদ্ধতি?

**আলি ঃ** তেখেতে বহুত দিনৰ পৰা ভাৰতৰ লগত সম্বন্ধ গঢ়াৰ চেষ্টা কৰি আছিল। মোক সুধিলে এই বিষয়ে মই জানো নেকি? মই জানিছিলো— অলপ হোমিঅ'প্যাথিৰ বিষয়ে। মোৰ বৰদেউতাই হোমিঅ'প্যাথিক কিতাপবোৰ পঢ়ি ট্ৰিটমেণ্ট কৰিছিল। তেতিয়া তেখেতে ক'লে যে মই যদি এই বিষয়ে তেওঁলোকৰ লগত কাম কৰো তেতিয়াহ'লে খুবেই ভাল হ'ব। মই ক'লো— মইতো ইয়ালৈ পঢ়িবলৈ আহিছো। তেতিয়া তেখেতে ক'লে যে পঢ়িবও পাৰি, কাম কৰাৰ লগতে। মই তেতিয়া আৰম্ভ কৰিলো। তেওঁৰ লগত কাম কৰাৰ প্ৰায় কেইমাহমানৰ ভিতৰতে মই ইণ্ডিয়াৰ পৰা প্ৰায় এহেজাৰ কিতাপ তালৈ লৈ গ'লো। পাব্লিছিং হাউছে দেখিলে যে মই ভাল কামেই কৰি আছো আৰু কৰিব পাৰো। সমৰ্থবান কাৰণে তেখেতসকলে চেষ্টা কৰিলে মোক তাত কামৰ যিটো নেকি অনুমতি, সেইটো চৰকাৰৰ ফালৰ পৰাও দিয়া হওক। চৰকাৰৰ তৰফৰ পৰা দেখিলে এইজন মানুহক ইয়াত ছাত্ৰ হিচাপে কাম কৰিব অনুমতি দিয়া নহয়। তেতিয়া সেই পাব্লিক হাউছটোৱে এখন চিঠি লিখিলে জাৰ্মানী প্ৰেছিডেণ্টৰ তেতিয়াৰ...

**বৰগোহাঞি ঃ** নাম কি আছিল তেখেতৰ?

**আলি ঃ** ড° কাৰ্ল খাছ নু আৰু তেখেতৰ পত্নী আছিল ড° ভেৰনিক খাছ নু। ভেৰনিক খাছ নু আছিলে হোমিঅ'প্যাথিক ডাক্টৰ। আৰু তেখেতে এই পাব্লিছিং হাউছৰ পৰাই কিতাপ কিনি পঢ়ে। তেতিয়া তেওঁলৈ চিঠি লিখিলে যে আমাৰ এজন বন্ধু আহিছে ইণ্ডিয়াৰ পৰা আৰু তেখেতে আমাক সহায় কৰে এই ক্ষেত্ৰত। গতিকে তেখেতক আমাৰ ইয়াত কাম কৰাৰ অনুমতি দিয়াৰ দৰকাৰ।

**বৰগোহাঞি ঃ** আপুনি অনুমতি পোৱাৰ পিছত তাতে চাকৰিও কৰিলে, অধ্যয়নো কৰিলে আৰু অৱশেষত আপুনি সমাজ বিজ্ঞানত অধ্যাপক হিচাপে নিযুক্তিও পালে। জাৰ্মানীত হঠাৎ বিকল্প চিকিৎসা পদ্ধতিৰ প্ৰতি ইমান কৌতূহল বা আগ্ৰহ হ'ল কিয়?

**আলি ঃ** জাৰ্মানীত আগতে বহুত বিকল্প চিকিৎসা পদ্ধতি আছিল। আধুনিক মেডিচিনে বিকল্প মেডিচিনবিলাকক আঁতৰাই দিলে। উদাহৰণস্বৰূপে হোমিঅ'প্যাথিৰ জন্ম হৈছিল জাৰ্মানীত, কিন্তু জাৰ্মানীত হোমিঅ'প্যাথিক চিকিৎসা প্ৰায় মৰিয়ে গৈছিল।

**বৰগোহাঞিঃ** জাৰ্মানীত অকল হোমিঅ'প্যাথি বুলি নহয়, সমগ্ৰ বিকল্প চিকিৎসা পদ্ধতিৰ ক্ষেত্ৰত কিমান আধুনিক এখন উন্নত দেশ, তেনেস্থলত তেওঁলোক হঠাৎ কিয় আগ্ৰহী হৈছিল? তেওঁলোকে এইটো স্বীকাৰ কৰি লৈছে নেকি যে যিটো প্ৰচলিত Conventional মেডিচিন, তাতোকৈ এই বিকল্প চিকিৎসা পদ্ধতি মানৱজাতিৰ কাৰণে বেছি কামত আহিব?

**আলি ঃ** তেওঁলোকে দেখিছে যে যিটো নেকি আমাৰ আধুনিক মেডিচিন আছে, অকল আধুনিক মেডিচিনেই নহয়, আপোনাৰ ইক'নমীও। চিকিৎসা ব্যৱসায়ত আটাইতকৈ ধনী ধনী কোম্পানীবিলাক হ'ল নিৰ্ভৰশীল। মেডিচিনৰ কোম্পানী। আটাইতকৈ ধনী মানুহবোৰ হ'ল ডাঙৰ ডাঙৰ ডাক্তৰসকল আৰু তাতকৈ ধনী ধনী ইন্সটিটিউট বিলাক হ'ল হস্পিটালবিলাক— এনেধৰণৰ। আৰু দুখীয়াই হওক, ধনীয়েই হওক সকলোৱেই মেডিচিন খাবই লাগিব। আৰু আটাইতকৈ বেছি খৰচেই হয় মেডিচিনত। এজন ভাল মানুহৰ যেতিয়া হঠাৎ বেমাৰ হৈ যায়, তেতিয়া মাটি-বাৰী-গহনা বিক্ৰী কৰি অন্য দেশলৈ পঠায়। এই কথাটো জাৰ্মানীৰ মানুহবিলাকে লাহে লাহে উপলব্ধি কৰিলে। বিকল্প লাগে। বিকল্প কি? আমাৰ আছিল নেকি আগতে? তেনেকৈ সেইবোৰ সিহঁতে অধ্যয়ন কৰি চালে আৰু পালে যে বহুত আছিলে। গতিকে বিকল্পবোৰ হেৰাই গ'ল। আৰু কাৰোবাৰ আছে নেকি? বিচাৰি পালে যে ভাৰতেই এখন দেশ য'ত বিকল্প চিকিৎসা কিছু আছে। আৰু আমাৰ মতেৰে এই বিকল্প মেডিচিন মানে ভাৰতত দুখীয়া মানুহৰহে কথা। ধনী মানুহে বিকল্প মেডিচিন খুব কমেই ব্যৱহাৰ কৰে।

**বৰগোহাঞিঃ** অকল যে এইটো দামত সস্তা সেইটোৱেতো একমাত্ৰ তাৰ গুণ হ'ব নোৱাৰে। বিকল্প চিকিৎসা পদ্ধতিটো প্ৰচলিত যিটো Conventional চিকিৎসা পদ্ধতিটোতকৈ বেছি উপকাৰী বুলি প্ৰমাণিত হ'বগৈ নেকি?

**আলি ঃ** হ'ব। এইটো কাৰণেই হ'ব যে আমাক শিক্ষা লাগে। আমাৰ মেডিচিনটো কি বস্তু আৰু বেমাৰ কি বস্তু? আটাইতকৈ ডাঙৰ ঘটনা হ'ল আপোনাৰ বেমাৰ ক'ৰপৰা হয়? বেমাৰ হয় খাদ্যৰ পৰা বা আমি যদি ভাল খাদ্য নাখাওঁ, আমাৰ বেমাৰ হয়।

**বৰগোহাঞিঃ** ভাৰতে যথেষ্ট খাদ্য উৎপাদন কৰে। ৰপ্তানীও কৰে। তেন্তে ভাৰতত খাদ্যৰ সমস্যা কিয় আছে?

**আলি ঃ** উৎপাদন কৰা আৰু বিদেশলৈ ৰপ্তানী কৰা এইয়া দুটা কথা। আয়াৰলেণ্ডত ১৮৪৫ চনৰ পৰা ১৮৪৮ চনলৈ দুৰ্ভিক্ষ হৈছিলে। য'ত নেকি

তেওঁলোকৰ জনসংখ্যা আছিলে ৮ মিলিয়ন। ৫০ লাখৰ পৰা ৩০ লাখলৈ হ্ৰাস পাইছিল। সেই একে সময়তে আয়াৰলেণ্ডত ব্ৰিটিছ সাম্ৰাজ্যবাদীসকলে, ডাঙৰ ডাঙৰ খেতিয়কে ঘেঁহুখেতি কৰিছিল। ঘেঁহু খেতিবোৰ বৰ ধুনীয়া হৈছিলে আৰু ইউৰোপলৈ ৰপ্তানী কৰিছিল। স্পেইনত বিক্ৰী কৰিছিল, ফ্ৰান্সত বিক্ৰী কৰিছিল।

**বৰগোহাঞিঃ** অথচ তাৰ মানুহে দুৰ্ভিক্ষত মৰিছিল।

**আলি ঃ** এই ঘেঁহুবোৰ বিদেশলৈ Export কৰাত যাতে অসুবিধা নহয়, তাৰ বাবে ব্ৰিটিছ চৰকাৰে বহুত সৈন্য আয়াৰলেণ্ডলৈ আনিছিল। এসময়ত আয়াৰলেণ্ডত ইমান বেছি সৈন্য আছিল যে ভাৰততকৈ বেছি সৈন্য আয়াৰলেণ্ডতে আছিল।

**বৰগোহাঞিঃ** এতিয়া মই এইটো বুজিলো যে ভাৰতে বাহিৰলৈ খাদ্য ৰপ্তানী কৰাৰ অৰ্থ এইটো নহয় যে ভাৰত খাদ্যত স্বাৱলম্বী হৈছে। এতিয়া ভাৰতৰ খাদ্য সমস্যা কি আৰু যদি সমস্যাটো আছে তেন্তে কিয় আছে আৰু তাৰ প্ৰতিকাৰ কি?

**আলি ঃ** আমাৰ যিসকল ৰাজনীতিবিদ আছে সেই সকলে আৰু যিসকল বুদ্ধিজীৱী আছে, তেওঁলোকে খাদ্য সমস্যাটোক স্বীকৃতি নিদিয়ে।

**বৰগোহাঞিঃ** কাৰণ?

**আলি ঃ** আপোনাৰ যদি এটা বেমাৰ হয় আৰু আপোনাক সকলোৱে কয় যে আপোনাৰ অসুখ হৈছে, আপুনি স্বীকৃতি দিয়া নাই। তাৰ মানে আপোনাৰ বেমাৰ হোৱা নাই। আজি ভাৰতৰ ডাঙৰ ডাঙৰ ৰাজনীতিবিদে বিদেশত ডাঙৰ ডাঙৰ বক্তৃতা দিয়ে আৰু কয় যে আমাৰ খাদ্যৰ উৎপাদন খুবেই ভাল। আমি বহুত ধৰণৰ খাদ্য বিদেশলৈ ৰপ্তানীও কৰো। কিন্তু আমি যদি পৰিসংখ্যা চাওঁ, ভাৰত চৰকাৰে নিজেই দিয়া পৰিসংখ্যা মানে ইউনাইটেড নেশ্বনক দিয়া, তাত লিখাই আছে ভাৰতত গড়মূৰি শস্যৰ উৎপাদন— ধান নতুবা ঘেঁহুৰ উৎপাদন ৩০০ কিলোতকৈ কম। ৩০০ কিলোতকৈ কম উৎপাদন হোৱা দেশবোৰক অতি দুখীয়া দেশ বুলি কোৱা হয়।

**বৰগোহাঞিঃ** ভাৰতবৰ্ষত ইতিমধ্যে জনসংখ্যা ১০০ কোটি। আৰু ই প্ৰত্যেক মাহে মাহে, কি বছৰত এখন অষ্ট্ৰেলিয়া মহাদেশৰ জনসংখ্যাত যোগ হৈ আছে। আগতে এসময়ত দুৰ্ভিক্ষই বহুত মানুহ মাৰিছিলে। যেনেকৈ আপুনি ক'লে আয়াৰলেণ্ডত মৰিছিলে, তাৰ জনসংখ্যাৰ ভাৰসাম্য ৰক্ষা হৈছিলে; কিন্তু আমাৰ যে খাদ্য উৎপাদন, যদিও আপুনি খাদ্যৰ ক্ষেত্ৰত ভাৰত দুখীয়া হৈ আছে বুলি কৈছে কিন্তু এক শ্ৰেণী মানুহৰ কাৰণেতো খাদ্যৰ যোগান যথেষ্ট হৈছে। খাদ্যৰ উৎপাদন বাঢ়িলে জনসংখ্যাও বাঢ়িব নেকি?

**আলি ঃ** প্ৰথম কথা মই হয় বুলি ক'ম। খাদ্য যেতিয়া বাঢ়ে মানুহৰ জনসংখ্যাও বাঢ়ে। কিন্তু এটা সময়ত গৈ খাদ্যৰ উৎপাদন বাঢ়ি গৈ থাকে, কিন্তু জনসংখ্যা আৰু নাবাঢ়ে।

**বৰগোহাঞি ঃ** কি কাৰণে?

**আলি ঃ** খাদ্য যেতিয়া যথেষ্ট পৰিমাণে থাকে তেতিয়া জনগনৰ সময় থাকে অন্য কামবোৰৰ বাবে। অন্য কামবোৰৰ প্ৰথম অৱস্থাতে আছে শিক্ষা। বিশেষকৈ মহিলাৰ শিক্ষা। বিদেশত মহিলাৰ শিক্ষা যথেষ্ট পৰিমাণে আছে। সেই দেশত জনসংখ্যা...

**বৰগোহাঞি ঃ** জন্ম নিয়ন্ত্ৰণতো বেছি ভাল হয়।

**আলি ঃ** অতি কম। আপোনাক মই দুটা উদাহৰণ দিছো। এখন অতি ধনী দেশ হ'ল চুইডেন। গৰীব দেশ হ'ল কিউবা। ইয়াৰ দুয়োখনতে মহিলাৰ শিক্ষা শতকৰা এশ ভাগ। এতিয়া আপুনি চাওক, জনসংখ্যা বৃদ্ধি চুইডেন আৰু কিউবাত একেই।

**বৰগোহাঞি ঃ** এইটো অতি সুন্দৰকৈ বুজাই দিলে। ড° আলি, কালি আপুনি মোক দুখন পুস্তিকা পঢ়িবলৈ দিছিলে। দুয়োখনেই মই পঢ়িলো। সৰু কিতাপ। মাংসৰ বিষয়ে যিখন কিতাপ লিখিছে, গোটেই মাংসৰ সমগ্ৰ ইতিহাসটো দিছে। ইমান কম কথাতে আৰু একেবাৰে শেষত প্ৰতিপন্ন কৰিছে যে মাংসটো স্বাস্থ্যৰ বাবে অপৰিহাৰ্য নহয়। শাক-পাচলি, উদ্ভিদজাত বস্তুতে আমাৰ সকলো প্ৰয়োজন পূৰ হৈ যায়। এই কথাটো আমাৰ দেশৰ কাৰণে খুব দৰকাৰী। কাৰণ মাংসৰ দাম দিনে দিনে এনেকুৱা আকাশলংঘী হৈছে যে দুখীয়া শ্ৰেণীৰ মানুহৰ কাৰণে মাংসটো এটা স্বপ্নৰ বস্তু। অথচ তেওঁলোকে ভাবে যে মাংস নাখালে, মাছ নাখালে আমি স্বাস্থ্য কেনেকৈ বজাই ৰাখিম? আনহাতে ধনী মানুহৰ কাৰণে মাংস খোৱাটো ইমান বেছি এটা বিলাসত পৰিণত হৈছে; ফলত এই নতুনকৈ যিবোৰ ধনী দেশ বা আগৰ যিবোৰ ধনী দেশ তাত বহুত বেমাৰ-আজাৰ হৈছে। আমাৰ দেশত খাদ্য হিচাপে মাংস ব্যৱহাৰ কৰা লোকৰ সংখ্যা দিনে দিনে বাঢ়িছে। এয়া সুস্থ জীৱন-যাপনৰ কাৰণে ক্ষতিকাৰক নেকি?

**আলি ঃ** অতিপাত ক্ষতিকাৰক। বিশেষকৈ আমেৰিকা আৰু ইউৰোপত ডাঙৰ ডাঙৰ অধ্যয়ন চলি আছে, মাংস খালে পেটৰ কেন্সাৰ হোৱাৰ সম্ভাৱনা বেছি থাকে। মাংস খালে হৃদৰোগ হোৱাৰ সম্ভাৱনা বেছি থাকে। মাংস খালে ৰক্তচাপ বেছি হোৱাৰ সম্ভাৱনা বেছি থাকে। মাংস খালে...

**বৰগোহাঞি ঃ** বহুমূত্ৰ ৰোগ হোৱা...

**আলি ঃ** সেইবোৰ বেমাৰ হোৱাৰ সম্ভাৱনা বেছি থাকে। তাৰোপৰি মাংস হ'ল সাধাৰণ খাদ্যতকৈ বেছি দামী। প্ৰথমতে আপুনি বেছি পইচাৰে মাংস কিনিব লাগিব। তাৰ পিছত আপুনি এইবোৰ ভক্ষণ কৰিব। তাব পিছত আপোনাৰ বেমাৰ হ'ব। তাৰ পিছত আপুনি আটাইতকৈ দামী ঔষধ কিনিব। আটাইতকৈ দামী হস্পিটাললৈ যাব। তাৰ পিছত আপোনাৰ মৃত্যুও হ'ব। তাৰ পিছত আপুনি থৈ যাব সৰু সৰু ল'ৰা-ছোৱালী। আপোনাৰ বংশ-পৰিয়ালে দুখ কৰিব— মানুহজন কিয় ঢুকাল? কিয় ঢুকাল? মানুহজনতো ঠিকেই আছিল। হৃষ্ট-পুষ্ট। হঠাৎ ঢুকাই গ'ল। ৰক্তচাপ উঠি গ'ল। ডাক্তৰৰ ওচৰলৈ লৈ যোৱা হ'ল। মানুহজন ঢুকাই গ'ল। এইবোৰ আমাৰ দৈনন্দিন ঘটনা হৈ পৰিছে। অন্যফালেদি আপুনি চাওক, মাংস উৎপাদন কৰিবৰ কাৰণে আমি বহুত কষ্ট কৰিব লাগে। মাংস এনেয়ে বৰষুণত নাহে। মাংস খেতিতো নহয়। মাংসৰ কাৰণে আমি জন্তু পুহিব লাগে। এই জন্তুবোৰ পোহাত আমাৰ অতি কষ্ট হয়। আটাইতকৈ ডাঙৰ কষ্ট হ'ল এই জন্তুবোৰক খাদ্য দিয়াৰ বাবে। এই জন্তুবোৰে সাধাৰণতে আমাৰ খাদ্য খায়। এতিয়া ধৰক ভাৰতত জন্তুবোৰক খুব বেছি ভাল খাদ্য খুওৱা নহয়। কিন্তু ধনী দেশবোৰ যেনেকৈ আমেৰিকা, কানাডা, ইউৰোপীয়ান দেশবিলাকত মানুহৰ খাদ্য জন্তুকো খুৱাই দিয়ে। তেওঁলোকে চিধাই-চিধাই ঘেঁহু আৰু গোমধান গৰু, গাহৰি আৰু মুৰ্গীক খুৱাব। উদাহৰণস্বৰূপে, এক কিলো গৰু মাংসৰ কাৰণে সাত কিলো ঘেঁহুৰ দৰকাৰ।

**বৰগোহাঞি ঃ** সাত কিলো ঘেঁহু খৰচ কৰিলেহে এক কিলো মাংস পোৱা যায়?

**আলি ঃ** হিচাপ মতে এক কিলো মাংসৰ বাবে দহ কিলো শস্য জাতীয় খাদ্যৰ আৱশ্যক। আপুনি চিন্তা কৰক, দহ কিলো শস্যজাতীয় খাদ্যৰে আপুনি কিমান মানুহক খুৱাব পাৰিব। ইফালেদি মাংসত আছে কি? মাংসত শতকৰা ৮০ ভাগতকৈ ওপৰত পানী আছে। ১৫ ভাগমান আছে চৰ্বী। সেইবোৰৰ পৰা আমাৰ শৰীৰৰ বিশেষ একো উন্নতি নহয়। হয়তো কিছুমান ভিটামিন পোৱা যায়; কিন্তু মাংস বোলা বস্তুটো হ'ল— আমাৰ সাধাৰণ ভাষাত মৃত জন্তুৰ শৰীৰৰ অংশ। এইবোৰ খাই মানুহ স্বাস্থ্যৱান হ'ব নোৱাৰে। অলপ সময়ৰ বাবে হয়তো কিবা এটা শক্তি পাব পাৰে; কিন্তু দীৰ্ঘদিনৰ কাৰণে অতি অনিষ্টকাৰক। অন্যফালেদি আপুনি চাব মাংস খোৱা জন্তুবোৰৰ শৰীৰবোৰ বেলেগ। প্ৰকৃতিয়ে তেওঁলোকক পৃথিৱীলৈ বেলেগভাৱে আনিছে। মেকুৰি জাতীয় জন্তুবোৰৰ ঠেঙৰ নখবোৰ আঙুলিত সোমাই

থাকে। যেতিয়া কাম কৰিব যায় তেতিয়া ওলাই যায়। সিহঁতৰ দন্তবিন্যাসো বেলেগ। সিহঁতে মাংস চোবাই নাখায়, গিলিহে থয়। সিহঁতৰ পেটৰ ভিতৰত যিবোৰ আছে, এলিমেণ্টৰি কেনেল বুলি কোৱা হয়, সেইবোৰৰ ফিজিঅ'লজিবোৰ বেলেগ। তেওঁলোকৰ ভক্ষণ আৰু হজম কৰিব পৰা ক্ষমতা বেলেগ। মানুহৰ এই ডাঙৰ জন্তুৰ বা সৰু জন্তুৰ এনাটমি বা ফিজিঅ'লজি নাই।

**বৰগোহাঞি ঃ** সেয়ে মাংস নোখোৱাই ভাল বুলি আপুনি ক'ব খোজে। আপুনি নিজে মাংস খায় নে নাখায়?

**আলি ঃ** আগতে মাংস খাইছিলো। কিন্তু মই এইবোৰ অধ্যয়ন কৰাৰ পিছত চালো যে মাংসটো অনিষ্টকৰ। মাংস খোৱা বাদ দিলো। আৰু তাৰ পিছৰপৰা মই নিজেই লক্ষ্য কৰিছো, মোৰ স্বাস্থ্য আগতকৈ খুবেই ভাল।

**বৰগোহাঞি ঃ** জাৰ্মানীত মাংস নোখোৱা মানুহৰ সংখ্যা কমিছে নে বাঢ়িছে?

**আলি ঃ** দিনক দিনে বাঢ়ি আছে।

**বৰগোহাঞি ঃ** বাঢ়ি আছে!

**আলি ঃ** প্ৰত্যেক দিনাই বাঢ়ি আছে। আজিৰ পৰা বিশ বছৰৰ আগতে মানুহে মোক আচৰিতভাৱে সোধে— ভাৰতত বোলে বহুলোকে মাংস নাখায়? মই কওঁ হয়। তেওঁলোকে সোধে— কেনেকৈ চলে? কিন্তু আজি মোক এই প্ৰশ্নটো কোনেও নকৰে। আৰু আজি বহুত হোটেলত মাংস নোখোৱা মানুহৰ বেলেগ এখন মেনু পোৱা যায়। সন্মান কৰে।

**বৰগোহাঞি ঃ** কালি আপুনি মোৰ লগত কথা প্ৰসংগত এটা কথা কৈছিল যে আজিৰ পৰা ৩০/৪০ বা ৫০ বছৰৰ আগতে চীনত মাংস খোৱাৰ পৰিমাণ কিমান আছিলে আৰু এতিয়া তাতকৈ কিমান গুণ বাঢ়িছে। সেই কথাটো আকৌ এবাৰ কওকচোন আমাৰ দৰ্শকসকলে শুনক।

**আলি ঃ** চীন দেশৰ আচল খাদ্য আছিল চাউল বা ভাত। ভাত খায়েই জীয়াই আছিল আৰু অন্য খাদ্য আছিল যদিও ভাতেই তেওঁলোকৰ প্ৰধান খাদ্য আছিল। চীনত ১৯৮০-ৰ দশকলৈকে মাংসৰ পৰিমাণ অতি কম আছিলে। মই পোৱা পৰিসংখ্যা অনুসৰি চীনদেশৰ জনমূৰি মাংসৰ ভক্ষণ প্ৰতিবছৰে এক কিলোতকৈ কম আছিল।

**বৰগোহাঞি ঃ** বছৰত এক কিলো?

**আলি ঃ** বছৰত এক কিলোতকৈ কম।

**বৰগোহাঞি ঃ** কিন্তু গড় হিচাপে?

**আলি ঃ** সেই এক কিলো আছিলে অতি সস্তীয়া গাহৰি মাংস। আৰু যদি কিছু ধনী মানুহে দুই কিলো মাংস খালে, সাধাৰণ মানুহে মাংস নাই খোৱা। কিন্তু এতিয়া চীনদেশ লাহে লাহে ধনী হৈ গৈ আছে। মাংসৰ ভক্ষণটো দিনকদিনে বাঢ়ি গৈ আছে। আজি চীনদেশত মানুহে অকল ৪০ কিলো গাহৰি মাংসই খায়।

**বৰগোহাঞি ঃ** আগতে এক কিলো নোখোৱা মানুহটোৱে এতিয়া ৪০ কিলো খায়?

**আলি ঃ** ৪০ কিলো খায়, আৰু বাঢ়ি গৈ আছে। হংকঙত ৭২ কিলো খায়। দিনকদিনে বাঢ়ি গৈ আছে। আৰু মুৰ্গীতো আছেই। মুৰ্গী আৰু গাহৰি এতিয়া তেওঁলোকৰ প্ৰধান খাদ্য হৈ পৰিছে।

**বৰগোহাঞি ঃ** তাৰ ফল কি হৈছে?

**আলি ঃ** অতি ক্ষতিকৰ।

**বৰগোহাঞি ঃ** কেনেকুৱা?

**আলি ঃ** অতি ক্ষতিকৰ। বেমাৰ বাঢ়ি গৈ আছে। আপুনি চাব চীন দেশত বিদেশী মেডিচিন কোম্পানীবিলাকে কেনেকৈ তেওঁলোকৰ ব্যৱসায় তাত আৰম্ভ কৰিছে। এতিয়া চীন দেশৰ মানুহে য'তে ত'তে আকুপাংচাৰ কৰি নুফুৰে। সেইবোৰত বেমাৰ বিশেষ ভাল নহয়। তেওঁলোকে আমাৰ ইয়াৰ দৰে আধুনিক ডাক্তৰৰ ওচৰলৈ যায়। খুউব মেডিচিন খায়। তেওঁলোকৰ সেইটোৱেই বেমাৰ এতিয়া।

**বৰগোহাঞি ঃ** গতিকে আপুনি মাংস খোৱাটো, আচলতে এইটোও হয় মাংসৰ দাম ইমান বেছি বাঢ়িব ধৰিছে, আজি প্ৰায় বিশ বছৰৰ আগতে কিলোই প্ৰতি আছিলে বিশ টকা। এতিয়া মাজে মাজে ৩০০ টকাতো পঠাৰ মাংস বিক্ৰী হয়। গাহৰিৰ মাংসৰ দাম আছিলে ২০ টকাতকৈও কম। এতিয়া ১২০/১৩০ টকা। গতিকে মই এইটো জানো যে দুখীয়া মানুহৰ কাৰণে মাংসটো স্বপ্নৰ বস্তু হৈছে। আৰু খাবলৈ নাপাই হাহাকাৰ কৰি থাকে। কিন্তু আপুনি যিখিনি কথা ক'লে, সেইখিনি যদি অলপ বহুলভাৱে প্ৰচাৰিত হয় যে মাংস খোৱাতকৈ নোখোৱাটোহে স্বাস্থ্যৰ পক্ষে বেছি ভাল, তেতিয়াহ'লে বহুত উপকাৰ হ'ব।

আলুৰ বিষয়ে আপুনি বহুত নতুন নতুন কথা কৈছে। আমাৰ দেশত আলু বুলি ক'লে যিসকলৰ ডায়েবেটিছ থাকে তেওঁলোকে খাবলৈ ভয় কৰে। বাকী মানুহেও ভাবে যে আলু খোৱাটো স্বাস্থ্যৰ পক্ষে ক্ষতিকাৰক। আপুনি তাত বিপৰীত কথাটো লিখিছে। আলুৰ বিষয়ে আপুনি বহুত অধ্যয়ন কৰিছে, গৱেষণা কৰিছে। গতিকে

মাংস বাদ দি শাক-পাচলিতো খাবই। আলুৰ বিষয়ে কিয়? আপুনি পোষকতা কৰিছে যে ভাতৰ সমানেই আলু প্ৰধান খাদ্য হিচাপে ব্যৱহাৰ কৰিব পাৰি বা কৰা উচিত। গতিকে আলুৰ বিষয়ে আমাক অলপমান কথা কওক।

**আলি ঃ মই আলুৰ বিষয়ে জানিলো জাৰ্মানীত থাকি। মই জাৰ্মানীৰ বুৰঞ্জীতো** জানিছিলো। মোৰ দেউতাও আছিল বুৰঞ্জীবিদ।

**বৰগোহাঞি ঃ তেখেতৰ নাম কি আছিল?**

**আলি ঃ** তেখেতৰ নাম আছিল ছমচেৰ আলি। তেখেত এখন হায়াৰ ছেকেণ্ডাৰী স্কুলৰ প্ৰিন্সিপাল আছিল। তাৰ পিছত, পেঞ্চন পোৱাৰ পিছত বি.টি. কলেজৰ লেক্‌চাৰাৰ আছিল।

**হো. ব. ঃ** নগাঁৱত নে গুৱাহাটীত?

**আলি ঃ** নাই পিছত তেজপুৰত। প্ৰথমতে নগাঁৱত তাৰ পিছত তেজপুৰত।

**বৰগোহাঞি ঃ** আৰু আপোনাৰ যে এজন খুৰা, তেখেত পুলিচৰ ছুপাৰিনটেণ্ডেণ্ট আছিল।

**আলি ঃ** নাই, খুৰা নহয়, মোৰ বৰদেউতা।

**বৰগোহাঞি ঃ** বৰদেউতা, তেখেত আছিল এছ.পি.— ছুপাৰিনটেণ্ডেণ্ট অব্ পুলিচ।

**আলি ঃ** তেখেত যেতিয়া ৰিটায়াৰ্ড হৈছিলে, সেই সময়ত ব্ৰিটিছ চৰকাৰে তেখেতক এছ.পি. কৰি ৰিটায়াৰ্ড কৰাইছিল। ১৯১৬ চনত ব্ৰিটিছ আৰ্মিত সোমাই তেখেতে ছিৱাল হৈ ফ্ৰান্স-জাৰ্মানীত ব্ৰিটিছৰ হৈ যুদ্ধ কৰিছিল।

**বৰগোহাঞি ঃ** আপুনি সেই কাৰণে জাৰ্মানীত অহংকাৰ কৰি কৈছিলে যে আটাইতকৈ আগতে অহা ভাৰতীয় কোন? কোনোবাই ক'লে ১৯৩৫ চনত, কোনোবাই ক'লে ১৯৩০ চনত। আপুনি অহংকাৰ কৰি ক'ব পাৰিলে যে মোৰ বৰদেউতা ১৯১৬ চনতেই আহিছিল।

**আলি ঃ** হয়।

**বৰগোহাঞি ঃ** বাৰু, যি কি নহওক। এতিয়া আপোনাক মই মূল কথাটোৰ পৰা দূৰলৈ লৈ আহিলো। আলুৰ বুৰঞ্জীৰ কথা ক'বলৈ গৈ আপুনি দেউতাৰ কথা উলিয়াইছিল।

**আলি ঃ** বুৰঞ্জী পঢ়ি মই পালো যে জাৰ্মানী দেশখনে ইমান উন্নতি কেনেকৈ কৰিলে। তাত দেখিলো যে জাৰ্মানীত আগৰেপৰাই দুৰ্ভিক্ষ আছিল। দুৰ্ভিক্ষ চলিয়ে থাকে। এজন ৰজা আহিলে নতুনকৈ। তেখেতৰ নাম আছিলে ফিলিপ। প্ৰাচিয়াৰ

ৰজা। ৰজা হ'ল তেখেত ১৭৪০ চনত। তেখেতে দেখিলে যে এই দেশখন মই শাসন কৰিম কেনেকৈ? প্ৰত্যেক বছৰেই দুৰ্ভিক্ষ। গতিকে এই দুৰ্ভিক্ষটো আঁতৰোৱাৰ উপায় কি? তেখেতে দেখিলে যে আয়াৰলেণ্ডত মানুহে ঘেঁহু খেতি কৰে Export কৰিবৰ কাৰণে আৰু আলু খেতি কৰে খাবৰ কাৰণে। গতিকে মই যদি দুয়োটাই মিলাই দিওঁ। আমি যদি ঘেঁহু খেতি ৰপ্তানি নকৰোৱেই। গতিকে দুয়োটাই মিলাই দিওঁ তেতিয়াহ'লে সৰ্বনাশ হ'ব! সেই উদ্দেশ্যে তেখেতে ৰজা হোৱাৰ লগে লগে ১৭৪০ চনৰ পৰা আলু খেতি জাৰ্মানীত প্ৰচাৰ কৰাৰ চেষ্টা কৰিলে। জাৰ্মানবিলাকে বস্তুটো মানি নল'লে। কিন্তু তেখেতৰ বহুত বুদ্ধি আছিল। ছলে-বলে-কৌশলে চাৰি বছৰৰ ভিতৰত আলু বস্তুটোক তাতে প্ৰধান খাদ্য হিচাপে স্বীকৃতি দিয়ালে আৰু ইয়াৰ পাছতেই এটা হৈছিল ইংৰাজীত কয় ক্ৰপ ফেইলাৰ, অসমীয়াত কয় শস্য নষ্ট হোৱা বুলি। যেনেকৈ আপোনাৰ বৰষুণ হোৱা নাই, নতুবা কাকতি ফৰিং আহি গ'ল নতুবা কিবা এটা বেমাৰ হ'ল, শস্য নষ্ট হ'ল। এই শস্য নষ্ট হৈ যোৱা বাবে অৰ্থাৎ ঘেহুঁ শস্য নষ্ট হৈ যোৱা কাৰণে দুৰ্ভিক্ষ হয়েই, মানুহ মৰেই। কিন্তু, মানুহবোৰ জীয়াই থাকিল। সেই তেতিয়াৰ পৰাই মানুহবোৰে বিশ্বাস কৰিলে যে দুটা খাদ্য থাকিব লাগে। যাৰ এটা চকু, তেওঁ খুবেই ভয় কৰে, সেইটোও নষ্ট হৈ যায় নেকি? আমাৰ ইয়াত দুটা প্ৰধান খাদ্য। ইটোৰ-সিটোৰ সম্বন্ধ নাই। দুয়োটা সম্পূৰ্ণ বেলেগ খাদ্য। কোনো প্ৰাকৃতিক কাৰণত যদি দুৰ্যোগ আহে, তেতিয়া সাধাৰণতে এটা খাদ্যকহে নষ্ট কৰে। তেতিয়াৰে পৰা জাৰ্মানীত খাদ্য সমস্যা লাহে লাহে দূৰ হ'ল আৰু মাটিৰ অভাৱো দূৰ হৈ গ'ল।

*(১ মে', ২০০৯-ত প্ৰচাৰিত)*

# ড° বসন্ত কুমাৰ দলেৰ সৈতে হোমেন বৰগোহাঞি

*"যোৱা কেইবছৰমান ধৰি পৃথিৱীৰ যিসকল ভাষাতত্ত্ববিদ, যিসকল সমাজবিজ্ঞানী তেওঁলোকে ভৱিষ্যৎবাণী কৰিছে যে অহা এশ বছৰৰ ভিতৰত পৃথিৱীৰ বেছিভাগ ভাষাই বিলুপ্ত হৈ যাব। সম্পূৰ্ণ বিলুপ্ত নহ'লেও সেইবিলাক লিখিত ভাষা ৰূপত বা এতিয়াৰ যিটো শক্তিশালী সামাজিক আদান-প্ৰদানৰ ভাষা হৈ নাথাকিব। ভাষা থাকিবই মাত্ৰ ১৫০ টা।"*





**হোমেন বৰগোহাঞি ঃ** মুখামুখি অনুষ্ঠানলৈ আপোনালোকক স্বাগতম আৰু নমস্কাৰ জনাইছোঁ। আজি মোৰ অতিথি ড° বসন্ত কুমাৰ দলে। তেখেত চিলাপথাৰ কলেজৰ অধ্যাপক। জন্মসূত্ৰে মিচিং; কিন্তু বৰ্তমান যুগৰ এজন শ্ৰেষ্ঠ অসমীয়া লেখক, বুদ্ধিজীৱী আৰু সমাজ সমালোচক। আজি আমি ঘাইকৈ তেওঁৰ লগত জনজাতীয় স্বায়ত্ত শাসনৰ পৰা আৰম্ভ কৰি জনজাতীয় ভাষাবোৰৰ সমস্যালৈকে কেইটামান কথা আলোচনা কৰিম।

**বৰগোহাঞি ঃ** মই গোলাঘাটৰ এখন ৰাজহুৱা সভাত আপোনাৰ এটা বক্তৃতা শুনিছিলো। সেই বক্তৃতাৰ প্ৰতিটো শব্দত আপোনাৰ অন্তৰৰ পুঞ্জীভূত ক্ষোভ, ক্ৰোধ প্ৰকাশ পাইছিল। আপোনাৰ ইমান খঙৰ বা ক্ষোভৰ কাৰণটো কি?

**ড° বসন্ত কুমাৰ দলে ঃ** মোৰ খং আৰু ক্ষোভৰ কাৰণ এটাই নহয়। মই যিহেতু মিচিং সাহিত্য সভাৰো সভাপতি, গতিকে যোৱা চাৰিটা বছৰ ধৰি অসম চৰকাৰৰ লগত ঘনিষ্ঠভাৱেই যোগাযোগ কৰি আছোঁ। অসমৰ বৰ্তমান পৰিস্থিতিত বিশেষকৈ অসমীয়া ভাষাটো মাধ্যম হিচাপে ৰাখি জনজাতীয় ভাষাবিলাকক নিম্ন প্ৰাথমিক পৰ্যায়ত প্ৰবৰ্তন কৰি Text book সময়মতে যোগান দিব লাগে। টেক্সট্ বুক প্ৰস্তুতকৰণৰ পৰা প্ৰকাশ কৰালৈকে প্ৰতিটো খোজতে আমি চৰকাৰক অনুৰোধ কৰি থাকিব লাগে। খুব ওচৰতে উদাহৰণ এটা দিছো— নাগালেণ্ডত এটা ভাষা প্ৰণয়ন কৰাৰ পিছত পুনৰবাৰ ক'ব নালাগে যে আপোনালোকে দ্বিতীয় শ্ৰেণীত যদি প্ৰৱৰ্তন কৰিছে, দ্বিতীয় শ্ৰেণীৰ কাৰণে কিতাপ প্ৰকাশ কৰক। কিন্তু অসম চৰকাৰৰ ক্ষেত্ৰত দেখা যায় যে প্ৰতিটো খোজতেই চৰকাৰক খুঁচি থাকিব লাগে, খুঁচি থাকিব লাগে— যাৰ কাৰণে আমি বঞ্চিত হোৱা অনুভৱ কৰিছো।

**বৰগোহাঞি ঃ** অসম চৰকাৰৰ আন্তৰিকতাৰ অভাৱ। লগতে তেওঁলোকৰ কৰ্মদক্ষতাৰো অভাৱ। এইটো আপোনাৰ অসন্তুষ্টিৰ প্ৰধান কাৰণ।

**দলে ঃ** আমি কেইবাবাৰো আলোচনা কৰিছো— মিচিং ভাষাত যিখিনি কিতাপ-পত্ৰ আছে, সেইখিনি প্ৰৱৰ্তন কৰা সম্পৰ্কে আলোচনা কৰাৰ পাছত ১২,০০০ খন কিতাপ প্ৰকাশ হৈছে বুলি কয়; কিন্তু বাস্তৱিকতে আমি বিভিন্ন ঠাইৰ পৰা অভিযোগ পাওঁ যে এখনো কিতাপ পোৱা নাই।

**বৰগোহাঞি ঃ** অ' বুজিলোঁ। এই বিষয়ত যিটো দুৰ্নীতি চলি আছে, সেই দুৰ্নীতিৰ প্ৰমাণ পাই আপুনি খুউব ক্ষুব্ধ হৈছে। আজি অসমত আঠটা প্ৰধান জনগোষ্ঠীক জনজাতীয় স্বায়ত্ত শাসন দিয়া হৈছে। এই জনজাতীয় স্বায়ত্ত শাসনে কেইজনমান নেতাক ঘাইকৈ উপকৃত কৰিছে নে সৰ্বসাধাৰণ জনজাতীয় লোককো উপকৃত কৰিছে?

**দলে ঃ** পোনপটীয়াকৈ উত্তৰ দিবলৈ হ'লে জনজাতীয় সমাজত ৰাজনৈতিক নেতা-পালিনেতা আৰু কিছুমান ঠিকাদাৰ তৈয়াৰ কৰাৰ বাহিৰে এই ব্যৱস্থাটোৱে জনজাতীয় জনগোষ্ঠীক উপকৃত কৰিছে বুলি ক'ব নোৱাৰি।

**বৰগোহাঞি ঃ** আপুনি এই বাক্যটো আকৌ এবাৰ দোহাৰকচোন। মই প্ৰতিটো শব্দ ভালকৈ শুনিব খোজোঁ।

**দলে ঃ** ৰাজনৈতিক নেতা-পালিনেতা আৰু এক শ্ৰেণীৰ ঠিকাদাৰ তৈয়াৰ কৰাৰ বাহিৰে জনজাতীয় গোষ্ঠীৰ সৰ্বসাধাৰণক এই ব্যৱস্থাটোৱে উপকৃত কৰিব পৰা নাই। জনজাতীয় স্বায়ত্ত শাসন বুলি ক'লে কথাটো অলপ বেলেগ হ'ব। কাৰণ এই জনগোষ্ঠীয় স্বায়ত্ত শাসনৰ এতিয়াৰ যিটো ৰূপ, এই ৰূপটোৰ কথা কৈছোঁ।

**বৰগোহাঞি ঃ** মই সেইটোৱেই কৈছো। যেতিয়া মই কওঁ জনজাতীয় স্বায়ত্ব শাসনৰ গোটেই ধাৰণাটোৱেই ভুল বুলি কোৱা হ'লেতো সম্পূৰ্ণ বেলেগ কথা হ'লহেঁতেন। এক নম্বৰ— জন্মলগ্নৰে পৰা আজিলৈকে মিচিং স্বায়ত্ত শাসিত পৰিষদ নিৰ্বাচিত হোৱা নাই। চৰকাৰৰ মনোনীত সদস্যৰ দ্বাৰা এই স্বায়ত্ত পৰিষদ গঠন কৰা হৈছে। অৰ্থাৎ তেওঁলোক জনসাধাৰণৰ প্ৰতিনিধি নহয়। দুই নম্বৰ— তেওঁলোক কাৰো ওচৰত দায়বদ্ধ নহয়। ইংৰাজীত কয় যে যিটো একাউণ্টেবিলিটি থাকিব লাগে সেইটো নাই। কাৰণ যদি নিৰ্বাচিত হ'লহেঁতেন তেওঁলোক নিৰ্বাচক মণ্ডলীৰ ওচৰত দায়বদ্ধ থাকিলহেঁতেন। এতিয়া চৰকাৰৰ কোনোবা মন্ত্ৰীয়ে তেওঁলোকক যেতিয়া মনোনীত কৰে তেতিয়া তেওঁলোক দায়বদ্ধ একমাত্ৰ সেই মন্ত্ৰীজনৰ প্ৰতি। সেইটোৱেই মোৰ ধাৰণা, আপুনি কি কয়?

**দলে ঃ** সেইক্ষেত্ৰত ছাৰ, চৰকাৰৰ দোষ এটা আছে। কাৰণ চৰকাৰে যদি

ইলেকশ্যনটো পাতি দিলেহেঁতেন তেতিয়া নিশ্চিতভাৱে নির্বাচন হ'লহেঁতেন আৰু তেতিয়া মানুহবিলাকৰ একাউন্টেবিলিটি অলপ বৃদ্ধি পালেহেঁতেন। আচলতে যিটো ছিষ্টেম আছে ছাৰ, অসমত দুই ধৰণৰ স্বায়ত্ত শাসন দিয়া আছে— এটা হ'ল সাংবিধানিক আনটো হ'ল বিধিগত। সাংবিধানিক যিটো আছে, এতিয়া বড়োলেণ্ড স্বায়ত্ত শাসন আৰু কাৰ্বি আংলঙৰ স্বায়ত্ত শাসন। কিন্তু বিধিগত স্বায়ত্ত শাসন এতিয়া চাৰিটা চলি আছে। এইখিনি সম্পূৰ্ণ ট্ৰাইবেল্ট চাবপ্লেনৰ দয়াৰে চলি আছে। সেইটোত বাজেটৰ কোনো ছিষ্টেম নাই। অসমৰ যিটো জেনেৰেল বাজেট সেইটো Need base programme। কিন্তু এই চাবপ্লেনটো নিডবেছ প্ৰগ্ৰেম নহয়। মানে অসমৰ মূল বাজেটৰ শতকৰা দহ অংশ অৰিয়েণ্টেশ্বন কৰি ৰখা হয়। সেইখিনিহে ইয়াত বিতৰণ কৰা হয়।

**ববগোহাঞি ঃ** সেইটো এটা প্ৰতাৰণা হোৱা নাইনে?

**দলে ঃ** প্ৰতাৰণা হৈছে ছাৰ।

**ববগোহাঞি ঃ** তদুপৰি দহ বছৰলৈ নিৰ্বাচন অনুষ্ঠিত নকৰাটোত মই ভাবোঁ কিবা এটা ষড়যন্ত্ৰ আছে, কু-অভিপ্ৰায় আছে। বাৰু সেইটো আপুনিও স্বীকাৰ কৰিলে। আমি সেইটো আলোচনা কৰি শেষ কৰিব নোৱাৰোঁ। অসমৰ স্কুলবোৰত অসমীয়া, ইংৰাজী, হিন্দী তিনিটা ভাষা শিকিব লাগে। অকল জনজাতীয় ছাত্ৰ-ছাত্ৰীয়ে তেওঁলোকৰ মাতৃভাষাও শিকিব লাগিব। গতিকে তেওঁলোকৰ কাৰণে এটা অতিৰিক্ত বোজা আহি যায়। এনে স্থলত অসমৰ ভাষানীতিটো, শিক্ষানীতিটো কি হোৱা উচিত বুলি ভাবে?

**দলে ঃ** আচলতে ছাৰ, প্ৰাথমিক স্তৰত মাতৃভাষাত প্ৰত্যেক শিশুৱে শিক্ষা পাব লাগে। একেবাৰে ইউনেস্কৰ পৰা এন.চি.এফৰ নেচনেল কেৰিকুলাম ফ্ৰেম বৰ্ক ফৰ স্কুল এডুকেশ্বন যি আছে তালৈকে আমি দেখিছো। আনকি সংবিধানৰ ৩৫০ এ.বিতো স্পষ্টকৈ লিখা আছে যে প্ৰতিজন শিশুৱে মাইন'ৰিটি লেংগুৱেজৰ শিশুৱে নিজৰ মাতৃভাষাত শিক্ষা গ্ৰহণৰ সুবিধাটো পাব লাগে।

**ববগোহাঞি ঃ** প্ৰাথমিক শিক্ষা?

**দলে ঃ** হয়, প্ৰাথমিক শিক্ষা। গতিকে আমি প্ৰাইমেৰী— নিম্ন প্ৰাথমিক পৰ্যায়ত আমাৰ ল'ৰা-ছোৱালীক মিচিং ভাষাত বা মিচিং মাধ্যমত শিক্ষা গ্ৰহণ কৰাৰ সুবিধাটো দিব লাগে আৰু পৰ্যায়ক্ৰমে সলনি কৰি লাহে লাহে প্ৰাথমিক পৰ্যায়ৰ পৰা অসমীয়া মাধ্যমলৈ ৰূপান্তৰ কৰিব লাগে বুলি আমি কৈছিলো। কিন্তু সেইটো বাদ দি আমি কৰিলো কি— আমি এইটো নকৰোঁ, আমি মাধ্যম নকৰোঁ— আমাৰ ভাষা বিষয় হিচাপে একেবাৰে ওপৰলৈকে লৈ যাওঁ। অসমীয়া মাধ্যম হৈয়ে

থাকক। আৰু এইক্ষেত্ৰত অসমৰ জনগোষ্ঠীয় প্ৰায় সাহিত্য সভাৰ লগত মই আলোচনা কৰিছো আৰু তেখেতসকলে সন্মতি জনাইছে যে তেওঁলোকৰটো মাধ্যম কৰিব নালাগে। ভাষা বিষয় হিচাপেহে ৰাখিব লাগে। এইটোত একমত হৈছে। গতিকে চৰকাৰে যদি উদ্যোগ লয় তেতিয়াহ'লে অসমত ভাষাক লৈ কোনো অশান্তিৰ সৃষ্টি হ'ব নোৱাৰে।

**বৰগোহাঞিঃ** যিটো কথা কৈছে, সেইটো চৰকাৰৰ ওচৰত সেই দাবীটো দাঙি ধৰিছেনে নাই?

**দলেঃ** ছাৰ, এইটো ক'বলৈ যাওঁতে এদিন মুখ্যমন্ত্ৰীয়ে মোক আপোনাৰ লগত কথা নাপাতো বুলি কৈ উলিয়াই দিলে।

**বৰগোহাঞিঃ** কি কাৰণে?

**দলেঃ** ক'ব নোৱাৰোঁ ছাৰ। কথা আলোচনা কৰিছিলোহে মাত্ৰ। মই ক'লো যে ইউনেস্কৰ পৰা আৰম্ভ কৰি এন.চি.এফ. ৩৫০-এ আৰ্টিকেললৈকে এই ৰায় দিয়া আছে ছাৰ। এইটো যদি কৰে তেন্তে এন.চি.এফৰ স্পিৰিটৰ বিৰুদ্ধে আৰু ভাৰতবৰ্ষৰ নেছনেল স্পিৰিটৰ বিৰুদ্ধেও যোৱা হ'ব। এই কথাটো ক'বলৈ যাওঁতেই ছাৰে মোক ক'লে যে আপোনাৰ লগত কথা নাপাতো।

**বৰগোহাঞিঃ** সিদিনা খবৰ পালো এখন কলেজত তাত প্ৰৱেশিকালৈকে বা হায়াৰ ছেকেণ্ডাৰীলৈকে বড়ো মাধ্যমত শিক্ষা দিয়া হয়। তাৰ পিছত যেতিয়া কলেজত যায়— হয় ইংৰাজী নহয় অসমীয়াত শিক্ষা ল'ব লাগে। বড়োটো বিষয় হিচাপে থাকে; কিন্তু শিক্ষাৰ মাধ্যমটো মানে এখন কলেজত য'ত অসমীয়া, বড়ো বিভিন্ন ভাষা-ভাষীৰ মানুহ থাকে, তাত কিন্তু কলেজৰ পৰ্যায়ত ডিগ্ৰী পৰ্যায়ত শিক্ষাৰ মাধ্যমটো অসমীয়া বা ইংৰাজী। কিন্তু যিসকলে প্ৰবেশিকালৈকে বড়ো মাধ্যমত শিক্ষা লাভ কৰে, তেওঁলোকে ইংৰাজীতো শিক্ষা ল'ব নোৱাৰে, অসমীয়াতো শিক্ষা ল'ব নোৱাৰে। ফলত পৰীক্ষাত ভাল ফল দেখুৱাব নোৱাৰে। এই সমস্যাৰ কি সমাধান আছে?

**দলেঃ ছাৰ, এই বিষয়ে আমি এতিয়াই ক'ব নোৱাৰোঁ। কাৰণ ইয়াত 'ইমশ্বনেল' কথাও জড়িত আছে। গতিকে এই দিশটোত মই নকওঁ। মাত্ৰ এই ৰিজাল্টৰ ওপৰত বেছ কৰি পেলাই আমি কওঁতেও বহুতো ৰাইজে বেয়া পাইছে। বিশেষকৈ আমাৰ জনগোষ্ঠীয় যিবিলাক সাহিত্য সভা আছে, তেওঁবিলাক ইয়াত জড়িত আছে। গতিকে মই ভাবোঁ যে প্ৰতিটো জনগোষ্ঠীয়ে নিজৰ ভাষাৰ মাধ্যমটো মাধ্যম কৰিব নে লেংগুৱেজ ছাবজেক্ট কৰিব, এই বিষয়টো সংশ্লিষ্ট জনগোষ্ঠীয়ে ল'ব লাগে আৰু এইক্ষেত্ৰত আমি বাৰম্বাৰ কৈ আছোঁ যে এটা ভাষা মাধ্যম কৰিবলৈ হ'লে যিসকলে সেই মাধ্যমত শিক্ষা গ্ৰহণ কৰিব, ছাত্ৰ-ছাত্ৰীয়ে**

তেওঁলোকৰ গোটেই জীৱনত জীৱিকাৰ প্ৰশ্নটো জড়িত হৈ আছে। গতিকে এই বিষয়টো চাই পেলাই মাধ্যমৰ সিদ্ধান্ত ল'বলৈ আমি অনুৰোধ কৰিছোঁ।

**বৰগোহাঞি ঃ** এদিন আপুনি আলোচনা প্ৰসংগত এটা প্ৰশ্ন উত্থাপন কৰিছিলে যে লোকপিয়লৰ পৰা জনামতে অসমত অসমীয়া ভাষা-ভাষী লোকৰ সংখ্যা ক্ৰমাৎ হ্ৰাস পাব ধৰিছে। আজিৰপৰা ত্ৰিশ বছৰৰ আগলৈকে শতকৰা ৬০-ৰ ওপৰত আছিলে। এতিয়া ৫০-ৰ তললৈ গৈছে। হয়তো ২০১১ চনৰ লোক পিয়লত আৰু কম হৈ যাব। এই যে অসমীয়া ভাষা কোৱা মানুহৰ সংখ্যা কমিছে, এই বিষয়টোৰ প্ৰতি আপোনাৰ প্ৰতিক্ৰিয়া কি?

**দলে ঃ** অসমীয়া মানুহৰ সংখ্যা কমিছে— এইটোত মই একমত নহয়। অসমীয়া ভাষীৰ সংখ্যা কমিছে।

**বৰগোহাঞি ঃ** মই অসমীয়া মানুহৰ সংখ্যা কমিছে বুলি কোৱা নাই। অসমীয়া ভাষী মানুহৰ সংখ্যা কমিছে।

**দলে ঃ** হয় হয়, অসমীয়া ভাষী মানুহৰ সংখ্যা কমিছে। সংখ্যাটো কমাৰ কাৰণটো হ'ল যে আপুনি ক'লেই যে মিচিঙে মিচিং হিচাপে ৰিটাৰ্ণ হ'ল, বড়োৱে বড়ো হিচাপে, নিজৰ ভাষা আছে বুলি ৰিটাৰ্ণ হ'ল। আগতে লোক পিয়লৰ ক্ষেত্ৰত দেখা গৈছিল, মোৰ নিজৰে এটা অভিজ্ঞতা আছে। মইতো একেবাৰে গাঁৱৰ ল'ৰা। জাল মাৰি ডাঙৰ হোৱা। এতিয়া ধৰক ৰুদ্ৰ বৰুৱা বুলি লিখাৰ পিছত আকৌ নাদুৱাল গাঁৱৰ নাদুৰাম বৰুৱা কেনেকৈ আহিছিলে, মানে তেনে কোনো পাৰ্থক্য নাছিলে। এই বৰুৱা আহি আহি আমাৰ গোটেই গাঁওখনেই বৰুৱা হৈ থাকিলে। কিন্তু সেই তেতিয়া দলে, পেগু সেইটো লিখা নাছিল। গতিকে সেইটো অসমীয়া ভাষী হিচাপেই ৰিটাৰ্ণ হৈছিলে। তেনেকৈ বহুত মানুহ, জনগোষ্ঠী বিলাকৰ প্ৰায় যে দহ শতাংশ যিবিলাক জনগোষ্ঠী আছে বুলি কৈছে more than 10% এইখিনি অসমীয়া হিচাপেই ৰিটাৰ্ণ হৈছিলে; কিন্তু এইখিনি মানুহ এতিয়া সম্পূৰ্ণ নিজা নিজা ভাষা হিচাপে...

**বৰগোহাঞি ঃ** অৱশ্যে এই অৱধাৰিতভাৱে...

**দলে ঃ** হয়। তাৰ ফলত অসমীয়া ভাষা কোৱা মানুহৰ সংখ্যা কমিছে বুলি মই ভবা নাই। কাৰণ সেইখিনি মানুহ গুচি যোৱা কাৰণেহে কমিছে। বাকী আৰু বাহিৰৰ পৰা প্ৰব্ৰজনতো হৈয়েই আছে। এতিয়া আমি কৈছো যে কিছুমান মানুহ অসমীয়া ভাষী হিচাপে যদি ৰিটাৰ্ণ কৰে সেইখিনি মানুহক আমি— বিশেষকৈ চৰ-চাপৰি অঞ্চলৰ মানুহখিনিক আমি কৈছো যে অসমীয়া ভাষী হিচাপে ৰিটাৰ্ণ কৰাব

পাৰিলে, আমাৰ ভাল হ'ব বা অসমীয়া ভাষীৰ সংখ্যা বৃদ্ধি পাব। এনেকুৱা ধৰণৰ চিন্তাও কৰা হৈছে। কিন্তু এইটো ছাৰ, মই বিশেষকৈ বিশ্বাস নকৰো। এইটো কাৰণেই যে তেওঁলোকৰো নিজা ভাষা-সংস্কৃতি আছে।

**বৰগোহাঞি ঃ** মই নিজে অসমীয়া ভাষী। মই এজন অসমীয়া লেখক, অসমীয়া সাংবাদিক, অসমীয়া ভাষাটো মোৰ জীৱিকাৰ প্ৰধান উপায়। এতিয়া অসমীয়া ভাষা আছে কাৰণেই মই লিখা কিতাপ কিছুমান মানুহে পঢ়ে, সেইটো কৰিয়েই মই জীৱিকা উপাৰ্জন কৰি আছো। মানে নিতান্তই অৰ্থনৈতিক দৃষ্টিকোণৰ পৰা কৈছো। গতিকে অসমীয়া মানুহৰ সংখ্যা বৃদ্ধিত মোৰ এটা ন্যস্ত স্বাৰ্থ জড়িত হৈ আছে। আৰু সেই কাৰণেই এদিন এনে এটা দিন আছিলে যেতিয়া অসমীয়া ভাষা কোৱা মানুহৰ সংখ্যা এজন কমিলেও মই আতংকিত হৈ পৰিছিলো। কিন্তু এতিয়া মই আতংকিত নহওঁ। কি কাৰণে নহওঁ— যেতিয়া গোটেইবিলাক ভাষাৰ প্ৰশ্নটো আহিব— যোৱা কেইবছৰমান ধৰি পৃথিৱীৰ যিসকল ভাষাতত্ত্ববিদ, যিসকল সমাজবিজ্ঞানী তেওঁলোকে ভৱিষ্যৎবাণী কৰিছে যে অহা এশ বছৰৰ ভিতৰত পৃথিৱীৰ বেছিভাগ ভাষাই বিলুপ্ত হৈ যাব। সম্পূৰ্ণ বিলুপ্ত নহ'লেও সেইবিলাক লিখিত ভাষা ৰূপত বা এতিয়াৰ যিটো শক্তিশালী সামাজিক আদান-প্ৰদানৰ ভাষা হৈ নাথাকিব। ভাষা থাকিবই মাত্ৰ ১৫০ টা। আৰু বহুতে আৰু এখোপ আগুৱাই গৈ কয় যে ভাষা থাকিবগৈ মাত্ৰ পোন্ধৰটা। মই এতিয়া এই কথাটো সম্পূৰ্ণ বিশ্বাস কৰোঁ যে এশবছৰৰ পিছত মিচিং, তিৱা, দেউৰী আনকি বড়ো এইবোৰ থাকক বা নাথাকক ডেৰ কোটি মানুহৰ ভাষা অসমীয়া হৈ নাথাকিব। তাৰ প্ৰমাণ চাওক। আজি যে নিউজ লাইভৰ প্ৰগ্ৰেমবোৰ আপুনি শুনে তাৰ প্ৰতিটোৰ দহটা বাক্যত তিনিটা বা চাৰিটা ইংৰাজী শব্দ। আজি যিবোৰ তেওঁলোকৰ প্ৰগ্ৰেম আছে, ধৰক যুৱ লাইভ, নিউজ লাইভ, তাত অসমীয়া শব্দ ব্যৱহাৰ নহয়। অকল মই এটা উদাহৰণ হিচাপে দিছো আজি ইংৰাজী শব্দ নোকোৱাকৈ কোনেও কথা ক'ব নোৱাৰে। গতিকে নিজৰ অলক্ষিতে ভাষাটোত কেনেকৈ ইংৰাজী সোমায় চাওক, ইংৰাজীক সেই কাৰণে কিলাৰ লেংগুৱেজ বুলি কয়। এই উৰ্দু ভাষাও তেনেকৈয়ে সৃষ্টি হৈছিলে। মই আনৰ কথা ক'ব নোৱাৰোঁ। মই এশ শতাংশই নিশ্চিত যে আৰু এশ বছৰৰ ভিতৰত অসমীয়া ভাষা আজিৰ ৰূপততো নাথাকেই, এটা খিচিৰি ৰূপ হ'বগৈ আৰু সি উচ্চ চিন্তা আৰু শিক্ষাৰ মাধ্যম হোৱাৰ যোগ্যতাও হেৰুৱাব। তেনেস্থলত জনজাতীয় ভাষাবোৰ জীয়াই থাকিব বুলি আপুনি আশা কৰেনে? আজি আৰু এটা কথা কওঁ— আপোনালোকৰ নিচিনা যিবোৰ শিক্ষিত মানুহে জনজাতীয় ভাষা, মিচিং ভাষা জীয়াই ৰাখিব লাগে বুলি কয়, তেওঁলোকৰ বেছিভাগেই চহৰবাসী। তেওঁলোকৰ ল'ৰা-ছোৱালী

কোনেও মিচিং বা দেউৰী বা বড়ো ক'ব নোৱাৰে। এবাৰ কোকৰাঝাৰলৈ যাওঁতে এখন অন্তৰংগ আলাপ হৈছিলে। মই নামেই কৈ দিওঁ— চাণক্য ব্ৰহ্ম। তেখেত এজন খুব উচ্চ শিক্ষিত মানুহ। শিক্ষা বিভাগৰ ডাঙৰ বিষয়াও আছিল। মোৰ অন্তৰংগ আলাপত সুধিলে যে বৰগোহাঞি ডাঙৰীয়া, আমাৰ বড়োভাষাৰ ভৱিষ্যৎটো কি বুলি ভাবে? মই তেওঁক ক'লো— আপুনি তাৰ আগতে এটা প্ৰশ্নৰ উত্তৰ দিয়ক। আপোনাৰ ল'ৰা বিশেষকৈ নাতি-নাতিনীয়ে কোন মাধ্যমত পঢ়ে? সেই বুলি কওঁতে গোটেই সভাত হাত চাপৰি উঠিল। কাৰণ তেওঁৰ নাতি-নাতিনীয়ে বড়ো ভাষাত নপঢ়ে। গতিকে যিখিনি চহৰীয়া বুদ্ধিজীৱীয়ে নিজৰ নিজৰ জনজাতীয় ভাষাৰ কাৰণে ইমান কান্দিছে, সংগ্ৰাম কৰিছে, তেওঁলোকৰ কোনো ল'ৰা-ছোৱালীয়ে বড়ো মাধ্যমত বা মিচিং মাধ্যমত নপঢ়ে। আপুনি মিচিং ভাষাৰ কিবা ভৱিষ্যৎ আছে বুলি ভাবেনে?

**দলে ঃ** সেই ক্ষেত্ৰতো এতিয়া যিটো প্ৰক্ৰিয়া চলি আছে সেইফালৰ পৰা ভৱিষ্যত নাই বুলি ক'লেও উচিত নহ'ব। কাৰণ মৰাৰ আগতে মানুহজনক এইজন মৰিব বুলি কৈ দিয়াটো, ছাৰ এইটো...। মই মাত্ৰ এইটো ক'ব বিচাৰিছো ছাৰ, লেংগুৱেজ চিফট্ বুলি যিটো টেক্‌নিকেল টাৰ্ম আছে লেংগুৱেজটিক্চত, লেংগুৱেজ চিফ্‌টো হৈছে লাৰ্জ স্কেলত। সেইটো কেৱল মিচিঙতে হোৱা নাই। বড়োতে হোৱা নাই, অসমীয়াতে হোৱা নাই, সকলোতে হৈছে। কিন্তু তাৰ মাজতো কিছুমান জীয়াই থাকিব। কিছুমান মৰি যাব। এইটো ইতিমধ্যে মই চাৰ্ভে কৰিছো যে এইটো মৰিবৰ পৰ্যায় এতিয়া আহিছে।

**বৰগোহাঞি ঃ** গতিকে মৰিবলৈ কিমান সময়?

**দলে ঃ** ডেনজাৰ পজিশ্বনলৈ যাবলৈ আৰু বেছি পৰ নালাগে।

**বৰগোহাঞি ঃ** মোৰ প্ৰশ্নটো হ'ল যে, যিবোৰ ভাষা মৰিবই, সেই ভাষাক লৈ ভাষা বা সাহিত্যতো হোৱা নাই, হৈছে ৰাজনীতি। আমি ভণ্ডামি কিয় কৰিছো? চহৰীয়া মধ্যবিত্ত বুদ্ধিজীৱী বা নেতাই নিজৰ ল'ৰা-ছোৱালীক সম্পূৰ্ণভাৱে ইংৰাজী শিক্ষাত শিক্ষিত কৰি আৰু কেৱল যিখিনি দৰিদ্ৰ গাঁৱলীয়া মানুহ তেওঁলোকৰ মাজত কেৱল আমাৰ নিজৰ নিজৰ ভাষাটো জীয়াই ৰাখিবলৈ চেষ্টা কৰিছো। এই ভণ্ডামিটোৱে কাৰ কি উপকাৰ কৰিছে?

**দলে ঃ** অসমীয়া ভাষাটো মৰিব বুলিয়েই এতিয়া অসমীয়া মানুহে অসমীয়া ভাষা বচাবৰ বাবে একো কৰিব...

**বৰগোহাঞি ঃ** নহয়, মই সেইটো কাৰণেই কৈছো, বচাবৰ কাৰণে কৰিবলৈকে মই এইটো সতৰ্কবাণী শুনাইছো। মৰিব বুলিতো এনেয়ে কোৱা নাই।

যেতিয়া উৰ্দু ভাষাটোৰ জন্ম হৈছিল, কেনেকৈ হৈছিল? বাণিজ্যিক প্ৰয়োজনত আৰবী, পাৰ্চী, হিন্দুস্থানী বিভিন্ন শব্দ মিলাই এই গোটেইবোৰ মিলাই উৰ্দু ভাষা হৈছিল। ঠিক তেনেকৈ আজি গ্ল'বেলাইজেশ্বনৰ যুগত নিতান্ত বাণিজ্যিক প্ৰয়োজনত আজি মানুহে ইংৰাজী শব্দ ল'বলগীয়া হৈছে। আৰু ইণ্টাৰনেটৰ ভাষা ইউনিভাৰছেল লেংগুৱেজ ইংৰাজী হোৱাৰ কাৰণে সকলোৱে ইংৰাজী শিকিবলৈ বাধ্য হৈছে। মানে আনে স্বীকাৰ বা উপলব্ধি কৰাৰ আগতে মই কৈছো যিটো প্ৰক্ৰিয়া সকলোৰে অলক্ষিতে হৈছে, সেই প্ৰক্ৰিয়াটো বন্ধ নহয়, দিনে দিনে বেছি হৈ গৈ থাকিব। মই নিউজ লাইভত আহিলে সদায় এওঁলোকক কওঁ যে— তোমালোকৰ এইটো, মই এইটো উদাহৰণ হিচাপেহে লৈছো— ভাৰতৰ সকলো চেনেলত যিটো ভাষা কয় সেইটো হিন্দীও নহয়, ইংৰাজীও নহয়, অসমীয়াও নহয়— এটা সানমিহলি খিচিৰি ভাষা। ১৯৮৫ চনত ইয়ালৈ টেলিভিশ্বন আহিছিল। মাত্ৰ আজি বিশ বছৰৰ ভিতৰত এইখিনি হৈছে। তেতিয়াহ'লে কল্পনা কৰিবলৈ চেষ্টা কৰাঁক অহা ৫০ বছৰত, ৮০ বছৰত, ১০০ বছৰত কি হ'ব? গতিকে ভাৰতীয় বেছিভাগ ভাষাৰ কোনো ভৱিষ্যত নাই। সেইকাৰণে মই আগৰ নিচিনাকৈ ভাষাৰ নামত হাহাকাৰ নকৰো আৰু মই ভাবোঁ যে জনজাতীয় ক্ষুদ্ৰ ভাষা বিলাকতো অসমীয়া ভাষাতকৈ বহুগুণে বেছি বিপন্ন। গতিকে তেওঁলোকে ভাষাৰ নামত ৰাজনীতি কৰি সময় নষ্ট কৰাতকৈ যিবোৰ ভাষা শিকিলে ল'ৰা-ছোৱালীৰ ভৱিষ্যৎ নিৰাপদ হ'ব সেইবোৰ ভাষা শিকাই ভাল।

**দলে ঃ** মই ভাবোঁ ছাৰ, মিচিং ভাষাৰ নিচিনা বিভিন্ন সৰু জনগোষ্ঠীৰ যিবিলাক ভাষা আছে, সেইবিলাকৰ ভিতৰত যিখিনি কালচাৰেল এলিমেণ্ট আছে সেই এলিমেণ্টবিলাকো শেষ হৈ যাব। এটা ভাষা শেষ হৈ যোৱা মানেই কালচাৰেল এলিমেণ্টবোৰ শেষ হৈ যোৱা।

**বৰগোহাঞি ঃ** মই সদায় এই কথাটোৱেই চিএৰি আছোঁ। ভাষা জীয়াই ৰাখিব লাগিব; কিন্তু ভাষাক শিক্ষাৰ মাধ্যম কৰা বা সামাজিক আদান-প্ৰদানৰ মাধ্যম কৰা আৰু ভাষাটোক জীয়াই ৰখা দুটা বেলেগ বস্তু। ভাষাটোক জীয়াই ৰাখিবলৈ বহুতো পদ্ধতি আছে। অকল কালচাৰেল এলিমেণ্টেই নহয়। মইতো এইটোও কওঁ যে আজি যদি কাৰ্বি ভাষাটো মৰি যায় বা ডিমাছা ভাষা মৰি যায়, হাজাৰ হাজাৰ বছৰ ধৰি তেওঁলোকে যিবোৰ ঘৰুৱা ঔষধ ব্যৱহাৰ কৰি আহিছে, বনদৰব ব্যৱহাৰ কৰিছে, ভাষাটো মৰাৰ লগে লগে সেই নামবোৰ চিৰকাললৈ লুপ্ত হৈ যাব। গতিকে আমি ভাষাটোক লাগিলে দুজন মানুহে কোৱা ভাষাই হওক, সেই ভাষাটোক কোনেপধ্যেই মৰিবলৈ দিব নালাগে। মোৰ আটাইতকৈ আপত্তি যে যিখিনি চহৰীয়া

মধ্যবিত্ত মানুহে নিজৰ ভাষাটোৰ কাৰণে এইবোৰ কথা কয়, তেওঁলোকে কিন্তু নিজৰ নিজৰ ভাষাত ল'ৰা-ছোৱালীক কেতিয়াও শিক্ষা নিদিয়ে।

**দলে ঃ** আনকি ছাৰ, যিবিলাক আছে তেওঁলোকৰ ল'ৰা-ছোৱালীও এতিয়া ডনবস্কোত পঢ়ি আছে।

**বৰগোহাঞি ঃ** নিজে নাখাইও, আধা পেটে থাকিও নিজৰ ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমলৈ পঠাবই। তেনে স্থলত এই ভাৰতীয় ভাষাবোৰত যিকেইটা প্ৰধান ভাষা সেইবোৰৰ কোনো ভৱিষ্যত নাই। আনকি আজি বাংলা ভাষা। ইমান ধনী ভাষা এটা— তেওঁলোকো আতংকিত হৈছে যে যি হাৰত ইংৰাজী শব্দৰ প্ৰয়োগ বাঢ়িব ধৰিছে, ভাষাটো যেনেকুৱা খিচিৰি হৈছে, অসমীয়া দূৰৰ কথা বাংলা ভাষাৰো কোনো ভৱিষ্যৎ নাই। আজি এটা কথা ক'লেই যথেষ্ট হ'ব— হিন্দী চিনেমা এখন চাবচোন, আপুনি যদি খুব গৱেষকৰ দৃষ্টিৰে চায় গোটেই ছবিখনৰ সংলাপত কেইটা ইংৰাজী শব্দ, কেইটা হিন্দী শব্দ আছে দেখা পাব। আনকি এনেকুৱা হৈছে যে নাম পৰ্যন্ত হিন্দীত দিয়া প্ৰয়োজন নোহোৱা হৈছে।

**দলে ঃ** এইটো ছাৰ টেক্‌নিকেল কথা, ইলেক্ট্ৰনিক্ যিটো লেংগুৱেজ সেইটোৱেও অকল আন ভাষাকে নহয় সেইটোৱে ইংৰাজীৰ নিচিনা চহকী ভাষাকো এতিয়া ভাবুকিৰ সন্মুখীন কৰিছে।

**বৰগোহাঞি ঃ** তথাপিতো যিহেতু গোটেই পৃথিৱীতে এটা ভাষা লাগিবই, ইংৰাজীক ইণ্টাৰনেটৰ ভাষা বুলি স্বীকাৰ কৰি লোৱাৰ পিছত সেই ভাষা— হয় ভাষাটো সদায়তো একে নাথাকে, তাৰ পৰিৱৰ্তন হ'ব— গ্ৰ'থ হ'ব। আজি অসমীয়া, মধ্য যুগৰ অসমীয়া ভাষা কুৰি শতিকাৰ আগভাগৰ অসমীয়া ভাষা, আজি একৈশ শতিকাৰ অসমীয়া ভাষা একে নহয়, ভাষাটো সলনি হ'ব। ইংৰাজী ভাষাত আজি ত্ৰিশ হাজাৰ ভাৰতীয় ভাষাৰ শব্দ সোমাইছে। কিন্তু ইংৰাজী ইমান বিশাল ভাষা, বিশ্বজনীন ভাষা। কেইটামান ভাষা থাকিব— ইংৰাজী, স্পেনিচ, আৰবী, আনকি হিন্দী থাকিব; কিন্তু ক্ষুদ্ৰতৰ ভাষাবোৰ মৰি যাব বুলি ভাবোঁ। আৰু সেই কাৰণেই মই ভাবো ভাষাটোক লৈ, ভাষাটোক জীয়াই ৰাখিবলৈ প্ৰত্যেকেই অহোপুৰুষাৰ্থ কৰিব লাগিব আৰু আপুনি মোৰ লগত একমত হোৱা বুলি কৈছে। বাৰু আজি আমি ইমানতে সামৰো।

**দলে ঃ** ধন্যবাদ।

*(৮ মে', ২০০৯-ত প্ৰচাৰিত)*

# ড° অখিল কুমাৰ মেধিৰ সৈতে হোমেন বৰগোহাঞি



*কাৰ্ডিনেল নিউমেনে তেওঁৰ 'Idea of a University' কিতাপত কৈছিলে— by University, I mean a collection of books. লাইব্ৰেৰীটো বিশ্ববিদ্যালয়ৰ প্ৰধান অংগ।*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। মুখামুখি অনুষ্ঠানলৈ আকৌ এবাৰ স্বাগতম জনাইছো। আজি মোৰ অতিথি গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° অখিল কুমাৰ মেধি। তেখেত যে এজন অতি মেধাৱী ছাত্ৰ আছিল আৰু এজন মেধাৱী শিক্ষক, সেই কথা সকলো শিক্ষিত মানুহেই জানে। ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক ক্ষেত্ৰত বিজ্ঞান চৰ্চাৰ যিখিনি আটাইতকৈ শীৰ্ষস্থানীয় অনুষ্ঠান সেইবোৰৰ লগত তেখেত দীৰ্ঘদিন ধৰি জড়িত আৰু যোৱা আঠমাহ ধৰি তেখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য।

মেধিক অকল গুৱাহাটী বিশ্ববিদ্যালয়ে নহয়, ভাৰতৰ বহুতো বিশ্ববিদ্যালয়ে এটা নতুন প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে। তাৰ একমাত্ৰ প্ৰতিকাৰ হ'ল— আমাৰ নিচিনা যিবোৰ পুৰণি বিশ্ববিদ্যালয়, উদাহৰণস্বৰূপে, গুৱাহাটী বিশ্ববিদ্যালয়, সেইবোৰক আধুনিক যুগৰ প্ৰতিযোগিতা আৰু প্ৰত্যাহ্বানৰ সন্মুখীন কৰিবলৈ যিখিনি উপাদান লাগে, যিখিনি নেতৃত্ব লাগে, সেই উপাদানখিনি গুৱাহাটী বিশ্ববিদ্যালয়ে পাইছেনে? আৰু সেইখিনি পাব লাগে। দ্বিতীয়তে আপোনাৰ মনত এনেকুৱা আত্মবিশ্বাস হৈছেনে যে এই বিশ্ববিদ্যালয়খনক আপুনি এটা নতুন যুগলৈ বা প্ৰতিযোগিতামূলক ক্ষেত্ৰলৈ লৈ যাব পাৰিব?

**ড° অখিল কুমাৰ মেধি ঃ** গ্ল'বেলাইজেছনৰ ফলত বিশ্বজুৰি যিখিনি হৈছে এতিয়া আমাৰ ইয়াতো তাৰ প্ৰভাৱ পৰিছে। গতিকে আমাৰ বিশ্ববিদ্যালয় বিলাকত যিসকল ছাত্ৰ-ছাত্ৰী আছে সেইসকলে গোটেই পৃথিৱীতে তেওঁলোকৰ চাকৰিৰ কথা চিন্তা কৰিব লাগিব। তেওঁলোক কম্পিটিটিভ হ'ব লাগিব। গুৱাহাটী বা

অক্সফোৰ্ড বুলি কথা নাই। ইয়াত সকলো ছাত্ৰই পৃথিৱীৰ যিকোনো ক্ষেত্ৰতে কম্পিটিটিভ এড্‌ছ্‌ পাব লাগিব। সেয়া নিশ্চিতভাৱে পাব লাগিব।

**বৰগোহাঞি ঃ** সেয়া পাবৰ কাৰণে আপুনি প্ৰস্তুতি কৰিব পাৰিছেনে নাই?

**মেধি ঃ** হয়। এখন বিশ্ববিদ্যালয়ক সেই ষ্টেজলৈ নিবৰ কাৰণে দুটা বস্তু লাগে। এটা হৈছে মানৱ সম্পদ আৰু দ্বিতীয়টো ইনফ্ৰাষ্ট্ৰাকচাৰ। সেইফালৰ পৰা চাবলৈ গ'লে মই গৌৰৱান্বিত যে আমাৰ ইয়াত যিকেইজন শিক্ষক আছে, ছাত্ৰ-ছাত্ৰী আছে, তেওঁলোক পৃথিৱীৰ কোনো বিজ্ঞানী বা শিক্ষকতকৈ কম নহয়। এইটো মোৰ কাৰণে এটা ডাঙৰ সম্পদ। আৰু দ্বিতীয় কথা হৈছে ইনফ্ৰাষ্ট্ৰাকচাৰ। এইটো আমাৰ অলপ কম আছে। সেইটো কেনেকৈ গঢ়িব পাৰি তাৰ কাৰণে দৃঢ় প্ৰচেষ্টা চলাব লাগিব।

**বৰগোহাঞি ঃ** বিশ্ববিদ্যালয় এখনৰ দুটা ভাগ থাকে। এটা হ'ল শিক্ষা, শিক্ষক আৰু ছাত্ৰক লৈ গঠিত একাডেমিক ভাগ আৰু আনটো হ'ল প্ৰশাসনিক ভাগ। প্ৰশাসনিক ভাগটোৰ কাম হৈছে শিক্ষা বিভাগটোক ছাপ'ৰ্ট দিয়া। তাৰ ওপৰত কৰ্তৃত্বগিৰী কৰা নহয়। কিন্তু মই বহুতো শিক্ষকৰপৰা এনেকুৱা অভিযোগ শুনো যে ধৰক কোনোবা বিভাগৰ ফাইল মুকলি কৰি দিব লাগে, কিবা টকা আহিছে, চেংশ্বন কৰিব লাগে— ইত্যাদিবিলাক বিষয়ত প্ৰশাসনৰ পৰা বহুখিনি বাধাৰ সন্মুখীন হয়।

**মেধি ঃ** মই একেবাৰে মিছা নহয় বুলি কওঁ মই। আৰু একেবাৰে সঁচাও নহয়। তেনেকুৱা ধৰণৰ Efficiancyৰ কাৰণে যিটো ইনফ্ৰাষ্ট্ৰাকচাৰ লাগে, সেইখিনি আমাৰ নাই।

**বৰগোহাঞি ঃ** সেইটো পোৱা নাই কিয়? কাৰণ মই শুনামতে বহুত কম্পিউটাৰ কিনা হৈছে, অথচ অব্যৱহৃত হৈ পৰি আছে। কিন্তু আজিকালি 'কম্পিউটাৰাইজড' নকৰাকৈ এখন আধুনিক বিশ্ববিদ্যালয় কেনেকৈ হ'ব পাৰে?

**মেধি ঃ** এতিয়া হৈছে। নতুনকৈ মানে এতিয়া ধৰক যোৱা ছমাহত এই গোটেইখিনি ঠিক-ঠাক কৰা হৈছে। আৰু আমি যোৱাবাৰ এড্‌মিশ্বন চিষ্টেমটো কম্পিউটাৰাইজড কৰিছো। তাৰ পিছত ৰেজিষ্ট্ৰেচনৰ কাম-কাজ বিলাক হৈছে। পৰীক্ষাৰ ক্ষেত্ৰত, পৰীক্ষাৰ ৰিজাল্ট দিয়াৰ ক্ষেত্ৰতো কম্পিউটাৰাইজড হৈছে।

**বৰগোহাঞি ঃ** মই এনেকুৱাও খবৰ পাইছো যে আপুনি যিটো তাৰিখত পৰীক্ষা পাতিব খোজে, ছাত্ৰসকলৰ নেতা তথা যিখিনি মুৰব্বী ছাত্ৰ তেওঁলোকে তাত বাধা আৰোপ কৰে অথবা পৰীক্ষা পিছুৱাবলৈ তেওঁলোকে দাবী কৰে। মই এইটো

কথা জানো যে যেতিয়া ড' নির্মল কুমাৰ চৌধুৰী গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰায় ভগ্নাৱস্থাত উপাচাৰ্য হৈছিল, তেওঁ আন একো নকৰিলেও কেইটামান কাম তেওঁ কৰি থৈ গ'ল যে পৰীক্ষাখিনি নিৰ্দিষ্ট সময়ত পতাৰ ব্যৱস্থা কৰিলে। তেওঁ কোনো ছাত্ৰ নেতাৰ হেঁচা ইত্যাদি সহ্য নকৰাকৈ পৰীক্ষাবোৰ পাতিছিল। কিন্তু মই এইটো আপোনাক সুধিছো যে আপুনি কেতিয়াবা ছাত্ৰৰ হকা-বাধাৰ কাৰণে বা হেঁচাৰ কাৰণে পৰীক্ষা পিছুৱাব লগীয়া— এনেকুৱা অৱস্থা হৈছে নেকি?

**মেধি ঃ** যোৱা চাৰি-পাঁচ বছৰত এনে কোনো সমস্যা হোৱা নাই। আমাৰ পৰীক্ষা ঠিকমতে হৈ আছে। ইয়াৰ কাৰণ এটা আছে— যোৱা চাৰি-পাঁচ বছৰে...

**বৰগোহাঞি ঃ** মই চাৰি-পাঁচ বছৰৰ কথা কোৱা নাই, আপোনাৰ কাৰ্যকালৰ কথাহে কৈছো।

**মেধি ঃ** মোৰ কাৰ্যকালতো একো সমস্যা হোৱা নাই। এতিয়া কোনো ছাত্ৰদলেই অহা নাই মোক পৰীক্ষা পিছুৱাবৰ কাৰণে ক'বলৈ।

**বৰগোহাঞি ঃ** সেইটো আপুনি...

**মেধি ঃ** নাই, হোৱা নাই।

**বৰগোহাঞি ঃ** তাৰমানে মোৰ খবৰটো আপুনি সম্পূৰ্ণ ভুল বুলি কৈছে...

**মেধি ঃ** আপুনি সেইটো আগৰ কথা কৈছে। বহুত বছৰ আগত—

**বৰগোহাঞি ঃ** নাই এতিয়াও। অলপতে আপুনি পৰীক্ষাৰ দিন ঘোষণা কৰিছিল নে কৰিব বুলি ভাবিছিল, ছাত্ৰ নেতাসকলে আহি সেইটো ৰাজহুৱা...

**মেধি ঃ** নাই নাই। মই কৈছিলো কি— আচলতে জুন মাহত পৰীক্ষা হয়। এম এছ চি পৰীক্ষা জুন মাহতে হ'ব।

**বৰগোহাঞি ঃ** এখন বিশ্ববিদ্যালয়ৰ অধ্যাপকে আন এখন বিশ্ববিদ্যালয়ৰ গৱেষণাপত্ৰ পৰীক্ষা কৰিবলগীয়া হয় বা বিভিন্ন কামত তেওঁ বক্তৃতা দিব লগা হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিষয়ে মই ভুক্তভোগী অধ্যাপকৰ পৰা এনে আপত্তি পাইছো যে ইয়াৰ পৰা যদি ডিব্ৰুগড়লৈ কোনোবা ব্যক্তি গৈছে, অধ্যাপক গৈছে বা নেতৃ লৈ গৈছে, তেওঁৰ ভ্ৰমণ বানচ বা ভাড়া দিয়াত হিচাপ পৰীক্ষক বা ধন ভঁৰালী কোনেও তাত জেৰা নকৰে বা নকয় যে এইখন আপোনাৰ ভুল হৈছে, আপুনি শুধৰণি কৰক— বুলি ঘূৰাই নিদিয়ে। দ্বিতীয়তে যিসকলে গৱেষণা পত্ৰ পৰীক্ষা কৰে তেওঁলোকৰ যিটো মাননী বা পাৰিশ্ৰমিক সেয়া ঠিক সময়ত নাপায়। কিন্তু মই যিটো অভিযোগ পাইছো গুৱাহাটী বিশ্ববিদ্যালয়ত সেইটো হোৱা নাই। বাকী

বিশ্ববিদ্যালয়ত তেনে ভুক্তভোগী অধ্যাপকসকলে গৱেষণা পত্ৰ পৰীক্ষা নকৰিবলৈ মনে মনে সিদ্ধান্ত লৈছে।

**মেধি ঃ** অফিচিয়েলি যোৱা সময়ত তেনেকুৱা কোনো প্ৰব্লেম পোৱা নাই; কিন্তু আপুনি যিটো কথা কৈছে সেইটো নহয় বুলি নকওঁ। নিশ্চয় চাব লাগিব আৰু আগতে এনেকুৱা ধৰণৰ অলপ ডিলেই হয় পেমেণ্ট কৰোঁতে, তেনেকুৱা ধৰণৰ কেছ মই জানো। কিন্তু ডাঙৰ এটা সমস্যা হোৱা নাই।

**বৰগোহাঞি ঃ** গুৱাহাটী বিশ্ববিদ্যালয়ৰ নিজৰ উপাৰ্জনৰ উৎসটো খুব সীমাবদ্ধ। গতিকে চৰকাৰেও বাৰে বাৰে সকীয়াই আছে যে আপোনালোকে উৎসটো বৃদ্ধি কৰিব লাগে। এসময়ত মেডিকেল আৰু ইঞ্জিনিয়াৰিঙৰ যি এণ্ট্ৰেন্স পৰীক্ষা আছিলে, সেইটো গুৱাহাটী বিশ্ববিদ্যালয়ত অনুষ্ঠিত হৈছিলে। আৰু তাৰ কাৰণে আপোনালোকে কোটি কোটি টকা নহ'লেও কিছু ধন পাইছিলে। কিন্তু গুৱাহাটী বিশ্ববিদ্যালয়ে সেই পৰীক্ষা সুচাৰুৰূপে সম্পন্ন কৰিব নোৱৰাৰ ফলত আপোনালোকৰ পৰা কাঢ়ি নি ডিব্ৰুগড় বিশ্ববিদ্যালয়ত দিব লগা হৈছে। ফলত দুটা কথা হৈছে, এটা আপুনি কিছু অৰ্থাগম, উপাৰ্জনৰ পথ হেৰুৱালে, দ্বিতীয়তে আপোনালোকৰ অক্ষমতা প্ৰকাশ হ'ল যে এটা এণ্ট্ৰেন্স পৰীক্ষা আপোনালোকে কনডাক্ট কৰিব নোৱাৰিলে।

**মেধি ঃ** এইটো বিষয় এতিয়াৰ নহয়, আপুনি বহুত বছৰৰ আগৰ কথা কৈছে, পাঁচ বছৰমান আগৰ।

**বৰগোহাঞি ঃ** নহয়, এইটো ২০০৬ চনৰ কথা, বহুত বছৰ আগৰ নহয়। আপোনাৰ দিনত হোৱা নাই। কিন্তু এইটো এটা ধাৰাবাহিক প্ৰক্ৰিয়া। আপুনি ক'লে— ২০০৬ চনত হৈছে মই ক'ব নোৱাৰো।

**মেধি ঃ** নাই, মই সেইটো কোৱা নাই। মানে সঠিক উত্তৰটো এতিয়া লগে লগে আপোনাক দিব নোৱাৰিম।

**বৰগোহাঞি ঃ** বিশ্ববিদ্যালয়ৰ ২০০৫ চনৰ যিখন আৰ টি আইন, তাত এইটো আছিল যে ১৭খন মেনুৱেল থাকিব লাগে। সেই মেনুৱেলবোৰ ওৱেবছাইটত থাকিব লাগে। ২০০৫ চনৰ ১২ অক্টোবৰত সেই কামটো সম্পূৰ্ণ হ'ব লাগিছিল। কিন্তু আজিলৈকে সেই কাম সম্পূৰ্ণ হোৱা নাই।

**মেধি ঃ** কামটো হৈছে, এতিয়া প্ৰিণ্ট কৰি ওলোৱাটো বাকী আছে।

**বৰগোহাঞি ঃ** কিন্তু ২০০৫ চনৰ ১২ অক্টোবৰত হ'ব লাগে। ২০০৫ চন গ'ল, ২০০৬ গ'ল, ২০০৭ গ'ল, ২০০৮ গ'ল। এতিয়া ২০০৯ চন। কিন্তু এখন

বিশ্ববিদ্যালেয় যদি এনেকুৱা শামুকীয়া গতিৰে কাম কৰে, তেন্তে আধুনিক জগতৰ প্ৰতিযোগিতাত ই কেনেকৈ ভাগ ল'ব?

এই যে এফিলিয়েচন দিয়াৰ কথা, সেই লৈ তুমুল বিতৰ্ক চলিছে। ১৯৮৯ চনৰ ফেব্ৰুৱাৰীৰ কাৰ্যনিৰ্বাহকৰ এখন বৈঠকত এই সিদ্ধান্ত হৈছিল যে পাঁচ বছৰত অস্থায়ী এফিলিয়েচন দিয়াৰ পিছত স্থায়ী এফিলিয়েচন দিব লাগিব। আজি ২০/২৫ বছৰ পাৰ হৈ গ'ল। কাৰ্যনিৰ্বাহকৰ নিজৰ সিদ্ধান্তটো আজিলৈকে কিয় কাৰ্যকৰী হোৱা নাই?

**মেধি ঃ** এই কথাটো অলপ বেলেগ। মই এইখিনিতে অলপ ক'ব লাগিব। আচলতে কি হৈছিল, কেইখনমান কলেজে আবেদন কৰিছিল। তেতিয়া ভাইচ চেন্সেলাৰে এফিলিয়েচনৰ যিটো সমিতি আছে তাতে দিলে আৰু এফিলিয়েচন কমিটিয়ে ক'লে—

**বৰগোহাঞি ঃ** আপুনি নে আগৰজনে?

**মেধি ঃ** ১৯৮৯ চন। বিশ বছৰৰ আগৰ কথা।

**বৰগোহাঞি ঃ** অ, সেইটো কথা, মই যিটো কথা কৈছোঁ।

**মেধি ঃ** তেতিয়া কি হ'ল, এফিলিয়েচন কমিটিয়ে ক'লে যে আমি যেতিয়ালৈকে অৰডিনেন্সখন সংশোধন নকৰোঁ তেতিয়ালৈকে এইটো কৰিব নোৱাৰো। তেতিয়া তেওঁলোকে এইটো সিদ্ধান্ত লৈছিল যে ইয়াৰ সংশোধন কৰিবলৈ হোৱা নাই। অৰডিনেন্স আগৰ দৰেই থাকিব; কিন্তু যি কেইখন কলেজ ট্ৰাইবেল এৰিয়াত আছে বা শিক্ষাগতভাৱে পিছপৰা অঞ্চলত আছে, য'ত ত্ৰিশ শতাংশ অনুসূচিত জাতি-জনজাতিৰ মানুহ আছে, তেওঁলোকৰ কাৰণেহে এই পাঁচ বছৰত এইটো দিয়াৰ কথা আছে। কিন্তু অৰডিনেন্সৰ যিটো মুখ্য বিষয় আছে সেইখিনি থাকিব লাগিব। এতিয়া সেই অৰডিনেন্সখন সংশোধন কৰা নাই। গতিকে...

**বৰগোহাঞি ঃ** সেইটো কোনে কৰিব, সংশোধন কোনে কৰিব?

**মেধি ঃ** আমাৰ এক্টত এটা কথা লিখা আছে, এখন কলেজক স্থায়ী এফিলিয়েচন দিবলৈ হ'লে চৰকাৰৰ অনুমতি লাগে। যেতিয়া চৰকাৰৰ অনুমতি নাথাকে তেতিয়া... আমাৰ আচল সমস্যাটো তাতেই।

**বৰগোহাঞি ঃ** এতিয়া চৰকাৰৰ সন্মতি বিচৰাৰ দায়িত্ব কাৰ?

**মেধি ঃ** কলেজৰ। চৰকাৰৰ সন্মতি মানে এইটো কথা চৰকাৰে জানে যে

এখন কলেজ হৈছে, আৰু সেইখন চলাই নিয়াৰ বাবে টকা-পইচা বা যি লাগে, টকা-পইচা মানে দৰমহা, এজন স্থায়ী অধ্যক্ষ, এটা বিত্তীয় পুঁজি আদি থাকিব লাগিব। এইখিনি কথা কিন্তু সলনি কৰা নাই। এতিয়া এই যিটো কথা আপুনি ক'লে সেইটো এনেকুৱা ধৰণৰ— যদি কোনোবা কলেজক আগতে দহ বছৰৰ পিছত স্থায়ী এফিলিয়েচন দিয়া হৈছিল। আজিকালি দহ বছৰ নালাগে, আমি পাঁচ বছৰতে দিম যদি অনুসূচিত জনজাতি অঞ্চলৰ কলেজ হয়। যদি ত্ৰিশ শতাংশ অনুসূচিত জাতি বা জনজাতি হয়। এইটোৱেই সিদ্ধান্ত লৈছিল। কিন্তু আচল সমস্যাটো থাকি গ'ল যে অৰডিনেন্সখন সলনি কৰা নাই।

**বৰগোহাঞিঃ** এতিয়া, সেইটোতো ডাঙৰ কথা। যদি চৰকাৰৰ হেমাহিৰ কাৰণে এইটো হোৱা নাই, মানে চৰকাৰৰ যদি এনেকুৱা অসহযোগিতা হয় যে এখন বিশ্ববিদ্যালয়ৰ অস্তিত্বই পাহৰি থাকে?

**মেধিঃ** নাই, ইয়াত চৰকাৰৰ দোষ নাই। আচলতে কলেজৰ যিখিনি সা-সুবিধা থাকিব লাগে সেইখিনি হ'লে তেওঁলোকে চৰকাৰৰ পৰা এটা সাহায্য পায়। প্ৰভিঞ্চিয়েলাইজড যেতিয়া হয়, তেতিয়া সেই সাহায্যটো পায়।

**বৰগোহাঞিঃ** এতিয়া যিবোৰ কলেজ আছিছে সেইবোৰতো গোটেই অসমৰ, মানে বহুত কলেজতো আছিছে। তাৰ কোনেও এফিলিয়েচন পাবৰ যোগ্য হোৱা নাই নেকি?

**মেধিঃ** নাই, এফিলিয়েচন পাইছে। কিছু কিছুৱে অস্থায়ীভাৱে পাইছে। কিন্তু সেইবোৰ নন প্ৰভিন্সিয়েলাইজড কলেজ। গতিকে তেওঁলোকৰ যিটো অৰডিনেন্স, যিখিনি কথা আছে সেই কণ্ডিশ্বনটো Fulfil নহ'লে আমি তেওঁলোকৰ কাৰণে কিবা কৰাত অসুবিধাত পৰো।

**বৰগোহাঞিঃ** আপোনালোকে জানি-শুনিও আইন ভংগ কৰাৰ উদাহৰণ আছে। উদাহৰণ স্বৰূপে ১৯৬১ চনৰ যিখন এডভোকেট এক্ট, ইয়াৰ ৪৯ নম্বৰ ধাৰাত স্পষ্ট লিখা আছে যে আইন কলেজৰ যিসকল স্থায়ী শিক্ষক তেওঁলোকে কেতিয়াও প্ৰাইভেট প্ৰেকটিচ কৰিব নোৱাৰে। মই এতিয়া নাম নকওঁ, কিন্তু নামবোৰ জানো। আপোনালোকৰ আইন কলেজত অন্ততঃ তিনিজন শিক্ষক, আছে যিসকল স্থায়ী শিক্ষক অথচ প্ৰাইভেট প্ৰেকটিছ কৰি আছে। আইন থকা সত্ত্বেও আপোনালোকে সেই আইন কিয় বলবৎ কৰা নাই? এইটো এটা আপোনাৰ প্ৰশাসনৰ দুৰ্বলতাৰ পৰিচয় নহয়নে?

**মেধি ঃ** আমি কৰিছো। আচলতে আমি যোৱা চাৰিমাহমান হ'ল নেকি— তেওঁলোকলৈ লিখা হৈছে যে বাৰ কাউন্সিলে আমাক কৈছে যে আপোনালোকৰ বিশ্ববিদ্যালয়ৰ এনেকুৱা মানুহ আছে। তেওঁলোকে দুটা চাকৰি কৰিব নোৱাৰে। আমি লগে লগে তেওঁলোকলৈ চিঠি পঠালো যে তেওঁলোকে লাইচেন্সখন আমাক ঘূৰাই দিব লাগিব। তাৰবাবে ছমাহ সময় দিয়া হ'ল।

**বৰগোহাঞি ঃ** কিন্তু এইটোত ছমাহ সময় কিয় দিয়া হৈছে? এইটোতো সহজ কথা। হয় তেওঁলোকে প্ৰাইভেট প্ৰেকটিচ কৰিছে নহয় নাই কৰা।

**মেধি ঃ** তেওঁলোকে আমালৈ তিনিমাহ পিছত এখন চিঠি লিখিলে যে এইটোৰ ক'ত কি নিয়ম আছে আমাক দেখুৱাব লাগিব। সেয়ে আমি সেই নিয়মবিলাক দেখুৱাই আকৌ এখন চিঠি লিখিছো।

**বৰগোহাঞি ঃ** তেওঁলোকে নিজে উকীল হৈ এডভোকেট আইন'ৰ কথা নাজানে? তেওঁলোকে নিশ্চয় জানে। যদি নাজানে, আইন কলেজৰ শিক্ষকতা কৰাৰ যোগ্যই নহয়।

**মেধি ঃ** এতিয়া আমি নিশ্চয় কিবা এটা একচন ল'ব লাগিব। তেওঁলোকে আমাক কৈছে যে আপুনি আমাক দেখুৱাই দিয়ক ক'ত নিয়ম আছে। আমি দিলো, এতিয়া হয় আমি বিহীত ব্যৱস্থা ল'ব লাগিব নহয় তেওঁলোকে লাইচেন্সখন ঘূৰাই দিব লাগিব। এইখিনি আমি কৰিছো।

**বৰগোহাঞি ঃ** NAAC-ত ২০০১ চনতে আপোনালোকৰ বিশ্ববিদ্যালয়লৈ আহি পৰিদৰ্শন কৰি কিছুমান পৰামৰ্শ দিছিল। তাত এটা ডাঙৰ পৰামৰ্শ আছিল যে নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে পাঠ্যক্ৰম সংশোধন কৰিব লাগে। মইতো অধ্যাপক বা পণ্ডিত একো নহয়। কিন্তু এইটো কথা সাধাৰণ মানুহেও জানে যে আজকালি নিত্য-নতুন জ্ঞান-বিজ্ঞানৰ প্ৰসাৰ হৈ আহিছে— আপুনি মোতকৈ হাজাৰ গুণে বেছি জানিব। কালি যি জ্ঞান আছিল। আজি সেইটো অচল, গতিকে যদি আপুনি বিশ বছৰৰ আগৰ পাঠ্যক্ৰম এতিয়াও চলাই থাকে, সেইখনতো বিশ্ববিদ্যালয় হ'ব নোৱাৰে।

**মেধি ঃ** নহয়, এইটো আচলতে শুদ্ধ নহয়। আজি দুবছৰমান আগতে গোটেইবোৰ বিভাগতে পাঠ্যক্ৰম সলনি কৰা হৈছে। আৰু...

**হো. কু. ব. ঃ** গোটেইবোৰ বিভাগতে?

**অ. মে. ঃ** হয়, গোটেইবোৰ বিভাগতে। আৰু যোৱা ২০০৮ চনত মই উপাচাৰ্য হোৱাৰ পিছতে এটা ডাঙৰ পৰিৱৰ্তন হ'ল। এটা ক্ৰেডিট আৰু এটা গ্ৰেডিং পদ্ধতি

আমি গ্ৰহণ কৰিলো। এতিয়া পৰীক্ষাৰ ঠাইত গ্ৰেডিং হ'ব। মাৰ্কছৰ ঠাইত এতিয়া ক্ৰেডিট পদ্ধতি হ'ব। সেইটো কৰোঁতে পাঠ্যক্ৰম সলনি কৰা হৈছে।

**বৰগোহাঞিঃ** এল এম এম— যিটো আইনৰ উচ্চতম ডিগ্ৰী। তাৰ পাঠ্যক্ৰম বহু বছৰ ধৰি সংশোধন কৰা নাই। মই এজন আমেৰিকান আইনৰ অধ্যাপকক সুধিছিলো যে তোমালোকৰ আমেৰিকাত উকীলৰ ৰাজত্ব কিয় বেছি? তেওঁ ক'লে যে গোটেই আমেৰিকাখন চলায় উকীলেই। তেওঁ কৈছে যে ডেভিদ হাৰ্বাট কেলিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰ অধ্যাপক। তেওঁ কলিকতালৈ আহিছিল স্কলাৰ হৈ। তেওঁক সুধিছিলো যে তেওঁলোকৰ দেশত উকীলৰ দপ্‌দপনি কিয়? তেওঁ ক'লে যে আমাৰ দেশত গোটেই ৰাষ্ট্ৰখনেই উকীলেই চলায়। গতিকে ইয়াতো আইনৰ যিটো পাঠ্যক্ৰম সেইটো যদি অতি উন্নত কৰা নহয়, আইনৰ গোটেই পাঠ্যক্ৰমটো যদি মান্ধাতাকলীয়া হৈ থাকে, সেইখনকতো আধুনিক বিশ্ববিদ্যালয় বুলি ক'ব নোৱাৰি।

**মেধিঃ** আৰু মই এটা কথা কৈছো। মোৰ এটা মতামত বুলিয়ে কৈছো— এইখন বিশ্ববিদ্যালয়ৰ প্ৰত্যেকটো বিভাগক এটা অট'নমি দিয়া হৈছে। তেওঁলোকে নিজে সিদ্ধান্ত ল'ব। এইবিলাক কথা চিন্তা-চৰ্চা কৰি আছে; কিন্তু মই মানি লৈছোঁ এল এল এমৰ প্ৰকৃততে, তেওঁলোকে কি কৰিছে সেইটো মই নাজানো বুলিয়েই ক'ম।

**বৰগোহাঞিঃ** কাৰ্ডিনেল নিউমেনে তেওঁৰ 'Idea of a University' কিতাপত কৈছিলে— by University, I mean a collection of books. লাইব্ৰেৰীটো বিশ্ববিদ্যালয়ৰ প্ৰধান অংগ।

**মেধিঃ** এইটো প্ৰাণকেন্দ্ৰ হ'ব লাগে।

**বৰগোহাঞিঃ** প্ৰাণকেন্দ্ৰ, কিন্তু আপোনালোকৰ যিটো লাইব্ৰেৰী আছে, মই এবাৰ গৈ কাগজত বহুত বহলাই লিখিব লগা হৈছিল যে বৰষুণ পৰি কেনেকৈ ধ্বংস হৈছে। সেয়া বুকু ভাগি যোৱা দৃশ্য। বাৰু সেইবোৰ লাহে লাহে ঠিক হৈ আহিছে। কিন্তু তাত যদি...

**মেধিঃ** লাইব্ৰেৰীটো কম্পিউটাৰাইজড হৈছে আৰু সেই লাইব্ৰেৰীৰ পৰা প্ৰত্যেক বিভাগলৈ ইণ্টাৰ কানেকশ্বন্ আছে।

**বৰগোহাঞিঃ** এইটো হৈ গৈছে?

**মেধিঃ** অ' হৈছে। জাৰ্নাল চাবৰ বাবে এতিয়া লাইব্ৰেৰীলৈ যাব নালাগে।

**বৰগোহাঞি ঃ** বাৰু সেইটো শুনি খুব ভাল পালো। ৰঞ্জিত কুমাৰ দেৱগোস্বামী দায়িত্বত থাকোঁতে তেওঁ এবাৰ মোক মাতি নিছিল আৰু মই তাত প্ৰায় চাৰি ঘণ্টা সময় কটাইছিলো। কিন্তু দুখৰ কথা, শুনিবলৈ বেয়া কথা যে খুব কম অধ্যাপকেই এঘণ্টা লাইব্ৰেৰীত কটায়। ছাত্ৰৰ সংখ্যাটো খুবেই কম। শতকৰা এজন ছাত্ৰও পুথিভঁৰাললৈ যায় নে নাযায় সন্দেহ। মই যিদিনা গৈছিলো সেইদিনা এজন মানুহে পৰম মনোযোগেৰে পঢ়ি থকা দেখিছিলো। তেখেত আছিল হাইক'ৰ্টৰ অৱসৰপ্ৰাপ্ত মুখ্য ন্যায়াধীশ ড° ডম্বৰুধৰ পাঠক। মই তেখেতৰ ওচৰলৈ যোৱাত ক'লে যে গৱেষণাৰ বাবে নহয়, মই নতুন নতুন কিতাপ পঢ়িবলৈ ইয়ালৈ আহোঁ। বিৰাট লাইব্ৰেৰীটোত চালো ড° ডম্বৰুধৰ পাঠকৰ বাহিৰে কোনো এজন শিক্ষক তাত নাছিল। মই চাৰি ঘণ্টা আছিলো। এই চাৰি ঘণ্টাত এজনো শিক্ষক, এজনো ছাত্ৰই তাত পদাৰ্পণ নকৰিলে। কিন্তু লাইব্ৰেৰীত যদি কিতাপ পঢ়া মানুহ কোনো নাথাকে, সেইটো লাইব্ৰেৰীক বুলি নকৈ কিতাপৰ গুদাম বুলি ক'ব লাগিব।

**মেধি ঃ** সমস্যাটো হৈছে যে লাইব্ৰেৰীৰ নামত পৰ্যাপ্ত টকা আমি গ্ৰাণ্ট পোৱা নাছিলো। যোৱা দুবছৰৰ পৰা কিছু টকা পাইছো। চাৰি মাহমান আগতে আমি ত্ৰিশ লাখ টকাৰ কিতাপ কিনিছো। এনেকুৱা ধৰণৰ পইচা আমি আগতে পোৱা নাছিলো। আচলতে মানুহে যে পঢ়িবলৈ নাহে, নতুন কিতাপ থাকিলেহে পঢ়িবলৈ আহিব। তেনেকুৱা ধৰণৰ কথাও আছে।

**বৰগোহাঞি ঃ** কিন্তু সেইটোৱেই কথা নহয়। বহুত পুৰণি কিতাপতো লাইব্ৰেৰীত শ শ বছৰ ধৰি জমা হৈ থাকে। বহুতেতো নতুন কিতাপ কিনিও পঢ়িব নোৱাৰে। কিন্তু তাৰ বাহিৰে লাইব্ৰেৰীত দুষ্প্ৰাপ্য কিতাপ পঢ়িব পাৰে। কিতাপ আছে, কিতাপৰ অভাৱ বুলি মই কোৱা নাই। নাই বুলিলেও গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিশাল লাইব্ৰেৰী হৈছে। কিন্তু তাত যে কোনো পঢ়িবলৈ নাযায় আৰু যিখিনি পঢ়িবলৈ যায়, মই নিজে দেখি আহিছো, কিদৰে ব্লেডেৰে কাটি কাটি নিছে মূল্যৱান কিতাপৰ পৃষ্ঠা। সকলোতে চাগে একেই অৱস্থা। এইখিনিতে মনত পৰে যে কেমব্ৰিজ বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীয়ানে এটা কথা কৈছিল— আমাৰ ইয়ালৈ বহুত মানুহ আহে মই দেখোঁ, তেওঁলোকে আহি ইয়াত শুই থাকে। কিন্তু মই শুই থকাৰ কাৰণে আনন্দিত। কিয়? তেওঁ যে শুই আছে, কিতাপ যে চুৰ কৰা নাই, ব্লেডেৰে কটা নাই তাৰ কাৰণে মই আনন্দিত।

মই বাৰে বাৰে কৈছো যে গুৱাহাটী বিশ্ববিদ্যালয়ক এসময়ত ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ

বিশ্ববিদ্যালয় কেইখনৰ এখন বুলি ধৰা হৈছিল। আজিও সেই সুনামটো অক্ষুণ্ণ আছে বুলি আপুনি ভাবেনে?

**মেধি :** নিশ্চয় আছে বুলি মই ভাবোঁ। কাৰণ আমাৰ যিখিনি **কনট্ৰিবিউশ্বন** আছে, এতিয়াও বাহিৰৰ পৰা মানুহ ইয়ালৈ আহে। প্ৰফেছাৰসকল আহে, পৰীক্ষা ল'বলৈ, ইউ জি চি **টিম** এটা আহিছিল। তেওঁলোকে বিশ্ববিদ্যালয়ৰ বিষয়ে ভালকৈ কৈছে। আৰু গুৱাহাটী বিশ্ববিদ্যালয়ক আমি সকলোৱে জানো বুলি কৈছে।

**বৰগোহাঞি :** এইটো জানিবই।

**মেধি :** অৱশ্যে এটা কথা আছে, আগৰ যিটো সুনাম সেইটোৰ কাৰণে হ'ব পাৰে। কিন্তু এটা কথা মই আপোনাক কৈছিলো যে অৰ্থনৈতিক সংকট কিছু আমাৰ হৈছিলে, এতিয়া সেইবোৰ বহুত ভাল হৈছে আৰু ভৱিষ্যতে আৰু ভাল হোৱাৰ সম্ভাৱনা আছে।

**বৰগোহাঞি :** অৰ্থনৈতিক সংকট হোৱাৰ কিছুমান কথা আছে। এণ্ট্ৰেন্স পৰীক্ষা পাতিব নোৱৰা বাবে কিছু টকা হেৰুৱালে। বাৰে বাৰে বিত্তীয় কেলেংকাৰী হয়। তেতিয়াতো অৰ্থনৈতিক সংকট হ'বই?

**মেধি :** আচলতে অৰ্থনৈতিক সংকটৰ কাৰণে নতুন নতুন প্ৰগ্ৰেম আমি প্ৰৱৰ্তন কৰিব লাগিব। তেতিয়া এই সমস্যাটো শেষ হ'ব। কিন্তু এইবোৰ সৰু-সুৰা পইচা। ধৰক পৰীক্ষা এটা পাতোঁতে বৰ বেছি নহয়, সন্মানৰ কথাহে আছে। সন্মানৰ কথাটোহে বেছি।

**বৰগোহাঞি :** মই যিখন কাকতৰ সম্পাদক সেইখনৰ লগতে আন আন কাগজতো ওলাইছে যে প্ৰতি মাহত ৩০০ কোটি টকা অসমৰ পৰা বাহিৰলৈ গুচি যায়। অসমৰ দহহেজাৰ ছাত্ৰ-ছাত্ৰী বাহিৰত পঢ়িবলৈ যায়। তেওঁলোকৰ কিছু সংখ্যক মানুহক ইয়াত ধৰি ৰাখিব পৰা গ'লহেঁতেন যদিহে আপোনাৰ বিশ্ববিদ্যালয়খন কম্পিটিটিভ হ'লহেঁতেন। গতিকে মই ভাবোঁ যে আত্মসন্তুষ্টি নকৰি তাতকৈ ভাৰতৰ যিখিনি শ্ৰেষ্ঠ বিশ্ববিদ্যালয় আছে এইখনকো তাৰ সমকক্ষ কৰিবলৈ চেষ্টা কৰিব লাগিব।

**মেধি :** এতিয়া মই ইঞ্জিনিয়াৰিঙৰ ক'ৰ্ছ আৰম্ভ কৰিছো, মেনেজমেণ্টৰ ক'ৰ্ছ লৈছো, কিছুমান ডুৱেল ডিগ্ৰী প্ৰগ্ৰেম আছে। বেটচেলৰ অব্ ছাইন্স, চাৰিবছৰীয়া প্ৰগ্ৰেম আছে, আমাৰ ইণ্টিগ্ৰেটেড পাঁচ বছৰীয়া শিক্ষা এতিয়া প্ৰৱৰ্তন হ'ব।

**বৰগোহাঞি :** যেতিয়া ড° নিৰ্মল কুমাৰ চৌধুৰী উপাচাৰ্য আছিল তেতিয়া

দুৰদৰ্শনৰ হৈ মই তেওঁৰ লগত কথা পাতিছিলো। আপুনি দ্বিতীয়জন উপাচাৰ্য যাৰ লগত মই মুকলিকৈ এনেদৰে কথা পাতিছো। ড° চৌধুৰীক মই এটা কথা কৈছিলো, যিটো কথা মই আপোনাক সুধিব খোজোঁ। ১৯৪২ চনত ৰবাৰ্ট হাঞ্চ চিকাগো বিশ্ববিদ্যালয়ৰ প্ৰেছিডেণ্ট হ'ল। তেওঁলোকে উপাচাৰ্য বা ভাইচ চেন্সেলৰ নকয়, প্ৰেছিডেণ্ট কয়। ৰবাৰ্ট হান্সে প্ৰেছিডেণ্ট হৈ এটা কথা কৈছিলে যে এখন বিশ্ববিদ্যালয় গ্ৰেট হ'বলৈ দুটা বস্তুৰ যিকোনো এটা লাগে। হয় এজন গ্ৰেট প্ৰেছিডেণ্ট, নহয় এটা গ্ৰেট ফুটবল টিম। এটা গ্ৰেট ফুটবল টিমে এখন বিশ্ববিদ্যালয়ক কেনেদৰে গ্ৰেট কৰিব সেইটো মই বুজি নাপালো; কিন্তু এজন গ্ৰেট প্ৰেছিডেণ্ট বা আমাৰ ক্ষেত্ৰত এজন গ্ৰেট ভাইচ চেন্সেলৰ লাগে। আপুনি তেনেকুৱা এজন গ্ৰেট ভাইচ চেন্সেলৰ হ'ব, তেনেকুৱা এটা আশা আমি কৰিব পাৰোঁনে?

**মেধি ঃ** এই যে গ্ৰেট ভাইচ চেন্সেলৰ হ'ব লাগে— যিটো কথা কৈছে সেইটো মই বিশ্বাস নকৰো। মই বিশ্বাস কৰোঁ এইটো যে— এখন গ্ৰেট বিশ্ববিদ্যালয় হ'বলৈ দুটা বস্তু লাগে। তাৰ এটা হ'ল লিডাৰশ্বিপ।

**বৰগোহাঞি ঃ** সেইটোৱেইতো দিব লাগিব এজন উপাচাৰ্যই।

**মেধি ঃ** নহয়, নহয়। লিডাৰশ্বিপ এজ এ প্ৰফেচৰ— আৰ্নল্ড টয়নবীয়ে এবাৰ কৈছিল যে ক্ৰিয়েটিভ মাইন'ৰিটি...।

**বৰগোহাঞি ঃ** সেইটো গোটেই সমাজক নেতৃত্ব দিয়া। ক্ৰিয়েটিভ মাইন'ৰিটিক নেতৃত্ব দিবলৈওতো এজন মানুহ লাগিব।

**মেধি ঃ** তথাপিও যিয়ে নহওক, মই বাৰু মানি লৈছো। কিন্তু মোৰ মতে ক্ৰিয়েটিভ মাইন'ৰিটি মানে এটা সৰু গ্ৰুপ। A few people who are inteligent, hard-working and visionary.

**বৰগোহাঞি ঃ** আপোনাৰ বিশ্ববিদ্যালয়ত সেইটো আছেনে নাই?

**মেধি ঃ** আছে। সকলোতকৈ ভাল কথা যে সেইটো আমাৰ আছে।

**বৰগোহাঞি ঃ** সেই সৰু গ্ৰুপটোক নেতৃত্ব দিবলৈও এজন মানুহ লাগিব।

**মেধি ঃ** নিশ্চয় লাগিব, সেইটো মই মানি লৈছো বাৰু। কিন্তু দুই নম্বৰ কথা এইটো যে কণ্ডিশ্বন ছুড বি নাইদাৰ টু ফেভাৰেবল নৰ টু আনফেভাৰেবল। এটা ইনফ্ৰাষ্ট্ৰাকচাৰ লাগিব। এই দুটা বস্তু মোৰ মতে লাগিব। এই দুটা বস্তু যেতিয়া থাকে তেতিয়া সেইখন বিশ্ববিদ্যালয় বা সেইখন সমাজে সদায় উন্নতি কৰিব। গতিকে আমাৰ ক্ৰিয়েটিভ মাইন'ৰিটি আছে, বুলি মই কওঁ। আপুনি কৈছে— লিডাৰশ্বিপ

লাগিব। মই বুজি পালোঁ; কিন্তু এইখিনি বস্তু আমি বিল্ড আপ্ কৰিব লাগিব। ভাল ইনফ্ৰাষ্ট্ৰাকচাৰ আৰু তাৰ লগতে আপুনি যিটো কথা ক'লে সেইটোৰ বাবে মই চেষ্টা কৰি আছোঁ। সেইটো হৈছে এটা ভাল এডমিনিষ্ট্ৰেশ্বন।

**বৰগোহাঞিঃ** মই আপোনাৰ কথা মানি ল'লো। মই এইটো কোৱা নাই যে ৰবাৰ্ট হাঙ্গৰটোৱেই একমাত্ৰ বেদবাক্য, গোটেই পৃথিৱীয়ে তেওঁকে অনুসৰণ কৰিব লাগিব। সেইটোও মই নকওঁ। আপোনাৰ কথাটোও খুব যুক্তিপূৰ্ণ। ময়ো টয়নবীৰ কথাখিনি পঢ়িছো; কিন্তু লগতে মই এইটো জোৰ দি ক'ব খোজোঁ যে সেই সৰু ক্ৰিয়েটিভ মাইনৰিটিটোক নেতৃত্ব দিবলৈ, একে ঠাইতে লগ লগাবলৈ বা তেওঁলোকৰ মাজত সমন্বয় ৰাখিবলৈ এজন মানুহ লাগিব, সেই মানুহজন হ'ব লাগিব আপুনি।

**মেধিঃ** আচলতে উন্নতিৰ এটাই চৰ্ত', মানুহ— হিউমেন বিং। সেইটো ফাৰ্ষ্ট থিং, ইফ্ ইউ আৰ্ ৰাইট পিপ্‌ল।

**বৰগোহাঞিঃ** আপুনি খুব ভাল ভাল কথা ক'লে, বহু আশাব্যঞ্জক কথা ক'লে। আমি শুনি খুব ভাল পালোঁ। আপোনাক ধন্যবাদ দি আজিলৈ সামৰিলো।

**মেধিঃ** ধন্যবাদ।

*(১৫ মে', ২০০৯-ত প্ৰচাৰিত)*

# সন্ধ্যা গোস্বামীৰ সৈতে হোমেন বৰগোহাঞিঃ



*"ভাৰতবৰ্ষত এটা বিৰাট সামাজিক পৰিৱৰ্তন হৈছে। আগৰ নিচিনা মানুহক প্ৰতাৰণা কৰাৰ দিন উকলিছে। অৰ্থনৈতিক কাৰ্যসূচী লৈ তাৰ ফলাফল ৰাইজক দিব পাৰিলে তেওঁলোকে সেইটো দলৰ প্ৰতি বেছিকৈ আকৃষ্ট হয়।"*



**হোমেন বৰগোহাঞিঃ** নমস্কাৰ, আৰু মোৰ মুখামুখি অনুষ্ঠানলৈ স্বাগতম। আজি মোৰ অতিথি ড° সন্ধ্যা গোস্বামী। তেখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিজ্ঞান বিভাগৰ মুৰব্বী অধ্যাপক। আজি আমাৰ আলোচনাৰ বিষয় হ'ল সদ্যসমাপ্ত লোকসভা নিৰ্বাচনৰ ফলাফল আৰু তাৰ তাৎপৰ্য। এই লোকসভাৰ নিৰ্বাচন Study কৰিবলৈ Centre for the Study of Development Societies নামৰ এটা স্বায়ত্ব শাসিত অনুষ্ঠান দিল্লীত আছে, তেওঁলোকে এইবাৰ গোটেই ভাৰততে National Election Study, 2009 নাম দি নিৰ্বাচনৰ ওপৰত এটা দেশব্যাপী সমীক্ষা আৰু অধ্যয়ন চলাইছিল। সেই সমীক্ষাটোত উত্তৰ-পূব ভাৰত তথা অসমৰ Co-ordinator বা সমন্বয়ৰক্ষী ড° সন্ধ্যা গোস্বামী। এইবাৰ বিশ্ববিদ্যালয়ৰ অনুদান আয়োগে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰাজনীতি বিজ্ঞান বিভাগক তেওঁলোকৰ গৱেষণাৰ কাৰণে এটা বিশেষ অনুদান দিছিলে। এই প্ৰজেক্টটো তেখেতে— ড° গোস্বামীয়ে কৰিছিল। গোস্বামীক এইবাৰ দেখা গ'ল যে কংগ্ৰেছে অপ্ৰত্যাশিতভাৱে বা আশাতীতভাৱে সাফল্য অৰ্জন কৰিলে, আনহাতে বিজেপিৰ চৰম মোহভংগ হ'ল। কংগ্ৰেছৰ এই বিৰল সাফল্য আৰু বিজেপিৰ এই বিপুল ব্যৰ্থতা— এই দুয়োটা, আনটো দূৰৰ কথা, দুয়োটা দলৰ নেতাসকলেও অনুমান কৰিব পৰা নাছিল। এই ঘটনাটো কিয় ঘটিবলৈ পালে, কেনেকৈ ঘটিলে তাৰ বিষয়ে খুব চমুকৈ এটা ব্যাখ্যা দিয়ক।

**সন্ধ্যা গোস্বামীঃ** নিৰ্বাচনৰ ৰায় জনসাধাৰণে যিটো দিলে সেইটো হৈছে ঐতিহাসিক ৰায়। এইকাৰণে ঐতিহাসিক ৰায়— তাৰ পটভূমি আমি অকণমান চাব লাগিব। কাৰণ নিৰ্বাচনৰ প্ৰাক্‌মুহূৰ্তত আমি দেখিবলৈ পাইছিলো যে দেশৰ অৰ্থনৈতিক

এক মন্দা অৱস্থা হৈছে আৰু দ্বিতীয়তে সন্ত্ৰাসবাদে বম্বেৰ নিচিনা চহৰত উত্তৰ-পূব ভাৰতত এক জুৰুলা অৱস্থাৰ সৃষ্টি কৰিছে। সেয়েহে মানুহে যি ৰায় দিলে সেই ৰায় হৈছে ঐতিহাসিক ৰায়। আৰু মই ভাবো যে আমাৰ ভোটাৰসকল খুব সচেতন, তেওঁলোকে এখন স্থায়ী চৰকাৰ বিচাৰিছে...

**বৰগোহাঞি ঃ** স্থায়ী চৰকাৰতো যোৱাবাৰো হৈছিল, পাঁচবছৰতো স্থায়ী হৈছিল?

**গোস্বামী ঃ** যোৱাবাৰেই নহয়, মই ভাবো যে ১৯৮৯ চনৰ পিছৰ পৰা যিবিলাক নিৰ্বাচন হৈছিলে ৰাইজে কিন্তু এটা সুস্থিৰ চৰকাৰ দিয়া নাছিলে, কিন্তু এইবেলি দিছে। দ্বিতীয়তে মই আৰু এটা কথা ক'ব বিচাৰিছো যে এইবেলি ৰাইজে যিবিলাক ঋণাত্মক ৰাজনীতি, সেই ঋণাত্মক ৰাজনীতিৰ যে কোনো স্থান নাই সেই কথা— আমাৰ যি ৰায় সেই ৰায়ৰ পৰা আমি গম পাইছো...

**বৰগোহাঞি ঃ** আপুনি ঋণাত্মক ৰাজনীতি মানে কি বুজাব খুজিছে?

**গোস্বামী ঃ** দেশখনক অগ্ৰগতিৰ ফালে লৈ যোৱাত যি ৰাজনৈতিক দলৰ কোনো ভূমিকা নাই... যিবিলাক ৰাজনৈতিক দলে যোগাত্মক কাৰ্যসূচী গ্ৰহণ কৰিছে, সেই যোগাত্মক কাৰ্যসূচী গ্ৰহণ কৰাৰ কাৰণে ভোটাৰসকলে সেই দলবিলাকক আঁকোৱালি লৈছে।

**বৰগোহাঞি ঃ** তাৰ অৰ্থ এইটো নহ'ব জানো যে কংগ্ৰেছক তেওঁলোকে যোগাত্মক কাম কৰা বুলি গ্ৰহণ কৰিছে আৰু ভাৰতীয় জনতা পাৰ্টিৰ ভূমিকাটো তেওঁলোকে ঋণাত্মক বুলি ভাবিছে?

**গোস্বামী ঃ** এইবেলি নিৰ্বাচনৰ আটাইতকৈ ইতিবাচক দিশটো হৈছে যে কংগ্ৰেছ দলৰ বা ৰাষ্ট্ৰীয় দলবিলাকৰ পুনৰুত্থান হৈছে। ৰাজ্যিক পৰ্যায়ৰ দলৰ স্বীকৃতি নোহোৱা বুলি মই নকওঁ, সেই কথাত মই পিছলৈ আহিম। কিন্তু কংগ্ৰেছ দলৰ যি অভ্যুত্থান হৈছে তাৰ কাৰণ কিন্তু নোহোৱা নহয়। প্ৰথমতে মই কওঁ যে ভাৰতবৰ্ষৰ নিচিনা সংসদীয় গণতান্ত্ৰিক ব্যৱস্থাত প্ৰধানমন্ত্ৰীৰ পদবীটো খুব ক্ষমতাশালী। আৰু সাধাৰণ ৰাইজে সাধাৰণতে প্ৰধানমন্ত্ৰীক এজন স্বচ্ছ, নিকা মানুহ বুলি পৰিগণিত কৰিছে; আমি সেইক্ষেত্ৰত অৱশ্যে প্ৰধানমন্ত্ৰীক জনসাধাৰণে যি ধৰণে চায় সেই সম্পৰ্কে আমি সমীক্ষা চলাইছিলো। আমি দেখিবলৈ পাইছিলো যে জনসাধাৰণে তেওঁক বিচাৰিছে। আৰু দ্বিতীয়তে মই আৰু এটা কথ ক'ব বিচাৰিছো যে কংগ্ৰেছ দলে বা প্ৰগতিশীল মৰ্চা চৰকাৰে এইবেলি নীৰৱভাৱে তেওঁলোকে কিছুমান জনকল্যাণমুখী আঁচনি লৈছে। সেই জনকল্যাণমুখী আঁচনিৰ ক্ষেত্ৰত মই কেইখনমান আঁচনিৰ কথা ক'ব বিচাৰিছো। এইক্ষেত্ৰত, ধৰক ৰাষ্ট্ৰীয় গ্ৰাম্য নিয়োগ নিশ্চিত আঁচনি, ৰাষ্ট্ৰীয়

গ্ৰাম্য স্বাস্থ্য অভিযান, তথ্য জনাৰ অধিকাৰ আইন আৰু ঋণৰ বোজাত যিসকল কৃষক আক্ৰান্ত হৈ আছে, তেওঁলোকক ৰেহাই দিয়াৰ কাৰণে... মূলতঃ এই জনতাই তেওঁলোকৰ সপক্ষে ৰায়দান কৰিছে।

**বৰগোহাঞি ঃ** আটাইকেইটাই জনতাৰ অনুকূলে যোৱা ব্যৱস্থা লৈছিল। উত্তৰ ভাৰত, আৰ্যাবৰ্ত বুলি ক'লে আমি যি বুজি পাওঁ হিন্দী বলয়, তাত যিটো দলৰ আধিপত্য নাথাকে তেওঁলোকে কেন্দ্ৰত সুস্থিৰ চৰকাৰ গঠন কৰিব নোৱাৰে। বিশেষকৈ উত্তৰ প্ৰদেশ আৰু বিহাৰ, দুয়োখন ৰাজ্য কংগ্ৰেছৰ হাতৰ পৰা গুচি গৈছে। আৰু এইবাৰ উত্তৰ প্ৰদেশত কংগ্ৰেছে ভাবিব নোৱৰা ধৰণে, আশাতীতভাৱে সাফল্য অৰ্জন কৰি গ'ল, দুখনৰ পৰা গৈ একৈশখন পালেগৈ। দ্বিতীয় তাৎপৰ্যপূৰ্ণ কথা, বিহাৰ আৰু উত্তৰ প্ৰদেশত Identity based ৰাজনীতি চলিছিল, জাত-পাতৰ ভিত্তিত যি চলিছিলে এইবাৰ যেন অলপ বাধাপ্ৰাপ্ত হৈ গ'ল। তাৰ কাৰণটো, কংগ্ৰেছৰ উত্থানটোৰ কাৰণ আৰু দলিত মায়াৱতীৰ দলটোৰ, মোলায়েম সিং যাদৱৰ দলটোৰ, লালুৰ দলটোৰ— তেওঁলোকৰ ৰথৰ চক্ৰ থমকি গ'ল। আপুনি এজন ৰাজনীতি বিজ্ঞানী হিচাপে তাৰ কাৰণ কি বুলি ভাবে?

**গোস্বামী ঃ** ভাৰতবৰ্ষ এখন ভিন্ন জাতি-প্ৰজাতিৰ দেশ। আৰু ইয়াত যিটো, যিধৰণৰ জনসংখ্যাৰ গাঁথনি, U.P.-ত যিটো জনসংখ্যাৰ গাঁথনি ভোটাৰৰ ৰায়ৰ ওপৰত প্ৰভাৱ পেলায়, সেই জনসংখ্যাই আচলতে কংগ্ৰেছ দলক সহায় কৰিছে আনকি বিজেপি দলেও। সেই ক্ষেত্ৰত তেওঁলোক অৱগত নহয়। এইক্ষেত্ৰত অৱশ্যে গৱেষণাৰ তথ্য আমি খুব ভাল ধৰণে এতিয়াও পোৱা নাই। ৰাহুল গান্ধীয়ে কংগ্ৰেছৰ পক্ষে— ভিতৰুৱা গাঁও অঞ্চলত গৈ তেওঁ জনসাধাৰণৰ কাৰণে যিখিনি কাম কৰিছিলে হয়তো জনসাধাৰণ, সাধাৰণ ৰাইজ, সেই ৰাইজৰ প্ৰতি যিবিলাক আঁচনি লৈছে, সেই আঁচনিৰ— মই ভাবো উত্তৰ প্ৰদেশৰ ক্ষেত্ৰত কংগ্ৰেছৰ পক্ষে অধিক ভোটা... বা অধিক ছিট... কাৰণ বাইছখন ছিট পাইছিলে...

**বৰগোহাঞি ঃ** কিন্তু সেই একেবোৰ আঁচনিয়ে অসমত সম্পূৰ্ণভাৱে কিয় কাম নিদিলে? কাৰণ ন-খনৰ পৰা যে দুখন কম হ'ল, সেইটো এটা নেতিবাচক কথা হ'ল।

**গোস্বামী ঃ** অসমৰ যিটো ফলাফল সেইটো হৈছে বিভাজিত ফলাফল। এ.ইউ.ডি.এফ. দলৰ অভ্যুত্থানৰ ফলত... মুছলিমৰ সংখ্যাই ভোটৰ ফলাফলত এটা নিৰ্ণয়কাৰী ভূমিকা ধাৰণ কৰে...

**বৰগোহাঞি ঃ** আৰু এইটো কাৰণ হ'ব পাৰে নেকি যিবিলাক— আপুনি

যিখিনি আঁচনিৰ কথা ক'লে, এইবিলাকে এই চৰ অঞ্চলক বেছি স্পৰ্শ কৰিব পৰা নাই নেকি? তেওঁলোক তাৰ উপকাৰৰ পৰা বঞ্চিত হৈ আছে নেকি?

**গোস্বামী ঃ** প্ৰায়বোৰ আঁচনিৰ সুযোগ অসম চৰকাৰ গ্ৰহণ কৰিব নোৱাৰিলে। যদিও কিছুমান আঁচনিৰ— ধৰক ইতিবাচক পৰিণতি দেখা গৈছে, সেইক্ষেত্ৰত মই স্বাস্থ্যসেৱা বিকাশৰ কথা ক'ব খুজিছো... জনসাধাৰণে কিছুমান সুবিধা পাইছে। ৰাজনৈতিক বিতৰ্কৰ মানদণ্ড কিন্তু খুব নিম্ন পৰ্যায়লৈ গৈছে, সেইটোও এটা কাৰক হ'ব পাৰে...

**বৰগোহাঞি ঃ** সেইটোও এটা কাৰক হ'ব পাৰে বুলি ভাবিছে?

**গোস্বামী ঃ** মই ভাবিছো, মই ভাবিছো। আমাৰ অসমৰ জনসংখ্যাৰ যিটো গাঁথনি— অসমীয়া, হিন্দু, মুছলিম আৰু ধৰক চাহ বাগিচাৰ সম্প্ৰদায়ে তেওঁলোকে এইবেলি কংগ্ৰেছৰ প্ৰতি বেছি ধাৱিত হৈছে।

**বৰগোহাঞি ঃ** কমিউনিষ্ট দলবিলাকৰ, বাওঁফ্ৰন্টৰ... সেইটোও এটা অপ্ৰত্যাশিত পতন হ'ল তেওঁলোকৰ। তেওঁলোকেতো এটা চৰকাৰ গঠন কৰাৰেই স্বপ্ন দেখিছিলে। কেতিয়াবা... বা ইমান কি পশ্চিমবঙ্গ, কেৰেলা য'ত ইমান দুৰ্ভেদ... দুৰ্গ তাতেই তেওঁলোকে চৰম বিপদৰ সন্মুখীন হৈছে। এই কমিউনিজিমৰ মই পতনতকৈ পাশ্চাদপসৰণ— বুলি ক'ব খোজো, এইটোৰ কাৰণ কি ব্যাখ্যা কৰে আপুনি?

**গোস্বামী ঃ** কমিউনিষ্ট দলবিলাকৰ, তেওঁলোকৰ যিটো উদ্দেশ্যে বা কি ধৰণে তেওঁলোকে জনসাধাৰণৰ উন্নয়নৰ বাবে ব্যৱস্থা ল'ব লাগে, বিশেষকৈ দৰিদ্ৰ শ্ৰেণীৰ কাৰণে— সেই কথা নকৰি তেওঁলোকে যোৱা তিনিটা বছৰ পাৰমাণৱিক চুক্তিৰ ওপৰতে লাগি থাকিলে। আৰু পাৰমাণৱিক চুক্তিৰ কথা আচলতে সাধাৰণ ৰাইজে একো নুবুজে। এগৰাকী ভদ্ৰমহিলা—ভদ্ৰমহিলা নহয়, আচলতে গাঁৱলীয়া মহিলা, তেওঁক সুধিছিলো যে আপুনি এই পাৰমাণৱিক চুক্তিৰ বিষয়ে জানে নেকি? তেওঁ কৈছে মই নাজানো, অনুগ্ৰহ কৰি আপুনিয়েই সেইখন ভৰাই দিয়ক। তাৰমানে সেইটোৱেই...

**বৰগোহাঞি ঃ** অ' অকল গাঁৱলীয়া মানুহ বুলি নহয়, চহৰৰ শিক্ষিত মানুহকো যদি জেৰা কৰে, জেৰা কৰিলে সেইখননো কি বস্তু, তাৰ সুফল বা কুফল কি হ'ব সেইটো বুজাই দিব নোৱাৰে।

**গোস্বামী ঃ** তাৰোপৰি নন্দীগ্ৰাম আৰু চিঙ্গোৰত যিটো সংঘটিত হত্যাকাণ্ড কৰা হ'ল, তাৰ সিদ্ধান্তই জনসাধাৰণক অলপ...

**বৰগোহাঞি ঃ** আৰু যিটো এই যে Special Economic জ'নৰ ধাৰণা,

সেইটোতো চীনদেশৰ পৰাই শুনিছিলো, এখন কমিউনিষ্ট ৰাষ্ট্ৰৰ যিটো গ্ৰহণীয়, ভাৰতীয় কমিউনিষ্টবোৰে সেইটো ৰিজেক্ট কৰা— এটা স্ববিৰোধী কথা নহ'ল জানো? আৰু সেইটোতো বোধহয় জনসাধাৰণে বৰ ভাল চকুৰে চোৱা নাই। আৰু এইটো ক'ব পাৰি যে নিউক্লিয়াৰ ডিলটোত কমিউনিষ্টবিলাকে যিটো প্ৰচণ্ড বিৰোধিতা কৰিলে, ভাৰতবৰ্ষৰ ৰাইজে কিন্তু তেওঁলোকৰ বিৰোধিতাক প্ৰত্যাখ্যান কৰিছে; সেইটো মানি লোৱা নাই...

**গোস্বামী ঃ** সেইটো মানি লোৱা নাই।

**বৰগোহাঞিঃ ঃ** যোৱা দহ বছৰ ধৰি সকলোৱে ক'ব ধৰিছে যে ভাৰতবৰ্ষত কোৱালিশ্বন যুগৰ আৰম্ভ হ'ল আৰু অনিৰ্দিষ্ট কাললৈ... অৰ্থাৎ কোনো চৰকাৰে অকলে দল গঠন কৰিব পৰা অৱস্থা নাথাকিব। অৰ্থাৎ অনিৰ্দিষ্ট কাললৈ কোৱালিশ্বন যুগটো চলি থাকিব। আৰু এইবাৰতো তেনেকুৱাই লক্ষণ দেখা গৈছিলে। কংগ্ৰেছে একক সংখ্যাগৰিষ্ঠতাৰ ফালে আগবাঢ়িলে। কোৱালিশ্বন যুগৰ অৱসান কৰিবলৈ আৰম্ভ কৰিছে, beginning of the end হ'ব ধৰিছে।

**গোস্বামী ঃ** মই সেইটোৰ, আপোনাৰ কথাষাৰৰ বিৰোধিতা কৰোঁ— কোৱালিশ্বন গভৰ্মেণ্টৰ বা কোৱালিশ্বন চৰকাৰৰ...

**বৰগোহাঞিঃ ঃ** নহয়, মই আপোনাক প্ৰশ্নহে কৰিছো। মই সেইটো নিজে মোৰ মত বুলি কোৱা নাই...

**গোস্বামী ঃ** নহয়, মই এইটো ক'ব বিচাৰিছো যে কোৱালিশ্বন চৰকাৰৰ ভৱিষ্যৎ ভাৰতবৰ্ষৰ নিচিনা এখন ভিন্ন জাতিৰ দেশত এতিয়াও আছে আৰু থাকিব। এইটো এটা খুব গণতান্ত্ৰিক পদ্ধতি। মই ক'বলৈ বিচাৰো বিহাৰৰ— আমি যদি নীতিশ কুমাৰৰ জনতা দলৰ চৰকাৰৰ কথালৈ যাওঁ, জনতা চৰকাৰৰ সফলতাৰ আঁৰতনো কি আছে— তেতিয়া আমি দেখিম যে তেওঁ জন-নিৰাপত্তা সুনিশ্চিত কৰিবৰ কাৰণে দুৰ্নীতি প্ৰতিৰোধ কৰিবলৈ যিবিলাক পন্থা ল'লে, সেই পন্থাৰে জনসাধাৰণে অদ্ভুৎ ধৰণে তেওঁৰ পক্ষে ৰায় দিলে। ঠিক তেনেধৰণে মই কৈছোঁ যে লালুপ্ৰসাদ যাদৱ আৰু ৰামবিলাস পাছোৱান— তেওঁলোকে জাত-পাতৰ ভিত্তিত যিটো ৰাজনৈতিক কৌশল উলিয়াইছিল সেইবিলাকে কিন্তু পৰাজয়ৰ সন্মুখীন হ'ল। ঠিক তেনেধৰণে মই উৰিষ্যাৰ ক্ষেত্ৰত ক'ব বিচাৰিছো— নবীন পাটনায়কৰ নেতৃত্বাধীন বিজু জনতা দলে সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে তেওঁ স্পষ্ট নীতি গ্ৰহণ কৰিছে...

**বৰগোহাঞিঃ ঃ** কিন্তু তেওঁ বহুদিন অপেক্ষা কৰিলে...

**গোস্বামী ঃ** কিন্তু বিজেপিৰ লগত থকা সম্পৰ্কও তেওঁ ছেদ কৰিলে। ছেদ কৰাৰ ফলত কি হ'ল? ৰাইজে তেওঁৰ সপক্ষে ৰায় দিলে। ভাৰতবৰ্ষৰ নিচিনা দেশ এখনত কোৱালিশ্বন চৰকাৰ বৰ্তি থকাটো ভাৰতবৰ্ষৰ ভৱিষ্যতৰ কাৰণে এটা ভাল কথা।

**বৰগোহাঞি ঃ** আৰু এটা প্ৰশ্ন আছে এইখিনিতে। আজি যে বিহাৰত নীতিশ কুমাৰৰ কথা কৈছে, তেওঁ বিজেপিৰ লগত আছে। সেইটো এনেকুৱা কোৱালিশ্বন নহয় যে খুব টনা-আঁজোৰা হৈছে। কিন্তু কেন্দ্ৰৰ যিটো কোৱালিশ্বন হ'ল চাৰিজন মেম্বাৰ থকা পাৰ্টিয়েও এজন মিনিষ্টাৰ পালে। যোৱা পাঁচ বছৰত কংগ্ৰেছৰ অৰ্থনৈতিক কাৰ্যসূচী আগবঢ়াই নিব নোৱৰাৰ মূল কথাই আছিল এই সৰু সৰু কোৱালিশ্বন পাৰ্টনাৰবিলাকৰ একধৰণৰ Blackmailing। গতিকে সেইটো যদি আকৌ কওঁ— আপুনি কোৱাৰ দৰে চৰকাৰৰ কাৰণে ভাল, এনেকুৱা যদি এটি খিচাৰি কোৱালিশ্বন হৈ থাকে আৰু টনা-আঁজোৰা— মনমোহনে এফালে যাব খুজিব, লালুৱে এফালে টানিব খুজিব, পাছোৱানে এফালে টানিব। আপুনি এখন ৰথ যদি চাৰিটা ঘোঁৰাই চাৰিওফালৰ পৰা টানে সেইখনতো আগবাঢ়িব নোৱাৰেই কেতিয়াবা ভাগিও যাব।

**গোস্বামী ঃ** সেইটো ঠিক।

**বৰগোহাঞি ঃ** কিন্তু যোৱা পাঁচ বছৰৰ অভিজ্ঞতাৰ ভিত্তিতো আপুনি ক'ব খোজে যে কোৱালিশ্বন চৰকাৰে ভাৰতবৰ্ষৰ অৰ্থনৈতিক উন্নতি কৰিব পাৰিব?

**গোস্বামী ঃ** যোৱা পাঁচ বছৰে আমাৰ যিটো অভিজ্ঞতা হ'ল সেই অভিজ্ঞতাই নকয় যে কোৱালিশ্বনে আমাক উন্নতিৰ দিশলৈ লৈ যাব।

**বৰগোহাঞি ঃ** গোটেই উত্তৰ ভাৰতৰ যিটো আঞ্চলিক দল হৈছে— শুনিবলৈ খুব ভাল কিন্তু মায়াৱতীয়ে এইটো চৰকাৰ গঠন কৰিও তেওঁতো গোটেই ৰাজ্যখনকে নিজৰ নীতিক অগ্ৰাধিকাৰ দিলে, সেইটো লালুপ্ৰসাদেও বিহাৰত থাকোঁতে। যি কৰিলে, এই যি কৰিলে কু-শাসনৰ ফল। আজি নীতিশ কুমাৰৰ শাসনকালত যি হৈছে আৰু নীতিশ কুমাৰৰ শাসনত বা ৰাবৰীদেবীৰ শাসনত অপৰাধীৰ মাত্ৰা কেনেকুৱা হ্ৰাস পাইছে এই তুলনামূলকভাৱে চালে এইটো মোৰ প্ৰশ্ন। তেওঁলোকে হওক বা তেওঁলোকৰ যিটো জাত-পাতৰ ৰাজনীতি সেইটোকে প্লেইনকাট কৰি লৈ তেওঁলোকে ৰাজনীতিৰ উচ্চাকাংক্ষা পূৰাবলৈ উঠি-পৰি লাগিছে। গতিকে তেওঁলোকে আচলতে নিজৰ নিজৰ সম্প্ৰদায়বোৰ কিমান উন্নতি কৰিব পাৰিব? পৰা হ'লে কংগ্ৰেছে আকৌ প্ৰত্যাবৰ্তন সমৰ্ক...।

**গোস্বামী ঃ** নহয়, এইক্ষেত্ৰত মই ক'ব খোজো যে— আজিকালি গণতন্ত্ৰ খুব জনপ্ৰিয় হৈ গৈছে। কিন্তু তাৰ লগে লগে গণতন্ত্ৰৰ মূল্যবোধ গঢ়ি উঠা নাই। গণতন্ত্ৰ বুলিলে সামাজিক ন্যায়, গণতন্ত্ৰ বুলিলে ধৰ্ম নিৰপেক্ষতা, গণতন্ত্ৰ বুলিলে স্বাধীনতা। কিন্তু আৰু এটা কথা মই সকলৈকে কওঁ যে যিসকল ৰাজনীতিক আৰু তেওঁলোকে ৰাজ্য শাসন কৰিবলৈ আহে, কিন্তু দুৰ্ভাগ্যজনকভাৱে গোটেই ভাৰতত আমি দেখিছো যে তেওঁলোকে ৰাজনীতি নকৰি যিটো নিজৰ স্বাৰ্থ সেইটোকে কৰিবলৈ লাগে।

**গোস্বামী ঃ** গতিকে কোৱালিশ্যন চৰকাৰটো unqualified qualition মই এইটো সমৰ্থন নকৰো। Qualitison আজি নীতিশ কুমাৰে কৰিছে। তাত আজি আঞ্চলিক দল এটা হৈয়ো ফালেও সবফালে সাফল্য দেখুৱাইছে, যি ৰাবৰী দেৱী বা লালুপ্ৰসাদে কৰিব পৰা নাছিল, যিটো মায়াৱতীও কৰিব পৰা নাই।

**বৰগোহাঞি ঃ** অসমত যে অগপৰ এনেকুৱা শোচনীয় ব্যৰ্থতা বা নিৰ্বাচনীয় ব্যৰ্থতা, বিজেপিৰ তুলনামূলকভাৱে খুব আগতকৈ, মানে উত্থান হ'ল আৰু এই যে এ.ইউ.ডি.এফ. নামৰ এটা দলৰ সৃষ্টি হ'ল, তেওঁলোকে ছিট যিমানেই নাপাওক কিন্তু ভোটৰ সংখ্যা যথেষ্ট বাঢ়িলে। এইখিনি ৰাজনৈতিক তাৎপৰ্য কি হ'ব বুলি ভাবে?

**গোস্বামী ঃ** প্ৰথম কথা হৈছে এইবেলিও অমি দেখিছিলো যে ৰাজনৈতিক প্ৰতিযোগিতাৰ বহুকেন্দ্ৰিক চৰিত্ৰ। সেইটো এটা কথা। আৰু দ্বিতীয়তে অসম সংযুক্ত গণতান্ত্ৰিক মৰ্চা দলে, মৰ্চা দলৰ উত্থান ২০০৬ চনৰ নিৰ্বাচনৰ পৰা হৈছে আৰু তেওঁলোকে কিন্তু স্থিতি সবল ৰূপত প্ৰতিষ্ঠা কৰিব পাৰিছে।

**বৰগোহাঞি ঃ** কি কাৰণে?

**গোস্বামী ঃ** এইকাৰণেই পাৰিছে— সংখ্যালঘু সম্প্ৰদায়ে তেওঁলোকৰ আইডেণ্টিটি প্ৰশ্ন— সেই আইডেণ্টিটি প্ৰশ্ন লৈ তেওঁলোক অকণমান সচকিত হৈছে, এইটো ১ নম্বৰ। দ্বিতীয়তে মই ক'ব খোজো যে কংগ্ৰেছ দলে তেওঁলোকক কেৱল মাত্ৰ ভোটৰ কাৰণে ব্যৱহাৰ কৰাটো উচিত নহ'ব আৰু দ্বিতীয়তে আৰু এটা কথা...

**বৰগোহাঞি ঃ** তাৰ মানে কথাটো আপুনি এইটোৱেই ক'ব খুজিছে যে কংগ্ৰেছ দলে তেওঁলোকক ভোটবেংক হিচাপে ব্যৱহাৰ কৰিছে।

**গোস্বামী ঃ** মই সেইক্ষেত্ৰত কওঁ যে তেওঁলোকৰ প্ৰতি যেনেকুৱা ধৰণৰ পন্থা

ল'ব লাগে, তেওঁলোকৰ উন্নতিৰ কাৰণে আৰু দ্বিতীয়তে মই এইটো কথাও কওঁ যে আমাৰ যিটো ৰাজনৈতিক মেৰুকৰণ প্ৰক্ৰিয়া এতিয়া হৈছে— এফালে ধৰক সংযুক্ত মৰ্চা চৰকাৰ, ইপিনে হ'ল বিজেপি দল। এই যিটো মেৰুকৰণ প্ৰক্ৰিয়া হ'বলৈ ধৰিছে, এজিপি-বিজেপিৰ সমিলকৰণ প্ৰচেষ্টা, আনহাতেদি সংযুক্ত মৰ্চা দলৰ অভ্যুত্থান আৰু সবলৰূপত প্ৰতিষ্ঠা, এইটো কিন্তু অসমৰ ভৱিষ্যত ৰাজনীতিৰ কাৰণে মই ভাবো খুব এটা ভাল কথা নহ'ব।

**বৰগোহাঞি ঃ** ২০১১ চনত অসমৰ বিধানসভাৰ নিৰ্বাচনত এইবাৰৰ নিৰ্বাচনৰ ফলাফলে কিধৰণৰ প্ৰভাৱ বিস্তাৰ কৰিব পাৰিব?

**গোস্বামী ঃ** অসমত আঞ্চলিক দলৰ স্থিতি সদায় থাকিব আৰু সেইটো স্থিতি ৰাখিবৰ কাৰণে অগপ দলে তেওঁলোকৰ নিজৰ ক্ষেত্ৰত কিছুমান পৰিৱৰ্তন আনিব লাগিব।

**বৰগোহাঞি ঃ** দ্বিতীয়তে বিজেপি। বিজেপিয়ে এইবাৰ যিটো ফল দেখুৱালে এইধৰণে অহা নিৰ্বাচনলৈকে, বিধানসভাৰ নিৰ্বাচনলৈকে তেওঁলোকে একেই ভাল ফল দেখুৱাব পাৰিব বুলি আপুনি ভাবেনে?

**গোস্বামী ঃ** বিজেপিৰ অভ্যুত্থান হৈছে অসমত ১৯৯১ চনত আৰু তেওঁলোকৰ যিটো ভোটত শ্বেয়াৰ সেইটো ক্ৰমান্বয়ে বাঢ়ি গৈছে।

**বৰগোহাঞি ঃ** বাঢ়ি গৈছে?

**গোস্বামী ঃ** বাঢ়ি গৈছে। গতিকে এই অৱস্থা..

**বৰগোহাঞি ঃ** বিধানসভাতো বাঢ়িছে নেকি?

**গোস্বামী ঃ** বিধানসভাতো বাঢ়ি গৈছে আৰু লোকসভাতো বাঢ়িছে। তেওঁলোকৰ বাঢ়ি গৈছে আৰু মই এটা কথা ক'ব খোজো যে তেওঁলোকৰ যিটো সামাজিক ভিত্তি তেওঁলোক মধ্যবিত্ত শ্ৰেণীৰ মাজত আছিলে, উচ্চ মধ্যবিত্ত শ্ৰেণীৰ মাজত আছিলে, লাহে লাহে তেওঁলোকে কিছুমান গাঁৱৰ অঞ্চলৰ মাজলৈ যাব পাৰিছে।

**বৰগোহাঞি ঃ** কিন্তু আজি সমগ্ৰ ভাৰতবৰ্ষতে বিজেপিৰ যিটো পতন আৰম্ভ হৈছে সেইক্ষেত্ৰতো অসমত বিজেপিয়ে আৰু অগ্ৰগতি লাভ কৰিব পাৰিবনে?

**গোস্বামী ঃ** নহয়, বিজেপিৰ পতন বুলি ক'লে, মই এইটো ক'ব নোখোজো ছিট কম পালেই পতন হৈছে বুলি মই নকওঁ। এইটো কথা ঠিক যে বিজেপি দলে অসমৰ পৰিস্থিতি বা অসমৰ যিটো diversity সেই— diversity-ক যদি তেওঁলোকে নিজে ভাবি নলয়, সেই diversity-ক যদি নিজৰ প'লিচিৰ মাজত

একত্ৰিত নকৰে। ইনক্লুছিভ প'লেচি নলয় এক্সক্লুছিভ প'লিচি লয় তেতিয়াহ'লে বিজেপি দলৰ অভ্যুত্থান ইয়াত নহ'ব।

**বৰগোহাঞি ঃ** নহ'ব?

**গোস্বামী ঃ** নহ'ব।

**বৰগোহাঞি ঃ** আৰু তৃতীয়তে আপুনি ইয়াত বাৰে বাৰে কৈছে যে এ.ইউ.ডি.এফ. উত্থান হোৱা যেন লাগিছে, এইবাৰ নিৰ্বাচনে সেইটো প্ৰমান কৰিছে। সেই ধাৰাটো বিধানসভাৰ নিৰ্বাচনলৈকে তাৰ ধাৰাবাহিকতা থাকিবনে?

**গোস্বামী ঃ** এ.ইউ.ডি.এফ.ৰ যিটো উত্থানৰ কথা মই কৈছো, সেইটো আমি এইবেলি আমাৰ সমীক্ষা, সেই সমীক্ষাৰ পৰা আমি এইটো পাইছো যে এইবাৰ এ.ইউ.ডি.এফ.-য়ে প্ৰায় ৫৩ শতাংশ প্লাছভোট পাইছে।

**বৰগোহাঞি ঃ** এইটো ক'ব গ'লে বৰ চমকপ্ৰদ সাফল্য। ধৰি লওক...

**গোস্বামী ঃ** চমকপ্ৰদ সাফল্য। কিন্তু সেই ভোটখিনি কাৰ ফলত হৈছে?

**বৰগোহাঞি ঃ** কাৰ ফলত হৈছে?

**গোস্বামী ঃ** সেই ভোটখিনি তেওঁলোকে নিজৰ মুছলিম সম্প্ৰদায়ৰ পৰা পাইছে আৰু আনহাতে মই কওঁ যে যিবিলাক ন-অসমীয়া— তেওঁলোকে কংগ্ৰেছক নিৰ্বাচিত কৰিছে। তেওঁলোক এজিপি-বিজেপি একত্ৰিত হোৱাৰ পৰা, ধৰ্মনিৰপেক্ষতাৰ উদ্দেশ্যে,— মানে ধৰ্ম নিৰপেক্ষতাৰ যিবিলাক দল, সেই দলৰ পিনে তেওঁলোকে গৈছে। গতিকে এইটো মই ভাবো যে অসমৰ ৰাজনীতিৰ কাৰণে এটা ভাল কথা।

**বৰগোহাঞি ঃ** মই যিভাবে কথাটো চিন্তা কৰো— এতিয়া আপুনি যি কৈছে, ধৰি লওক অসমীয়া মুছলমান, তেওঁলোকে যদি মূল ধাৰাৰ পৰা দূৰলৈ গৈ থাকে, তেওঁলোকক সাম্প্ৰদায়িক ৰাজনীতি কৰিবলৈ বাধ্য কৰোৱা হয় বা কৰে, সেইটো ৰাজ্যখনৰ ভৱিষ্যতৰ কাৰণে কুশল হ'বনে? বা ক'ব গ'লে কংগ্ৰেছে মুছলমানৰ সমৰ্থন ইমানদিনে পাই আহিলে সেইটো কিয় হেৰুৱাইছে? অভিভাষী সেইটো ঘূৰাই পোৱাৰ উপায় কি?

**গোস্বামী ঃ** ২০০৬ চনত যিটো বিধানসভাৰ নিৰ্বাচন হ'ল, তাৰ প্ৰাক্‌মুহূৰ্তত কংগ্ৰেছ চৰকাৰৰ দিনত সংখ্যালঘু সম্প্ৰদায়ৰ ৰক্ষাকবচ বুলি আমি কোৱা আই.এম.ডি.টি আইনৰ বাতিলকৰণৰ পৰিপ্ৰেক্ষিতত এই সম্প্ৰদায়ৰ মাজত ভোটদানৰ স্বৰূপ পৰিবৰ্তন হৈছে।

**বৰগোহাঞি ঃ** সেইটো এটা।

**গোস্বামী ঃ** সেইটো এটা কথা আৰু আমি ৰাষ্ট্ৰীয় পৰ্যায়ৰ যি সমীক্ষা কৰিছিলো তাৰ ফলাফলো আমি পাইছো। গতিকে এতিয়া প্ৰথম কথা হ'ব যে এই মেৰুকৰণ প্ৰক্ৰিয়া কেনেকৈ আমি স্তিমিত কৰিব পাৰো, সেইটো যদি স্তিমিত কৰিব নোৱাৰো, তেতিয়াহ'লে অসমৰ ভৱিষ্যত ৰাজনৈতিক যিটো কয়...

**বৰগোহাঞি ঃ** আপোনাৰ সমীক্ষাই এইটো প্ৰমাণ কৰিছে যে মেৰুকৰণ প্ৰক্ৰিয়া আৰম্ভ হৈছে?

**গোস্বামী ঃ** আৰম্ভ হৈছে।

**বৰগোহাঞি ঃ** এইটো ২০০৬ চনতে আৰম্ভ হৈছে আৰু ২০০৯ চনত ই বেছি গভীৰ ৰূপ লৈছে। এই গোটেইখিনি কথাৰ পিছত আপোনাক যদি কওঁ যে দুটা বাক্যত আপুনি যোৱা নিৰ্বাচনৰ ফলাফলৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ৰাজনৈতিক তাৎপৰ্য কি?

**গোস্বামী ঃ** ৰাজনৈতিক তাৎপৰ্য হ'ল যে— ভোটাৰসকলে এটা সুনিশ্চিত ভোটদান দিছে, ৰায় দিছে স্থায়ী চৰকাৰৰ পক্ষে। আৰু দ্বিতীয়তে মই কওঁ তেওঁলোকে ঋণাত্মক দিশত এটা ৰায় দিছে। গতিকে প্ৰগতিৰ ফালে তেওঁলোকে দেশখন লৈ যোৱাৰ ক্ষেত্ৰত তেওঁলোকে এখন স্থায়ী চৰকাৰ বিচাৰিছে।

**বৰগোহাঞি ঃ** ভাৰতীয় ভোটাৰে পৰিণত বুদ্ধিৰ পৰিচয় দিছে, দিব দিছে প্ৰজ্ঞাৰ পৰিচয়। গতিকে আপুনি যে ঋণাত্মক দিশত সমৰ্থন জনোৱা বুলি ক'লে সেই বাক্যটো মই বুজি নাপালো।

**গোস্বামী ঃ** ঋণাত্মক দিশ মানে Politics of negativism বুলি যিটো কয়, ধৰক সব কথাই... কিন্তু তেওঁলোকে প্ৰশাসনীয় দিশত যিবিলাক যোগাত্মক আঁচনি লৈছে— যেনে জনকল্যাণমূলক আঁচনি, কংগ্ৰেছ চৰকাৰে লোৱাৰ কাৰণে, প্ৰগতিশীল মৰ্চা চৰকাৰে, তেওঁলোকে ইমান সবল স্থিতি প্ৰতিষ্ঠা কৰিব পাৰিছে। যিটো আমি কোনেও ভবা নাছিলো।

**বৰগোহাঞি ঃ** মই এইটোৱেই বুজি পাইছো যে ভাৰতবৰ্ষত এটা বিৰাট সামাজিক পৰিৱৰ্তন হৈছে। আগৰ নিচিনা মানুহক প্ৰতাৰণা কৰাৰ দিন উকলিছে। অৰ্থনৈতিক কাৰ্যসূচী লৈ তাৰ ফলাফল ৰাইজক দিব পাৰিলে তেওঁলোকে সেইটো দলৰ প্ৰতি বেছিকৈ আকৃষ্ট হয়।

**গোস্বামী ঃ** আৰু মই ভাবো যে আঞ্চলিকতাবাদী আইডেণ্টিটি Politics ৰো কিছু অৱসান ঘটিছে বুলি ক'ব পাৰো।

**বৰগোহাঞি ঃ** মইতো সেইটোকে বাৰে বাৰে কৈ আছিলো। তদুপৰি যিবোৰ

আঞ্চলিক দলৰ নেতৃত্ব তেওঁলোকে হয়তো আগুৱাই নিব পাৰিলেহেঁতেন। কিন্তু মূলতঃ নেতৃত্বৰ দোষ থকাৰ কাৰণে আঞ্চলিকতাবাদৰ অগ্ৰগতিটো কিছু স্তব্ধ হোৱা বুলি মই ভাবিছো।

**গোস্বামী ঃ** মই ভাবো যে ৰাজনৈতিক দলবিলাকৰ প্ৰত্যেকেই নিজকে আত্ম-সমালোচনাৰ সময় আহি পৰিছে।

**বৰগোহাঞি ঃ** এইখিনি কথাই আজি আমি ইয়াত আলোচনা কৰিলো। আৰু ইয়ালৈ আহি আলোচনাত ভাগ লোৱা বাবে আপোনাক ধন্যবাদ জনাই আজিলৈ সামৰণি মাৰিছোঁ।

*(২২ মে', ২০০৯-ত প্ৰচাৰিত)*

# শ্ৰুতিস্মৃতি চাংকাকতি শান্তনু বৌমূৰীয়াৰ

## সৈতে

## হোমেন বৰগোহাঞিঃ

*"বাট্ৰাণ্ড ৰাছেলে তেওঁৰ Marriage and Morals নামৰ গ্ৰন্থত বহু বছৰৰ আগতে ভৱিষ্যতবাণী কৰিছিল যে দুটা বস্তুৱে নাৰী-পুৰুষৰ সম্পৰ্ক, লগতে মানৱ সমাজখনলৈ আমূল পৰিৱৰ্তন আনিব। এটা হ'ল মটৰ গাড়ী আৰু আনটো হ'ল জন্ম নিৰোধৰ বেছিভাগ উপায়।"*





**হোমেন বৰগোহাঞিঃ ঃ** মুখামুখি অনুষ্ঠানলৈ পুনৰ আপোনালোকক স্বাগতম জনাইছো। আজি মোৰ অতিথি শান্তনু বৌমূৰীয়া আৰু শ্ৰুতিস্মৃতি চাংকাকতি। দুয়োজনেই কটন কলেজৰ ছাত্ৰ। মই এই প্ৰথমবাৰৰ কাৰণে নতুন পুৰুষৰ প্ৰতিনিধি হিচাপে দুজন কলেজীয়া ছাত্ৰ-ছাত্ৰীক ইয়ালৈ মাতি আনিছো।

মই Scientific American নামৰ এখন আমেৰিকান আলোচনীত এটা প্ৰবন্ধ পঢ়িছিলো। তাত বহুজাতিক কোম্পানীৰ চাকৰি বিচাৰি যোৱা প্ৰাৰ্থীৰ সাক্ষাকাৰৰ ভিত্তিত কিছু কথা লিখা হৈছিল। তাত তেনেকুৱা এজন প্ৰাৰ্থীক এটা প্ৰশ্ন সোধা হৈছিল— তোমাক মাহে ৫০ হেজাৰ টকা দৰমহা দিয়া হ'ব আৰু দিনে কাম কৰিব লাগিব ৮ ঘণ্টা। আনহাতে আন এটা কোম্পানীয়ে মাহে দিব ৫ লাখ টকা কিন্তু দিনে কাম কৰিব লাগিব ১২ ঘণ্টা। তুমি কোনটো চাকৰি কৰিবা? শ্ৰুতি তুমি কোনটো চাকৰি ল'বা আৰু কিয় ল'বা সেয়া খুব চমুকৈ কোৱা?

**শ্ৰুতিস্মৃতি চাংকাকতি ঃ** মাহে ৫০ হাজাৰ টকা আৰু দিনে ৮ ঘণ্টা কাম। এই চাকৰিটোৱেই মই পছন্দ কৰিম।

**বৰগোহাঞিঃ ঃ** কি কাৰণত?

**চাংকাকতি ঃ** এইটো সঁচা কথা যে আমি খুব কেৰিয়াৰিষ্টিক হৈ গৈছো। কেৰিয়াৰিষ্টিক হৈও আমি জীৱনত কিছু কাম কৰিব বিচাৰো। আমি 'ৰিক্ৰিয়েছন'

বিচাৰো, 'ৰিফ্ৰেছমেণ্ট' বিচাৰো। এইবোৰ মই জীৱনৰ পৰা যদি দিব নোখোজো। মাহে ৫ লাখ টকা আৰু ১২ ঘণ্টা কাম। সেইটো কৰিলে হয়তো মই জীৱনৰ কিছুমান মুহূৰ্ত হেৰুৱাব লাগিব।

**বৰগোহাঞি ঃ** তুমি, শান্তনু?

**শান্তনু বৌমুৰীয়া ঃ** ময়ো সেই ৫০ হাজাৰ টকা আৰু ৮ ঘণ্টা কাম। কিন্তু সেইখিনি কামে মোক আনন্দ দিব লাগিব।

**বৰগোহাঞি ঃ** আজিকালি মানুহৰ চৰিত্ৰৰ জোখ লোৱা, চৰিত্ৰ নিৰূপণ কৰা, সমাজত মানুহৰ স্থান নিৰূপণ কৰাৰ প্ৰধান মাপকাঠী হ'ল ধন। তোমালোকে সেই ধন প্ৰত্যাখ্যান কৰিছা।

**বৌমুৰীয়া-চাংকাকতি ঃ** নহয়...

**বৰগোহাঞি ঃ** মই প্ৰত্যাখ্যান কৰাৰ কথা কোৱা নাই। প্ৰত্যাখ্যান কৰা মনোভাবটো তোমালোকৰ নাই।

**বৌমুৰীয়া ঃ** অত্যধিক আৰু অনাৱশ্যক বুলি ভবা ধনখিনি মই প্ৰত্যাখ্যান কৰাৰ কথা কৈছো।

**বৰগোহাঞি ঃ** এটা কথাই আছে যে দৰিদ্ৰতা যিমান বেয়া প্ৰাচুৰ্যও সিমানেই বেয়া। পৃথিৱীৰ কিছুমান দেশ ইমান ধনী যে সেয়া কল্পনাই ঢুকি নাপায়। কিন্তু সমাজবিজ্ঞানীসকলে এইটো কথাও দেখুৱাইছে যে পৃথিৱীৰ আটাইতকৈ ধনী দেশকেইখনতে মানসিক ৰোগ আটাইতকৈ বেছি। আত্মহত্যাৰ প্ৰৱণতা আটাইতকৈ বেছি। অৰ্থাৎ ধনে মানুহক সুখী কৰিব পৰা নাই। বাৰ্ট্ৰাণ্ড ৰাছেলে কৈছে যে আধুনিক যুগৰ এটা অতি ডাঙৰ সমস্যা হৈছে আজৰি সময়ৰ সদ ব্যৱহাৰ। মোৰ দিনত মই ঢকুৱাখনাৰ পৰা লখিমপুৰলৈ গৈছিলো। চাকৰি কৰোঁতে চাইকেল কৰি গৈছিলো। কেতিয়াবা ঢকুৱাখনাৰ পৰা গুৱাহাটীলৈ আহিবলৈ তিনিদিন সময় লাগিছিল। এতিয়াতো যাৰ টকা আছে ইয়াৰ পৰা দিল্লী দুঘণ্টাতো গৈ পাব পাৰে। অৰ্থাৎ সময়ৰ ৰাহি হ'ল। আজৰি সময়খিনি তোমালোকে কেনেকৈ কটোৱা?

**বৌমুৰীয়া ঃ** আজৰি সময়খিনি মই সৃষ্টিশীল কামত আত্মনিয়োগ কৰিব বিচাৰো। যি কামৰ দ্বাৰা মোৰ লাভ হয় আৰু যাৰ দ্বাৰা আনৰ কাৰণে সমস্যা হ'লেও কিবা এটা কৰিব পাৰিম।

**বৰগোহাঞি ঃ** শ্ৰুতিক তুমি কি কৰিবা আজৰি সময়খিনিত?

**চাংকাকতি ঃ** আজৰি সময়খিনিত ময়ো সৃষ্টিশীল কৰ্মতে আত্মনিয়োগ কৰিবলৈ ভাল পাম। ধৰক মই অভিনয় কৰি ভাল পাওঁ। সেয়ে, মই দুখনমান চিনেমাকে

চালো। অভিনয় প্ৰতিভা চালো। বা কিতাপ পঢ়িলো। যাৰ দ্বাৰা আমাৰ আত্মাক শান্তি দিব পাৰিম।

**বৰগোহাঞিঃ** শান্তনুক সুখী হ'বলৈ তুমি কি কি বস্তু বিচাৰিবা?

**বৌমুৰীয়াঃ** সুখী হোৱাৰ কোনো নিৰ্দিষ্ট মাপকাঠী নাই মোৰ বাবে। জীৱনত আগবাঢ়ি যোৱাৰ লগে লগে সুখী হোৱাৰ ধাৰণাও সলনি হ'ব পাৰে। যেনে ধৰক দহ বছৰৰ আগতে এই সম্পৰ্কে যি ধাৰণা আছিল এতিয়া সলনি হ'ব পাৰে। আজি মই সুখৰ সম্পৰ্কে যিখিনি কথা ভাবিম, যিখিনিয়ে মোক সুখী কৰিছে, দহ বছৰৰ পিছত সেয়া মই নাভাবিব পাৰোঁ।

**বৰগোহাঞিঃ** সেয়া মই সোধা নাই।

**বৌমুৰীয়াঃ** মোক এনেকুৱা এক জীৱন লাগে য'ত মোৰ প্ৰয়োজনীয় বস্তুখিনি ল'ব পাৰো আৰু এনেকুৱা কৰ্ম লাগে যিটোৱে মোক সন্তুষ্টি দিয়াৰ লগতে মোৰ লগতে পৰিয়ালকো ভৰণ-পোষণ দিব পাৰিম। তাৰ উপৰি মই এনেকুৱা ধৰণৰ কামত ব্ৰতী হৈ থাকিম যে মই নিজৰ স্বাৰ্থ (মই নিজে অলপ স্বাৰ্থপৰ) পূৰণ কৰিবলৈ যাওঁতে যদি মই এজন মানুহৰো যদি উপকাৰ কৰিব পাৰো তাৰ প্ৰতি চকু দিম।

**বৰগোহাঞিঃ** অৰ্থাৎ নিজে সুখী হৈ আনক সুখী কৰাটোৱে তোমাৰ জীৱনৰ আদৰ্শ। তোমাৰ কি, শ্ৰুতি?

**চাংকাকতিঃ** সুখী হ'বলৈ মই ভাবো যে মানসিকভাৱে কিমান সুখী, সেইটোত মই গুৰুত্ব দিওঁ। এতিয়া এইটো হয় যে মোক কিছু পৰিমাণে ধন লাগিব নিজৰ জীৱনটো চলাবলৈ আৰু এইক্ষেত্ৰত মোৰ বাবে প্ৰেম এক অনবদ্য সম্পদ। মোৰ জীৱনত প্ৰেম লাগিবই। প্ৰেমে মোৰ কৰ্মত অনুপ্ৰেৰণা যোগায়। গতিকে মই ভাবো প্ৰেম মোৰ কাৰণে সুখৰ বিষয়।

**বৰগোহাঞিঃ** মই এখন ইংৰাজী চিনেমা চাওঁতে হঠাৎ এটা চৰিত্ৰৰ এষাৰ কথা মোৰ কাণত পৰিছিল। সাধাৰণভাৱে সুখী হ'বলৈ চৰিত্ৰটোক তিনিটা বস্তু লাগে। তেওঁ কৈছে যে মই কৰি ভাল পোৱা এটা কাম। কিন্তু অতি কম সংখ্যক মানুহেহে নিজে ভাল পোৱা কাম এটা বিচাৰি পায়। সুখৰ এটা প্ৰধান আহিলা হ'ল যে নিজে ভাল পোৱা কাম কৰা। এই কথাটো তুমি মানানে নামানা যে সুখী হোৱাৰ এটা প্ৰধান স্বত্ব হ'ল তুমি যিটো কাম কৰিবলৈ বাধ্য হৈছা সেইটো কৰি সুখী হৈছা।

**বৌমুৰীয়াঃ** যিটো কাম কৰিবলৈ বাধ্য হোৱা যায় সেইটোক ভাল পাব লাগিব। লগতে আৰু এটা কথা যে মই ভাল লগা কাম এটা নাপাবও পাৰো, কিন্তু

সেই মুহূৰ্তত মই চেষ্টা কৰিম সেই কামটো মই নিজে ভাল লগা ধৰণে কেনেকৈ কৰি ল'ব পাৰিম।

**চাংকাকতি ঃ** হয়।

**বৰগোহাঞি ঃ** চৰিত্ৰটোৱে আৰু দুটা কথা কৈছিল। সেইয়া হ'ল ভাল পাবলৈ এজন মানুহ। ভাল পোৱা মানুহজন কেৱল প্ৰেমৰ জৰিয়তেহে যে আহিব এনে নহয়; কিন্তু প্ৰেমতো লাগিবই। কিন্তু সন্তানক পিতৃ-মাতৃয়ে ভাল পায়, পিতৃ-মাতৃক সন্তানে ভাল পায়। ভাল পাবলৈ এজন মানুহ, আৰু তৃতীয়তে এটা আশাবাদ। কাইলৈ অহা দিনবোৰ যাতে আমি ভালদৰে, আনন্দেৰে চাব পাৰো এনেকুৱা এটা আমাক পৰিবেশ লাগে। এই তিনিটা হ'লেই মানুহ মোটামুটি সুখী হ'ব পাৰে। বাৰু, এতিয়া লওঁ অলপ বাণিজ্যিক বিৰতি।

*　　*　　*

**বৰগোহাঞি ঃ** শ্ৰুতি, তুমি এইমাত্ৰ ক'লা যে তোমাৰ জীৱনত প্ৰেম লাগিবই। মই তোমাৰ ব্যক্তিগত প্ৰেমৰ কথা নোসোধো; কিন্তু মানুহৰ সমাজৰ যি পৰিৱৰ্তন হয় সেই পৰিৱৰ্তনৰ ডাঙৰ মাপকাঠী হ'ল নাৰী-পুৰুষৰ সম্পৰ্ক। তোমালোকে জানা নে নাজানা ক'ব নোৱাৰো, প্ৰেমৰ যিটো আধুনিক ধাৰণা, ৰোমাণ্টিক প্ৰেমৰ যিটো ধাৰণা সেইটো সম্পূৰ্ণৰূপে আহিছে খ্ৰীষ্টান ধৰ্মৰ পৰা। এক বিবাহ-এক পত্নী-এক স্বামীৰ বিশ্বাসৰ পৰা। তাৰ পৰাই ৰোমাণ্টিক প্ৰেমৰ এই সমস্ত ধাৰণাটো আহিছে। প্ৰেমৰ সংজ্ঞা নিজৰ নিজৰ বাবে বেলেগ হৈছে। কিন্তু, বৰ্তমান যুগত আটাইতকৈ ডাঙৰ পৰিৱৰ্তনটো— হৈছে প্ৰেমৰ ধাৰণা, যৌন-নৈতিকতাৰ ধাৰণা। নাৰী-পুৰুষৰ সম্পৰ্কৰ আমূল পৰিৱৰ্তন হৈছে। আমূল পৰিৱৰ্তন আৰম্ভ হৈছিল শিল্প বিপ্লৱৰ পৰা। শিল্প বিপ্লৱে যিবোৰ নতুন নতুন বস্তুৰ সৃষ্টি কৰিছিল মহানগৰৰ, জনসমাজৰ, জীৱনৰ জটিলতা, ব্যক্তিবাদ আৰু জন্ম নিয়ন্ত্ৰণৰ ব্যৱস্থা। বাৰ্ট্ৰাণ্ড ৰাছেলে তেওঁৰ Marriage and Morals নামৰ গ্ৰন্থত বহু বছৰৰ আগতে ভৱিষ্যতবাণী কৰিছিল যে দুটা বস্তুৱে নাৰী-পুৰুষৰ সম্পৰ্ক, লগতে মানৱ সমাজখনলৈ আমূল পৰিৱৰ্তন আনিব। এটা হ'ল মটৰ গাড়ী আৰু আনটো হ'ল জন্ম নিৰোধৰ বেছিভাগ উপায়। জন্ম নিৰোধৰ ব্যৱস্থাই যে প্ৰেমৰ ধাৰণাটো সম্পূৰ্ণ সলনি কৰিলে সেইটো বুজাবৰ বাবে মই আৰম্ভ কৰো। আগতে অবাঞ্চিত গৰ্ভ-ধাৰণৰ ভয়ত আৰু সতীত্ব ৰক্ষাৰ বাবে সমাজৰ অনুশাসন মানি চলিছিল। আজি জন্ম নিৰোধক কি বস্তু সেয়া এবছৰীয়া শিশুৱেও জানে। তাৰ ফলত আগৰ যি প্ৰেমৰ সংজ্ঞা, যিটো আনুগত্য বা সতীত্বৰ ধাৰণা তাৰ আমূল পৰিৱৰ্তন ঘটিছে। ৰোমাণ্টিক প্ৰেমত যিধৰণে নাৰী

আৰু পুৰুষ বিচ্ছিন্ন হৈ থাকিব লগা হৈছিল, সামাজিক মিলনৰ কোনো সুবিধা নাছিল। সেই যুগতো বিপৰীত লিংগৰ প্ৰতি প্ৰৱল আকৰ্ষণ আছিল। এতিয়া যদি এহাল ডেকা-গাভৰুৱে ৰাতি ১টা বজালৈয়ো ঘূৰি ফুৰে কোনো আপত্তি নাই। এই গোটেইখিনি চিন্তা কৰি আমাৰ এটা ধাৰণা হয় যে যোৱা অৰ্দ্ধ শতিকাত প্ৰেমৰ ধাৰণা সম্পূৰ্ণৰূপে সলনি হৈছে। এইটো হয় নে নহয়? তোমালোকে স্বীকাৰ কৰা নে নকৰা? তুমি কি ভাবা? শান্তনুক

**বৌমূৰীয়া ঃ** আমাৰ সমাজখন আপুনি কোৱাৰ দৰে যিধৰণে সলনি হৈছে ঠিক তেনেকৈ প্ৰেমৰ ধাৰণাৰো সলনি হৈছে। মই প্ৰথমতেই ভাবো যে প্ৰেম এটা বুজাপৰা। এই বুজাপৰা বিভিন্ন ক্ষেত্ৰৰ ওপৰত নিৰ্ভৰ কৰে। প্ৰেম এক অনুভৱ। বৰ্তমান সমাজৰ পৰিৱৰ্তনৰ লগে লগে প্ৰেমৰ ধাৰণা সলনি হোৱা কথাটো ক'বলৈ গৈ আপুনি যিদৰে ৰাছেলৰ কথাটো ক'লে যেনে ধৰক জন্ম নিৰোধক আৰু মটৰ গাড়ী...

**বৰগোহাঞিঃ ঃ** আৰু মই কেবাটাও কৈছো নাৰী-পুৰুষৰ যিটো মিলামিছাৰ সুবিধা সেইটো আগতে কেতিয়াও নাছিলে।

**বৌমূৰীয়া ঃ** তাৰ লগতে মই আৰু এটা কথা যোগ দিব বিচাৰো, সেইটো হ'ল আমাৰ যিটো কেৰিয়াৰিষ্টিক মাইণ্ড। আমাৰ বৰ্তমান প্ৰজন্মটো কেৰিয়াৰৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছে। সেয়ে আমি কিবা কৰিবলৈ যাওঁতে সেয়া কি কামত আৰু কেনেকৈ খৰচ কৰিছো সেয়া আহি পৰিছে। সেয়ে প্ৰেম কোনে কৰিছে, কিয় কৰিছে, ধৰি লওক এতিয়া বিশ্বায়নৰ যুগ...

**বৰগোহাঞিঃ ঃ** তুমি এইটোৱে বুজাব খুজিছা যে প্ৰেমৰ যিটো মূল ধাৰণা সেইটো একে থাকিলেও তাৰ ৰূপটো সলনি হৈছে।

**বৌমূৰীয়া ঃ** হয়, ৰূপটো সলনি হৈছে।

**বৰগোহাঞিঃ ঃ** তোমাৰ মতে...

**চাংকাকতি ঃ** মোৰ বোধেৰে প্ৰেম এটি পবিত্ৰ অনুভৱ। প্ৰেমৰ পথত আগতেও বহু বাধা আছিল এতিয়াও বহু বাধা আছে। শান্তনুৱে কোৱাৰ দৰে আজিকালি বহু ল'ৰা-ছোৱালী কেৰিয়াৰিষ্ট হৈ গৈছে। কেৰিয়াৰিষ্ট হৈ যোৱাৰ লগে লগে সময়ে সময়ে ধৰক এতিয়া মই গুৱাহাটীত আছো, আৰু এজন ল'ৰাৰ সৈতে মোৰ প্ৰেমৰ সম্পৰ্ক হৈছে। কিন্তু মোৰ ambitious মনৰ বাবে মই দিল্লীলৈ গৈছো। তেতিয়া তেওঁৰ সৈতে আগৰ সেই সম্পৰ্কটো ৰাখিব পাৰিছোনে নাই সেইটো তেওঁৰ ওপৰত বা মোৰ ওপৰত নিৰ্ভৰ কৰিব।

**বৰগোহাঞি ঃ** সেইকাৰণেই কৈছো, আমাৰ যুগত যিটো ৰোমাণ্টিক প্ৰেমৰ ধাৰণা আছিল এতিয়া সেইটো সম্পূৰ্ণ সলনি হৈছে। মই এটা কথা এনেকৈয়ো সুধিব খোজো যে আজি যিটো 'লিভিং টুগেদাৰ' অৰ্থাৎ বিয়া নকৰাকৈয়ো একেলগে থকাৰ অধিকাৰ, সেয়া তোমালোকে ভাল বুলি ভাবা নে, বেয়া বুলি ভাবা? মানি ল'বা, নে মানি নল'বা? তোমাৰ জীৱনলৈ বহু প্ৰশ্ন আহে। তুমি কাৰোবাক ভাল পাইছা, কিন্তু তোমাৰ পিতৃ-মাতৃ বা সমাজে তাত অনুমতি দিয়া নাই। তেওঁলোকৰ বিৰুদ্ধে গৈ তেওঁৰ লগত বিবাহ নকৰাকৈ একেলগে থাকিব পাৰিবানে? শ্ৰুতিক

**চাংকাকতি ঃ** এইটো নিৰ্ভৰ কৰিব পৰিস্থিতিৰ ওপৰত। এজন ল'ৰাৰ সৈতে মোৰ যদি প্ৰেম হয়। তেওঁক যদি মই ভালদৰে বুজি পাওঁ, তেওঁ যদি মোক ভালদৰে বুজি পায়; যদি মই বিচৰা মানুহজনেই যদি তেওঁ হয়, তেতিয়াহ'লে মই পৰিয়ালৰ বিৰুদ্ধে গৈয়ো...

**বৰগোহাঞি ঃ** সেইটো বাৰু স্বাভাৱিক। কিন্তু বিবাহ নকৰোৱাকৈ একেলগে থকা সেইটোত নীতিগতভাৱে সাংঘাতিকভাৱে আপত্তি তুমি নকৰা। শান্তনুক তোমাৰ...

**ৰৌমুৰীয়া ঃ** ময়ো সেইটোৱে ভাবোঁ। লিভ টুগেদাৰ এনেকুৱা এটা বিষয় নহয় যে যাক লৈ আমি সময় খৰচ কৰি থাকিব লাগিব। এজন ল'ৰা বা ছোৱালী মনে মনে মিলাৰ পিছত ব্যক্তিগতভাৱে অসুবিধা নোহোৱাকৈ একেলগে থকাটোক মই মানি লওঁ। কিন্তু আমাৰ যি পৰম্পৰাগত বিবাহ আৰু তাৰ পবিত্ৰতা তাকো মই মানি লওঁ।

**বৰগোহাঞি ঃ** এটা কথা স্পষ্ট হ'ব লাগিব।

**ৰৌমুৰীয়া ঃ** কোনোবাই তেওঁলোকৰ ব্যক্তিগত অসুবিধা নোহোৱাকৈ লিভিং টুগেদাৰ কৰি আছে। সেই সম্পৰ্কে অযথা হুলস্থুল কৰিবলৈ আমাৰ দৰকাৰ নাই। মই ব্যক্তিগতভাৱে চেষ্টা কৰিম যাৰ লগত মোৰ বিয়া হ'ব তেওঁৰ লগত মই পৰিয়ালৰ সন্মতিক্ৰমে...

**বৰগোহাঞি ঃ** মই ব্যক্তিগত কথা সোধা নাই। মই তোমাৰ দৃষ্টিভংগীটো জানিব খুজিছো। মই তোমালোকক শান্তনু বা শ্ৰুতি হিচাপে মাতি অনা নাই। নতুন পুৰুষৰ প্ৰতিনিধি হিচাপে তোমালোকৰ সমাজখনত যিবোৰ পৰিৱৰ্তন আহিছে তাৰ প্ৰতি তোমালোকৰ ধাৰণা কি, তোমালোকৰ প্ৰতিক্ৰিয়া কি, সঁহাৰি কি সেইটোহে জানিব খুজিছো। এইটোযে নতুন বস্তু আহিছে। আগতে বিবাহৰ যিটো sanctity আছিলে, অৰ্থাৎ বিবাহ নকৰিলে একেলগে থাকিব নোৱাৰাৰ যিটো senti আছিলে সেইটো তোমালোকে মানি নচলা।

**চাংকাকতি ঃ** এইখিনিতে আৰু এটা কথা ক'বলৈ বিচাৰিম। যদি লিভিং টুগেদাৰ কৰাৰ পিছতো আমাৰ বিয়া হ'ব পাৰে বা বিবাহ-বিচ্ছেদ হ'ব পাৰে। এইটো

মই কোৱা নাই। লিভিং টুগেদাৰ নকৰাকৈ যাৰ পৰিয়ালৰ সন্মতিক্ৰমে বিয়া হৈছে তাৰোতো বিবাহ-বিচ্ছেদ ঘটিছে। গতিকে সেইটো নিৰ্ভৰ কৰিব সম্পৰ্ক দুটা আমি কেনেকৈ ৰক্ষা কৰিছো তাৰ ওপৰত।

**বৰগোহাঞি ঃ** আগতে ছোৱালী ১৮ বছৰ বা ২০-২১ বছৰত বিয়া হৈছিল। ২৫ বছৰৰ ভিতৰত কিন্তু প্ৰায় সকলো ছোৱালীয়ে বিয়া হৈ গৈছিল। এতিয়া পঢ়া-শুনা বা কেৰিয়াৰৰ বাবে ৩৫ বছৰ পৰ্যন্ত অপেক্ষা কৰি থাকে। কিন্তু ইমান বছৰলৈ কোনোৱে জৈৱিক দাবী অস্বীকাৰ কৰি থাকিব নোৱাৰে। সেয়ে বহু দেশত যেনে পশ্চিমীয়া দেশবোৰত ফ্ৰি লাভ্ অৰ্থাৎ অবাধ যৌন-যাপনৰ যিটো অধিকাৰ, সেইটো সমাজত স্বীকৃত হৈছে। আমাৰ দেশৰ উচ্চবিত্ত সকলৰ মাজতো এনে এটা ধাৰণা আহিছে। এটা প্ৰশ্ন— বিবাহপূৰ্ব যৌন সম্পৰ্ক বা বিবাহিত জীৱনৰ পূৰ্বে অন্য পুৰুষ বা নাৰীৰ সৈতে যৌন সম্পৰ্ক— সেই সম্পৰ্কে কি ক'ব বিচাৰা?

**বৌমুখীয়া ঃ** মই এইটো ক'ব বিচাৰো যে বিবাহৰ পূৰ্বে মানুহৰ শাৰীৰিক সম্পৰ্ক হ'ব পাৰে কিন্তু এই বিষয়টোৱে আমাৰ মাজত প্ৰাধান্য পাব নালাগে। শাৰীৰিক মিলনৰ বাবেই প্ৰেমৰ সম্পৰ্ক এটা কাৰো লগত গঢ়িব নোৱাৰো। ইজনে-সিজনৰ সংস্পৰ্শলৈ আহোঁতে জৈৱিক সম্পৰ্ক ঘটি যাব পাৰে।

**বৰগোহাঞি ঃ** মই সেইটো সম্পৰ্কৰ কথা কৈছো য'ত প্ৰেমৰ কথা নাহেই। আজি এগৰাকী পুৰুষে ৪০ বছৰলৈকে বিয়া-বাৰু কৰাব পৰা নাই। আৰ্থিক অনাটনৰ বাবে অথবা পঢ়া-শুনাৰ বাবে, কেৰিয়াৰৰ বাবে। তেনেকৈ ঠিক ছোৱালীৰ ক্ষেত্ৰতো। প্ৰেম আৰু যৌনতা দুটা পৃথক বস্তু। এক প্ৰকাৰ প্ৰেম আৰু যৌনতাৰ মিলনতেই মানুহ পৰিপূৰ্ণ হয়। কিন্তু প্ৰেম নোহোৱাকৈ যৌনতাই নিজে বিৰাজ কৰিব পাৰে। এইটো হয় নে নহয়?

**চাংকাকতি ঃ** বিবাহৰ পূৰ্বে এজন ব্যক্তিয়ে যৌন সম্পৰ্ক ৰাখিব পাৰে। এইক্ষেত্ৰত আমি **human impulse** টো কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰো। এটা বয়সত আমি দৈহিক সম্পৰ্ক স্থাপন কৰিবলৈ বিচাৰো। ৩৫ বছৰীয়া ল'ৰাজনে ইমানদিনে যিহেতু বিয়া কৰোৱা নাই তেওঁ হয়তো কেতিয়াবা ফিজিকেল ডিজায়াৰটো ডমিনেট কৰিবলৈ তাৰ আশ্ৰয় ল'ব পাৰে।

**বৰগোহাঞি ঃ** সেইটোকে তুমি মানি ল'বানে? এইটো বৰ্তমান যুগৰ অনিবাৰ্য পৰিণতি হিচাপে স্বীকাৰ কৰি লৈছানে?

**চাংকাকতি ঃ** সেইটো মই ভণ্ডামি বুলি নাভাবোঁ। মই যিদৰে ভাবিছো সমাজখনে হয়তো তেনেদৰে নাভাবে।

**বৰগোহাঞিঃ** সমাজখনে হয়তো এদিন ভাবিব।

**চাংকাকতি ঃ** হয়।

**বৌমূৰীয়া ঃ** মই এইটো অনিবাৰ্য পৰিণতি বুলি নাভাবোঁ। জীৱনৰ বিভিন্ন ঘাত-প্ৰতিঘাতৰ লগতে জড়িত হৈ ই এক ঘটনা মাত্ৰ। মই এইটো অনিবাৰ্য পৰিণতি নহয় বুলি ভাবোঁ। মই ভাবোঁ মানুহৰ আহাৰৰ প্ৰতি থকা যিটো ক্ষুধা তাৰ লগত শাৰীৰিক ক্ষুধাটো অলপ বেলেগ। আহাৰৰ ক্ষুধাটো নাপালে মানুহজন মৰি যাব পাৰে কিন্তু জৈৱিক ক্ষুধা নাপালে মানুহ নমৰিবও পাৰে। গতিকে সেইটো মানুহ বিশেষ লৈ বেলেগ ধৰণৰ হয়। বহুতে এইটো দমন কৰি ৰাখিব পাৰে।

**বৰগোহাঞিঃ** পাৰে। কিন্তু আমি এইটো সাধাৰণীকৰণহে কৰিছো। তাৰ মাজততো ব্যতিক্ৰম থাকিবই। আজিকালি •গোটেই চিনেমাবোৰত আমি যিটো আপত্তি কৰো 'ছেক্স এণ্ড ভায়লেন্স' এই দুটা বস্তুৰেই ভৰি পৰিছে। আমি ডেকাকালত যিবোৰ চিনেমা চাইছিলো তাৰ যি গভীৰ ৰোমাণ্টিক প্ৰেম সেইবোৰ আজিকালি খুব কমেইহে দেখিবলৈ পোৱা যায়। কিন্তু আজিকালি অভিনয় প্ৰতিভাতকৈ দেহ প্ৰদৰ্শনৰ ওপৰতহে যেন গুৰুত্ব দিয়া হয়। গতিকে এটা 'যৌন বিপ্লৱ' এইটো অৰ্থতে হৈছে যে প্ৰেম আছেই, তাক পাহৰি যোৱা হোৱা নাই কিন্তু শৰীৰৰ যৌনতাই প্ৰাধান্য পাইছে। সাহিত্য, চিনেমা, সামাজিক আচাৰ-আচৰণৰ ক্ষেত্ৰত। সেইটো তোমালোকে সঁচা বুলি নাভাবা নেকি?

**বৌমূৰীয়া ঃ** মই সম্পূৰ্ণ শৰীৰ সৰ্বস্ব হৈ গৈছে বুলি ভবা নাই। সেইবিলাক উপস্থাপন কৰা চিনেমা নিৰ্মাতা বা সাহিত্যিকসকলৰ দায়বদ্ধতা থকা উচিত যে সঁচা ঘটনা এটা— ধৰি লওক, কোনোবা মানুহ এজনক মাৰিলে অথবা ধৰ্ষণৰ ঘটনা এটা, সেইটো সত্যৰ খাতিৰত উপস্থাপন কৰক। কিন্তু এইটো নহয় যে ধৰ্ষণটোকেই তাত দেখুৱাম সেইটো নহয়। এইটো উপস্থাপন কৰোঁতে যাতে সামাজিক নৈতিকতাত প্ৰভাৱ নপৰে তাৰ প্ৰতি চকু দিয়া দৰকাৰ।

**চাংকাকতি ঃ** উপস্থাপন শৈলীৰ ওপৰত সেইটো নিৰ্ভৰ কৰিব। আমি কিমান কলাসন্মতভাৱে সেইটো প্ৰকাশ কৰিব পাৰিছো।

**বৰগোহাঞিঃ** কি কৰা উচিত সেইটো মই কোৱা নাই। কিন্তু যিটো কৰা হৈ আছে সেইটোৱে সমাজত কি প্ৰভাৱ পেলাইছে? 'চেক্স ভায়লেন্স' নাথাকিলে আজিকালি দৰ্শকে চিনেমা নাচায়। আৰু বেছিভাগ মানুহে এইটোৱে বিচাৰে। আৰু বিচাৰে কাৰণেই তাৰ প্ৰতি সমাজত আকৰ্ষণ বাঢ়িছে।

**চাংকাকতি ঃ** এতিয়া যদি এগৰাকী অভিনেত্ৰীয়ে দেহ প্ৰদৰ্শন কৰিছে। আগৰ

চিনেমা যদি চাওঁ তেওঁ শাৰী এখন পিন্ধিছিল, এতিয়া অলপ কম কাপোৰ পিন্ধিছে। শাৰীখন পিন্ধোতেও Symbolically বা treatment যিটো পৰিচালকে দেখুৱাব খুজিছিল সেইটো দেখুৱাব পাৰে। আজিকালি যিটো দেহ প্ৰদৰ্শন হৈছে সেইটোৱে সমাজত এটা চাইক'লজিকেল এফেক্ট হয়। চকুৰ আগত নাৰীগৰাকীক দেখি ক্ষন্তেকৰ বাবে ভাল পাব পাৰে, পিছলৈ সেই নাৰীগৰাকীৰ প্ৰতি 'ফিলিংছ' কেনেকুৱা হ'ব, সেই নাৰীগৰাকীক ৰেছপেক্ট দিবনে?

**বৰগোহাঞি :** শান্তনু তেওঁ বাৰু নিজৰ কথাখিনি খুব প্ৰাঞ্জলভাৱে বুজাই ক'লে। এইক্ষেত্ৰত তুমি কিবা ক'বানে?

**বৌমূৰীয়া :** এইক্ষেত্ৰত মই শ্ৰুতিবাৰ লগত একমত। মই এটা কথাই ক'ব খোজো। উপস্থাপন কৰোঁতে তেওঁ সামাজিক নৈতিকতা বা মানসিক নৈতিকতাৰ ওপৰত কুপ্ৰভাৱ নপৰাকৈ উপস্থাপন কৰিব লাগে। সময়ৰ লগত মিলোৱাৰ অৰ্থ অশ্লীলতা প্ৰদৰ্শন নহয়।

**বৰগোহাঞি :** আধুনিক পৃথিৱীখনত এটা সাংঘাতিক স্ব-বিৰোধিতাই দেখা দিছে। এটা হৈছে ধৰ্মীয় পুনৰুত্থান বা মৌলবাদৰ ইমান প্ৰবল প্ৰকাশ হৈছে যে ধাৰণা হয় মানুহ ধৰ্মক লৈ উন্মাদ হৈছে। আনহাতে আধুনিক যুগত বহুত মানুহ বিশেষকৈ শিক্ষিত শ্ৰেণীৰ মানুহ ধৰ্মৰ প্ৰতি উদাসীন হৈ আহিছে। ইউৰোপত এনেকুৱা অৱস্থা হৈছে যে বহুতো 'চাৰ্চ' বন্ধ কৰি তাত স্কুল-কলেজ কৰিব লগা হৈছে। অৰ্থাৎ সমান্তৰালভাৱে দুটা ঘটনা ঘটিছে। এটা হ'ল ধৰ্মৰ প্ৰতি প্ৰবল আকৰ্ষণ, যিটো আগতকৈয়ো বেছিকৈ হ'বলৈ ধৰিছে আৰু আনটো হ'ল নাস্তিকতাৰ প্ৰতি ধাবমান। তুমি ধৰ্ম বিশ্বাস কৰানে বা প্ৰচলিত আচাৰ-নীতিক বিশ্বাস কৰানে?

**বৌমূৰীয়া :** মই ধৰ্মত বিশ্বাস কৰো। মই এটা বিশ্বশক্তিক বিশ্বাস কৰো, যিটো মোৰ ধৰ্মৰ মাজেৰে বিশ্বাস কৰো। নামঘৰ বা মছজিদ নথকা হ'লে 'ঈশ্বৰ' নামৰ শক্তি এটা আছে বুলি নাজানিলোহেঁতেন।

**বৰগোহাঞি :** মানে তুমি ধৰ্মকো বিশ্বাস কৰা, ঈশ্বৰকো বিশ্বাস কৰা। তুমি, শ্ৰুতি...

**চাংকাকতি :** ঈশ্বৰ এটা নাম আৰু মই সেই নামৰ এটা শক্তিক বিশ্বাস কৰো। যিটো শক্তিয়ে মোক কোনো পাপ কৰ্মৰ পৰা বিৰত ৰাখে আৰু সেই শক্তি যি শক্তিয়ে মোক কৰ্মপ্ৰেৰণা যোগায়।

**বৰগোহাঞি :** তোমালোকে তোমালোকৰ সমসাময়িক যিবোৰ তৰুণ-তৰুণীৰ মাজত ঘূৰা, তেওঁলোকৰ বেছিভাগৰে ধৰ্ম আৰু ঈশ্বৰৰ প্ৰতি মনোভাব কেনেকুৱা

বুলি ভাবা? বেছিভাগ ল'ৰা-ছোৱালী ঈশ্বৰ বিশ্বাসী নে নাস্তিক হ'বলৈ আগবাঢ়িছে—

**বৌমুৰীয়া ঃ** ঈশ্বৰ সম্পৰ্কে মোৰ বন্ধুবৰ্গৰ বেছিভাগেই দোমোজাত পৰা দেখা পাওঁ। তেওঁলোকে কেতিয়াবা ঈশ্বৰ বিশ্বাস কৰিব খোজে আৰু কেতিয়াবা...

**বৰগোহাঞিঃ** মানে এক প্ৰকাৰ সংশয়বাদ। মানে তেওঁলোকে বিশ্বাসো ঠিক কৰিব পৰা নাই কিন্তু অবিশ্বাস কৰিবলৈয়ো সাহস কৰা নাই।

**বৌমুৰীয়া ঃ** কিন্তু মই এটা কথা জানো যে ধৰ্মৰ ক্ষেত্ৰত খুব এটা আকোৰ-গোঁজ মনোভাৱ লৈ সময় খৰচ কৰাৰ পক্ষাপাতী তেওঁলোক নহয়।

**বৰগোহাঞিঃ** শ্ৰুতি, তোমাৰ মত...

**চাংকাকতি ঃ** এইক্ষেত্ৰত ছোৱালীবিলাকৰ মাজত দুটা section দেখা যায়। এটা section-এ ধৰ্মক বিশ্বাস নকৰে।

**বৰগোহাঞিঃ** ছোৱালীৰ মাজতো আছে?

**চাংকাকতি ঃ** হয়। আৰু আনটো section খুব অন্ধভাৱে বিশ্বাসী।

**বৰগোহাঞিঃ** বাৰু, আমাৰ বহু কথা আলোচনা কৰিবলৈ আছিল। আলোচনা শেষ কৰিব নোৱাৰো। কেৱল নতুন যুগৰ প্ৰতিনিধি হিচাপে তেওঁলোকৰ মনোভাৱ জানিবলৈ তোমালোকক মাতি আনিছিলো। তোমালোকে এই মনোভাৱ স্পষ্টকৈ প্ৰকাশ কৰিছা। দুয়োকে ধন্যবাদ দিলো। আকৌ কেতিয়াবা লগ হ'ম।

*(২৯ মে', ২০০৯-ত প্ৰচাৰিত)*

# ডাঃ চেলিম আলিৰ সৈতে হোমেন বৰগোহাঞি

*"এইটো মিছা কথা যে জাৰ্মানীত মানুহবিলাকে বিয়েৰ খাই জীয়াই থাকে। জাৰ্মানীত মানুহবিলাকে ভাৰততকৈ বেছি পানী খায়। সুৰা জাতীয় বস্তু দিনৰ ভাগত মানুহবিলাকে নাখায়। সাধাৰণ মানুহে, কাম কৰা মানুহে সুৰাপান নকৰে। যেতিয়া সন্ধিয়া হয় কিছু মানুহে বিয়েৰ খায়, কিছুমান মানুহে এগিলাচ ওৱাইন খায়।"*





**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। নিউজ লাইভৰ মুখামুখি অনুষ্ঠানলৈ আকৌ এবাৰ স্বাগতম। আজি মোৰ অতিথি ডঃ চেলিম আলি। ১৯৭৮ চনত উচ্চ শিক্ষাৰ কাৰণে তেখেত জাৰ্মানীলৈ গৈছিল। মাজে মাজে নিজৰ দেশলৈ আহিলেও তেওঁ জাৰ্মানীৰ নাগৰিক। জাৰ্মান ছোৱালী বিয়া কৰাইছে আৰু তেখেত জাৰ্মানীৰ অলডেনবাগ বিশ্ববিদ্যালয়ৰ সমাজবিজ্ঞানৰ অধ্যাপক।

**বৰগোহাঞি ঃ** আপোনাৰ জাৰ্মান পত্নীয়ে আপোনাৰ দৰেই মাংস এৰিছে নেকি?

**ড° চেলিম আলি ঃ** মোৰ জাৰ্মান পত্নীয়ে মোকেই মাংস এৰিবৰ বাবে জোৰ কৰি আছিলে। কাৰণ মই যিবোৰ কথা কৈ থাকোঁ সেইবোৰ শুনে, লগতে নিজেও কিছু অধ্যয়ন কৰে। তেওঁৰেই মোক বেছিকৈ জোৰ দিলে মাংস এৰিবৰ বাবে। মোৰ সৰু ল'ৰাটোৱে সৰুৰে পৰাই মাংস নাখায়। আমি কোনো মানুহক নকওঁ মাংস নাখাবলৈ, কিন্তু আমাৰ যিসকল বন্ধুবৰ্গ আছে আৰু তেওঁলোকে আমাৰ ঘৰলৈ জন্মদিনৰ পাৰ্টি বা কোনো অন্য পাৰ্টিত যেতিয়া আমাৰ ঘৰলৈ আহে তেতিয়া আমি ইচ্ছাকৃতভাৱে মাংস নোহোৱা বহুত ধৰণৰ খাদ্য টেবুলত সজাই দিওঁ।

**বৰগোহাঞি ঃ** আপোনালোকৰ ঘৰখনত দৈনন্দিন খাদ্য তালিকাখন কেনেকুৱা ধৰণৰ?

**আলি ঃ** আমাৰ এটা ভুল ধাৰণা আছে, মাংস নহ'লে খাদ্য নহয়েই। ইউনাইটেড নেশানৰ তালিকাখন চাওঁ— গোটেই পৃথিৱীতে বজাৰত বিক্ৰী কৰা

মাংস খুব বেছি যদি হয় ৬০ বিধ। ইফালে যদি শস্যৰ খাদ্য তালিকাখন চাওঁ গোটেই পৃথিৱীতে ৪০০ বিধতকৈ বেছি। অন্যহাতেদি ৭৫ হাজাৰতকৈ বেছি গছ-গছনি খাদ্যৰ বাবে উপযোগী। অন্যহাতেদি আমাৰ এই ৪০০-ৰ ভিতৰত ধনিয়া, পদিনা, এইবোৰ নাহে। বহুতে কয় মাংস নাখালে কি খাম? আমাৰ অকল শস্য— ধান, ঘেঁহু, গোমধান আদি ধানজাতীয় শস্য যথেষ্ট। তাৰ পিছতেই আহে মাহজাতীয় শস্য, দাইল জাতীয় শস্য। তাৰ পিছত কলজাতীয় শস্য— বিলাহী, বেঙেনা ইত্যাদি। পালেং, লফা, লাই আদি শাকজাতীয় শস্য আছেই। তাৰ পিছতেই আহে মাটিৰ তলৰ খাদ্য। এনে ধৰণৰ বহুত খাদ্য আছে। অকল গুৱাহাটীত থাকি আপুনি যদি বিচাৰে মোৰ বোধেৰে ৭০/৮০ বিধৰ বেছি লিষ্ট এখন বনাব পাৰিব। মোৰ মতে গুৱাহাটীত চাৰি বিধ মাংস পাব, তাৰে দুবিধ কনট্ৰভাৰচিয়েল।

**বৰগোহাঞি ঃ** কোন দুবিধ?

**আলি ঃ** গাহৰি আৰু গৰু। এই দুটা মাংস বিভিন্ন সম্প্ৰদায়ৰ মানুহে ভাল নাপায়। নিউট্ৰেল মাংস দুবিধেই আছে। দুবিধৰ বিপক্ষে কিমান যে শস্য খাদ্য আছে!

**বৰগোহাঞি ঃ** অকল অসমতেই ৭০ বিধ বুলি ক'লে?

**আলি ঃ** ৭০ বিধৰো বেছি আছে।

**বৰগোহাঞি ঃ** আলু খাবলৈ মানুহে ভয় কৰে। আলুৰ পৰা অপকাৰ হয় বুলি কয়। ডায়েবেটিছ হয়, শকত হয়। আলু কিয় খাব লাগে? আলুৰ পৰা যে কোনো অপকাৰ নহয় আৰু আলু কেনেকৈ এটা বিকল্প প্ৰধান খাদ্য হিচাপে ইয়াত ব্যৱহাৰ কৰিব পাৰি, সেই বিষয়ে আপুনি কিছু কথা কওক।

**আলি ঃ** আলু খালে বেমাৰ হয়— এই কথাটো আমাক কোনে শিকালে? মোৰ মতে এইটো শিকালে ব্ৰিটিছ সাম্ৰাজ্যবাদীসকলে। কাৰণ যেতিয়া আয়াৰলেণ্ডত মানুহবিলাকে আলু খেতি কৰি খাই আছিল তেতিয়া ব্ৰিটিছ চৰকাৰে ভাৰতত খুব ভালদৰে শাসন কৰি আছিল। কেনেকৈ? মাটিৰ কৰৰ জৰিয়তে, য'ত ধান আৰু ঘেঁহু খেতি হয়। মাটিৰ কৰ নহ'লে ব্ৰিটিছসকলে ভাৰতত শাসন কৰিব নোৱাৰিলেহেঁতেন। মাটিৰ কৰ এই কাৰণেই দিয়া হৈছিল যে তেওঁলোকে ধান খেতি কৰে, ঘেঁহু খেতি কৰে। যদি তাৰ বিপৰীতে ভাৰতীয়সকলে আলু খেতি কৰিলেহেঁতেন, তেন্তে খাজনা দিবলৈ প্ৰয়োজন নহ'লহেঁতেন। গতিকে তেওঁলোকেই এই কথাটো আমাৰ মগজুত সুমুৱাই দিলে যে আলুটো বেয়া। মই তেওঁলোকক দোষ দিওঁ। কাৰণ এতিয়ালৈকে যিসকলে আলুটোক বেয়া বুলি কয় তেওঁলোকে কোনো উদাহৰণ নিদিয়ে, কোনো বৈজ্ঞানিক বিশ্লেষণ নকৰে। উদাহৰণ স্বৰূপে,

বেয়া নাপাব আপোনাৰ কাকততে আজিও ওলাইছে আৰু তাত লিখা আছে, আলু প্ৰমেহ বা বহুমূত্ৰ আৰু উচ্চ ৰক্তচাপৰ বাবে বেয়া। অৰ্থাৎ আলু খালে এই ৰোগবোৰ হয়। লগতে লিখিছে শৰীৰৰ মেদ বাঢ়ে মানে শকত হয়। এইখিনি কথা যিজনে লিখিছে তেওঁক মই দোষ নিদিওঁ। তেওঁ এইটো গতানুগতিকভাৱে শিকি আহিছে আৰু এইখিনি কথা আমাৰ মগজত সোমাই আছে। অথচ এইবোৰৰ কোনো বৈজ্ঞানিক ভিত্তি নাই। তাৰ বিপৰীতে আলু পুষ্টিকৰ এইকাৰণেই যে আলুত শতকৰা ৭৬ ভাগ পানী আছে আৰু ১৮ ভাগ আঁহ আৰু গ্ল'কজ জাতীয়, যিটো আমি বায'লজিত ফ্ৰুইট চুগাৰ বুলি কওঁ, সেইটো হৈছে ০.৪ শতাংশ। শতকৰা এক ভাগতকৈও বহু কম। আৰু ভাল পৰিমাণে প্ৰ'টিন আছে। ভিটামিন চি আছে, যিটো মানুহক খুবেই দৰকাৰ। ইয়াৰ উপৰি বহুত গৱেষণা চলি আছে— আপুনি যদি দুজন মানুহক লয়। এজনক এমাহ ধৰি আলু খাবলৈ দিয়ে আৰু আনজনক এমাহ ধৰি ভাত খাবলৈ দিয়ে। তেতিয়া একেই পৰিমাণত আপুনি দেখিব পিছত কাৰ স্বাস্থ্য ভাল। ইউৰোপ বা জাৰ্মানীত যদি কাৰোবাৰ ডায়েবেটিছ হয় ডাক্তৰে আলু খাবলৈ কয়, ৰুটী খাবলৈ বাধা দিয়ে। আমাৰ ইয়াত আলু খালে শকত হয়, আলু খালে ডায়েবেটিছ হয়, ৰক্তচাপ হয় বুলি এইবোৰ আমাক কোনোবাই কেতিয়াবাই শিকোৱা, সেই মানুহজনক আমি চিনি নাপাওঁ।

**বৰগোহাঞিঃ** বিনা বিচাৰে আমি বিশ্বাস কৰি আছো।

**আলিঃ** হয় আৰু ধান খেতিৰ পিছত যদি অলপ হ'লেও আলু খেতি কৰো, শতকৰা ২০ ভাগ কৰোঁ তেন্তে আমাৰ ইয়াত যথেষ্ট আলু উৎপাদন হ'ব। আপোনাক মই ক'লোৱেই যে আমাৰ মানুহে যদি আধা ভাত আৰু আধা আলু খায় তেন্তে আধা শস্য বাচি যাব।

**বৰগোহাঞিঃ** এতিয়া আলুক আমাৰ দেশৰ অন্যতম প্ৰধান খাদ্য হিচাপে স্বীকৃতি দিয়াৰ উপায় কি? অসমৰ মানুহক ধান খেতিৰ সমানেই বা ঘেঁহু খেতিৰ সমানেই আলুখেতি কৰিবলৈ কেনেকৈ শিকোৱা যায়?

**আলিঃ** আটাইতকৈ সহজ। আমি কাকো শিকাব নালাগে। আমি যদি নিজেই উদাহৰণটো দেখুৱাওঁ। মই যেনেকৈ আপোনাক ক'লো— মই য'ত থাকোঁ আমি কোনো মানুহক নকওঁ মাংস নাখাবলৈ, কিন্তু তেখেতসকলক যেতিয়া আমি নিমন্ত্ৰণ কৰোঁ আমি ইমান ধুনীয়া খাদ্য প্ৰস্তুত কৰোঁ তেওঁলোকে নিজেই কয় ইয়াত মাংসৰ আৱশ্যক নাই। তেওঁলোকে যেতিয়া আমাক নিমন্ত্ৰণ কৰে তেতিয়া মাংস নবনায়। এনেধৰণেৰে বহুত মানুহে জোৰ নকৰাকৈয়ে আমাৰ প্ৰভাৱত মাংস এৰিছে।

**বৰগোহাঞিঃ** আমি শুনিবলৈ পাওঁ, মিছা কথাও হ'ব পাৰে যে জাৰ্মানীৰ

মানুহে পানী নাখায়েই, কেৱল বিয়েৰ খাই থাকে। জাৰ্মানীৰ বিয়েৰ বিশ্ব বিখ্যাত। বাকীতো ইউৰোপীয়সকলে মদ খায়েই। আপুনি সুদীৰ্ঘকাল বিদেশত থাকি, জাৰ্মানীত থাকি আপুনি বিয়েৰ বা সুৰা খাইছেনে নাই?

**আলি ঃ** এইটো মিছা কথা যে জাৰ্মানীত মানুহবিলাকে বিয়েৰ খাই জীয়াই থাকে। জাৰ্মানীত মানুহবিলাকে ভাৰততকৈ বেছি পানী খায়। সুৰা জাতীয় বস্তু দিনৰ ভাগত মানুহবিলাকে নাখায়। সাধাৰণ মানুহে, কাম কৰা মানুহে সুৰাপান নকৰে। যেতিয়া সন্ধিয়া হয় কিছু মানুহে বিয়েৰ খায়, কিছুমান মানুহে এগিলাচ ওৱাইন খায়। যদি ক'ৰবাত পাৰ্টি হয় বা নিমন্ত্ৰণ কৰা হয় তেতিয়া সন্মানৰ খাতিৰত হয়তো এটা গ্লাছ উঠাব লগা হয়। কিন্তু জাৰ্মানীৰ সমাজত মদ খোৱাটো বাধ্যতামূলক নহয়।

**বৰগোহাঞি ঃ** তাত মদ পান কৰা মানুহৰ সংখ্যা বেছি নে ক'ম, সেইটো মই জানিব খুজিছো।

**আলি ঃ** মদ খোৱা মানুহৰ সংখ্যা আছে, যথেষ্ট পৰিমাণে আছে। এইটো এটা সমস্যা হৈ পৰিছে। জাৰ্মানীত মদৰ দাম খুবেই কম। তাত উৎপাদনো প্ৰচুৰ পৰিমাণে হয়। আমদানিও বিদেশৰ পৰা হয়। বহুত মানুহৰ সুৰা জাতীয় দ্ৰব্যৰ পৰা বেমাৰো হৈছে।

**বৰগোহাঞি ঃ** মই এই কথাটো কোৱাৰ এটা বিশেষ কাৰণ আছে। ১০/১৫ বছৰ ধৰি আমাৰ ইয়াত সুৰাপান নিষিদ্ধ আছিলে। প্ৰহিবিশ্বন আছিলে। সেইটো উঠাই দি চৰকাৰে ধন ঘটাৰ লোভত অলিয়ে-গলিয়ে মদৰ দোকান খুলিলে। অকল গুৱাহাটীতে ১৫০ খন মদৰ দোকান। মই নিজে, মই আপোনাৰ নিচিনা বিজ্ঞানী নহয়, কিন্তু এইটো সাধাৰণ জ্ঞানেৰেই ক'ব পাৰোঁ যে আমাৰ দেশৰ মানুহ এনেয়ে দুখীয়া, খাবলৈ ভালকৈ নাপায়, দুৰ্বল স্বাস্থ্য, কিন্তু প্ৰচুৰ মদ্যপান কৰে। নহ'লেতো ইমানবোৰ মদৰ দোকান চলি নাথাকিলেহেঁতেন। এইটো আমাৰ ৰাজ্যখনৰ কাৰণে বা দেশৰ কাৰণে বেয়া কথা হোৱা নাইনে?

**আলি ঃ** খুবেই ক্ষতিকাৰক। বিশেষকৈ ক্ষতিকাৰক গৰমদেশত। ঠাণ্ডাদেশত যদি সুৰাপান কৰে ইমান ক্ষতিকাৰক হয়তো নহ'ব পাৰে।

**বৰগোহাঞি ঃ** আজিকালি বিয়া সবাহতো সুৰাপান কৰিবলৈ এটা বেলেগ কোঠা থাকে। বাৰু বুজিলো যে আপুনি সেইটো স্বাস্থ্যৰ কাৰণে ক্ষতিকাৰক বুলি ভাবে। ভাৰতৰ দৰে গৰমদেশত সেইটো একেবাৰে অনুপযোগী। কিন্তু আমাৰ নিজৰ, মই ভাৰতৰ আন ৰাজ্যৰ কথালৈ নাযাওঁ; কিন্তু অসমত যে হাজাৰ হাজাৰ

মদৰ দোকান খুলি দি ৰাজ্যখনক বহুত যে ধ্বংস কৰা হৈছে সেইটো মই অনুভৱ কৰি থাকোঁ।

**আলি :** এইখিনিতে মই ক'ব বিচাৰো, মই আপোনাক কেৱল জাৰ্মানীৰ উদাহৰণ নিদিওঁ। আপুনি আৰু উত্তৰলৈ যাওক— ছুইডেন, নৰৱে। এইদুখন দেশত সুৰাপান একেবাৰেই কম পৰিমাণে ব্যৱহাৰ কৰা হয়।

**বৰগোহাঞি :** সেইবোৰতো আৰু ঠাণ্ডা দেশ।

**আলি :** ঠাণ্ডা দেশ। চৰকাৰে জানে যে এই দেশত সুৰাপান কৰিলে স্বাস্থ্যৰ বাবে অপকাৰী হ'ব, কাৰণ সেই দেশৰ জনসংখ্যা খুবেই কম। নৰৱে আৰু ছুইডেনত মদৰ দাম খুবেই বেছি। কৰ বেছি। সাধাৰণ মানুহেতো দূৰৰে কথা, ধনী মানুহেও খুব কমকৈ কিনিব পাৰে। সেই কাৰণে তেওঁলোকৰ স্বাস্থ্য জাৰ্মানীতকৈ ভাল। মই এবাৰ পঢ়িছিলো যে ব্ৰেজনেভ যেতিয়া ৰাছিয়াৰ ৰাষ্ট্ৰপতি আছিল, তেতিয়া দুবছৰমান ধৰি খাদ্যৰ উৎপাদন ভীষণভাৱে কমি গৈছিলে। তেতিয়া তেওঁ এটা অধ্যয়ন কৰিবলৈ দল পঠালে। কাৰণ ৰাছিয়ান বিলাকেতো খুব বেশি মদ খায়, খুব বেছি ভডকা খায়। তেওঁলোকে এটা প্ৰতিবেদন দিছিলে। মই পঢ়িছো। ডুলাৰ মিদ গালৰ কিতাপত। তাত দেখা গ'ল অত্যধিক মদ্যপানৰ ফলত দিনত যদি সুস্থ মানুহ জনে দহ ঘণ্টা কাম কৰিব পাৰে, মদ খায় পৰি থাকে, বেমাৰ হয়, দিনে তিনি ঘণ্টা কাম কৰে। ফলত তাৰ খাদ্য উৎপাদন কম হৈ যোৱাৰ এইটো এটা প্ৰধান কাৰণ বুলি চিহ্নিত হৈছিল। মোৰ নিজৰ ধাৰণা আজি আগতকৈ বহুত কমি গৈছে। তাৰ এটা প্ৰধান কাৰণ হ'ল যে মদ খাই ইমান সময় অপচয় কৰে। মদ খোৱাৰ ফলত স্বাস্থ্য দুৰ্বল হৈ যায়। আনহাতে মদৰ কাৰণে যিমান খৰচ কৰিবলগীয়া হয় পুষ্টিকৰ আহাৰ খাবলৈ তেওঁলোকৰ ধন বাকী নাথাকেই।

**বৰগোহাঞি :** আমাৰ দেশত স্বাস্থ্য ভাল নোহোৱাৰ বা মানুহবোৰ ৰুগীয়া হোৱাৰ এটা প্ৰধান কাৰণ হৈছে বিশুদ্ধ খোৱা পানীৰ অভাৱ। আজি দেশ স্বাধীন হোৱাৰ ৬০ বছৰৰ পিছতো আমাৰ দেশত সৰ্বসাধাৰণৰ কাৰণে বিশুদ্ধ খোৱা পানীৰ ব্যৱস্থা নহ'ল। অসমতেই চাহবাগিচাবোৰত বিশুদ্ধ খোৱা পানীৰ অভাৱত প্ৰতিবছৰে গ্ৰেষ্ট্ৰ-এণ্টাৰাইটিছ ৰোগত মাখি-মহৰ দৰে মানুহ মৰে। কিন্তু চৰকাৰ নিৰ্বিকাৰ। এই সমস্যাটোৰ বিষয়ে, আপুনি উন্নত দেশৰ নাগৰিক আৰু বহুতো অধ্যয়নো কৰিছে। এইটো এটা ডাঙৰ সমস্যা বুলি ভাবেনে নাভাবে?

**আলি :** মই খোৱা পানীৰ বিষয়ে দুই-তিনি বছৰ ধৰি বিশ্ববিদ্যালয়ত ভাষণ দিছোঁ। মই ভালদৰেই জানো।

**বৰগোহাঞি ঃ** অকল খোৱা পানীৰ বিষয়ে।

**আলি ঃ** হয়, অকল খোৱা পানীৰ বিষয়ে। আমাৰ দেশত যথেষ্ট পৰিমাণে খোৱা পানী লাগে। পানী দুই বিধৰ। এবিধ নিমখীয়া আৰু আনবিধ হ'ল মিঠা পানী। মিঠা পানীৰ পৰিমাণ খুবেই কম। বিশ্বত যিমান পানী আছে তাৰে শতকৰা দুভাগ পানীহে মিঠা পানী। ৯০ ভাগ সাগৰত থাকে, এইবোৰ আমি খাব নোৱাৰো। কিন্তু এই দুভাগ ইমান বেছি পানী যে তাৰে শতকৰা ভাগত ভাগ কৰি কিবা এটা পাৰছেণ্ট লওঁ সেয়াই যথেষ্ট পৰিমাণে হ'ব। অসমত ইমানেই বেছি পানী আছে যে ভাবিব নোৱৰা পানী...

**বৰগোহাঞি ঃ** অথচ বিশুদ্ধ খোৱা পানীৰ অভাৱত মানুহ মৰি আছে।

**আলি ঃ** মাৰ্ক্সে লেখিছিল যে এছিয়ান ছ'চাইটি পানীৰ অভাৱত চলি আছে। যিটো এডমিনিষ্ট্ৰেচন চলি আছে তেওঁ সেইটোৰ উদাহৰণ লৈছিল ইৰাণৰ, য'ত পানী নাই। কিন্তু অসমত আমি পানীৰ পৰা পলাওঁ। ইমানেই পানী, ইমানেই ভাল পানী। হিমালয়ৰ পৰা অহা পানী। তথাপিতো পানীৰ অভাৱ। ইয়াৰ কাৰণ হৈছে পানীৰ ওপৰত শিক্ষাৰ অভাৱ। পানীত কি থাকে, আটাইতকৈ ডাঙৰ সমস্যা হ'ল বেক্টেৰীয়া আৰু ভাইৰাচ। এই দুটা ডাঙৰ বস্তু। সেই দুটাকে আমি ভয় কৰোঁ। ইয়াৰ বাহিৰেও যিখিনি ৰাসায়নিক পদাৰ্থ আছে সেইবোৰৰ বিষয়ে আমি আৰু কমকৈ জানো। অসমত আটাইতকৈ ডাঙৰ সমস্যা হ'ল আৰ্চেনিক আৰু ফ্লুৰিড। এই দুটা প্ৰাকৃতিক বস্তু মাটিৰ তলত সদায়ে থাকে। বাংলাদেশৰ আটাইতকৈ ডাঙৰ সমস্যা আৰ্চেনিক।

**বৰগোহাঞি ঃ** ইয়াতো হৈছে। কাৰ্বি আংলঙত হৈছে।

**আলি ঃ** মাটিৰ তলৰ পানীতো আমাৰ ইয়াৰ বাবে অতি অনিষ্টকৰ। কিয়নো আৰ্চেনিকৰ যিটো ৰিয়েকচ্ছন হয় সেইটো দেখোতে প্ৰায় বিশ বছৰ হয়গৈ। ছালৰ কেঞ্চাৰ হয় আৰু ফ্লুৰিড...

**বৰগোহাঞি ঃ** মই বুজি পাইছো। আজি যদি আপুনি আৰ্চেনিক থকা পানী খায় তাৰ পৰিণামটো বিশ বছৰৰ পিছতো পাব।

**আলি ঃ** বিশ বছৰৰ পিছতো দেখা পোৱা যাব— যিটো বাংলাদেশত হৈছে। বহুত মিলিয়ন লোক স্কীন কেঞ্চাৰত মৰিছে আৰু ফ্লুৰিডে গোটেই শৰীৰৰ হাড়বোৰ কোঁচাই অকালতে বৃদ্ধ কৰি দিয়ে, দাঁতবোৰ চকমাটিৰ দৰে হৈ যায়। সেইবোৰ আমি নেদেখো। আমি মাত্ৰ দেখো আজি পানী খালো কাইলৈ পেটৰ অসুখ হ'ল নতুবা কেইঘণ্টামানৰ পিছত পেটৰ অসুখ হ'ল। এইটো হ'ল বেক্টেৰীয়া। আটাইতকৈ ডাঙৰ বেক্টেৰীয়া হয় পলিউশ্বনৰ পৰা।

জন্তু, মানুহৰ মল নদীত থাকে, য'তে ত'তে প্ৰস্ৰাৱ পায়খানা কৰা হয়। বৰষুণৰ পানীত তললৈ গুচি যায়। দমকলৰ পানীত আকৌ উঠি গুচি আহে। এই বিষয়ত আমাৰ অধ্যয়ন একেবাৰেই নাই।

**বৰগোহাঞি ঃ** পানীকেই জীৱন বুলি কোৱা হয়। পানী নহ'লেতো মানুহ থাকিব নোৱাৰে, কিন্তু সেই পানী আমাৰ ইমান ডাঙৰ সমস্যা অথচ গৱেষণা আৰু অধ্যয়ন একেবাৰেই নাই। এইখন এখন সভ্য সমাজ বুলি ক'ব পাৰিনে? অথবা এইখন দেশৰ চৰকাৰক প্ৰকৃত অৰ্থত সভ্য চৰকাৰ বুলি ক'ব পাৰিনে?

**আলি ঃ** এইখিনিতে আপোনাক মই এটা উদাহৰণ দিছো, ভাৰতৰ জাৰ্মানীৰ ৰাষ্ট্ৰদূত হ'ল এগৰাকী ভদ্ৰ মহিলা— মিছেছ মীৰা শংকৰ। খুব ভাল মহিলা, সম্ভ্ৰান্ত। দেখিলেই ভাল লগা, খুব ভাল বক্তৃতা দিব পাৰে আৰু শিক্ষিত। তেখেতে জাৰ্মানীৰ বিশ্ববিদ্যালয়ত এটা ভাষণ দিছিলে ভাৰতৰ ঔদ্যোগিক উন্নয়নৰ বিষয়ে। মোকো নিমন্ত্ৰণ দিয়াত মই গৈছিলো। তেখেতে ভাৰতৰ উন্নতিৰ কথা খুব কৈছিলে, ভাল লাগিল শুনি। তাৰ পিছতেই প্ৰশ্ন সোধা হ'ল। মই শেষত এটা প্ৰশ্ন সুধিলো। মই ক'লো যে আপুনি বেছ ভাল কথা কৈছে, ভাল লাগিছে আমাৰ দেশ ভাৰতৰ উন্নতিৰ বিষয়ে শুনি। কিন্তু আজি ৰাতিপুৱা মই আকৌ পঢ়িলো চি আই এৰ ৱেবচাইটত যে সেই দেশত খোৱা পানী নাই। দিল্লীতো নাই বুলি লিখিছে। এইটো মিছা কথা নেকি? নতুবা এইটোও হ'ব পাৰে যে ভাৰতত বটল ওৱাটাৰ যিবোৰ আছে, সেইবোৰ ইণ্টাৰনেশ্বনেল মাল্টিনেশ্বনেল কোম্পানীবোৰে ইয়াতে খুব বেছি ফেক্টৰী বনাই আছে। উন্নতি হৈছে। তেওঁলোকৰ যিটো ইক'নমিক গ্ৰ'থ, শতকৰা ২৫ ভাগ। কোনো উদ্যোগৰে এনে ধৰণৰ গ্ৰ'থ নহয়। গতিকে এইটোত ভাৰত চৰকাৰে এই কোম্পানীবোৰৰ লগত কিবা চুক্তি কৰিছে নেকি যে খোৱা পানীটো বেয়া কৰি ৰাখোঁ আৰু বটলৰ পানীটো বেছি প্ৰচলন হওক। তেতিয়া তেওঁ কি উত্তৰ দিলে জানে — মিছা কথা, এইটো নহয়। মই বটলৰ পানী ভাৰতত কেতিয়াও নাখাওঁ। মোৰ ঘৰত এটা পিউৰিফাই ওৱালত লগোৱা আছে। সেই পিউৰিফাইৰে পানী আহে আৰু মই খাওঁ।

**বৰগোহাঞি ঃ** তেওঁ নাখাব পাৰে কিন্তু অসমৰ গাঁৱে-ভূঞেতো...

**আলি ঃ** তাৰপিছত মই একো নক'লো। কিন্তু মোক বাকী প্ৰফেছাৰসকলে পিছত ক'লে যে আপুনি কিয় নুসুধিলে এই পিউৰিফাইটোৰ দাম কিমান? মই ক'লো, চাওক এই ভদ্ৰ মহিলাই ইয়াত ইমান ধুনীয়া ভাষণ দিছে, সেয়ে অপমান কৰাৰ উদ্দেশ্য মোৰ নাই। গতিকে আমি জানো শতকৰা ৬০ ভাগ লোকেই দৰিদ্ৰ সীমাৰ তলত থাকে। তেওঁলোকে ২৫ টকাৰে তেনেকুৱা এটা পানীৰ বটল কিনি নাখায়।

**বৰগোহাঞিঃ** বুজিছো। সমাজবিজ্ঞানৰ ক্ষেত্ৰত যে আপুনি ফুড ছচিঅ'লজি, খাদ্য সমাজবিজ্ঞানৰ বিষয়ে ইমানবোৰ অধ্যয়ন, গৱেষণা কৰিব লগা হৈছে, আমাৰ দেশত সেইবিলাক, যিখন আটাইতকৈ দৰিদ্ৰ দেশ— যিখন দেশত ভাতৰ অভাৱত, পানীৰ অভাৱত মানুহ পোক-পৰুৱাৰ দৰে মৰে, সেইখন দেশত পানীক অধ্যয়নৰ বিষয় বুলি কোনেও আজিলৈকে চিন্তা কৰা নাই।

**আলিঃ** আমাৰ মিউনিচিপালিটিৰ পানী যোগান ধৰে চৰকাৰে, কিন্তু সেইবোৰ যদি ব্যক্তিগত খণ্ডলৈ যায়, ধৰক গুৱাহাটীত ৫/১০ টামান প্ৰাইভেট কোম্পানীক পানী যোগানৰ দায়িত্ব দিয়ে আৰু চৰকাৰে যদি সেই পানী পৰীক্ষা কৰে তেতিয়া হয়তো অতি কম সময়ৰ ভিতৰত ভাল পানী যোগান ধৰা হ'ব। এইটো অতি সহজ উপায়।

**বৰগোহাঞিঃ** বৰ সুন্দৰ কথা কৈছে।

**আলিঃ** এইটো ইংলেণ্ডত চাক্‌চেছফুল হৈছে। দেখা গৈছে যে ইংলেণ্ডত পানী যোগান ব্যৱস্থাবোৰ ব্যক্তিগত খণ্ডলৈ দিয়াৰ পিছত দাম বাঢ়িছে যদিও পানীৰ কোৱালিটিও বাঢ়িছে।

**বৰগোহাঞিঃ** দাম বাঢ়িলে কি হ'ব। বেয়া পানী খাই যে বেমাৰ হয় তাতকৈ তো...

**আলিঃ** তাতকৈও কি হৈছে পানীৰ অপব্যৱহাৰ কমিছে। টেপ খুলি থৈ দিয়া অভ্যাস নোহোৱা হৈছে। পানীৰ গুণৰ লগতে পানীৰ সদ্ব্যৱহাৰ হ'ল।

**বৰগোহাঞিঃ** আমাৰ দেশত এইবোৰ থায় নে, কাণত পিন্ধে কাৰো খবৰেই নাই। যি কি নহওক মোৰ খুব দুখ লাগি আছে— আপোনাৰ আৰু বহুত কথা শুনিবলৈ মন গৈছে। সেয়ে আশা কৰোঁ যে আপুনি যেতিয়া পিছৰবাৰ নিজৰ ঘৰলৈ আহিব, তেতিয়া আকৌ এবাৰ লগ পাবলৈ ইচ্ছা কৰিম। আপোনাৰ ইমানবোৰ মূল্যৱান কথা, মই বাৰে বাৰে কৈছো দহ ঘণ্টামান ক'লেও বা শুনিলেও শেষ নহ'লহেঁতেন। যি কি নহওক, আপুনি যিখিনি কথা ক'লে তাৰ প্ৰতিটো শব্দই আমাক সকলোকে খুব চিন্তাৰ খোৰাক দিছে। আপুনি অহাৰ কাৰণে ধন্যবাদ জনাইছো। আপোনাৰ সুদীৰ্ঘ জীৱন আৰু সুস্বাস্থ্য কামনা কৰি আজি আপোনাক বিদায় দিলো। আকৌ লগ পোৱাৰ আশাৰে...

**আলিঃ** নমস্কাৰ। অশেষ ধন্যবাদ।

*(৫ জুন, ২০০৯-ত প্ৰচাৰিত)*

# দিলীপ নুনিছাৰ সৈতে হোমেন বৰগোহাঞি



*"আপুনি যদি বৃহত্তৰ ডিমাৰাজি কৰিব বিচাৰে তেতিয়া আটাইখিনি জিলাৰ সেই ডিমাছা অধ্যুষিত ঠাই বিলাকক আপোনালোকে ঘূৰাই আনিব লাগিব। আপোনালোকে যদি ঘূৰাই আনিব খুজিছে, প্ৰথমতে নাগালেণ্ডৰ পৰা ডিমাপুৰখন ঘূৰাই আনক। কাৰণ ডিমাপুৰেই আছিল হিড়িম্বা ৰাজ্যৰ শেষ ৰাজধানী। যদি হিড়িম্বা ৰাজ্যৰ শেষ ৰাজধানীখনকে ঘূৰাই আনিব নোৱাৰে তেনেহ'লে নগাঁও, কাছাৰ আদি ঠাইবোৰ দাবী কৰিবলৈ আপোনালোকৰ কোনো নৈতিক অধিকাৰ নাই।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ। আজি মোৰ অতিথি দিলীপ নুনিছা। গোটেই অসমতে বিখ্যাত হৈ পৰা ডি এইচ ডি, অৰ্থাৎ ডিমা হালাম দাউগাৰ সম্প্ৰতি তেওঁ অধ্যক্ষ। নুনিছা, যোৱা বহু বছৰ ধৰি উত্তৰ কাছাৰত তেজৰ নৈ বৈ আছে, নৰহত্যা হৈছে, ভাতৃঘাতি সংঘৰ্ষ হৈছে— তাৰ মূলতে ডি এইচ ডি নামৰ সংগঠনটো, যাৰ আপুনি এতিয়া সভাপতি। এই গোটেই ঘটনাবোৰৰ মূলতে আপোনাৰ বা আপোনাৰ সংগীসকলৰ কোনো নৈতিক দায়িত্ব নাইনে?

**দিলীপ নুনিছা ঃ** আমাৰ নৈতিক দায়িত্ব আছে। We are fighting for the peole, we are fighting for the people of Dima Raji. We have responsibility to take up this issue. We are trying to bring under control.

**বৰগোহাঞি ঃ** আপুনি কথাখিনি অসমীয়াত ক'বলৈ চেষ্টা কৰক।

**নুনিছা ঃ** আমি as a সংগঠনৰ নেতা, যিকোনো কৰ্মীয়ে উত্তৰ কাছাৰত চলি থকা এই সংঘাত সাম কটাৰ কাৰণে তথা নিয়ন্ত্ৰণ কৰাৰ কাৰণে চেষ্টা কৰি আছো আৰু ই আমাৰ নৈতিক দায়িত্ব।

**বৰগোহাঞি ঃ** জুবেল গাৰ্লোচা। তেওঁতো এসময়ত ডি এইচ ডিতে আছিল। এতিয়া মই যিটো জানো, তেওঁ ডি এইচ ডিত নাই। ব্ৰেক উইডো নামৰ সংগঠনটোৰ মুৰব্বী হৈ আছে। সেই ব্ৰেক উইডোক আপোনালোকে ডি এইচ ডি বুলি স্বীকাৰ কৰেনে নকৰে?

**নুনিছা ঃ** জুবেল গাৰ্লোচা ডি এইচ ডিৰ নেতা আছিল, কিন্তু সংগঠনৰ নিয়ম-

নীতি ভংগ কৰি তেওঁ ব্লেক উইডো গঠন কৰিছে। এই বিষয়ে সংগঠনৰ কোনো নেতা-কৰ্মীয়ে নাজানে। তেওঁ যিটো সংগঠন গঠন কৰিছে তাত লিখা আছে shadow of 17 widows. .

**বৰগোহাঞি ঃ** তাৰ অৰ্থ কি?

**নুনিছা ঃ** তাৰ অৰ্থ মানে যিটো শেষৰ চাম মেঘনা দলৰ মাৰসকলে ২৮ জন ডিমাছাক হত্যা কৰিছিলে, তাত ১৭ গৰাকী মহিলা বিধৱা হৈছিলে। ইয়াৰ প্ৰতিযোধ হিচাপেই তেওঁ এই ব্লেক উইডো নামেৰে সংগঠন কৰিছে।

**বৰগোহাঞি ঃ** তাৰ মানে কি মাৰবিলাকে বিশজন ডিমাছাক হত্যা কৰিছিলে?

**নুনিছা ঃ** হয়, ২৮ জন।

**বৰগোহাঞি ঃ** তাৰে সোতৰ গৰাকী মহিলা বিধৱা হৈছিল। এতিয়া জুৱেলে তাৰ প্ৰতিশোধ ল'বৰ কাৰণে 'ব্লেক উইডো' গঠন কৰিলে।

**নুনিছা ঃ** এই সংগঠনটো গঠন কৰি তেওঁ নীতি-নিয়ম ভংগ কৰিছে। সেইবাবেই আমাৰ সংগঠনৰ পৰা বহিষ্কাৰ কৰা হৈছে।

**বৰগোহাঞি ঃ** বাতৰি কাগজত বা সংবাদ মাধ্যমত যেতিয়া ডি এইচ ডি জুৱেল গোট, ডি এইচ ডি নুনিছা গোট বুলি কয়। তেতিয়া এনেকুৱা বুজায় যে ডি এইচ ডি দুটা গ্ৰুপ, এটাত আপুনি সভাপতি আৰু এটাৰ জুৱেল। আপোনালোকে কিয় ইয়াৰ প্ৰতিবাদ কৰা নাই?

**নুনিছা ঃ** আমি প্ৰতিবাদ কৰি আছো। এতিয়া সংবাদ মাধ্যমত যিটো ওলায় তাত সদায় ডি এইচ ডি (এন) বা ডি এইচ ডি (জে)। কিন্তু তেওঁ যে এটা বেলেগ সংগঠন গঠন কৰিছে সেই কথা উত্তৰ কাছাৰৰ প্ৰত্যেকজন নাগৰিকে জানে। ডি এইচ ডি এটাহে আছে আৰু সেই ডি এইচ ডিয়ে চৰকাৰৰ লগত আলোচনা কৰি আছে। জাতিৰ সমস্যাৰ বিষযে আলোচনা কৰি আছে। সংবাদ মাধ্যমকো আমি আহ্বান জনাইছো যে কেতিয়াও ডি এইচ ডি (এন) বুলি লিখিব নালাগে। এই প্ৰসংগত প্ৰশ্ন সোধোতে মই কৈছো যে ডি এইচ ডি (এন) হ'লে ডি এইচ ডি (নিৰঞ্জন) হ'ব, ডি এইচ ডি (নুনিছা) নহয়। ডি এইচ ডিত কোনো নুনিছা, গাৰ্লোচা নাই। ডি এইচ ডি—ডি এইচ ডিয়েই। অন্‌লি ওৱান ডি এইচ ডি।

**বৰগোহাঞি ঃ** জুৱেল গাৰ্লোচা আৰু তেওঁৰ সহযোগী গ্ৰেপ্তাৰ হ'ল। তাৰ লগতে সমাজ কল্যান আৰ এইচ খান— তেওঁ এজন শিক্ষা বিষয়া। তেৰোঁ ধৰা পৰিছে। তাৰ কিছুদিন আগতে মোহিত হোজাই। হোজাইৰ তেওঁলোকৰ লগত যোগাযোগ থকা বুলি প্ৰমাণ হৈছে। এই গোটেইবোৰ কথাই এটা প্ৰমাণ নকৰেনে

যে বহুদিন ধৰি চৰকাৰী ধনৰ বিৰাট অপব্যৱহাৰ কৰি ডিমাছাসকলৰ দ্বাৰা গঠিত তাৰ জিলা পৰিষদে এই গাৰ্লোচা গোটক সহায় কৰি সমস্ত প্ৰশাসন যন্ত্ৰটোকেই ব্যৱহাৰ কৰি আছিল। এই কথাটো আপোনালোকে আগতে জনা নাছিল নেকি?

**নুনিছা ঃ** এইটো আমি আগৰ পৰাই জানো। আমি চৰকাৰেকো জনাইছো। ৰাইজৰ ধনৰ এশ ভাগৰ নৱৈ ভাগে তেওঁলোকে পায়। নিজকে বৈপ্লৱিক সংগঠন বুলি দাবী কৰা সেই সংগঠনক এই ধন দি দিছে। তাৰ বিপৰীতে জনসাধাৰণে হাৰাশাস্তি খাইছে।

**বৰগোহাঞি ঃ** চৰকাৰৰ প্ৰত্যক্ষ সহযোগত গাৰ্লোচাৰ নিচিনা মানুহবোৰ ইমান শক্তিশালী হ'ব পাৰিছে। এই বুলি ক'লে তাৰ উত্তৰত আপুনি কি ক'ব? নুনিছা সঁচাকৈয়ে দুখ লগা কথা। উত্তৰ কাছাৰৰ দুৰাৱস্থা দেখিলে আপুনি জানিব। নিগনিৰ অত্যাচাৰ, উগ্ৰপন্থীৰ অত্যাচাৰ। নিগনিয়ে ঝুম খেতি খাই শেষ কৰিলে। লগতে নেতাসকলে ৰাইজৰ ধন বেলেগক দি অপব্যৱহাৰ কৰিলে।

**বৰগোহাঞি ঃ** সেইটো আপুনিও কৈছে, ময়ো কৈছো। কিন্তু দিছপুৰে সেই কথাটো নজনাৰ ৰহস্যটো কি?

**নুনিছা ঃ** উত্তৰ কাছাৰৰ জিলা পৰিষদখনক চোৱা-চিটা কৰাৰ Guardian দিছপুৰ। ছান ইজ হাফলং। অভিভাৱকৰ এটা দয়িত্ব আছে। টকা-পইচাৰ সদ্বব্যৱহাৰ হৈছে নে নাই চোৱাটো। বছৰেকত বা ছমাহত এবাৰ চোৱাটো দিছপুৰৰ দায়িত্ব আছিল।

**বৰগোহাঞি ঃ** সেই দায়িত্বটো পালন কৰিছে নে নাই?

**নুনিছা ঃ** এতিয়ালৈকে কৰা নাই। আমাৰ অসমৰ সচেতন মহলে, অসমৰ মন্ত্ৰী— মুখ্যমন্ত্ৰীৰ পৰা আৰম্ভ কৰি, আগৰে পৰাই, এতিয়াৰ কথা কোৱা নাই— তেওঁলোকে কৈ থাকে— আমি উত্তৰ কাছাৰত টকা দি আছো। তাৰ জনসংখ্যা প্ৰায় দুই লাখহে। যদি টকা দিয়েই আছে তেন্তে কিয় উত্তৰ কাছাৰৰ উন্নতি নহয়!

**বৰগোহাঞি ঃ** উত্তৰ কাছাৰত পৰ্যটনৰ বিৰাট সম্ভাৱনা আছে। পৃথিবীৰ ভিতৰত আটাইতকৈ সুন্দৰ ঠাই এখন সেইখন। কিন্তু আজিলৈকে কোনো পৰ্যটন মন্ত্ৰীয়ে তাত ভুমুকি মৰা নাই। পাৰ্বত্য উন্নয়নৰ কাৰণে যি মন্ত্ৰী আছে তেওঁলোকে যদি সেই টকাবোৰ ক'ত সদ্বব্যৱহাৰ হৈছে অন দ্য স্পট গৈ খবৰ কৰিলেহেঁতেন যে— টকাটো খৰচ কৰা বুলি কৈছা, হৈছেনে নাই? বছৰেকত এবাৰকৈ যদি খবৰ কৰিলেহেঁতেন, তেওঁলোকে সেইটো কেতিয়াবাই জানিলেহেঁতেন। চৰকাৰৰ এটা বিৰাট চোৰাংচোৱা বাহিনী আছে। অৰ্থনৈতিক অপৰাধ শাখা এটা আছে।

তেওঁলোকৰো কোনেও নাজানিলে নে যে এই কোটি কোটি টকা বিদ্রোহীৰ হাতলৈ গৈ আছে আৰু গৈছে কাৰ সহযোগত?— চৰকাৰৰ নিয়ন্ত্ৰণাধীন জিলা পৰিষদৰ সহযোগত। মই লগতে এইটোও কওঁ যে আজি চিদাম্বৰমে গৃহমন্ত্ৰী হৈ ইমান ভীষণ তৎপৰতা নেদেখুওৱা হ'লে, অসমৰ মুখ্য সচিব আৰু ডি জি পিক দিল্লীলৈ মাতি নি নির্দেশ নিদিয়া হ'লে গার্লোচা গ্রেপ্তাৰ হ'লহেঁতেন নে নাই সেই বিষয়েও মোৰ গভীৰ সন্দেহ আছে।

**নুনিছা ঃ** উত্তৰ কাছাৰৰ পর্যটনৰ যি সম্ভাৱনা আছে, সেই বিষয়ে আপুনি নক'লেও মই নক'লেওবা সকলোৱেই আনকি চৰকাৰেও জানে। কিন্তু চৰকাৰৰ পর্যটন বিভাগৰ যিজন মন্ত্ৰী— মন্ত্ৰীয়েই হওক বা অফিচাৰেই হওক তেওঁলোক তালৈ যোৱাৰ আগ্ৰহ প্ৰকাশ কৰা নাই। অসমীয়াত এটা প্ৰবচন আছে যে যতেই ইচ্ছা আছে তাতেই পথ আছে। আমাৰ মন্ত্ৰীসকলৰ ইচ্ছা থাকিব লাগিব, আগ্ৰহ থাকিব লাগিব। ইচ্ছা-আগ্ৰহ থাকিলে ইয়াত পর্যটনৰ কেন্দ্ৰ হ'বই। উত্তৰ কাছাৰৰ বিষয়ে বহুত কেইজন ডাঙৰ মানুহে কৈ গৈছে— দ্য ছুইজাৰলেণ্ড অৱ নৰ্থ ইষ্ট। ছুইজাৰলেণ্ড মই দেখা নাই। তথাপি মই দেখি আহিছো টেলিভিছনত। ছুইজাৰলেণ্ডতকৈ ভালো হ'ব পাৰে। অসম চৰকাৰৰ লগতে ভাৰত চৰকাৰকো কৈছো। লগতে আমাৰ যিটো সচেতন মহল তেওঁলোকেও হেঁচা প্ৰয়োগ কৰিব লাগে যে উত্তৰ কাছাৰ... এতিয়া অসমৰ ৰাইজে কৈ আছে অসমক ভাগ নকৰে বুলি। কিন্তু অসমৰ পৰা·উত্তৰ কাছাৰ এনেয়ে ভাগ হোৱাৰ নিচিনা হৈ আছে। এইটো কাৰণেই আমি আৰু আমাৰ চৰকাৰে এই দিশত গুৰুত্ব দিব লাগিব। যাব লাগিব— যিবিলাক বিভাগীয় মন্ত্ৰী— যেনেকৈ ফৰেষ্ট ডিপাৰ্টমেণ্ট হওক বা ট্যুৰিজিমেই হওক, হিলছ এৰিয়া ডেভলপমেণ্ট মিনিষ্টাৰেই হওক বা কোনোবা মিনিষ্টাৰে এটা ওৱৰ্কশ্বপ বা এটা চেমিনাৰ কৰিবলৈ তাত গৈছে নে? যি আলোচনা চক্ৰৰ জৰিয়তে জনসাধাৰণক আমি সচেতন কৰিব পাৰো। কিন্তু আমাৰ বিভাগীয় মন্ত্ৰীসকলে যেতিয়া নির্বাচনৰ সময় হ'ব বা কোনো কাৰণত প্ৰয়োজন হ'ব বা ডেনজাৰ চিটুৱেশ্বন আহিব তেতিয়া যায়। এই বিলাকেই উত্তৰ কাছাৰৰ ড্ৰ বেকছৰ কাৰণ, অর্থাৎ পিছ পৰি ৰোৱাৰ কাৰণ এয়া। বৰ্তমান যি কাউণ্টাৰ কিলিং হৈ আছে ইয়াৰ মুখ্য কাৰণ হ'ল চিভিল এডমিনিষ্ট্ৰেশ্বন বা অসমৰ হোম ডিপাৰ্টমেণ্ট, তেওঁলোকৰ গুৰুত্ব থাকিব লাগিব।

**বৰগোহাঞি ঃ** আপুনি থাকিব লাগিব বুলি এইটো ক'ব বিচাৰিছে যে আচলতে নাই।

**নুনিছা ঃ** গুৰুত্ব নিদিয়াৰ নিচিনা হৈ আছে। ভাৰত এক সাৰ্বভৌম দেশ— য'ত উত্তৰ কাছাৰৰ মাজেৰে ১২০ কি.মি. ব্ৰডগজ ৰেললাইন গৈ আছে, তাতে ট্ৰেনখন ব্লেক উইডই বিচাৰিলে বন্ধ কৰিব পাৰে, ব্লেক উইডই বিচা৷ৰলে চলাব পাৰে। ব্লেক উইড সৰু এটা সংগঠন। অথচ এই সংগঠনটোৱে ভাৰতৰ সাৰ্বভৌমত্বক ভাবুকি দি আছে। এতিয়া চিদাম্বৰম গৃঃ মন্ত্ৰী হোৱা লগে লগে অসমৰ মুখ্য সচিব, ডিজিপিক মাতিলে আৰু মাতি কি নিৰ্দেশ দিলে আমি নাজানো; কিন্তু...

**বৰগোহাঞি ঃ** কিন্তু তেতিয়াৰ পৰাইতো একশ্বন ল'লে।

**নুনিছা ঃ** একশ্বনৰ পৰাই আমি জানিছো যে তেওঁ ডিটাৰমাইণ্ড লিডাৰ। দেশৰ কাৰণে কাম কৰিছে। He knows that the soverignty of India is threatened by Black Widow.

**বৰগোহাঞি ঃ** অৱশেষত জুৱেল গাৰ্লোচা ধৰা পৰিছে। তেওঁৰ ঘনিষ্ঠ সহযোগীও ধৰা পৰিছে। তেওঁৰ কেইবাজনো ঘনিষ্ঠ সহযোগী ইতিমধ্যে পুলিচৰ গুলিত নিহতও হৈছে। ইয়াৰ পিছত উত্তৰ কাছাৰৰ পৰিস্থিতি কি হ'ব বুলি আপুনি অনুমান কৰে?

**নুনিছা ঃ** বৰ্তমান যিটো পৰিস্থিতি এইটো নিয়ন্ত্ৰণ কৰাটো চৰকাৰৰ দায়িত্ব। তথাপিও আমাৰ এটা নৈতিক দায়িত্ব আছে। উত্তৰ কাছাৰ বাসীৰ কাৰণে এটা কৰ্তব্য আছে। যিকোনো উগ্ৰপন্থী গ্ৰেপ্তাৰ কৰাৰ পাছত তেওঁলোকক ষ্ট্ৰিক্টলি ৰাখিব লাগে। উদাহৰণ দিব বিচাৰিছো— শেহতীয়াভাৱে ডানিয়েল ডিমাছা, নাকো ডিমাছা, লাকো ডিমাছা জেলৰ পৰা ৰাতিপুৱাই পলাই গৈছে— বন্দুক লুট কৰি। জেলৰ ভিতৰতে পিষ্টল লৈ গৈছে, গ্ৰেনেড চিনিটা লৈ গৈছে। মাংসৰ ভিতৰতে পিষ্টল নিছে বুলি সিহঁতে কৈছে— এতিয়া ইহঁত পলাই যোৱাৰ আৰু ধৰা পৰাৰ পিছত কিলিং কম হৈছে। এম্বুচ কম হৈছে। যেতিয়া পলাই গৈছে মই তেতিয়াই এছ পিক কৈছিলো যে কিলিং বাঢ়িব, আপোনালোকে কিবা কৰক। এই তিনিজন পলাই যোৱাৰ পিছত কিলিং আৰু বেছি হৈছিল। যিহেতু গাৰ্লোচা এতিয়া গ্ৰেপ্তাৰ হ'ল, তেওঁলোকৰ চাৰি-পাঁচজন গ্ৰেপ্তাৰ হ'ল তেওঁলোকক কেনেকৈ ৰাখিব এই বিষয়ে গভৰ্ণমেণ্টৰ জেল অথৰিটিয়ে ভালকৈ নজৰ ৰাখিব লাগে। লগতে মই এইটোও ক'ব বিচাৰো যে জুৱেলৰ যিবিলাক ল'ৰা এতিয়া জংঘলত আছে, মই তেওঁলোকক ক'ব বিচাৰিছো যে যদি আপোনালোকে ডিমাছাৰ কাৰণে যুঁজ দিবলৈ ওলাইছে, ডিমাছাৰ ৰাজনৈতিক সুৰক্ষাৰ কাৰণে ওলাইছে আৰু অসম চৰকাৰে বা উত্তৰ কাছাৰ জিলা পৰিষদে ডিমাছা বসতি প্ৰধান অঞ্চলৰ উন্নয়ন কৰা নাই বুলি

ভাবিছে— ধুৰক ৰাস্তা বনোৱা নাই, পাব্লিক হেলথ বা যিকোনো কাম নকৰা কাৰণে আপোনালোকে উন্নয়নৰ দিশত চকু ৰাখিব লাগিব। উন্নয়ন হ'ব, মাত্ৰ এই হত্যা তেওঁলোকে বন্ধ কৰিব লাগিব। হত্যাই সমাধান আনিব নোৱাৰে। আৰু তেওঁলোকে ভাবিব লাগিব যে সমাধান কৰিবলৈ হ'লে টেবুলত আহি বা চৰকাৰৰ লগত নবহিলে কেতিয়াও সমস্যা সমাধান নহয়। তেওঁলোকৰ কি সমস্যা আছে আৰু আমি কি সমস্যা লৈ দিল্লী, দিছপুৰৰ লগত আলোচনা কৰি আছো এই কথাটো জানি-বুজি হত্যা বন্ধ কৰিব লাগে। বিভিন্ন জাতিৰ যিবোৰ মানুহ আছে তেওঁলোকৰ অধিকাৰক সন্মান জনাব লাগে। লগতে আমাৰ ডিমাছাৰ এন জি অ' বিলাক, ডিমাছাৰ যিবোৰ মাতৃ সংগঠন আছে যেনেকৈ আই নেচ, ডি পি চি আছু, ডি ই চি ইত্যাদি যিবিলাক আছে তেওঁলোকৰ এইটোৱেই দায়িত্ব যে তেওঁলোকে কেতিয়াও ইনষ্ট্ৰিগেশ্বন, কনস্পিৰিচি ধৰণৰ মন্তব্য কৰিব নালাগে।

**বৰগোহাঞিঃ** তেওঁলোকে কয় নেকি?

**নুনিছাঃ** কোনোবাই হয়তো ক'ব পাৰে, কেতিয়াবা মিছ গাইড হ'ব পাৰে সেইটো ক'বলৈ নাযাওঁ, মাত্ৰ সকলোৱে মিলি চেষ্টা কৰিব লাগিব।

**বৰগোহাঞিঃ** আজি অকল মানুহ মৰাই নহয়— ট্ৰেইন চলিবলৈ দিয়া নহয় বা বাৰে বাৰে ট্ৰেইনৰ ওপৰত আক্ৰমণ কৰি ট্ৰেইন চলাচল স্তব্ধ কৰি দিয়া হৈছে, তাৰ ফলত— উত্তৰ কাছাৰত নিজৰ উৎপাদন একো নাই। বাহিৰৰ পৰা খোৱা বস্তু নগ'লে তাত নিমখ অকণো নাই। মই ইয়াৰ পৰা শুনামতে তাত এনেকুৱা অৰ্থিক সংকট হৈছে যে চাউল পাবলৈ নাই, দাইল পাবলৈ নাই, নিমখ পাবলৈ নাই। যদি ৰেলগাড়ী চলিবলৈ নিদিয়ে মানুহে তাত খাব ক'ৰ পৰা। সেইটো গোটেইখিনি মানুহে— অন্ততঃ উত্তৰ কাছাৰৰ, এইটোওটো প্ৰতিবাদ কৰিব পাৰিলেহেঁতেন যে ৰেলগাড়ী খিনিক আক্ৰমণ কৰি গোটেই উত্তৰ কাছাৰবাসীক তেওঁলোকে মাৰিব খুজিছে। এটা আত্মহত্যাৰ পথলৈ লৈ গৈছে। আপোনালোকে তাৰ কিয় প্ৰতিবাদ কৰা নাই?

**নুনিছাঃ** ছাৰ, আমি প্ৰতিবাদ কৰিছো। ধৰ্ণা দিয়াৰ আমাৰ নিয়ম নাই, আমি আন কিবা কৰিবলৈ আমাৰ নিয়ম নাই...

**বৰগোহাঞিঃ** অকল আপোনালোকৰ বুলি মই কোৱা নাই। ডি. এইচ ডি বুলি কোৱা নাই। তাৰ গোটেই মানুহবোৰে এটা সামূহিক স্বাৰ্থত আজি বিভিন্ন জনজাতীয়— ডিমাছা, মাৰ যদিও এতিয়া কাৰো মিল নাই কিন্তু সেইটো সুযোগ লৈছে জুৱেলৰ দৰে মানুহবোৰে। কাৰণ তাত ঐক্যবদ্ধ জনমত বুলি কোনো বস্তু নাই।

**নুনিছা ঃ** মই সেইটো কৈছোঁ যে আমাৰ উত্তৰ কাছাৰবাসী ঐক্যবদ্ধ হৈ এই হত্যাৰ প্ৰতিবাদ কৰিব লাগিব। তেতিয়াহে এইটো ৰোধ কৰিব পৰাৰ সম্ভাৱনা আছে। বৰ্তমান ৰেলৰ ওপৰত যি আক্ৰমণ হৈছে, আপুনি কোৱাৰ দৰে ৰেলৰ ওপৰত আক্ৰমণ, বাছৰ ওপৰত আক্ৰমণ বা বিজ্ঞিলেণ্ড মহাস্বৰ্গৰ ওপৰত আক্ৰমণ— এইটো আত্মহত্যা বুলি কোৱাটোহে উপযুক্ত হ'ব।

**বৰগোহাঞি ঃ** ডি এইচ ডিৰ প্ৰতিষ্ঠা কিয় হৈছিলে এটা বাক্যত কওকচোন। আপোনালোকৰ উদ্দেশ্য কি আছিল?

**নুনিছা ঃ** হিড়িম্বা ৰাজ্যৰ যিমান জাতি-প্ৰজাতি আছিলে, হিড়িম্বা ৰাজ্যত আমাৰ ৰাজনৈতিক সুৰক্ষা নাই। অসমত যদিও ৰাজনৈতিক সুৰক্ষা আছে আমাৰ ডিমাছাৰ নাই, সেয়ে ডিমাৰাজি এখন ৰাজ্য গঠনৰ উদ্দেশ্য লৈ ডি এইচ ডি গঠন হৈছে। এই ৰাজ্য গঠনৰ ভিতৰতে ৰাজনৈতিক, সাংস্কৃতিক, ভাষা-সাহিত্যৰ সুৰক্ষা হ'ব বুলি ভাবোঁ আৰু সেইটো উদ্দেশ্য লৈ সংগঠনটো গঠন কৰা হৈছিল।

**বৰগোহাঞি ঃ** ডিমাছা আজি নাগালেণ্ডত আছে, কাছাৰত আছে, কাৰবি আংলঙত আছে। আপুনি যদি বৃহত্তৰ ডিমাৰাজি কৰিব বিচাৰে তেতিয়া আটাইখিনি জিলাৰ সেই ডিমাছা অধ্যুষিত ঠাই বিলাকক আপোনালোকে ঘূৰাই আনিব লাগিব। আপোনালোকে যদি ঘূৰাই আনিব খুজিছে, প্ৰথমতে নাগালেণ্ডৰ পৰা ডিমাপুৰখন ঘূৰাই আনক। কাৰণ ডিমাপুৰেই আছিল হিড়িম্বা ৰাজ্যৰ শেষ ৰাজধানী। যদি হিড়িম্বা ৰাজ্যৰ শেষ ৰাজধানীখনকে ঘূৰাই আনিব নোৱাৰে তেনেহ'লে নগাঁও, কাছাৰ আদি ঠাইবোৰ দাবী কৰিবলৈ আপোনালোকৰ কোনো নৈতিক অধিকাৰ নাই। তাত যদিও ডিমাছা সংখ্যাগৰিষ্ঠ; কিন্তু তাত আৰু বাৰ-তেৰটা জনগোষ্ঠী আছে। সেই ডিমাৰাজিত তেওঁলোকৰ অৱস্থা কি হ'ব? তেওঁলোকৰ ৰক্ষণাবেক্ষণ দিয়া হ'ব নে নহয়? কাৰণ তেওঁলোকৰ লগত যদি আলোচনা কৰি তেওঁলোকক আপোনালোকৰ দাবীৰ সমৰ্থনত থিয় কৰাব নোৱাৰে তেতিয়াহ'লে গোষ্ঠীগত সংঘৰ্ষ চিৰকাল চলি থাকিব।

**নুনিছা ঃ** ডিমাপুৰ আমাৰ প্ৰাপ্য, ডিমাপুৰ...

**বৰগোহাঞি ঃ** সেইটো আমি জানো।

**নুনিছা ঃ** এইটো দাবী কৰাৰ আমাৰ অধিকাৰ আছে, পোৱাটো চৰকাৰৰ ওপৰত নিৰ্ভৰ কৰিব। আমি বিচাৰিছো আৰু তাৰ বাবে ফাইট কৰিছো। আমি আলোচনা কৰি আছো। এইটো ডিমাৰাজিৰ পৃথক ৰাজ্য হ'লেও বিভিন্ন জাতিৰ সংস্কৃতি বা ভাষাৰ প্ৰতি ভাবুকি হ'ব বুলি আমি নাভাবোঁ। We are fighting for all the people...

**বৰগোহাঞি ঃ** কিন্তু এতিয়াতো জুৱেল গ্ৰুপে, আপোনালোকে ক'লে যে জেমি নগা সকলৰ এটা দলে ২৮ জন ডিমাছা মানুহক হত্যা কৰিছিলে। তাৰ প্ৰতিশোধৰ কাৰণেই আজি জেমি নাগাৰ ওপৰত এটা আক্ৰমণ চলি আছে। কিন্তু এই আক্ৰমণ, প্ৰত্যাক্ৰমণ যদি চলি থাকে তেতিয়া এখন ক্ষুদ্ৰ জিলাৰ এটা ক্ষুদ্ৰ জনসংখ্যা ঐক্যবদ্ধ হ'ব নোৱাৰিব। তাৰ অৰ্থ এই গোষ্ঠীগত ৰক্তাক্ত সংঘৰ্ষ চিৰকাল চলি থাকিব।

এই যে নাগাৰ লগত ডিমাছাৰ সংঘৰ্ষ হৈছে, বা বিভিন্ন জনজাতিবিলাকে, ক্ষুদ্ৰ জনজাতি বিলাক যিসকল ডিমাছা নহয় তেওঁলোকে ভয় কৰিছে। এই বিষয়ত ডি এইচ ডিৰ সভাপতি হিচাপে আপোনাৰ বক্তব্য কি?

**নুনিছা ঃ** থাৰ্ড, ফ'ৰ্থ বা আউট চাইডাৰ অৱ দ্য ষ্টেট কোনোবা গ্ৰুপ এটা আছে যিটোৱে আমাৰ সমস্যাটো সমাধান হোৱাটো নিবিচাৰে।

**বৰগোহাঞি ঃ** সেইটো গ্ৰুপ কোন?

**নুনিছা ঃ** মই কৈ আছো— এতিয়া আমাৰ যিটো সমস্যা আজি আমি আলোচনা কৰি আছোঁ, সমস্যাটো সমাধান হ'লে প্ৰতিটো জনগোষ্ঠীয়ে আনডাৰ দ্য কনষ্টিটিউশ্বন অব্ ইণ্ডিয়া সুৰক্ষিত হৈ থাকিব। প্ৰতিটো জনগোষ্ঠীয়ে গণতান্ত্ৰিকভাৱে দিল্লীত যিটো ধৰ্ণা দিছে তাত সমৰ্থন আগবঢ়াইছে; কিন্তু বৰ্তমান যিটো সংঘাত সৃষ্টি হৈছে ইয়াৰ আঁৰত গ্ৰুপ বহুত আছে। যিটোৱে আমাৰ সমস্যাটো সমাধান হোৱাটো নিবিচাৰে।

**বৰগোহাঞি ঃ** সেই গ্ৰুপবোৰ আপুনি চিনাক্ত কৰিব পাৰিছেনে নাই?

**নুনিছা ঃ** বৰ্তমানৰ যিটো গ্ৰুপে সংঘাত লগাই আছে আৰু যি বাহিৰৰ পৰা কাৰ্বি আংলং, নাগালেণ্ডৰ পৰা যিবিলাক ফ'ৰ্চ তাত প্ৰেজেণ্ট আছে তেওঁলোকেই এইটো কৰাৰ বেছি সম্ভাৱনা আছে। এন এছ ছি এন (আই এম) বা এন এছ ছি এন। তেওঁলোকৰ যুদ্ধ-বিৰতিৰ সীমা নাগালেণ্ডৰ ভিতৰত। কিন্তু অসমৰ উত্তৰ কাছাৰ জিলাত তেওঁলোকে মুকলিভাৱে আছে, লগত অস্ত্ৰ-শস্ত্ৰ লৈ আছে। তেওঁলোকে মুকলিভাৱে লোধি গাঁৱত আছে বা বেলেগ কোনো গাঁৱত আছে। কেতিয়াবা চিকিওৰিটি ফ'ৰ্চ লগত আছে বা কেতিয়াবা পাব্লিক লগত আছে। এইটো কৰি থাকে। তেওঁলোকৰ এই প্ৰেজেন্সক কোনোবাই আমাৰ উত্তৰ কাছাৰৰ জেমী নাগা ভাইসকলক উচটনি দিছে নেকি...

**বৰগোহাঞি ঃ** আপোনাৰ ইংগিতটো বুজি পালো। আপোনাৰ মতে অদূৰ ভৱিষ্যতত আৰু সুদূৰ ভৱিষ্যতত তাত কি কি ঘটনা ঘটিব?

**নুনিছা ঃ** গাৰ্লোচা গ্ৰেপ্তাৰ হোৱাৰ পিছত তেওঁলোকৰ যিসকল কেডাৰ আছে, তেওঁলোকে "আমি জুৱেল নহ'লেও কাম কৰি যাম" বুলি কৈ আছে। কিন্তু ভাল কাম কৰিবনে বেয়া কাম কৰিব সেইটোহে কথা। মই ভাবোঁ ভাল কাম কৰিব লাগে, চৰকাৰৰ লগত আলোচনা কৰিব লাগে। নিজৰ জাতি বা বিভিন্ন জাতিৰ মাজত মিলা-প্ৰীতিৰ ভাব আনিব লাগে আৰু হত্যা বন্ধ কৰিব লাগে।

**বৰগোহাঞি ঃ** আপুনি তেওঁলোকৰ লগত সম্পৰ্ক স্থাপনৰ চেষ্টা নকৰে কিয়?

**নুনিছা ঃ** মই চেষ্টা কৰিছো। আগতেও কৰিছিলো। গাৰ্লোচাৰ সদস্য ৭০/৯০ ভাগ আহি গৈছিলে। কিন্তু কাৰোবাৰ উচটনিত পুনৰ গুচি গ'ল। এতিয়াও মই চেষ্টা কৰি আছো। তেওঁলোক আমাৰ নিজৰ ব্ৰাডাৰচ, জেমিন'গা বা ডিমাছা বা ব্লেক উইডই হওক নিজৰে ভাই, নিজৰ ঘৰৰ দৰে মই ভাবোঁ। তেওঁলোকক আমি আহ্বান জনাওঁ যে হত্যাৰ পথ এৰি ভাল পথত আহি যাওক। চৰকাৰে আমাৰ সমস্যা শুনি আছে। ৰাজা গোবিন্দ্ৰ চন্দ্ৰই ১৮২৪ চনৰ ৬ মাৰ্চত চুক্তি কৰিছিলে ব্ৰিটিছৰ লগত। সেই ১৮২৪-ৰ পৰা ২০০৯ চনলৈ আজি ১৮০ বছৰৰ পিছত ডিমাছাৰ কোনোবা নেতাই ভাৰত চৰকাৰৰ লগত হিড়িম্বা ৰাজ্য হেৰুওৱাৰ পাছত আজি আলোচনা কৰিছে। বুৰঞ্জীমূলক আলোচনাৰ এই সময়ক আমি ভালদৰে ব্যৱহাৰ কৰিব লাগে, কেতিয়াও হত্যাৰ দিশে যাব নালাগে।

**বৰগোহাঞি ঃ** আপুনি এতিয়া ভৱিষ্যত সম্পৰ্কে আশাবাদী নে নিৰাশাবাদী?

**নুনিছা ঃ** আমি আশাবাদী যে, আমাৰ সমস্যাটো সমাধান হ'লে উত্তৰ কাছাৰ হওক বা...

**বৰগোহাঞি ঃ** সমাধান হ'লেহে। সমাধানতো নহ'বও পাৰে, তেতিয়া কি হ'ব?

**নুনিছা ঃ** সমাধান আমি বিচাৰিম। সমাধান হ'ব বুলি আমি আশাবাদী। মিজোৰামৰ দৰে ডাঙৰ সমস্যা সমাধান হ'ল, অসমৰ যিটো বড়োলেণ্ড সমস্যা সিও সমাধান হ'ল, গতিকে আমাৰ কিয় নহ'ব।

**বৰগোহাঞি ঃ** বাৰু আপোনাৰ আশাবাদৰ প্ৰশংসা কৰি আৰু এইটো আশা কৰি যে ডিমাছাসকলৰ বাবে উত্তৰ কাছাৰৰ নতুন প্ৰজন্মৰ এজন শীৰ্ষ নেতা হিচাপে আপুনি উত্তৰ কাছাৰলৈ শান্তি ঘূৰাই আনিবলৈ, সমৃদ্ধি ঘূৰাই আনিবলৈ চেষ্টা কৰিব, ইয়াকে আশা কৰি আজিৰ আলোচনা সমাপ্ত কৰিলোঁ।

*(১৫ জুন, ২০০৯-ত প্ৰচাৰিত)*

# ডাঃ জয়ন্ত বিশ্ব শৰ্মাৰ সৈতে হোমেন বৰগোহাঞি



*"বিশ্ব স্বাস্থ্য সংস্থাই ২০০৩-'০৪ চনত এটা কেম্পেইনিং কৰিছিলে যে Clean care is safer care আৰু এই clean care provide কৰিবৰ কাৰণে তেওঁলোকে যিখিনি ব্যৱস্থাৱলী যুগুত কৰি উলিয়াইছিলে তাৰ ভিতৰত এটা হ'ল যে হাত পৰিষ্কাৰ কৰিব লাগে। আৰু হাত পৰিষ্কাৰ কৰিব লাগিলে খৰচৰ প্ৰশ্নই উত্থাপন নহয়। আজি হস্পিটালখনলৈ গ'লে আপুনি আটকধুনীয়া কোঠা দেখা পাব, কোটিটকীয়া সঁজুলি দেখা পাব কিন্তু হাত ধুবৰ বাবে বেচিন এটা দেখা নাপায়।"*



**হোমেন বৰগোহাঞি ঃ** নমস্কাৰ আৰু স্বাগতম। আজি মোৰ অতিথি ডাঃ জয়ন্ত বিশ্ব শৰ্মা। তেখেতে যোৱা ১২ বছৰ ধৰি ইংলেণ্ডত চিকিৎসক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। তেখেত মূলতঃ এজন ক্লিনিকেল মাইক্ৰ'বায়'লজিষ্ট। তেখেতে মানচেষ্টাৰ বিশ্ববিদ্যালয়ৰ পৰা ভায়ৰ'লজী, মলিকুলাৰ মাইক্ৰ'বায়'লজি আদি বিষয়ত ফেল'শ্বিপ পাইছিলে। বৰ্তমানে তেওঁ তিনিখন হাস্পতাল, পাঁচটা কমিউনিটী হাস্পতাল লগত জড়িত হৈ থকাৰ উপৰি আৰু নিউকেছল ইউনিভাৰ্ছিটীৰ ক্লিনিকেল লেক্‌চাৰাৰ।

আমাৰ হাস্পতাল বিলাকত পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ মানটো ডাঃ শৰ্মাক বিষয়ে মই পঢ়া-শুনা কৰি জানিব পাৰিছো যে Hospitals and Doctors can kill । মানুহ হাস্পতাললৈ যায় কিয়? বেমাৰ হ'লে আৰোগ্য লাভ কৰিবৰ বাবে হাস্পতালত ভৰ্তি হয়। আশা কৰে যে তেওঁ হাস্পতালৰ পৰা নতুন জীৱন লৈ ঘূৰি আহিব। কিন্তু আমেৰিকাত তেনেকৈ ভৰ্তি হোৱা ৮০ হাজাৰ লোকৰ প্ৰতি বছৰে মৃত্যু হয়। Hospital Related disease যেনে, হাস্পতালৰ অপৰিষ্কাৰ পৰিবেশৰ কাৰণে যিবোৰ ৰোগ হয় সেইটোক Noso-comial disease বুলি কয়। এতিয়া অসমৰ হাস্পতাল অলপ উন্নত হ'লেও মোৰ মতে সেইটো আন্তৰ্জাতিক মানৰ পৰিষ্কাৰ-পৰিচ্ছন্ন হোৱা নাই।

**ড° জয়ন্ত বিশ্ব শৰ্মা ঃ** আপুনি এটা গুৰুত্বপূৰ্ণ বিষয় উত্থাপন কৰিছে আৰু

আজিৰ দিনত এই মুহূৰ্তত আমি যে কথা পাতি আছো, এই মুহূৰ্তত ১.২ নিযুত মানুহ ন'জ'-কমিয়েল ৰোগত আক্ৰান্ত হৈ আছে।

**বৰগোহাঞিঃ** কিমান মানুহ?

**শৰ্মাঃ** ১.২ নিযুত মানুহ। আৰু আপুনি কোৱা ধৰণে ৮০ হাজাৰ লোকৰ মৃত্যু হয় আমেৰিকাৰ নিচিনা দেশত। আৰু তেওঁলোকৰ দেশত বছৰি ২ নিযুত লোকৰ Serious infection হয় আৰু তাৰ ভিতৰত ৮০ হাজাৰ লোকৰ মৃত্যু হয়। ইংলেণ্ডত বছৰি ১০০ হাজাৰ লোকৰ ইন্‌ফেকচন হয় হস্পিটেলত, Hospital acquired infection-ত। আৰু তাৰে ৫ হেজাৰ মানুহ মৰে।

**বৰগোহাঞিঃ** আপুনি ক'ব খোজে নেকি যে বিলাত আমেৰিকাৰ নিচিনা দেশৰো হাস্পতালবোৰৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ মান আশানুৰূপভাৱে উন্নত নহয়?

**শৰ্মাঃ** এইখিনিতে আপোনাক মই এটা কথা কওঁ। আমি যিটো আপাততঃ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ কথা কওঁ সেইটো actually সিমান জৰুৰী নহয়। আচলতে জৰুৰী বিষয়টো আমি বীজাণুৰ সংক্ৰমণ কেনেকৈ এজন বেমাৰীৰ পৰা সিজন বেমাৰীলৈ যোৱাটো ৰোধ কৰিব পাৰো। বা হস্পিটেলৰ পৰিবেশত ধৰক এটা চিংক, বা এটা লেতেৰা বাথৰুম— এইবিলাক বীজাণুৰ উৎস— তাৰ পৰা কেনেকৈ আমি বীজাণু বেমাৰীৰ গা-লৈ অহাটো ৰোধ কৰিব পাৰো। আৰু এতিয়া সন্দেহাতীতভাৱে এইটো প্ৰমাণিত হৈছে যে বেছিভাগ বীজাণু আচলতে ডাক্টৰ আৰু নাৰ্চৰ হাতৰ পৰা এজন বেমাৰীৰ পৰা আন এজন বেমাৰীলৈ সংক্ৰমণ হয়।

**বৰগোহাঞিঃ** ডাক্টৰ আৰু নাৰ্চৰ হাতৰ পৰা!

**শৰ্মাঃ** হয়, ডাক্তৰ আৰু নাৰ্চৰ হাতৰ পৰা।

**বৰগোহাঞিঃ** আপুনি যে কাম কৰি আছে বিলাতত ১২ বছৰি ধৰি, তাত ডাক্তৰ, নাৰ্চ বিলাকতো খুব সচেতন।

**শৰ্মাঃ** এইটো আমাৰ ধৰণা যে বিলাতৰ সকলোবিলাক বস্তুৱেই ভাল।

**বৰগোহাঞিঃ** তুলনামূলকভাৱে ভাল।

**শৰ্মাঃ** তুলনামূলকভাৱে ভাল; কিন্তু মই আপোনাক এটা পৰিসংখ্যা দিওঁ। আজিৰ পৰা ৪-৫ বছৰৰ আগৰ গৱেষণাৰ article এটাৰ মতে ডাক্তৰ আৰু নাৰ্চৰ যিটো হেণ্ড হাইজিন কমপ্লাইন্স বুলি কোৱা হয়— যেতিয়া তেওঁলোকে এজন বেমাৰীক পৰীক্ষা কৰাৰ পিছত দ্বিতীয় এজন বেমাৰীক পৰীক্ষা কৰিবলৈ যায় সেই

মাজৰ-সময়খিনিত তেওঁলোকে হাতখন পৰিষ্কাৰ কৰিব লাগে। এই পৰ্যায়লৈ তেওঁলোকক আনিবলৈ হাস্পতাল কৰ্তৃপক্ষই বহুত প্ৰচেষ্টা চলোৱাৰ পিছতো ৪০ বা ৫০ শতাংশহে সফল হৈছে।

**বৰগোহাঞিঃ** তাৰ কাৰণ কি? ডাক্তৰবিলাকৰ নিজৰ কৰ্তব্যবোধ, দায়িত্ববোধ বোলা বস্তুটো নাইনে কি?

**শৰ্মাঃ** কৰ্তব্যবোধ তেওঁলোকৰ আছে, কিন্তু সচেতনতাৰ অভাৱ। আজি ইমানদিনে আমি ভাবি আছিলো যে ন'জ'-কমিয়েল ইনফেক্‌চন প্ৰতিৰোধ কৰিব পৰা নাযায়। কাৰণ বিশেষকৈ উন্নত দেশৰ হস্পিটেলত আপুনি যদি দেখে বেছিভাগ বেমাৰীয়েই Immune compromise, মানে তেওঁলোকৰ নিজৰ প্ৰতিৰোধ ক্ষমতা নাই। কাৰণ তেওঁলোক যথেষ্ট বয়সীয়া। উন্নত দেশৰ বেমাৰী যথেষ্ট বয়সীয়া।

**বৰগোহাঞিঃ** তদুপৰি বহুদিন বেমাৰত পৰি থাকিলে...

**শৰ্মাঃ** ক্ৰণিক বেমাৰ আৰু যথেষ্ট ইণ্টাৰভেনচন যেনে, তেওঁলোকৰ প্ৰষ্টিটিক হীপ আছে... গতিকে তেওঁলোক ভাললনাৰেবোল। তেওঁলোক আক্ৰান্ত হোৱাৰ সম্ভাৱনা অতিকৈ বেছি। সেই গতিকে এটা ভাব হৈছিলে যে এইটো প্ৰতিৰোধ কৰিব পৰা নাযায়। গতিকে ডাক্তৰ-নাৰ্ছ হিচাপে আমাৰ কৰিবলগীয়া একো নাই। কিন্তু আজি ৫-৬ বছৰৰ আগৰ পৰা এটা যুগান্তকাৰী পৰিৱৰ্তন আহিছে, এইক্ষেত্ৰত আমি যেনেকৈ সন্ত্ৰাসবাদৰ ক্ষেত্ৰত কওঁ 'জিৰ' টলাৰেন্স'— সন্ত্ৰাসবাদক সহ্য কৰা নহ'ব ঠিক তেনেধৰণে এতিয়া কথা হৈছে যে Hospital acquired infection সহ্য কৰা নহ'ব। Zero tolerance to Noso-comial infection. আৰু মই দেখিছো যে এই সচেতনতা বৃদ্ধিৰ লগে লগে আৰু হস্পিটেল কৰ্তৃপক্ষই যেতিয়া Noso-comial infection-ৰ ক্ষেত্ৰত এটা মানদণ্ড ধৰি দিলে আমি ভাবিব নোৱৰা ধৰণে Hospital acquired infection-ৰ মাত্ৰা কমি আহিছে।

**বৰগোহাঞিঃ** আমাৰ দেশৰ হাস্পতালবোৰৰ যিটো পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ মান বা ডাক্তৰসকলৰ যিটো কৰ্তব্যবোধ, দায়িত্ববোধ সেই বিষয়ে আপুনি কি ক'ব?

**শৰ্মাঃ** আমাৰ কিছুমান বেছিক অসুবিধা আছে। যিবিলাক এতিয়া লাহে লাহে দূৰ হ'বলৈ ধৰিছে। ছাৰ্জাৰী কৰাৰ পিছত আমাৰ যিটো অংগ উলিয়াই অনা হয় সেইটো কেনেকৈ dispose কৰা হ'ব, কেনেকৈ সেইটো dispose কৰিলে পৰিৱেশ দূষিত নহয় এই ক্লিনিকেল ৱেষ্ট মেনেজমেণ্টত সচেতনতাৰ অভাৱ দেখা পাওঁ।

**বৰগোহাঞিঃ** গুৱাহাটী মেডিকেল কলেজৰ হাস্পতালৰ অৱস্থা আনতকৈ

বহুতো উন্নত হৈছে বুলি আমি শুনিবলৈ পাইছো। আপুনি এইবাৰ আহোঁতে তালৈ গৈছে নেকি এবাৰমান?

**শৰ্মা ঃ** মই গৈছো। মই ভাবোঁ যে গুৱাহাটী মেডিকেল কলেজ হস্পিটেলখন এতিয়া এক ৰূপান্তৰৰ পৰ্যায়ত (Transitional stage) আছে। আপুনি যিফালেই যায় দেখিবলৈ পাব যে কন্সট্ৰাকচন চলি আছে। নতুন ধৰণৰ সঁজুলি আনিবৰ কাৰণে তেখেতসকলে ৰুম বনাই আছে, হয়তো নতুন ৱাৰ্ড বনাই আছে। গতিকে এইটো এটা transitional phase.

**বৰগোহাঞিঃ** মইতো এটা বিষয়ত লাগি আছো। তাৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ মানটো আপোনাৰ চকুত কেনেকুৱা?

**শৰ্মা ঃ** পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ মান যদি মই একে আষাৰে ক'বলৈ যাওঁ তাৰ difference টো জল্‌জল্ পট্‌পট্। মই কাম কৰা হস্পিটালখনত সোমালে আপুনি হস্পিটাল বুলি নাভাবিব। আপুনি ভাবিব যে মই এখন হোটেললৈ আহিছো। এনেধৰণৰ ভাব হ'ব।

**বৰগোহাঞিঃ** ইয়াত যে সিমানখিনি পৰিষ্কাৰ নহয় তাৰ কাৰণ কি বুলি ভাবে আপুনি? অৰ্থৰ অভাৱৰ বাবে পৰিষ্কাৰ হ'ব নোৱাৰেনে আমাৰ মানুহবোৰ স্বাভাৱিকতেই লেতেৰা?

**শৰ্মা ঃ** যোৱা সপ্তাহত আমাৰ ইয়াতে এখন মাইক্ৰ'বায়'লজি বিষয়ক কনফাৰেন্স হৈছিলে। তাত মই 'টক' এটা প্ৰদান কৰিছিলো। আৰু গোটেই বিষয়টোৱেই আছিল Hospital acquired infection. কেনেকৈ এইটো কম খৰচত ৰোধ কৰিব পৰা যায়। মই তাতে জুকিয়াই এটা কথাই ক'লো যে ইয়াতে যে আমি এই বিষয়টোত পিছপৰি আছো তাৰ কাৰণ অৰ্থৰ অভাৱ একেবাৰেই নহয়। এইখিনিতে মই আপোনাক এটা কথা কওঁ— বিশ্ব স্বাস্থ্য সংস্থাই ২০০৩-'০৪ চনত এটা কেমপেইনিং কৰিছিলে যে Clean care is safer care আৰু এই clean care provide কৰিবৰ কাৰণে তেওঁলোকে যিখিনি ব্যৱস্থাৱলী যুগুত কৰি উলিয়াইছিলে তাৰ ভিতৰত এটা হ'ল যে হাত পৰিষ্কাৰ কৰিব লাগে। আৰু হাত পৰিষ্কাৰ কৰিব লাগিলে খৰচৰ প্ৰশ্নই উত্থাপন নহয়। আজি হস্পিটালখনলৈ গ'লে আপুনি আটকধুনীয়া কোঠা দেখা পাব, কোটিটকীয়া সঁজুলি দেখা পাব কিন্তু হাত ধুবৰ বাবে বেচিন এটা দেখা নাপায়।

**বৰগোহাঞিঃ** কি সাংঘাতিক কথা হৈছে?

মই এবাৰ মাত্ৰ মেডিকেল কলেজৰ হস্পিটেললৈ গৈছিলো। পেয়িং কেবিনত

আছিলো। ভিতৰখন দেখি মোটামুটি চাফা যেনেই লাগিল। কিন্তু তাৰ পৰা যেতিয়া ওলাই আহিছো চাৰিওফালে এখন নাৰকীয় পৰিৱেশ দেখিছো। এতিয়া শুনিছো বহুখিনি উন্নত হৈছে। এতিয়া মোৰ কথা হ'ল যে হস্পিটেলৰ ভিতৰৰ কোঠাবোৰ, ৱাশ্বৰেচিনবোৰ, ৰুমটো পৰিষ্কাৰ হ'লেই নহ'ব তাৰ চৌপাশৰ পৰিৱেশ— আপুনি যিটো ক্লিনিকেল ৱেইষ্ট মেনেজমেণ্ট বুলি ক'লে, তাৰ আৱৰ্জনা যদি চাৰিওফালে পুঞ্জীভূত হৈ থাকে, তাত্ৰকৈয়ো ডাঙৰ কথা আপুনি হস্পিটেল এখনক দ্বীপ হিচাপে ব্যৱহাৰ কৰি গোটেই গুৱাহাটী মহানগৰখনৰ ৰাস্তাবোৰ যদি আৱৰ্জনাৰ স্তূপত পৰিণত কৰে... আৱৰ্জনা মানেইতো সেইবোৰ বীজাণুৰ জন্মস্থলী। হস্পিটেলবোৰ পৰিষ্কাৰ কৰিলেই ৰোগৰ বীজাণুৰ পৰা হাত সাৰি থাকিব পাৰিম জানো?

**শৰ্মা ঃ** কেতিয়াও নোৱাৰো। নোৱাৰে। আপোনাৰ যদি ....এতিয়া আমি hospital acquired infection-ৰ কথা পাতি আহিছো, কিন্তু আজি যিটো গুৱাহাটীৰ পৰিৱেশ, হস্পিটেলৰ লগতে মানুহৰ ঘৰতো infection হৈ আছে। দূষিত পৰিৱেশৰ কাৰণে। গতিকে ইয়াত এটা integrated approach লাগে।

**বৰগোহাঞি ঃ** Integrated approach বুলিয়েই নকওঁ, মই ভাবোঁ, স্বাস্থ্য সেৱাৰ নামত বহুত খৰচ কৰি হস্পিটেল কৰিছে, চিকিৎসক আনিছে, যন্ত্ৰপাতি আনিছে, কিন্তু চিকিৎসা মানে কেৱল ডাক্তৰ, যন্ত্ৰপাতি বা বিল্ডিং নহয়, চিকিৎসা মানে এটা পৰিষ্কাৰ পৰিবেশ, যি কথা আমি পাতি আছোঁ। সমগ্ৰ গুৱাহাটী মহানগৰীখনক ৰোগৰ বীজাণুৰ বিৰাট জন্মস্থলী কৰি ৰাখি কেৱল হস্পিটেলবোৰ উন্নত কৰি ৰাখিলে নহ'ব।

**শৰ্মা ঃ** সঁচা কথা। আচলতে আমি ৰোগ প্ৰতিৰোধ কৰিব পাৰিব লাগিব। আমি প্ৰথমতেই ৰোগীক হস্পিটেললৈ যোৱাটো বন্ধ কৰিব লাগিব আৰু সেইটো সম্ভৱ হ'ব যদিহে আমি পাব্লিক হেলথ্ ডিজিজেচ বুলি কওঁ যেনে ধৰক আমাৰ এমিবিক ডিচেণ্ট্ৰী, যিটো আজি সংক্ৰমণ হৈ আছে, আদি ৰোধ কৰিব লাগিব। কাৰণ আমাৰ হোটেলসমূহৰ কথাই ধৰক বা ঘৰৰ কথাই ধৰক। বিশেষকৈ হাইজেনিক ষ্টেণ্ডাৰ্ডত আমি বহু পিছপৰি আছোঁ।

**বৰগোহাঞি ঃ** মই কওঁ যে আমাৰ স্বাস্থ্য সেৱাটো এতিয়াও, ইমান উন্নত হোৱাৰ পিছতো আদিম অৱস্থাতে আছে।

**শৰ্মা ঃ** আমাৰ হস্পিটেলক মই আদিম বুলি নকওঁ কিন্তু...

**বৰগোহাঞি ঃ** মই কৈছো সামগ্ৰিকভাৱে।

**শৰ্মা ঃ** সামগ্ৰিকভাৱেও হয়তো অলপ এক্সট্ৰিম হ'ব। কিন্তু অতি কম খৰচতে আমি বহু সমস্যা সমাধান কৰিব পৰা অৱস্থাত আমি সঁচাকৈয়ে আছো।

**বৰগোহাঞিঃ ঃ** আমেৰিকাত বা বিলাতৰ আপুনি পৰিসংখ্যা দিছে?

**শৰ্মা ঃ** হয়।

**বৰগোহাঞিঃ ঃ** আমাৰ দেশতো তেনেকৈ পৰিসংখ্যাৰ অভাৱ।

**শৰ্মা ঃ** হয়। আপোনাৰ যদি পৰিসংখ্যা নাথাকে, আপুনি কেতিয়াও উন্নতি কৰিব নোৱাৰে।

**বৰগোহাঞিঃ ঃ** তাকেইতো কৈছো। সেইকাৰণেই মই কৈছোঁ। আঁপোনাক মই জোৰকৈ বিলাতৰ পৰা আনি অসমৰ স্বাস্থ্য বিভাগৰ দায়িত্ব দিলো। আপুনি ইমান থাকিলে— বুজিলে ইয়াত কি কৰিব।

**শৰ্মা ঃ** মোৰ বিভাগত মই প্ৰথম ছটা মাহ বা এটা বছৰ আমাৰ সমস্যাসমূহৰ যিটো লেভেল, আজিৰ তাৰিখত আমাৰ Hospital acquired infection-ৰ ৰেট কিমান, উদাহৰণ স্বৰূপে, এটা যদি এপেণ্ডিছেক্টমী কৰিবৰ বাবে যদি বেমাৰী হস্পিটেললৈ যায় তেনেস্থলত কিমানজনে infection develop কৰে মই প্ৰথমতে সেইদুটা নিৰ্ধাৰণ কৰিব লাগিব। সেইটো নিৰ্ধাৰণ কৰিব পাৰিলেহে মই এটা লক্ষ্য স্থাপন কৰিব পাৰিম যে অহা ছমাহৰ ভিতৰত মোৰ লক্ষ্য হ'ব এই হাৰ দহ শতাংশ কমাই অনা বা বিশ শতাংশ কমাই অনা।

**বৰগোহাঞিঃ ঃ** এই বিষয়টোত এতিয়া ইয়াত চিন্তাই আৰম্ভ হোৱা নাই!

**শৰ্মা ঃ** চিন্তাই আৰম্ভ হোৱা নাই ইয়াত।

**বৰগোহাঞিঃ ঃ** দ্বিতীয়তে আপুনি পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ মানটো উন্নত কৰিবলৈ কি পৰামৰ্শ দিব?

**শৰ্মা ঃ** মই এটাই পৰামৰ্শ দিওঁ। মই ইয়াৰে যিসকল চিকিৎসক আছে যিসকল মেনেজেৰিয়েল পজিছনত আছে, তেওঁলোকক মই এটাই কথা কওঁ যে এই মুহূৰ্ততে আপুনি ইণ্টাৰনেটত বহক; বিশ্ব স্বাস্থ্য সংস্থাৰ ৱেব ছাইটলৈ যাওক আৰু তাত clean care, safer care-ৰ বিষয়ে যিখিনি কথা আছে সেইখিনি কথা অধ্যয়ন কৰি কাৰ্যকৰী কৰক। যিটো বাংলাদেশ চৰকাৰে কৰিছে।

**বৰগোহাঞিঃ ঃ** বাংলাদেশ চৰকাৰে?

**শৰ্মা ঃ** বাংলাদেশ চৰকাৰে কৰিছে। আৰু আপুনি বিশ্বাস নকৰিব আমাৰ ভাৰত চৰকাৰ one of the signatories, আৰু তেওঁলোক বিশ্ব স্বাস্থ্য সংস্থাৰ clean care, safe care আদি আঁচনি কাৰ্যকৰী কৰিবলৈ দায়বদ্ধ। কিন্তু মই দেখা

নাপাওঁ যে তেওঁলোকে এনে ধৰণৰ আঁচনি ভাৰতবৰ্ষৰ কোনো এখন হস্পিটেলত ভাৰতবৰ্ষত আৰম্ভ কৰিছে।

**বৰগোহাঞি ঃ** ডাক্তৰৰ ভুল চিকিৎসাৰ বাবে বহু ৰোগীৰ মৃত্যু হয়। ভুলতো মানুহেই কৰে। ভুল কৰাটো স্বাভাৱিকেই। কিন্তু কেতিয়াবা ভুলটো স্বাভাৱিক নহয়, অস্বাভাৱিক ভুলো হয়। কিয় হয়? যেতিয়া ৰোগী এজনক ডাক্তৰে মানুহ হিচাপে ব্যৱহাৰ নকৰি এটা যন্ত্ৰ হিচাপে ব্যৱহাৰ কৰে। মই এটা উদাহৰণ দিওঁ। অষ্ট্ৰেলিয়াৰ এগৰাকী ৪০ বছৰীয়া মহিলা। তেওঁ আলট্ৰা ছাউণ্ডৰ পৰীক্ষা কৰাবলৈ গ'ল। ডাক্তৰে তেওঁৰ পৰীক্ষাৰ ৰিপ'ৰ্টটো আন এগৰাকী মহিলাৰ টেবুলত থৈ দিছিলে। এই মহিলাগৰাকী ৭১ বছৰীয়া। তেওঁৰ হৈছে কেন্সাৰ। ডাক্তৰে ৭১ বছৰীয়া কেন্সাৰ ৰোগীগৰাকীৰ ফাইলত যেতিয়া এই ৰিপ'ৰ্টটো পালে তেওঁতো সেই চিকিৎসা আৰম্ভ কৰি দিলে। তাৰ ফলত তেওঁৰ মৃত্যু হ'ল। সেই লৈ অষ্ট্ৰেলিয়াত হুলস্থুল লাগিছিল। কিন্তু মই যিমানদূৰ জানো আজিকালি আমেৰিকা, অষ্ট্ৰেলিয়া আদি দেশত নতুন আচৰণবিধি তৈয়াৰ কৰিছে যে ডাক্তৰে ভুল কৰিলে নিজৰ ভুলটো স্বীকাৰ কৰিব লাগিব। কিন্তু আমাৰ দেশত সেইটো কেতিয়াও নকৰে। ডাক্তৰসকলৰ এখন অঘোষিত ট্ৰেড ইউনিয়ন আছে। আপুনি এজন ডাক্তৰ, এখন হস্পিটেলৰ ডাক্তৰ। আপোনাৰ এজন সহকৰ্মীৰ ভুলত ৰোগীৰ মৃত্যু হ'ল। আচলতে তেওঁৰ ভুলতে মৃত্যু হ'ল; কিন্তু তেওঁক ৰক্ষণাবেক্ষণ দিবলৈ গোটেই হস্পিটেল কৰ্তৃপক্ষ আৰু ডাক্তৰসকল আগবাঢ়ি আহে। যেতিয়ালৈকে এই 'মেডিকেল মিচ্‌টেক' প্ৰতিকাৰ কৰিব পৰা নেযায় তেতিয়ালৈকে বিনা দোষত বহুত মানুহ মৰি থাকিব।

**শৰ্মা ঃ** ডাক্তৰৰ ভুলৰ কাৰণে ৰোগীৰ অপকাৰ হয় আজিও। সেইটো বাহিৰৰ দেশতো হয়। কিন্তু আটাইতকৈ ডাঙৰ কথাটো হ'ল বাহিৰৰ দেশত তেওঁলোকে ভুলৰ পৰা শিকে। তেওঁলোকে এটা পদ্ধতি তৈয়াৰ কৰি লৈছে যে তাত প্ৰতিটো ভুলেই লিপিবদ্ধ হয়। তাৰ পিছত কি কাৰণে এই ভুল হ'ল এইটোৰ পৰা তেওঁলোকে শিকনি লয়। যিটো বস্তু ইয়াত আমি কৰিবলৈ চেষ্টা কৰিব লাগে। সেইক্ষেত্ৰতো মই আপোনাক কওঁ clinical excellence বুলি এটা ধাৰণা আছে। ক্লিনিকেল এক্সচেলেন্সৰ ধাৰণাটোৱেই হ'ল যে আজি মই যিটো মানদণ্ডত চিকিৎসা সেৱা আগবঢ়াই আহিছো কাইলৈ সেই মানদণ্ডটো অকণমান হ'লেও ওপৰলৈ আহিব লাগিব। পৰহিদিনা আৰু অলপ ওপৰলৈ। ক্ৰমাগতভাৱে। Learning from the mistake is one of the major components of clinical

excellence.

**বৰগোহাঞিঃ** যিখন হস্পিটেলত আপুনি ইমান দিনে কাম কৰি আছে তাত এই medical mistake– ডাক্তৰৰ ভুলৰ কাৰণে আপুনি ৰোগীৰ মৃত্যু হোৱাৰ খবৰ পাইনে?

**শৰ্মা ঃ** ব্ৰিষ্টলৰ এখন ডাঙৰ হস্পিটেলত আজিৰ পৰা দহ বছৰমান আগতে এটা সাংঘাতিক scandal হৈছিল। বহুত হৃদযন্ত্ৰৰ অস্ত্ৰোপচাৰৰ পিছত বহু লোকৰ অস্বাভাৱিকভাৱে মৃত্যু ঘটিছিলে আৰু তাৰ পিছতেই ব্ৰিটিছ চৰকাৰে তদন্ত কৰি কি কাৰণে এনে হৈছিল তাৰ একেবাৰে তৃণমূল পৰ্যায়লৈ গ'ল আৰু তাৰ পিছতেই তেওঁলোকে clinical excellence বা clinical governance-ৰ পদ্ধতি এটা তেওঁলোকৰ দেশত প্ৰৱৰ্তন কৰিলে। তাৰ ফলতেই আমি এতিয়া দেখিছো যে We are learning from mistake। মোৰ এটা ব্যক্তিগত উদাহৰণ দিওঁ। মই আজি ইয়ালৈ অহাৰ আগতে প্ৰায় এসপ্তাহ আগতে এটা ৰিজাল্ট যি ৰিজাল্ট ৰেফাৰেন্স লেবৰেট'ৰীৰ পৰা ফোন কৰি মোৰ টেকনিচিয়ানক দিছিলে আৰু টেকনিচিয়ানে ৰিজাল্টটো আনি মোক দিলে আৰু ৰিজাল্টটো মই respective ক্লিনিচিয়ানলৈ পঠাই দিলো। কিন্তু ৰিজাল্টটো আচলতে ভুল আছিল। তাৰ ফলত বেমাৰীজনৰ অকণমান হ'লেও অপকাৰ হ'ল। এইটো যেতিয়া লিপিবদ্ধ হ'ল আমি বিচাৰিবলৈ ললো যে ভুলটো ক'ত হ'ল। আমি দেখিলো যে ভুলটো হ'ল যেতিয়া টেলিফোনেৰে ৰেফাৰেন্স লেবৰেট'ৰীৰ পৰা ৰিজাল্টটো দিছিলে তেতিয়া মোৰ টেকনিচিয়ানজনে লিখোঁতে অকণমান ভুল কৰিলে।

**বৰগোহাঞিঃ** তেওঁ এটা ভুল কৰিলে। তাৰ ফলত এজন ৰোগীৰ জীৱন-মৰণ সমস্যা হ'ল।

**শৰ্মা ঃ** কিন্তু আমি শিকিলো। এতিয়া আমি পদ্ধতি সলনি কৰিলো যে এনেকুৱা ধৰণৰ গুৰুত্বপূৰ্ণ ৰিজাল্ট ডাক্তৰে ডাক্তৰকহে দিব পাৰিব। তেওঁলোকে এজন তলৰ কৰ্মচাৰীক দিব নোৱাৰিব। ইয়াৰ গোটেই পইণ্টটোৱেই হ'ল যে আমি শিকিলো।

**বৰগোহাঞিঃ** ৰোগ নিৰ্ণয় কৰোঁতে চিকিৎসকে ইমান ভুল কৰে যে সামান্য এটা ৰোগ হৈছে ডাক্তৰে কৈ দিলে কেন্সাৰ হৈছে। সামান্য এটা ৰোগ হৈছে... ধৰি লওক মোৰ ক্ষেত্ৰতে, মই ডাক্তৰৰ ওচৰলৈ যাওঁতে তেওঁ ভয় লগাই দিয়ে তোমাৰ ডায়েবেটিছেই হ'ল, ছুগাৰ অমুক-তমুক হ'ল, সেইকাৰণে দৃষ্টিশক্তি কমিছে। কিন্তু মই দুই তিনিবাৰ পৰীক্ষা কৰোৱাই দেখিলো যে সেইবোৰ একো হোৱাই নাই। এজন

ডাক্তৰতো ক'লে যে মই দেখিয়েই গম পাইছো আপোনাৰ ডায়েবেটিছ হ'ব নোৱাৰে। কিন্তু এজন ডাক্তৰেতো মোৰ ডায়েবেটিছ হৈছে বুলি চিনাক্ত কৰি সেই বিষয়ে পৰীক্ষা কৰাবলৈ বাধ্য কৰাইছে। সেই সময়তে আকৌ আন এজন ডাক্তৰে মোৰ ডায়েবেটিছ হোৱা বুলি বিশ্বাসেই নকৰে। ১৫ মিনিটৰ ভিতৰত ৰিপ'ৰ্টটো আহি গ'ল। দেখিলো যে মোৰ ডায়েবেটিছ হোৱা নাই। তেতিয়া ডাক্তৰজনে ক'লে মইতো কৈছিলোৱেই আপোনাৰ ডায়েবেটিছ হ'ব নোৱাৰে।

মই মোৰ নিজৰ অভিজ্ঞতাৰ পৰা ক'ব পাৰো যে ৰোগ নিৰ্ণয় ভুল হোৱাৰ বাবেই বহু ৰোগীৰ জীৱনলৈ সৰ্বনাশ নামি আহিছে। ইয়াৰ প্ৰতিকাৰৰ উপায় কি?

**শৰ্মা ঃ** ইয়াৰ প্ৰতিকাৰৰ উপায় হ'ব ক্লিনিকেল গভাৰ্নেন্স। এতিয়া আৰু এটা বস্তু আহিছে সেইটো হ'ল Evidence based medicine

**বৰগোহাঞিঃ** ক্লিনিকেল গভাৰ্নেন্সটো বুজাই কওকচোন; ইয়াত কি কৰিব লাগে।

**শৰ্মা ঃ** প্ৰথম কথা, আপুনি যিদৰে ক'লে এজন ডাক্তৰে আপোনাৰ মুখলৈ চায়েই যদি ৰোগ নিৰ্ণয় কৰা বুলি দাবী কৰিব খোজে তেতিয়া মই তেওঁক কবিৰাজ আখ্যা দিম। কিয়নো কবিৰাজেহে আপোনাৰ মুখলৈ চাই, নাড়ীজ্ঞান পৰীক্ষা কৰি, আয়ুৰ্বেদিক ছিষ্টেম মতে এটা ৰোগ নিৰ্ণয় কৰিব পাৰে। কিন্তু আধুনিক চিকিৎসা বিজ্ঞানত এনে কোনো ডাক্তৰ নাই যি আপোনাৰ মুখলৈ চাই এটা ৰোগ নিৰ্ণয় কৰিব পাৰে। এইটো এটা প্ৰথম কথা।

ক্লিনিকেল গভাৰ্নেন্সৰ প্ৰথম কথাটোৱেই হ'ল আপুনি Evidence based medicine ব্যৱহাৰ কৰিব লাগিব। যিটো ঔষধৰ কাৰণে বা যিটো ইনভেষ্টিগেচনৰ বা যিটো Systemsৰ কাৰণে যিটো কৰিব লাগে এই সকলোবোৰ লিপিবদ্ধ হৈ আছে। আমি এটা Standard...

**বৰগোহাঞিঃ** ক্লিনিকেল গভাৰ্নেন্সৰ বাবে প্ৰথম উদ্যোগ কোনে ল'ব লাগিব? মই ভাবো যে আজিৰ তাৰিখত চৰকাৰে এনে এটা উদ্যোগ লোৱাটো সম্ভৱপৰ নহয়। এইক্ষেত্ৰত তেওঁলোকৰ জ্ঞান সীমিত। তেখেতসকলে আমাক হাস্পতাল বনাই দিব পাৰে, ৰুম এটা বনাই দিব পাৰে, সঁজুলি অনাই দিব পাৰে। কিন্তু ক্লিনিকেল গভাৰ্নেন্সৰ উদ্যোগটো আমি যিসকল প্ৰফেচনেল লোক তেওঁলোকেই ল'ব লাগিব।

**বৰগোহাঞিঃ** ব্যক্তিগতভাৱেটো ল'ব নোৱাৰে। এখন হস্পিটালত প্ৰিন্সিপাল,

ছুপাৰিণ্টেণ্ডেণ্ট, বা Director of Medical Education– এনে কৰ্তৃপক্ষৰ পৰা আহিব লাগিব।

**শৰ্মা ঃ** আমাৰ যিটো ষ্ট্ৰাক্‌চাৰ, তাত... আপুনি মোক এটা পদবীধাৰী লোকৰ নাম কওক যিয়েই নেকি— তেতিয়া মই Director of Medical Education-ৰ নাম ক'ম।

**বৰগোহাঞি ঃ** আমাৰ দেশত এটা ডাঙৰ সমস্যা, কেৱল আমাৰ ইয়াতে নহয় চিন-আমেৰিকাতো মই একেই সমস্যা যে Over Prescription। মোক হয়তো দুটকাৰ ঔষধ দিলেই হয়, কিন্তু আপুনি ইচ্ছা কৰি— মোক ২০ টকাৰ ঔষধ কিনিবলৈ দিলে, কিয়নো আপুনি ঔষধ কোম্পানীৰ পৰা পৃষ্ঠাপোষকতা পাই আছে। ইয়াৰ যিমানেই বিক্ৰী সিমানেই আপুনি কমিছন পাব, পুৰস্কাৰ পাব। অৰ্থাৎ যিমান ঔষধ ৰোগীক দৰকাৰ তাতকৈ বহু বেছি ঔষধ ৰোগীক কিনিবলৈ বাধ্য কৰোৱা হয়।

**শৰ্মা ঃ** Obviously আপুনি কৰ্মসাধনাক প্ৰতিনিধিত্ব কৰিয়ে এই কথাষাৰ কৈছে। চিকিৎসক হিচাপে আমাৰ দায়িত্ব— এই কথাটো সঁচা নে মিছা। যদি মিছা এইটো আমি বিশ্বাসযোগ্যতাৰে জনাব লাগিব।

**বৰগোহাঞি ঃ** আপোনাৰ মতে সেইটো হয় নে নহয়?

**শৰ্মা ঃ** মোৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰা সেইটো হয়। যদি আপোনাৰ Blood Pressereৰ ঔষধ দিয়া হয় তাৰ লগত Prescriptionত অতিৰিক্ত আৰু দুই-তিনিবিধ ঔষধ দেখা পায়। Prescriptionত আপুনি ৫ বিধমান ঔষধ দেখা পাব।

**বৰগোহাঞি ঃ** আপুনি মোৰ প্ৰশ্নটোৰ পোনপটীয়া উত্তৰ দিয়া নাই। মই এটা কথা সুধিছো। ডাক্তৰসকলে, মই নকওঁ যে প্ৰতিজন ডাক্তৰেই, ৰোগীসকলক প্ৰয়োজনতকৈ বেছি ঔষধ কিনিবলৈ বাধ্য কৰে। আপুনি কওক হয় নে নহয়?

**শৰ্মা ঃ** মই, বহুক্ষেত্ৰত মই হয় বুলি ক'ম। কিন্তু ব্যতিক্ৰমৰ অভাৱ নাই।

**বৰগোহাঞি ঃ** ব্যতিক্ৰমতো সকলো ঠাইত থাকিবই। এই ক্ষেত্ৰত আপুনি হয় বুলি কয়?

**শৰ্মা ঃ** হয়।

**বৰগোহাঞি ঃ** এইটোৰ প্ৰতিকাৰ কেনেকৈ হ'ব বুলি ভাবে?

**শৰ্মা ঃ** মই ভাবো যে Indian Medical Education Council ৰ দৰে সংগঠনৰ এই ক্ষেত্ৰত কৰিব লগা আছে।

**বৰগোহাঞি ঃ** আপুনি এতিয়া ঠিক কথা কৈছে আমেৰিকাতো মেডিকেল

